# জীৱন-ৰেখা




ভবেন্দ্ৰ নাথ শইকীয়া




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**JIWAN-REKHÂ** : *Edited version of the personal diary (1983-1990) of Dr. Bhabendra Nath Saikia and published by Smti. Ila Sarmah, on behalf of M/s.* ***Jyoti Prakashan****, Jaswanta Road, Panbazar, Guwahati-781 001, Assam.* First published on 2002.
***Second edition*** *: December, 2003* ***Price*** *: Rs. 100.00*

---

**প্ৰকাশক ঃ**
শ্ৰীইলা শৰ্মা
জ্যোতি প্ৰকাশন
যশোৱন্ত পথ, পাণবজাৰ
গুৱাহাটী - ৭৮১ ০০১

**প্ৰথম প্ৰকাশ ঃ** ২০০২
**দ্বিতীয় সংস্কৰণ ঃ** ডিচেম্বৰ, ২০০৩

**মূল্য ঃ** ১০০.০০ টকা

**বেটুপাত ঃ** ৰবীন বৰুৱা

**ডি.টি.পি. ঃ**
ময়ূৰ ডে'স্কটপ,
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**ছপা ঃ**
ত্ৰিনয়ন গ্ৰাফিক অফছেট
ৰিহাবাৰী
গুৱাহাটী-৭৮১ ০০৮

# জীৱন-ৰেখা

১৯৯৭ চনৰ ডিছেম্বৰ মাহত মই মোৰ আত্মজীৱনীমূলক লেখা 'জীৱন-বৃত্ত' লিখিবলৈ আৰম্ভ কৰিছিলো আৰু ১৯৯৯ চনৰ নৱেম্বৰ মাহত লিখা কামটো শেষ কৰিছিলো। লেখাখিনি ধাৰাবাহিকভাৱে 'প্ৰান্তিক' নামৰ আলোচনী -খনত ছপা হৈছিল। শেষৰ ফাললৈ মই লিখিতভাৱে প্ৰকাশ কৰিছিলো, — "জীৱন-বৃত্ত সামৰিব খুজিছোঁ। আমনি লাগিছে।" লগতে লিখিছিলো,— "১৯৮৩ চনৰ পাছৰে পৰা মোৰ ডায়েৰিবোৰ অলপ চিজিল লগাই থোৱা আছে। সেইবোৰ তেনেকৈয়ে থাকি গ'লে মোৰ বেয়া লাগিব। সেইবোৰৰ, মোৰ মানত প্ৰয়োজনীয় যেন লগা কিছু কথা,—মই অইন এখন এখন কিতাপৰ আকাৰত প্ৰকাশ কৰাৰ কথা ভাবিছোঁ। ... সেই আশাৰেই এই জীৱন-বৃত্ত সামৰাৰ আয়োজন কৰিছোঁ।"

কিতাপ আকাৰে প্ৰকাশ কৰাৰ কথাটো পাছলৈ থ'ব লগীয়া হ'ল। প্ৰান্তিকৰ সম্পাদক শ্ৰী প্ৰদীপ বৰুৱাৰ লগত আলোচনা কৰি ডায়েৰিবোৰত লিখা কিছুমান কথা আকৌ ধাৰাবাহিকভাৱে প্ৰান্তিকতে প্ৰকাশ কৰিবলৈ ল'লো।

ডায়েৰিবোৰৰ লেখাবোৰ যিমান পাৰোঁ সাৱধানে, নানান দিশ বিবেচনা কৰি সম্পাদনা কৰি প্ৰান্তিকলৈ আগুৱাই দিছিলো। সমাজৰ কাৰণে, পাঠক-পাঠিকাৰ কাৰণে মোৰ দৈনন্দিন জীৱনৰ ভাত-মাছ খোৱা সকলো কথাৰ কোনো প্ৰয়োজন নাই। কিন্তু দুই-এটা ভাত-মাছ খোৱা কথায়ো মোৰ মনটোক, মই মানুহটোক, মোৰ জীৱনধাৰাটোক, মোৰ দৃষ্টিভংগী আদিক বুজাত সহায় কৰিব পাৰে। গতিকে তেনেকুৱা দুই-এটা সৰু-সুৰা কথা ৰাখিম বুলি মই ঠিক কৰিছিলো, মই ঘাইকৈ চেষ্টা কৰিছিলো—মোকে কেন্দ্ৰ কৰি মোৰ চাৰিওফালৰ সৰু পৃথিৱীখনৰ এটা শুদ্ধ আভাস যেন পাঠক-পাঠিকাই পায়। সাধাৰণতে পুৱা শোৱাৰ পৰা উঠি মেজত বহি কৰা মোৰ প্ৰথম কামটো হ'ল আগদিনাৰ ডায়েৰি লিখা। সাধাৰণতে ডায়েৰি লিখাৰ সময়ত ঘটনা, মনৰ ভাব আদি লিপিবদ্ধ কৰাত যিমান গুৰুত্ব দিওঁ, ভাষাৰ ওপৰত সিমান গুৰুত্ব নিদিওঁ। এতিয়াও সেইটো ৰূপতে লেখাবোৰ পাঠক-পাঠিকাৰ আগলৈ উলিয়াই দিছোঁ। কেৱল আখৰ-জোঁটনি আৰু বাক্যৰচনাৰ ক্ষেত্ৰত থকা যিবোৰ আঁসোৱাহ নাতৰালে বাক্যবোৰ সহজ-সৰল নহয়, সেইবোৰহে আঁতৰাইছোঁ।

লেখাৰ কিছু অংশ বাদ দিয়া বুজাবলৈ তিনিটা ফুট (...) ব্যৱহাৰ কৰিছোঁ।

মাজত যিবিলাক তাৰিখৰ কথা ছপা হোৱা নাই, সেইবোৰ মই পাঠক-পাঠিকা আৰু সমাজৰ কাৰণে অলাগতিয়াল বুলি নিজে বাদ দিছোঁ; আৰু

তাকে বুজাবলৈ এশাৰীৰ অধিক জোখৰ ঠাই খালীকৈ ৰখাৰ ব্যৱস্থা কৰিছোঁ। প্ৰয়োজনীয় বুলি ধাৰণা হ'লে তৰা চিন (*) ব্যৱহাৰ কৰি দিনটোৰ শেষত একোটা টোকা দিছোঁ।

১৯৮৩ চনৰ ডায়েৰিত জানুৱাৰী মাহৰ ১৪ তাৰিখৰ আগৰ পৃষ্ঠাকেইটাত একো লিখা নাছিলো।

## আৰম্ভ

**১৪.১.৮৩ :** বিহুৰ দিন। সকলোৰে সোনকালে গা ধুলো। জুই একুৰা ধৰি পুৱালো। আলু কেইটামান পুৰি খালো। ভাৰত-পাকিস্তানৰ চতুৰ্থ ক্ৰিকেট টে'ষ্ট মেচ টেলিভিছনত চালো। ভাৰতৰ বলিঙৰ জোৰ বৰ কম।

ভবেন বৰুৱা* পৰিয়াল লৈ আহিল। দুয়ো বাহিৰত অসমৰ অৱস্থাৰ কথা দীঘলীয়াকৈ পাতিলো। অসমীয়া মানুহৰ intelligence বাঢ়িব লাগিব। এওঁলোকৰ গভীৰতালৈ যোৱাৰ চেষ্টা বাঢ়িব লাগিব।

গধূলি কমল হাজৰিকা (বৰ্তমান লণ্ডন নিবাসী ঃ "চেনাই মই যাওঁ দেই" লিখা আৰু গোৱা) পৰিয়ালৰে সৈতে আহিল।

* কবি, সমালোচক, চিন্তাবিদ, প্ৰবন্ধকাৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক।

**১৫.১.৮৩ :** আজি নগাঁৱৰ নেহৰু বালিৰ বিহুৰ প্ৰীতিমেললৈ যোৱাৰ কথা আছিল। দেশৰ পৰিস্থিতিৰ বাবে যাবলৈ মন নগ'ল। সেই প্ৰীতিমেলখনে মহী বৰা-টংকেশ্বৰ শৰ্মাৰ দিনৰ পৰা যি চৰিত্ৰ লৈছিল, সেই চৰিত্ৰ অক্ষুণ্ণ থকাটো মই বিচাৰোঁ।

আজি বোম্বে দূৰদৰ্শনৰ পৰা অনিৰ্বাণ* telecast হ'ল।

* অনিৰ্বাণ মোৰ দ্বিতীয় চলচ্চিত্ৰ।

**১৬.১.৮৩ :** সঁফুৰাৰ কাম কৰিলো। বিহু, নিস্প্ৰদীপ, বন্ধ আদিৰ বাবে প্ৰান্তিক ছপোৱাৰ কামত পলম হৈছে। আজি আবেলি নোলাব। ক্ৰিকেটত ভাৰতীয় দলৰ বেটিং-বিপৰ্যয় অসহনীয়।

**১৮.১.৮৩ :** অসম বন্ধৰ দিন। মুখ্য নিৰ্বাচনী বিষয়াই দিল্লীত কৈছে—অসমৰ নিৰ্বাচনত মিলিটেৰি ব্যৱহাৰ কৰা নহ'ব। মোৰ এনেকুৱা লাগে—যেন মিলিটেৰি ব্যৱহাৰ কৰা হ'ব কাৰণেই তেওঁ এইষাৰ কথা কৈ শুনাইছে। ইমানেই অসততা, অন্যায়ত দেশখন ডুবি

গৈছে! ধৰি লওক ধেমাজি বা জাঁজীত মানুহক কোনে পিটিলে, কোনে গুলীয়ালে সেইবোৰক আমাৰ মানুহে চিনি পাব নে?

CRPF-অৰ জোৱান পাঁচজনে আহি মোক সুধিলে,—চিফ মিনিষ্টাৰ বৰুৱাৰ ঘৰ কোনটো? কথা পাতি বুজিলো—তেওঁলোকে ধ্ৰুৱ নাৰায়ণ বৰুৱাৰ ঘৰ বিচাৰিছে।

**১৯.১.৮৩ :** মাজনিশা তিনিজন অসমীয়াভাষী পুলিছৰ লোকে বে'ল বজাই আমাক জগুৱালে।... এওঁ উঠি গ'ল। কি হ'ল? ধ্ৰুৱ নাৰায়ণ বৰুৱাৰ ঘৰটো দেখুৱাই দিব লাগে। যি বুজিলো ঃ শ্ৰী বৰুৱা Congress (S) প্ৰাৰ্থী—(বিধানসভাৰ বাবে হ'বলা), তেওঁক ৰক্ষণাবেক্ষণ দিব লাগে। তাকে কৰিবলৈ চিপাহীয়ে তেওঁৰ ঘৰ বিচাৰি ফুৰিছে।

ভাৰত একেৰাহে তৃতীয় টে'ষ্টত পাকিস্তানৰ লগত হাৰিল। প্ৰতিবাৰে লাজ লগাকৈ। সমগ্ৰ ভাৰতীয়ৰ spiritটো প্ৰতিফলিত হৈছে। আজিও তিনি লাখ ধাৰ্মিকে এলাহাবাদৰ ওচৰত গা ধুইছে।

**২০.১.৮৩ :** প্ৰান্তিকৰ অফিছ। ১ ফেব্ৰুৱাৰী সংখ্যাৰ বাবে নিৰ্বাচন সম্পৰ্কীয় বিশেষ। প্ৰবন্ধৰ বিষয়ে প্ৰদীপৰ লগত আলোচনা। ধীৰেন বেজবৰুৱাও* আছিল। তাৰ পাছত মই ড. মধুৰা নাথ গোস্বামীৰ ওচৰলৈ গ'লো। তেখেতে মোক দেখি যিমান আনন্দ প্ৰকাশ কৰিলে, সেয়া দেখি মই অভিভুত হ'লো। তেখেতে কথা ক'বলৈ আৰম্ভ কৰোঁতেই ক'লে, — "I have faith in you." তেখেতে আন্দোলনত তেখেতৰ ভূমিকা আৰু বৰ্তমানৰ চিন্তাৰ কথা ক'লে। আবেলি শ্ৰী গোলাপ বৰবৰাক লগ ধৰিলো। বহু কথাৰ মাজত দুৰ্নীতিৰ ক্ষেত্ৰত তেখেতে এটা উদাহৰণ দিলে। এক মন্ত্ৰীয়ে বহু লাখ টকা আৰু বহুতো সোণ এক মহিলাক লকুৱাই ৰাখিবলৈ ক'লে। পাছত মহিলাই তেওঁৰ হাতত একো নাই বুলি ক'লে। এতিয়া ভদ্ৰলোক আধা-বলিয়া।

* ধীৰেন্দ্ৰ নাথ বেজবৰুৱা এতিয়া দি ছেণ্টিনেল কাকতৰ সম্পাদক।

* ড. মথুৰা নাথ গোস্বামী গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈ থাকোঁতে মই পদাৰ্থ বিজ্ঞান বিভাগ এৰি পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব হৈছিলো।

**২১.১.৮৩ :** অহা-যোৱাৰ অসুবিধাৰ কাৰণে এওঁ* স্কুলৰ চাকৰিটো কৰি বৰ অসুবিধা পাইছে। বাটত বাছৰ সংখ্যা কমি গ'ল। বাছবোৰ চৰকাৰে অধিগ্ৰহণ কৰিছে, বা মালিকে ভয়তে আঁতৰাই থৈছে।

গতিকে আজি এওঁৰ চিন্তা হৈছে, ওচৰৰে কোনোবা স্কুলত চাকৰি এটা হোৱা হ'লে! মই কৈছোঁ,—তোমাৰ চাকৰিৰ প্ৰতি মোৰ কেতিয়াও আগ্ৰহ নাছিল। গতিকে বাদেই নিদিয়া কিয়?

* এওঁ মানে মোৰ পৰিবাৰ প্ৰীতি। আমি গুৱাহাটী ৰে'ল ষ্টেছনৰ ওচৰত ৰে'লৰ ঘৰত থাকোঁতে এওঁ শিলপুখুৰীৰ উদয়গিৰি স্কুলত শিক্ষয়িত্ৰীৰ চাকৰি লৈছিল। এতিয়া আমি দিছপুৰ আৰু বেলতলাৰ মাজতে থাকোঁ।

**২২.১.৮৩ :** প্ৰান্তিকৰ অফিছৰ পৰা ভবেন বৰুৱাৰ তালৈ গ'লো। কবিতাখিনি চাবলৈ

দি আহিলো। তেখেতে প্ৰান্তিক আৰু সঁফুৰাৰ কাৰণে দুটা ছিৰিজৰ চিন্তা কৰিছে।

পাছবেলা নীলমণি ফুকন* আহিল। তেখেতে ম্যোক ছিনেমাৰ কামত পলম নকৰিবলৈ ক'লে। বয়স আৰু creativityৰ প্ৰশ্ন আছে।

শ্ৰীপদে* ক'লে— দেশৰ পৰিস্থিতিৰ কাৰণে নগাঁও চহৰত আবাহন থিয়েটাৰৰ পেণ্ডেলত মানুহ বেছি নহ'ল।

* কবি নীলমণি ফুকন।

* শ্ৰীপদ চৌধুৰী বাণীপ্ৰকাশ-প্ৰকাশিকা পৰিয়ালৰ ভাই-ককাইকেইজনৰ সৰুজন।

**২৩.১.৮৩ :** অন্তৰীপৰ বিছ নম্বৰ অংশটো লিখিছোঁ। এই পৰিবেশত এই কামটো কৰিবলৈ টান পাইছোঁ। এবাৰ ভাবিছিলো,--উপযুক্ত ঠাইত প্ৰথম খণ্ড সমাপ্ত বুলি কিছুদিনলৈ বাদ দিওঁ। কিন্তু যাকে কথাটো কওঁ, সেয়েই ঘোৰ আপত্তি কৰে।

আবেলি ড. কিশোৰীমোহন পাঠক* আহিল। বিশ্ববিদ্যালয়ৰ খবৰ ল'লো। ড. ৰত্ন বৰুৱা আৰু ড. কৈলাস ভট্টাচাৰ্যক* আঁতৰোৱাৰ ফল এতিয়া সকলোৱে পাইছে। এটা ক্ষয়িষ্ণু... প্ৰতিষ্ঠান। বিছ বছৰৰ ভিতৰত চকুৰ আগতে কি হৈ গ'ল!

* পাছলৈ তেজপুৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য।

* ড. ৰত্ন বৰুৱা গু.বি.ৰ পৰীক্ষা-নিয়ন্ত্ৰক আৰু ড. কৈলাস চন্দ্ৰ ভট্টাচাৰ্য কোষাধ্যক্ষ আছিল। এটা অনুসন্ধান-সমিতিৰ প্ৰতিবেদনৰ ফলস্বৰূপে তেখেতসকলে বিশ্ববিদ্যালয় এৰিব লগা হৈছিল। সেই প্ৰতিবেদনখনৰ ভিতৰৰ কথাৰ বিষয়ে মই একো নাজানো; কিন্তু ড. বৰুৱা আৰু ড. ভট্টাচাৰ্য বিশ্ববিদ্যালয়খনৰ দুজন দক্ষ বিষয়া বুলি মই ব্যক্তিগতভাৱে বিশ্বাস কৰিছিলো। কিয় মোৰ বিশ্বাসত আঘাত পৰিল, সেই কথা মই আজিও নাজানো।

**২৬.১.৮৩ :** লিখিছোঁ। টেলিভিছনত দিল্লীৰ প্ৰজাতন্ত্ৰ দিৱসৰ কুচকাৱাজ চালো।

B.B.C.ৰ টিপ্পনীকাৰে কৈছে,— শ্ৰীমতী গান্ধীয়ে যেতিয়া মুকলি জীপৰ পৰা দুয়োকাষৰ ৰাইজলৈ চাই নমস্কাৰ জনাইছিল বা হাত জোকাৰিছিল, তেতিয়া ৰাইজে সঁহাৰি জনোৱা নাছিল।

অসমত আজি জনতা কাৰ্ফিউ।

**২৮.১.৮৩ :** বেংকৰ ইন্টাৰভিউ। প্ৰান্তিকত সোমাই ঘটনাপ্ৰবাহ আৰু কুলদীপ নায়াৰৰ লেখাখিনি (অনিল বৰুৱাই লিখা, মই চাই দিয়া) প্ৰদীপক দি গ'লো।

ৰাতিপুৱা সমুখৰ পথাৰত জিন্টিৰ লগত গোবৰ গোটাওঁতে* ছেণ্ডেলযোৰ ছিগিল। নতুন হাৱাইন ছেণ্ডেল এযোৰ কিনিলো। ১৪ টকা ৯৩ পইচা।

* তেতিয়া আমাৰ ঘৰৰ আগফালে বহু দূৰলৈকে ঠাইবোৰ মুকলি হৈ আছিল। দ ঠাইবোৰৰ

বননিৰ মাজৰ পৰা নানা ধৰণৰ চৰাইৰ মাত ভাহি আহিছিল। ডাউক চৰাইবোৰে ইফালে-সিফালে জঁপিয়াই ফুৰিছিল। ওখ ঠাইবোৰত গৰু চৰিছিল। মাজে-মাজে আমি পুৱাই সেইবোৰ ঠাইৰ পৰা বাল্টিৰে গোবৰ কঢ়িয়াই আনি আমাৰ ঘৰৰ মাটি সাৰুৱা কৰাৰ চেষ্টা কৰিছিলো। জিণ্টি (সংগীতা) আমাৰ প্ৰথম জীয়াৰী।

**২৯.১.৮৩ :** পুৱা 'শেষপৃষ্ঠা' লিখি প্ৰান্তিকৰ অফিছলৈ গ'লো।

এগৰাকী মহিলাই প্ৰদীপৰ মেজত লিখি থৈ গৈছে—তেখেতৰ খবৰটো (ফটো সহ) "এটা লাইনো নকটাকৈ" প্ৰকাশ কৰিব লাগে।

এই বয়সতো ছপা আখৰত নিজৰ নাম দেখিবলৈ ইমান হেঁপাহ?

যোগীঘোপা কাগজ কলৰ পৰা দুজন আহিছিল 'নতুন প্ৰতীতী'ৰ কাৰণে গল্প এটা বিচাৰি। মই মোৰ সময়ৰ নাটনিৰ কথা বুজাই ক'লো।

**৩০.১.৮৩ :** ঘৰতে আছোঁ। প্ৰান্তিকৰ পাছৰ সংখ্যাৰ বাবে (১৬।২।৮৩) কৃষ্ণগোপালৰ* লণ্ডনৰ চিঠি সম্পাদনা কৰিলো। সঁফুৰাৰ চিঠি-পত্ৰ কিছুমান পঢ়িলো আৰু ভাগ-ভাগ কৰিলো। সৰু-সৰু ল'ৰাবোৰে গল্প নকল কৰি ধৰা পৰিছে। বেয়াও লাগে। চেষ্টা কৰিম— অন্ততঃ সিহঁতৰ একাংশৰ যাতে ভুল চিন্তা আঁতৰে।

নীল পৱন বৰুৱা* আহিছিল। কাইলৈ কিবা এটা আলোচনা কৰিবলৈ আকৌ আহিব।

* ড. কৃষ্ণগোপাল ভট্টাচাৰ্য। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক।

* শিল্পী নীল পৱন বৰুৱা।

**৩১.১.৮৩ :** নীল পৱন বৰুৱা আহিল। তেওঁ বেলতলা অঞ্চলৰ শিপিনীসকলক সংঘবদ্ধ কৰি কিবা এটা প্ৰতিষ্ঠান (শিল্পসুলভ) স্থাপন কৰাৰ কথা ভাবিছে। মোৰ পৰামৰ্শ বিচাৰিছে।

অহা বহাগ বিহুৰ গামোচাৰ প্ৰগ্ৰেমটোৰেই আৰম্ভ কৰিব পাৰিনে কি—আলোচনা কৰিলো। ক'লো— প্ৰথমতে ১৫খন শাল আৰু শিপিনীৰ খবৰ কৰা। তাৰ পাছত আন কথা।

**১.২.৮৩ :** পুৱা ৮.৩০ বজাত Stadium Guest Houseঅলৈ গ'লো। লক্ষ্মী লহকৰক* লগ পালো। এখন film কৰা সম্পৰ্কে কথা পাতিলো। মই বুজালো—টকা-পইচাৰ লোকচান নভৰাকৈয়ো এখন 'ভাল' ছবি কৰিব পাৰি। আৰু তেওঁলোকৰ নিচিনা টকা থকা মানুহে এই কামলৈ স্কুল, হস্পিটেললৈ দান দিয়াৰ নিচিনাকৈ টকা দিব লাগে। তেওঁ মোৰ কথা বুজিছে।...

* এসময়ৰ তেজপুৰৰ আঢ্যৱন্ত ঠিকাদাৰ। এওঁৱেই প্ৰথমতে লাংহিং জলবিদ্যুৎ প্ৰকল্পৰ কাম আৰম্ভ কৰিছিল।

**৩.২.৮৩ :** প্ৰান্তিকৰ কাম কৰি পুৱা দহ বজাত বজাৰলৈ গ'লো। পাছবেলা সঁফুৰাৰ কাম কৰিলো। চন্দন চুতীয়া আহিছিল, তেওঁক ছবিৰ কথা বুজাই দিলো।

মঙলদৈ অঞ্চলত মানুহ মৰিছে—পুলিছৰ গুলীত। অমল দত্তই* গধূলি ক'লে—

সেইফালে combing operation চলিছে। B.B.C-ৰ বাতৰি মতে তাত অসমীয়া-বাঙালীৰ মাৰপিট লাগিছে।

এনে ৰাজনৈতিক কাৰণত যাৰ ঘৰত মৃত্যু হয়, তেওঁলোকৰ কেনেকুৱা লাগে, সেইটো উপলব্ধি কৰিবলৈ চেষ্টা কৰিছোঁ। বহুত দিনৰ আগতে 'দুৰ্ভিক্ষ' নামৰ ৰেডিঅ' নাটকত কথাটো বুজাবলৈ চেষ্টা কৰিছিলো।

* অমল দত্ত—লেখক, অসম চৰকাৰৰ বিষয়া। শিশু সাহিত্যৰ লগত এওঁৰ ঘনিষ্ঠ সম্বন্ধ আছে।

৪.২.৮৩: ...পাকিস্তানৰ হাতত ভাৰত (ক্ৰিকেটত) বেয়াকৈ হাৰিল। আজি ছিৰিজটো শেষ হ'ল। আমাৰ ৰাষ্ট্ৰৰ যি দুৰ্বলতা, ভাৰতীয়ৰ যি দুৰ্বলতা, সেয়েই খেলতো প্ৰতিফলিত হৈছে।

বি.বি.ছি.ৰ মতে মঙলদৈ অঞ্চলত নজন মানুহ মৰিছে—সাম্প্ৰতিক গণ্ডগোলত। বৰ কষ্টৰ কথা হৈছে।

আজি ৰবীন্দ্ৰ ভৱনত নাটক সম্পৰ্কে বক্তৃতা এটা দিবলৈ মাতিছিল—সাংস্কৃতিক সঞ্চালকালয়ে। যাব নোৱাৰিলো।

৫.২.৮৩ : প্ৰান্তিকলৈ গ'লো। তাৰ পৰা গেছৰ কাৰণে গ'লো। অসহযোগ বুলি জানো, কিন্তু বেংক খোলা আছে নে নাই চাবলৈ (ড্ৰাফট এখন জমা দিবলৈ আছে) কাচাৰীৰ ফালে গ'লো। নিপ বৰুৱাই * বাটতে ক'লে,—পুলিছে গাড়ী ধৰিছে, নাযাব। উভতি আহিলো। প্ৰদীপ বৰুৱাই গাড়ীত Press আৰু প্ৰান্তিকৰ কাগজ লগাই দিলে। ঘৰলৈ আহি গাড়ীখন ভৰাই থ'লো। নুলিয়াওঁ। বাটত গাড়ী-গুড়া একেবাৰে নাই। মানুহবোৰ বৰ ভয়াৰ্ত হৈছে। গধূলি বাতৰিত শুনিলো—আৰু দুই বেটেলিয়ন force অসমলৈ পঠোৱা হ'ব। নিৰ্বাচন হ'বই। নাটক পঢ়িছোঁ।

* চলচ্চিত্ৰ পৰিচালক, খেলুৱৈ, বাঁহীবাদক।

৬.২.৮৩: ঘৰতে আছোঁ। অচিন মামাৰ* 'পিজিৰ সপোন' edit কৰিছোঁ। মানুহজনে কিছুমান uncommon, কিন্তু ভাল শব্দ জানে। কেৱল ভালকৈ check কৰি দিয়াটো প্ৰয়োজনীয়।

সন্ধিয়া তিনিঘণ্টাৰ বাবে নিষ্প্ৰদীপ। আবেলিৰ পৰাই ৰাস্তা-ঘাট জনশূন্য। কালি টংলাত চাৰিজন মানুহ পুলিছৰ গুলীত নিহত হ'ল। যোৱা কেইদিনৰ ভিতৰত সেই অঞ্চলত চৈধ্যজন মানুহ মৰিল।

মই মোৰ কৰ্মপন্থা সম্পৰ্কে আৰু দৃঢ়প্ৰতিজ্ঞ হৈছোঁ। জাতিৰ মেৰুদণ্ডৰ প্ৰতি মোৰ লক্ষ্য আৰু কৰ্তব্য সম্পৰ্কে।

* অচিন মামা সঁফুৰাৰ পাতৰ অতি জনপ্ৰিয়, প্ৰয়োজনীয় আৰু গুৰুত্বপূৰ্ণ লেখক আছিল। তেওঁ মোক আচল নাম প্ৰকাশ কৰিবলৈ নিদিছিল। বহুতে মোকে অচিন মামা বুলি ধৰি লৈ ভুল কৰিছিল।

**৭.২.৮৩ :** পুৱা ৬ বজাৰ পৰা সন্ধিয়া ৮ বজালৈ জনতা সান্ধ্য আইন, লগতে কাইলৈ পুৱালৈকে কামৰূপ জিলা বন্ধ। ঘৰতে কাম কৰি আছোঁ। সঁফুৰাৰ কাৰণে আজি 'কালিদাস' নামৰ কাৰ্টুন চৰিত্ৰ এটা সৃষ্টি কৰিলো।

ৰশ্মিক* লৈ হাতীগাঁৱৰ ফালে থকা বাঁহতলীয়া ঠাই চাবলৈ গ'লো। জানটো পোৱাৰ আগতে দুজনমানৰ লগত কথা পাতি আছোঁ, এনেতে এজাক ডেকা ল'ৰা সিফালৰ পৰা লৰি আহিছে। সিহঁতক C.R.P. F.-এ খেদিছে। উভতি আহিলো।

তেজপুৰৰ ফালে মানুহে গুলী মাৰি পুলিছ এছ. আই. এজন মাৰিলে। প্ৰথম গুলী এইটোৱেই। ইমানদিনে জুই, বোমা, ধনু-কাঁড়ৰ কথা শুনি আছিলো।

* ৰশ্মি আমাৰ দ্বিতীয় জীয়াৰী।

**৮.২.৮৩ :** ... প্ৰকাশিকালৈ ফোন কৰি আৱাহন থিয়েটাৰৰ নাটক প্ৰতিযোগিতাৰ পাণ্ডুলিপিবোৰ অনালো। চল্লিছখন। পঢ়িবলৈ আৰম্ভ কৰিছোঁ। যোগেশ ভূএগ্ৰাৰ* ঘৈণীয়েক অণু আহিছিল। তেওঁৰ দেওৰেক—ডিফু কলেজৰ লেকচাৰাৰ ভবেশ ভূএগ্ৰা—নিৰ্বাচনৰ কাম নকৰোঁ বুলি কোৱাত প্ৰথমে suspended, পাছত dismissed,—বৰ্তমান জেলত। ঘৈণীয়েকৰ গাত আঠ মাহ।

* যোগেশ ভূএগ্ৰা ভাৰতৰ লোকপিয়ল বিভাগৰ উপসঞ্চালক আছিল।

**৯.২.৮৩ :** বিভিন্ন ঠাইত গুলীচালনা, মৃত্যু, অসহযোগ, অত্যাচাৰৰ বাতৰিৰে বাতৰি-কাকত ভৰপূৰ হৈ আহিছে। এনে মানসিক অৱস্থাত 'অন্তৰীপ' লিখা কামটো সঁচাকৈয়ে টান। তথাপি লিখিছোঁ।

আবেলি হঠাতে খবৰ ওলাল— ইন্দিৰা গান্ধী গুৱাহাটী পালেহি। গতিকে নিষ্প্ৰদীপ। লগে-লগে দোকানৰ ফালে গ'লো। সকলোৱে লৰালৰিকৈ দোকান বন্ধ কৰিছে। অলপ পাছত বাতৰিত শুনিলো— ইন্দিৰা গান্ধী আবেলি বৰোদা পাইছেগৈ। কিন্তু নিষ্প্ৰদীপ চলি থাকিল। ৰাস্তাৰ লাইটো নুমাই গ'ল।

**১০.২.৮৩ :** আৰু গুলীচালনা, আৰু মৃত্যু। প্ৰধানমন্ত্ৰী আহিছে, তেখেতে বক্তৃতা দিবলৈ বাছি লোৱা ঠাইবোৰ হ'ল (নাইবা তেওঁক বাছি দিয়া ঠাইবোৰ হ'ল) ধুবুৰী, মৈৰাবাৰী, শিলচৰ ইত্যাদি। বক্তৃতাত তেখেতে ভুলতো মানুহৰ মৃত্যুৰ কথা বা উদ্বাস্তুগুলিৰ কথা উল্লেখ কৰা নাই।

তামিলনাডুৰ মুখ্যমন্ত্ৰীয়ে কালি চাউলৰ কাৰণে ৭ ঘণ্টা অনশন কৰিছে। লগে-লগে তেওঁক দিল্লীৰ পৰা মাতি পঠোৱা হৈছে—আলোচনাৰ কাৰণে।

ক'লৈকো যোৱা নাই। লিখিবও পৰা নাই। প্ৰান্তিকলৈ অহা গল্প কিছুমান পঢ়িলো।

**১১.২.৮৩ :** অন্তৰীপ লিখিছোঁ। দেশৰ পৰিবেশটো স্বাভাৱিক হোৱা হ'লে এই কামটো কৰি ভাল লাগিলহেঁতেন। তথাপি লাহে-লাহে কৰি থাকোঁ। এইকেইদিন প্ৰেছৰ কামো ভালকৈ চলা নাই।

আবেলি আৱাহনৰ প্ৰতিযোগিতাৰ এখন নাটক পঢ়িলো।

আজি গুৱাহাটীত জনতা সান্ধ্য আইন নাই; কিন্তু গণেশগুৰিলৈ গৈ দেখিলো— বেছিভাগ দোকান বন্ধ। মানুহবিলাক আতংকিত।

**১২.২.৮৩ :** পুৱাবেলা ভবেন বৰুৱাই ফোন কৰিছিল। দীঘলীয়া কথা পাতিলো। দেশৰ এই অৱস্থা—নিৰপৰাধ লোকৰ মৃত্যু, সমস্যাৰ সমাধানৰ অনিশ্চয়তা, জটিলতা। একাংশ লোকৰ ভুল, চিন্তাৰ অভাৱৰ বলি সাধাৰণ ৰাইজ। একাংশ বাতৰিকাকতৰ মূৰ্খালি। অহেতুক উষ্মা বাদ দিবই লাগিব। মই তেখেতক 'প্ৰকৃত সমাধানৰ পথ' সম্পৰ্কে লিখিবলৈ অনুৰোধ কৰিছোঁ। তেখেতে আগতে কোৱা ছিৰিজ দুটাৰ কথা ভাবি আছে। প্ৰান্তিকৰ ছিৰিজটোৰ নাম 'প্ৰদক্ষিণ', লেখক 'দীপংকৰ'।

আবেলি চুবুৰিৰ ৰমেন হাজৰিকা আৰু ইলিয়াছৰ লগত এইবোৰ বিষয়েই আলোচনা।

ইন্দিৰা গান্ধীৰ সভা ৩ বজাৰ সময়ত হোৱাৰ কথা আছিল, ১-৩০ বজাতে হৈ গ'ল বোলে।

**১৩.২.৮৩ :** বাতৰিকাকত মতে যোৱা ২৪ ঘণ্টাত কমেও ১২জনৰ মৃত্যু হৈছে। মালীগাঁৱৰ (সুৰক্ষিত) মিটিঙত ইন্দিৰা গান্ধীয়ে বাংলা ভাষাত বক্তৃতা আৰম্ভ কৰে। এই কথাটোত মূৰ গৰম কৰিবলগীয়া একো নাই; কিন্তু ই ইন্দিৰা গান্ধীৰ অন্তৰত অসমৰ সমস্যাটো সম্পৰ্কে কি ভাব আছে, সেইটো পৰিষ্কাৰ কৰিছে।

একোতে মন বহুৱাব পৰা নাই। কিতাপ কিছুমান চিজিল কৰি থৈছোঁ, অন্তৰীপ লিখিছোঁ, নাটকৰ পাণ্ডুলিপি পঢ়িছোঁ, বাৰীৰ কাম কৰিছোঁ। গধূলি টেলিভিছনত (মাজে-মাজে উঠি গৈ) এখন তৃতীয় শ্ৰেণীৰ ছিনেমা চাইছোঁ।

**১৪.২.৮৩ :** চাৰিওফালে দুপৰীয়াৰ মৰিশালিৰ নিচিনা। ভোট দিয়াৰ প্ৰথম দিন। নিৰ্বুদ্ধিতা, অসত্য, প্ৰতাৰণাৰ চৰম খেল। উভয় পক্ষৰ।

**১৫.২.৮৩ :** গহপুৰত দুদলৰ মাজত সংঘৰ্ষ। এশজনৰ মৃত্যু। ছহাজাৰ গৃহহীন। বি.বি.ছি.য়ে সঁচা কথা কয় বুলি অসমৰ শ্ৰোতাই B.B.C. শুনিবলৈ লৈছে। আজি B.B.C.-ৰ ভাষ্যকাৰে কৈছে—এইটো উচ্চ সম্প্ৰদায়ৰ আন্দোলন। আন্দোলনকাৰীৰ বিৰোধী পক্ষ অকল বিদেশীয়েই নহয়—ভিতৰৰ জনজাতীয় সকলো। বৰ্তমানৰ মাৰপিটত সেইটো পৰিষ্কাৰ হৈছে। এইটোও তেনেহ'লে সঁচা কথা?

'মিক্সাৰ'ৰ অভাৱত বৰ অসুবিধা পাইছিলো। আজি বৰুৱা পাণ দোকানৰ মালিকে দুই পেকেট ক'ৰবাৰ পৰা আনি দিছে। বৰ ভাল পালো।

অন্তৰীপ লিখিছোঁ।

**১৬.২.৮৩ :** অন্তৰীপ (এবৈছ) লিখি শেষ কৰিলো। দেশ আৰু মনৰ এনে অৱস্থা যে এই খণ্ডটো 'চুচৰি-বাগৰি'হে লিখিলো বুলিব লাগে। আনহাতে এটা শব্দও ঢিলাই দিয়া নাই।

এই বিভীষিকাৰ মাজত আনন্দ দিছে,—ৰশ্মিৰ একেলগে পঢ়া ছোৱালী সুকন্যা দহ বছৰীয়া ছোৱালীৰ ভাগত (লন টেনিছ) সৰ্বভাৰতীয় চেম্পিয়ন হৈছে,—এই খবৰটোৱে।

**১৭.২.৮৩ :** 7-15 P.M. / B.B.C. Bengali Programme.

গাৰ্ডিয়ান কাগজত অজয় বোসে (?) লিখিছে—ৰাজনৈতিক দূৰদৃষ্টিৰ অভাৱেই অসমক বিশৃংখলতাৰ চৰম অৱস্থালৈ আগুৱাই নিছে। যোগেশ ভূঞাই আজি ক'লে,— ৰিহাবাৰীত হঠাতে ৰাতি উত্তেজনা। বাটত সকলো বাঙালী মানুহ (তিৰোতা-গাভৰু সমন্বিতে) লাঠী, দা লৈ হাজিৰ। Search light-অৰ দৰে উজ্জ্বল লাইটৰ সহায়ত তেওঁলোকে বাটটো পোহৰ কৰি থৈছে। —এনে আয়োজন—readiness কেনেকৈ হ'বলৈ পালে?

আজি এই বছৰৰ বতৰত প্ৰথম চেঁচা পানীৰে গা ধুলো।

**১৮.২.৮৩ :** ৰাতি ১-১০ মিনিটত Govt. colony আৰু ৰুক্মিণী নগৰৰ ফালে বহু মানুহৰ চিঞৰ। পুৱা শুনিলো কেইখনমান গাড়ীয়ে বোলে ক'লা-ক'লা কাপোৰ পিন্ধা মানুহ কেইটামানক ৰাতি এই অঞ্চলত নমাই থৈ গৈছে!! গোটেই দিনটো এই অঞ্চলৰ মানুহবোৰ আতংকিত আৰু উত্তেজিত হৈ আছে। নানান উৰাবাতৰি।

আজি সৰস্বতী পূজা আছিল। আমাৰ ঘৰৰ ৰশ্মিৰ পৰা আৰম্ভ কৰি এই চুবুৰিৰ সৰু-সৰু ল'ৰা-ছোৱালীহঁতে সাদিন ঝুলনযাত্ৰা পাতে। সেই ল'ৰা-ছোৱালীহঁতে সৰস্বতী পূজাৰ নামেই লোৱা নাই। এনে অৱস্থা অকল্পনীয়।

**১৯.২.৮৩ :** কলিকতাৰ 'টেলিগ্ৰাফ' কাগজত আজি পঢ়িলো ঃ মই বোলে next filmখনৰ কাৰণে finance mobilise কৰি আছোঁ। কথাটো মিছা নহয়। কিন্তু নিৰ্বাচন-সংক্ৰান্ত পৰিস্থিতিয়ে এই বিষয়তো প্ৰভাৱ পেলাব যেন পাইছোঁ। তথাপি ৰুচি নথকা মানুহৰ ওচৰত হাত নাপাতোঁ।

নবীন শইকীয়াই* ক'লে— মঙলদৈ-ছিপাঝাৰৰ কথা কাগজত যিমান ওলাইছে, প্ৰকৃত অৱস্থা তাতকৈ বহু বেছি ভয়াবহ। এদল মানুহে হেনো কৈছে— এই অৱস্থাৰ পৰা বাচিবলৈ আমাক কেৱল গুলী লাগে।

ৰশ্মিক লৈ ৰাতিপুৱা বজাৰলৈ গৈছিলো। ৰৌ মাছৰ কেজিত চল্লিছ টকা। নাখাওঁ।

* আকাশবাণীৰ বিষয়া। চুবুৰীয়া।

**২০.২.৮৩ :** আজি মোৰ জন্মদিন। ঘৰতে এওঁলোকে আনন্দ কৰিছে। গুৱাহাটীত জনতা সান্ধ্য আইন। ইয়াৰ তিনিটা সমষ্টিত নিৰ্বাচন আছে। নগাঁৱৰ নেলীত দুশ লোক মৰিছে বুলি আনকি দূৰদৰ্শনেই কৈছে। বাহিৰত এহেজাৰৰ কথা ওলাইছে। ভয়াবহ, মৰ্মান্তিক।

ৰমেন হাজৰিকাই* জন্মদিনৰ উপহাৰ বুলি এবটল মৌ দিছে। ৰমেনৰ লগত খোজ কাঢ়ি তেওঁক ঘৰলৈকে আগুৱাই দিলো। অসুখটোৰ কথা লৈ তেওঁ মনৰ তলিৰ পৰা কেইটামান কথা ক'লে। বৰ দুখ লাগিল। কিবা উপায়েৰে তেওঁৰ বিষটো আঁতৰাব পৰা হ'লে!

শ্ৰী ভৰালীৰ* অৱস্থা বেয়ালৈ গৈছে। ৰাতি দূৰদৰ্শনত অসমৰ নিৰ্বাচন সম্পৰ্কে

আলোচনা।

* ৰমেন হাজৰিকাই অসম চৰকাৰৰ বন বিভাগৰ শীৰ্ষতম পদবীৰ পৰা অৱসৰ গ্ৰহণ কৰিছে।
* শ্ৰী ভৰালী—ৰমানন্দ ভৰালী। গুৱাহাটীৰ পাণবজাৰৰ ভৰালী ব্ৰাদাৰ্ছ নামৰ ব্যৱসায়-প্ৰতিষ্ঠানটোৰ গৰাকীসকলৰ মুখ্যজন। এখেতসকল আমাৰ চুবুৰীয়া।

২১.২.৮৩ : নেলীত বহুত মানুহক হত্যা কৰা হ'ল বুলি শুনি ইন্দিৰা গান্ধী নেলীলৈ আহিছে। ফলত গুৱাহাটী বন্ধ। ৰাতিলৈকে ৰেডিঅ', টিভিৰ বাতৰিৰ পৰা যি বুজিলো—এতিয়া তেওঁ নাৰী আৰু শিশু হত্যাৰ ওপৰত bank কৰিব।

আজি জিণ্টিৰ জন্ম দিন। আমি একো পতাও নাই, কাকো খবৰো দিয়া নাই; কিন্তু গধূলি ওচৰ-চুবুৰীয়া আহিল।...

বতৰৰ প্ৰথম বৰষুণ। যোৱাৰাতি দুইমান বজাত।

২২.২.৮৩ : আজি ১৬ দিনৰ মূৰত প্ৰান্তিকৰ অফিছলৈ গ'লো। দেশৰ অৱস্থাৰ কাৰণেই এটা সংখ্যা বাদ পৰিল। উপায় নাই।

ভবেন বৰুৱাৰ লগত ফোনত কথা হ'ল। তেওঁ ১৯৬৫ চনৰ এটা প্ৰবন্ধৰ কথা (তেওঁ লিখা) উল্লেখ কৰিলে। তাৰ শেষত আছিল নুৰেমবুৰ্গ, নোৱাখালিৰ কথা। —এতিয়া নেলী! তেওঁ এক পৃষ্ঠামানৰ কিবা এটা লিখিব খুজিছে; মই ২৩ তাৰিখৰ আগতে দিবলৈ কৈছোঁ।

প্ৰধান মন্ত্ৰীয়ে অসমৰ জনজাতীয় লোকৰ দাবীবোৰৰ কথা সংসদত জোৰেৰে উত্থাপন কৰিছে। এইবোৰ কথা মনত ৰাখিয়েই শেষপৃষ্ঠাত (১।৩।৮৩ৰ কাৰণে লিখা) এই কথাটো মই উল্লেখ কৰিছোঁ।

২৩.২.৮৩ : ৰঞ্জিতে* বোম্বাইৰ পৰা লিখিছে, তাৰ দৰ্শকে বোলে অনিৰ্বাণ ভাল পাইছে। Indian Express-অত কোনোবাই লিখিছিল।

আজি আগবেলা বাৰিষাৰ নিচিনাকৈয়ে বৰষুণ দিলে। ৰশ্মিহঁত স্কুললৈ গৈ ঘূৰি আহিল। ২৮ তাৰিখৰ দিনা খবৰ ল'বলৈ কৈছে,—স্কুল কেতিয়া খুলিব।

এই পৰ্যায়ত আন যিয়েই নহওক, ল'ৰা-ছোৱালীবোৰৰ পঢ়া-শুনা যাতে মোটামুটি ঠিক ধৰণে চলে সেইটো চাব লাগিব। জাতিটো গঢ়াটোহে আচল কথা।

* ৰঞ্জিত দাস। চলচ্চিত্ৰ পৰিচালক। অনিৰ্বাণ ৰি-ৰেকৰ্ডিঙৰ সময়ত এওঁ মুম্বাইত মোক বৰ সহায় কৰিছিল। তেতিয়া তেওঁ চলচ্চিত্ৰ-জগতৰ সীমাত ভৰি দিছিলহে।

২৪.২.৮৩ : আজি ডাকত Federation of Film Societies of Indiaৰ পৰা দহ হাজাৰ টকাৰ draft এখন আহিল।—অনিৰ্বাণৰ এটা print তেওঁলোকে গোটেই ভাৰতৰ Cine Clubবোৰত দেখুৱাবলৈ কিনি লৈছে।

Bombay T.V.ত অনিৰ্বাণ দেখুউৱাৰ বাবদ বিছ হাজাৰ টকাৰ contract এখন আহিছে। কাইলৈ চহী কৰি পঠাব লাগিব।

এনেকৈয়ে যদি অনিৰ্বাণৰ ধাৰখিনি মাৰিব পাৰোঁ! মোক এক পইচাও খাবলৈ নালাগে। ধাৰখিনি মাৰিব পাৰিলেই হয়।

ৰাতি ভবেন বৰুৱাই ফোন কৰিলে,—তেখেতৰ প্ৰবন্ধটো আৰু দুই পৃষ্ঠামান হ'ব।

**২৫.২.৮৩ :** প্ৰান্তিকলৈ গ'লো। তালৈ ভবেন বৰুৱাও আহিল। তেওঁ বৰ উত্তেজিত হৈছে—দেশৰ এই অৱস্থাত। তেওঁ লিখা প্ৰবন্ধটোত সেই উত্তেজনা পৰিষ্কাৰ। যোগেশ দাসৰ লেখাৰ একাংশ (ষ্টাইনবেকৰ The moon is down উপন্যাসৰ সংক্ষিপ্ত অনুবাদ) মোৰ হাতত আজি পৰিল। ...

বহুদিনৰ মূৰত আৱাহন থিয়েটাৰৰ খবৰ পালো। দেৰগাঁৱতে তেওঁলোকৰ ভ্ৰমণ শেষ হ'ল। (চৰকাৰে) MLA Hostel-অৰ পিছফালৰ ঘূৰণীয়া বাটটোও বন্ধ কৰি দিছে। আমি অহা-যোৱা কৰোঁ কেনি?

**২৬.২.৮৩ :** ... দি টেলিগ্ৰাফৰ আজিৰ বাতৰি মতে মুঠ মৃত্যুৰ সংখ্যা ২৫০০।

সন্ধিয়া 'স্থানীয় বাতৰি'ত শুনিলো,—নন্দ তালুকদাৰৰ মৃত্যু হ'ল। অভাৱনীয়। তেওঁৰ গুৰুত্বপূৰ্ণ কামটোৰ কথা প্ৰান্তিকত প্ৰকাশ কৰি থৈছোঁ।

পীযূষ ৰায় বোম্বাইলৈ গৈছিল। অনিৰ্বাণৰ reaction-অৰ কথা ক'লে। বৰ ভাল পালো। প্ৰান্তিকৰ কাম কৰি আছোঁ।

**২৭.২.৮৩ :** যোৱা ৰাতি এঘাৰ বজাৰ অলপ পাছতে শ্ৰীমতী হাজৰিকাই ফোন কৰিলে—শ্ৰী ভৰালী* (তুলতুল বৰুৱাৰ দেউতাক) ঢুকাল। লগে লগে গ'লো।

কালি নন্দ তালুকদাৰো* ঢুকাল। বৰ বেয়া ঘটনা। ভৰালী আৰু তালুকদাৰ দুয়োৰে কাৰণে নবগ্ৰহ শ্মশানলৈ গ'লো। আঢ়ৈ বজাত শ্মশান এৰিলো। তেতিয়ালৈকে ভৰালীৰ দেহ শ্মশান গৈ পোৱা নাই। তালুকদাৰৰ চিতা জ্বলিছে। বিশেষ কাৰণত ঠিক কৰিলো— আজিৰ পৰা শ্মশানলৈ নাযাওঁ। মৃতজনৰ প্ৰতি আনধৰণে শ্ৰদ্ধা বা পৰিয়ালক সমবেদনা জনাম।

মন্ত্ৰীসভাই শপত গ্ৰহণ কৰিলে। ৰাতি নিষ্প্ৰদীপ। মুখ্যমন্ত্ৰীৰ ভাষণ শুনিলো। সেই কথাবোৰ যদি কামত লাগে তেনেহ'লেতো বৰ ভাল।

* ৰমানন্দ ভৰালী।

* অসমীয়া বিষয়ৰ অধ্যাপক আৰু লেখক। কিতাপ, আলোচনী আদি সংগ্ৰহৰ প্ৰতি তেওঁৰ বৰ আগ্ৰহ আছিল।

**২৮.২.৮৩ :** কালি গধূলিতে আৰম্ভ হোৱা অসহযোগ চলি আছে। Currentও নাই।... বাতৰি কাগজ অহা নাই।

অসম বিজ্ঞান সমিতিৰ নতুন Projectটোৰ বাবে কিতাপৰ dummy এটা কৰিছোঁ। পুৰণি ছবি কিছুমান গোটাই লৈছোঁ।

India Todayত যোৱা Indian Panoramaৰ ছবিবোৰৰ কথা পঢ়িছোঁ।

**১.৩.৮৩ :** প্ৰান্তিকলৈ গ'লো। প্ৰদীপৰ লগত ১৬ মাৰ্চৰ সংখ্যাটোৰ কথা পাতিলো। টেকনিক'লৈ গ'লো। অৰূপ চক্ৰৱৰ্তীয়ে* আমাৰ সংবাদসেৱীৰ দৈন্য আৰু পুতৌলগা অৱস্থাৰ কথা ক'লে। "হেনো" আৰু "বোলে"ৰ ওপৰত ভাৰসা কৰি 'নগাঁৱত ৰাজাকাৰ' সম্পৰ্কে বাতৰি পৰিৱেশন কৰা উচিত নে? চক্ৰৱৰ্তীয়ে সুধিলে।

শ্ৰীমতী দাসে (ধৰ্মানন্দ দাসৰ পত্নী)* ফোন কৰি জনালে—এওঁ কাইলৈৰ পৰা 'আনন্দ'... নামৰ স্কুলখনলৈ যাব লাগে।

* অৰূপ চক্ৰৱৰ্তী ঃ অভিনেতা।
* অসম চৰকাৰৰ এসময়ৰ মুখ্য সচিব ধৰ্মানন্দ দাসৰ পৰিবাৰ মাধুৰী দাসে দিছপুৰত আনন্দ কিণ্ডাৰগাৰ্টেন নামৰ এখন স্কুল প্ৰতিষ্ঠা কৰিছিল। তেখেতে মোৰ পৰিবাৰক স্কুলখনত শিক্ষয়িত্ৰীৰ চাকৰি দিছিল।

**২.৩.৮৩ :** এওঁ আজি নতুন স্কুলখনলৈ গৈছে।... ৰবীন্দ্ৰ ভৱনলৈ গৈ অনিৰ্বাণৰ ধাৰৰ প্ৰথম কিস্তি (ত্ৰিছ হাজাৰ টকা) পৰিশোধ কৰিলো। নতুন Director শ্ৰী বীৰেশ্বৰ বৰুৱাক (IAS) লগ পালো। এই চাকৰিটোৰ প্ৰতি চৰকাৰে কোনো গুৰুত্ব দিয়া নাই। এটা rest house হিচাপে ব্যৱহাৰ কৰিছে।

জ্যোতি চিত্ৰবনলৈ গ'লো। পীযূষ ৰায়ে Indian Expressঅৰ টুকুৰাটো দিলে। অনিৰ্বাণক excellent film বুলি কৈছে। শ্ৰীমতী চয়নিকা হাজৰিকাৰ* লগত documentary-খনৰ কথা আলোচনা কৰিলো।

* অসম চৰকাৰৰ এ. ছি. এছ. বিষয়া চয়নিকা হাজৰিকা তেতিয়া জোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ প্ৰশাসনীয় বিষয়া আছিল।

**৩.৩.৮৩ :** ...প্ৰান্তিকৰ চিঠি-পত্ৰবোৰ পঢ়িলো, বাছিলো আৰু ১৬.৩.৮৩ তাৰিখৰ 'পত্ৰালাপ' final কৰিলো। Science Societyৰ কিতাপৰ dummyটোৰ কাম কৰিলো। দুপৰীয়া কৃষ্ণ ৰয় (আৱাহন) আৰু তেওঁৰ ঘৈণীয়েক আহিল। এইবাৰ দেশৰ অৱস্থাৰ কাৰণে বহু কষ্ট (আৱাহনৰ কাৰণে কৰা) অথলে গ'ল। উজনি অসমত প্ৰদৰ্শন নহ'লেই। হোৱা হ'লে দলটোৰ কাৰণে বহু ভাল কথা হ'লহেঁতেন।

আবেলি যোগেশ ভূঞা, অণু, প্ৰদীপ বৰুৱা, মায়া আৰু ৰশ্মি* আহিল। আৱাহনৰ দুলু দেৱী* আহিল ভায়েকৰ সৈতে। ৰাতি থাকিব। আজি এওঁৰ জন্ম দিন আছিল।

* মায়া আৰু ৰশ্মি যথাক্ৰমে প্ৰদীপ বৰুৱাৰ পৰিবাৰ আৰু জীয়াৰী। দুলু দেৱী ভ্ৰাম্যমাণ মঞ্চৰ অভিনেত্ৰী।

**৪.৩.৮৩ :** পুৰা গাড়ীৰ ইনছিয়'ৰেনছৰ পইচা নিবলৈ ল'ৰাজন আহিল। দিলো। টেক্স তিনিবছৰ দিয়া নাই। সময় কৰিব পৰা নাই। আজি ওলাই গ'লো। D.T.O.ই 40% ফাইন দিবলৈ ক'লে। ১৯০ টকা। খদ্যোৎ গগৈ নামে ল'ৰা এজনে সহায় কৰিলে। কাইলৈ টকা জমা দিম বুলি ওলাই আহিলো। বাটত কেপষ্টেন মিক্সাৰ কিনিলো। কিনি উঠি মন

কৰিলো— সমুখতে Transport Commissionerঅৰ অফিছ। অলপ পৰ ভাবি সোমাই গ'লো। শ্যাম নামৰ ডেকা এজনে সহায় কৰিলে। কমিছনাৰে ফাইন ৮০ টকা দিব লাগিব বুলি ক'লে। মিক্সাৰ কিনাৰ বাবেই ১১০ টকা লাভ!

**৬.৩.৮৩ :** পুৰা চৌহদৰ ভিতৰতে, মানিমুনি, মাটিকাদুৰি আৰু জিলমিল শাক এসাঁজৰ জোখাৰে তুলি দিলো। জিণ্টিয়ে মিহিকৈ কুটিলে।

India Today (15.3.83)খনত সেই মৃত কেঁচুৱাৰ বিখ্যাত ফটোখনকে (নেলী হত্যাকাণ্ডৰ) আকৌ display কৰা হৈছে।...

আবেলি প্ৰদীপ বৰুৱাহঁত আহিল। আজি আমাৰ ঘৰত T.V.ত ছিনেমা চোৱা মানুহৰ সংখ্যা ২৬। ছিনেমা—আৰজু।...

**৭.৩.৮৩ :** দিল্লীত গোষ্ঠী নিৰপেক্ষ আন্দোলনৰ শীৰ্ষ সন্মিলন আৰম্ভ হৈছে। পুৱা T.V.ত অলপ চালো। আমাৰ ৰাজ্যখন যি পৰিস্থিতিত আছে, সেই কথাটোৱে বাৰে-বাৰে মনটোক আমনি কৰে। ভাৰতৰ বৰ্তমান প্ৰকৃত কাম কি?

মেজৰ কাগজৰ দ'মবোৰ ৰশ্মিক লগত লৈ অলপ চাফা কৰিলো। বিভিন্ন ধৰণৰ কাগজ-পত্ৰ! লিখা-মেলা, চিন্তা, ছবি আদিৰ বাহিৰে বাকীবোৰ বাদ দিব লাগিব যেন পাইছোঁ। 'Member' হৈ লাভ নাই যেন লাগিছে।

লিখা কাম কৰিছোঁ।

**৮.৩.৮৩.** ক্ষুদ্ৰ সঞ্চয়নৰ ফিল্মখনৰ কাহিনীটো লিখা হ'ল। অন্তৰীপ আৰম্ভ কৰিছোঁ (২২ নম্বৰ)।...

**৯.৩.৮৩ :** প্ৰান্তিকলৈ গ'লো। দীনেশ গোস্বামীৰ (MP) মতে শ্ৰীমতী গান্ধী অসমীয়াৰ প্ৰতি আগতকৈও কঠোৰ হৈছে। Non-aligned Conference-অৰ পাছত তেওঁ ১৯৮৫ৰ নিৰ্বাচনৰ প্ৰতি মন দিব; অসমৰ কথা তল পৰিব। বিৰোধীপক্ষই অসমৰ কথাৰে ভাৰতৰ সকলো ঠাইৰ মানুহৰ মাজত popular হ'ব নোৱাৰিলে, কিয় অসমৰ কথাকে ধৰি থাকিব?

জ্যোতি চিত্ৰবনলৈ চিঠি আৰু script পঠালো।

পাঁচ-গাড়ী মাটি পেলোৱালো।

**১০.৩.৮৩ :** অন্তৰীপ লিখিছোঁ। আবেলি ৰমানন্দ ভৰালীৰ শ্ৰাদ্ধলৈ গ'লো। কমল চৌধুৰী* ... তেওঁৰ দুটা কথা মনত ৰাখিলো ঃ শংকৰ মাধৱে সমাজ পাতিলে, আমি ৰাখি খাব নোৱাৰিলো। আজি মানুহে নগাঁৱৰ লাহৰীঘাটৰ কথা হয়। এদিন সেই লাহৰীঘাটত মিঞাই ৰভা দিয়ে, আমাৰ মানুহে ভাওনা কৰে। আজি—বাঁহ ফাটি গ'ল।...

* কমল নাৰায়ণ চৌধুৰী ঃ গায়ক, অভিনেতা, চলচ্চিত্ৰ পৰিচালক।

**১২.৩.৮৩ :** অন্তৰীপ (বাইছ) শেষ কৰিলো। অহা সংখ্যাৰ বস্তু ঠিক কৰি প্ৰান্তিকলৈ গ'লো। শিৱৰাত্ৰি। বেংক বন্ধ। বেংকৰ কাম নহ'ল। দুই বজাত সঁফুৰাৰ কাম শেষ কৰিলো। আঢ়ৈ বজাত ভাত খালো।

অমল দত্ত আহিল। তেওঁ ক'লে মিছিংসকলৰ দুটা খেল, —বাৰ গাম আৰু দহ গাম। বাৰগাম ললিত দলে গ্ৰুপৰ। দহগামে আন্দোলনক ভাল চকুৰে চায়। এতিয়া তেওঁলোকৰ মাজতে সংঘৰ্ষ। ৯.১.৮৩ তাৰিখৰ 'যুগান্তৰ'ত মোৰ সম্পৰ্কে আৰু মোৰ ফিল্মৰ সম্পৰ্কে লিখা কথাখিনি পঢ়িলো।

**১৩.৩.৮৩ :** শেষপৃষ্ঠা লিখি পঠালো। ...বাৰীত পুলি কিছুমান ৰুলো। জালুকবাৰীৰ পৰা পৰহি হীৰেন দত্তই* তিতাফুল দি পঠাইছিল।

* গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক, কবি হীৰেন্দ্ৰ নাথ দত্তই মুঢ়াৰে সৈতে তিতাফুলৰ গছ কেইজোপামান ৰুবলৈ দি পঠাইছিল।

**১৪.৩.৮৩ :** আজি প্ৰথম 'আমাৰ মাটিৰ' খাজনা বাবদ ২২ টকা ৬৮ পইচা দিলো। নিপেন বড়োৰ আত্মীয় এজনৰ হাতত। তেওঁলোকে খাজনা দি আছিল। ১৯৭০ চনৰ পৰা যিমান দিছে, তাৰ আধা মই দি দিলো।

প্ৰান্তিকৰ কাম, সঁফুৰাৰ কাম।

আবেলি পুলি ৰুলো।

ৰাতি যোগেশ দাসে অনুবাদ কৰা উপন্যাসৰ (অপৰাজেয়) তৃতীয়, চতুৰ্থ অধ্যায় চালো। পুৱাই পঠাব লাগে।

ভবেন দাস (চিত্ৰ পৰিচালক) আহিল। বহু কথা পাতিলো। তেখেতক অসমে কামত লগাব লাগিছিল।

**১৫.৩.৮৩ :** পুৱা ৫ বজাতে হকাৰজন আহিল। তেওঁৰ হাতত প্ৰান্তিকলৈ বস্তু পঠালো। বাঘৰ বল আৰু মানুহৰ বুদ্ধি (তিব্বতৰ সাধু) লিখিলো। লীলা গগৈৰ* পদ্যটো edit কৰিলো। বহুত দিনৰ মূৰত, উবেদৰ লগ লাগি গাড়ীখন ধুলো। ...

* ডিব্ৰুগড়ৰ পৰা ড. লীলা গগৈয়ে সঁফুৰালৈ পদ্য এটা পঠাইছিল।

**১৬.৩.৮৩ :** 'পত্ৰালাপ' edit কৰি প্ৰান্তিকলৈ গ'লো। তাৰ পৰা বজ্ৰং ফিল্মছলৈ। অনিৰ্বাণৰ হিচাপটো সুধিলো। দুপৰীয়া নতুনকৈ অহা প্ৰবন্ধ-পাতিবোৰ চিজিল কৰিলো।

T.V.ত চিত্ৰহাৰ। মানুহৰ ৰুচিবোধ উন্নত কৰাৰ বাবে চৰকাৰে সঁচাকৈয়ে একো কৰা নাই—অন্ততঃ চলচ্চিত্ৰৰ ক্ষেত্ৰত। ৰাষ্ট্ৰীয় মহোৎসৱ ইত্যাদিবোৰ নিজ গুণে ৰুচি অৰ্জা মানুহ খিনিৰ বাবেহে হৈছে। নিম্নৰুচিৰ মানুহৰ ৰুচি উন্নত কৰাহে চৰকাৰৰ কৰ্তব্য হ'ব লাগিছিল।

**১৭.৩.৮৩ :** সঁফুৰাৰ ... 'ঘৰত কৰিবলৈ কাম' কিছুমান উলিয়াইছো। চমৰীয়া সম্পৰ্কে প্ৰবন্ধ, ৰণজিত নাৰায়ণ ডেকাৰ প্ৰবন্ধ edit কৰিলো।

... বৰ মহ। মহৰ প্ৰতাপত সন্ধিয়াৰ পাছত কাম কৰিব নোৱাৰি। কালি আৰু আজি সন্ধিয়া মহ খেদা অভিযান চলাইছোঁ।

**১৮.৩.৮৩ :** লিখা কাম কৰিছোঁ। সঁফুৰাৰ শেষৰ ১৬ পৃষ্ঠা লিখি উলিওৱা বৰ কষ্টকৰ কাম। বুদ্ধি, নতুনত্ব, ইণ্টাৰেষ্ট সকলো ফালে লক্ষ্য ৰাখিব লাগে।

সোঁ চকুটো বিষাইছে। লগতে মূৰো বিষাইছে।

**২১.৩.৮৩ :** অসম বিধান সভাৰ প্ৰথম অধিৰেশন আজি আৰম্ভ হ'ব। আন্দোলনকাৰীয়ে ২৪ ঘণ্টীয়া সম্পূৰ্ণ অসহযোগৰ আহ্বান দিছে। CRPF-অৰ টহল সন্মুখৰ বাটটোত আৰম্ভ হৈছে। দহ বজাৰ সময়ত Colonyৰ পৰা বাছত তুলি এবাছ মানুহ অফিছলৈ নিয়া হ'ল।

গোটেই দিনটো সঁফুৰাৰ কাম কৰিছোঁ। মোৰ ইমাননো কাম হ'ব লাগেনে? বিৰক্তিও লাগে।

**২২.৩.৮৩ :** পুৱাই বৰ লৰালৰি। দৈনন্দিন, সম্পাদকৰ কোঠালি লিখি, সঁফুৰাৰ কাম কৰি, ৮-৪৫ বজাত ওলালো। প্ৰান্তিকত 'ধ্বনি-প্ৰতিধ্বনি' চাই ৯-৩০ বজাত BSRB*, পাণবজাৰ। প্ৰকাশিকাত শ্ৰী অম্বিকাপদ চৌধুৰীক সঁফুৰাৰ বস্তু দিলো।

ইণ্টাৰভিউ। ৪.৩০ বজাত শেষ। প্ৰান্তিকত সোমালো। ৰাতি ভবেন বৰুৱাৰ তৃতীয় প্ৰবন্ধটো পঢ়ি ঠিক-ঠাক কৰিলো।

* BSRB ঃ বেংকিং ছাৰ্ভিছ ৰিক্ৰুইটমেণ্ট ব'ৰ্ডে মাজে-মাজে মোক প্ৰাৰ্থীসকলৰ ইণ্টাৰভিউ লোৱা ব'ৰ্ডৰ সদস্য কৰে।

**২৩.৩.৮৩ :** যোৱা ৰাতি ভবেন বৰুৱাৰ প্ৰবন্ধটো চালো। কথাৰ শুদ্ধতা ৰক্ষা কৰিবলৈ যাওঁতে তেখেতৰ প্ৰকাশভংগী জটিল হয়। সেইকাৰণে কথাবোৰ বুজিবলৈ average মানুহৰ সময় লাগে।

পুৱা সঁফুৰাৰ প্ৰশ্নোত্তৰ লিখি ৯ বজাত ওলাই গ'লো।

ইণ্টাৰভিউ।

আহোঁতে প্ৰান্তিকত সোমালো। প্ৰান্তিকৰ চাহিদা বঢ়িছে।

**২৫.৩.৮৩ :** অন্তৰীপ (তেইছ) লিখিছোঁ। ইণ্টাৰভিউ।

তিনিটা নতুন চোলা কিনিলো। একেলগে তিনিটা চোলা দ্বিতীয়বাৰ কিনিলো। ১৯৫৮ চনত বিদেশলৈ যাওঁতে কলিকতাত চৈধ্যটা চোলা (আঠ-দহ টকীয়া) কিনিছিলো। কালি তিনিটা কিনিলো। ২৮৫ টকা। নহ'লে এটাকৈহে কিনো—তাকো বহুত দিনৰ মূৰত। বৰ অসুবিধা পাইছিলো—খঙতে কিনিলো। আবেলি প্ৰান্তিকৰ অফিছলৈ।

**২৬.৩.৮৩ :** পুৱাই উঠি অন্তৰীপ লিখিছোঁ। কালি ৰাতি আঁঠুৱাৰ তলত বেয়া আখৰেৰে লিখাখিনি কপি কৰিলো। ছয় পৃষ্ঠা প্ৰান্তিকত দি ইণ্টাৰভিউলৈ গ'লো।

আবেলি প্ৰদীপে ক'লে—দেওবাৰে compositor আহিব, গতিকে অন্তৰীপৰ compose সম্পূৰ্ণ হ'লে ভাল; সোমবাৰ ফাকুৱাৰ বন্ধ। বৰ চিন্তা। ছয় বজাৰ পাছত ঘৰ পালোহি। T.V.ত শ্যামৰ ছবিখন। resist কৰিব নোৱাৰিলো। চালো। ভাল ছবি। এইখন ছবি মৃণাল সেন বা বেনেগলে কৰা হ'লে ফাটি-ফুটি গ'লহেঁতেন।(Technical poverty)। ৰাতি লিখিলো।

**২৭.৩.৮৩ :** পুৱা চাৰে তিনি বজাৰ পৰাই লিখিলো। ৯ বজাত প্ৰান্তিকৰ পিয়ন অজিত আহিব অন্তৰীপ নিবলৈ। ৯ বজাৰ আগতে ১৪ পৃষ্ঠা হ'ল। অজিত আহিল। এঘণ্টাৰ পাছত উবেদৰ হাতত বাকী পৃষ্ঠা দুটা পঠালো। বৰ tension গ'ল। ...

**২৮.৩.৮৩ ঃ** আজি ফাকুৱাৰ প্ৰথম দিন। ক'তো ৰঙৰ চিন নাই। ল'ৰা-ছোৱালীৰ মুখতো ৰং খেলাৰ কথা নাই। আন্দোলন পক্ষই আন্দোলনৰ কাৰ্যসূচী সাময়িকভাৱে স্থগিত ৰাখি শান্তি আৰু পুনৰ্সংস্থাপনৰ কামৰ আহ্বান দিছে। ভাল কথা হৈছে। কেৱল চৰকাৰে এইটো তেওঁলোকৰ কৃতিত্ব বুলি নধৰিলেই হ'ল। শেষপৃষ্ঠা লিখিলো। ...

**২৯.৩.৮৩ :** আগবেলা ঘৰৰ মজিয়া চাফা কৰিলো। পাছবেলা ফুল পুলি কেইজোপামান মানুহ লগাই এঠাইৰ পৰা আন এঠাইত ৰোৱালো।

মিক্সাৰ পেপাৰ নাই, বৰ অসুবিধাত পৰিছোঁ। দোকান বন্ধ। জিণ্টিয়ে ছিনেমা শ্যুটিঙত ব্যৱহাৰ কৰা tissue paper-অৰে এটা 'মিক্সাৰ' পকাই দিলে।

বাঁও ভৰিৰ পতাত বিষ এটা হৈছে।

**৩০.৩.৮৩ :** ল'ৰা-ছোৱালীহঁতে লোকে লিখা পদ্য-ৰচনা নকল কৰি সঁফুৰালৈ পঠিয়াইছে; ধৰা পৰিছে। সেই বিষয়ে তেওঁলোকলৈ চিঠি এখন লিখিলো।

প্ৰান্তিকলৈ গ'লো। হীৰেন ভট্টাচাৰ্যক* লগ পালো। প্ৰদীপ কুলদীপ নায়াৰক আনিবলৈ বৰঝাৰলৈ গ'ল।

হীৰেন ভট্টই ক'লে, —যুগশংখত মৃণাল সেনৰ ইণ্টাৰভিউ এটা ওলাইছে; —তাত তেওঁ মোৰ আৰু সন্ধ্যাৰাগৰ কথা ভালকৈ কৈছে।

* কবি হীৰেন ভট্টাচাৰ্য।

**২.৪.৮৩ :** প্ৰান্তিকলৈ গ'লো।

পুৱা ঢকুৱাখনাৰ পৰা দুজন ল'ৰা আহিছিল— তেওঁলোকৰ আলোচনীৰ উপদেষ্টা হ'ব লাগে। মই ক'লো— কাম নকৰাকৈ, ভিতৰত কি ছপা হৈছে তাৰ সাৱধান নোলোৱাকৈ, গুৱাহাটীত বহি থাকি ঢকুৱাখনাৰ উপদেষ্টা হোৱাটো বেয়া কাম।

**৫.৪.৮৩ :** দিনটো ঘৰতে কাম কৰিলো। বাঘমাৰা আঞ্চলিক ছাত্ৰ সন্থাৰ উপদেষ্টা কৰুণা

শৰ্মা (এম. এ.) আৰু বসন্ত পাঠক আহিল— 'জ্যোতি'ৰ বিশেষ শ্বহীদ সংখ্যাৰ কাৰণে প্ৰবন্ধ বিচাৰি। Documentaryখনৰ কাৰণে আজি জ্যোৎস্না, মায়া, অণু আৰু গীতা দত্ত লহকৰৰ লগত যোগাযোগ কৰা হ'ল।* —সকলোৰে বৰ আগ্ৰহ। মনটো ভাল লাগিল। তেওঁলোকৰ এই আগ্ৰহৰ লগত জড়িত থকা শ্ৰদ্ধাৰ ভাবটো মোৰ বাবে ডাঙৰ সম্পদ।

* অসম চৰকাৰৰ ক্ষুদ্ৰ সঞ্চয় বিভাগৰ বাবে জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ জৰিয়তে এখন তথ্যচিত্ৰ নিৰ্মাণৰ দায়িত্ব লৈছিলো। তাত কেইগৰাকীমান গৃহিণীৰ অভিনয় কৰিবলৈ জালুকবাৰীৰ জ্যোৎস্না হাজৰিকা, প্ৰান্তিকৰ মায়া বৰুৱা, চুবুৰিৰে অণু ভূঞা আৰু বৰ্তমানে অভিনয়ৰ লগত ঘনিষ্ঠভাৱে জড়িত গীতা দত্ত লহকৰক অনুৰোধ কৰিছিলো, আৰু এওঁলোক সকলোৱে মোক সহায় কৰিছিল।

**৬.৪.৮৩ :** প্ৰান্তিকলৈ গ'লো। প্ৰান্তিকৰ demand আৰু বাঢ়িছে। যোৰহাটৰ চাহিদা ৬৫০০ কপি হৈছে।

প্ৰদীপে আজি মোক দহ লিটাৰ পেট্ৰলৰ দাম (৬০.৭০) দিলে। তেওঁৰ বোলে দিব পৰা অৱস্থা হৈছেহি। আৰু ভাল অৱস্থা হ'ব।

সঁফুৰালৈ গ'লো। ৯ তাৰিখমানে সঁফুৰা ওলাব পাৰে।

পিছবেলাৰ পৰা অন্তৰীপ লিখিছোঁ। এনেকৈ খণ্ড-খণ্ডকৈ লিখাত এটা অসুবিধাও আছে। পাঠকৰ চিঠিবিলাকে মনত প্ৰতিক্ৰিয়া কৰে। মই সেইবোৰ প্ৰতিক্ৰিয়াক প্ৰশ্ৰয় নিদিওঁ। ...

**৯.৪.৮৩ :** পুৱা ৮-৩০ বজাত অৰুণ শৰ্মাক* আনিলোগৈ। Documentaryৰ Shooting আৰম্ভ হ'ল।*

ৰাতি ৮.৪৫-অত আজিৰ programme শেষ।

* নাট্যকাৰ, আকাশবাণীৰ বিষয়া।
* ইয়াৰ আগতে যিকেইটা পৃষ্ঠা বাদ দিছোঁ, তাত ষ্টুডিঅ'লৈ গৈ শ্বুটিঙৰ আয়োজন কৰাৰ কথা আছিল।

**১০.৪.৮৩ :** পুৱা অলপ লিখা কাম কৰিলো (ফিল্ম সম্পৰ্কীয়)। ৯ বজাত studioলৈ গ'লো। ১১.৪৫ বজাত শ্বুটিং আৰম্ভ হ'ল। গীতা দত্ত লহকৰ আজি প্ৰথম কেমেৰাৰ সন্মুখীন হ'ল।

৭-৪৫ বজাত কাম শেষ কৰিলো।

**১১.৪.৮৩ :** কালি ৰাতি এইবাৰৰ প্ৰথম ধুমুহা বৰষুণ (বৰদৈচিলা) আহিছিল।

অন্তৰীপ লিখিছোঁ।

আঢ়ৈ বজাত এবাৰ ষ্টুডিঅ'লৈ গ'লো।

আবেলি লিখিলো। গধূলি শেষখিনি লিখিব খুজিছোঁ—current গ'ল। বৰ বিপদ।

সঁফুৰা নুলিউৱাকৈ চৌধুৰীসকল পাঠশালালৈ গ'ল।
বৰষুণ।

**১৩.৪.৮৩ :** পুৱা ৫ বজাতে ঢকুৱাখনাৰ 'অসমী'ৰ কাৰণে চিঠি এখন লিখিলো। চিত্ৰনাট্য লিখিলো। ৮-১০ বজাত ষ্টুডিঅ'লৈ গ'লো। শ্যুটিং কৰিলো, —নীলু চক্ৰৱৰ্তী, গীতা দত্ত লহকৰ আৰু দুটা ল'ৰা-ছোৱালী লৈ। ৭-৩০ বজাত কাম শেষ হ'ল। বৰ ভাগৰ লাগিল। T.V.ত অসমৰ গঁড়ৰ ছবিখন চালো। চাই থাকোঁতেই ক'লো,— এইখন ভাল পৰিচালকৰ ছবি। শেষত title-অত দেখিলো— সেইখন BBCৰ production; জড়িত সকলো বিদেশৰ মানুহ।

**১৪.৪.৮৩ :** ৰঙালী বিহু। ক'তো তাৰ চিন নাই। গভীৰ বেদনাৰ কথা। জাতিটোৰ এই বেদনাৰ কথা শ্ৰীমতী ইন্দিৰা গান্ধীয়েই হওক, শ্ৰী অটল বিহাৰী বাজপেয়ীয়েই হওক কোনেও অন্তৰৰো অন্তৰত উপলব্ধি নকৰে। গতিকে মই বাৰে-বাৰে একেটা কথালৈকে উভতি আহিছোঁ—প্ৰতিজন অসমীয়া লোকে এই ৰাজ্যত জন্ম লোৱাৰ সাৰ্থকতা প্ৰতিষ্ঠা কৰিব লাগিব। সাহিত্য, গীত, খেলা-ধূলা, নৃত্য, ব্যৱসায়, চাকৰি—প্ৰতিটো ক্ষেত্ৰতে।
যোগেশ ভূঞাৰ ঘৰৰ পৰা কেইমুঠিমান ছিমেণ্ট আনি pipe এটা repair কৰিলো।

**১৫.৪.৮৩ :** নতুন বছৰ আৰম্ভ হ'ল। আশাকৰোঁ এইটো বছৰত ভাল কাম কৰিব পাৰিম।
চিত্ৰনাট্য লিখিলো। যোগেশ ভূঞা আহিল। গোপাল গোস্বামী আৰু তেখেতৰ পৰিবাৰ আহিল। (D.C./N.C. Hills).
পুৱাবেলা মাহ-হালধি ঘঁহি গা ধুলো। ঘৰত নাহৰৰ ঠাল আঁৰিলো।
আবেলি studioলৈ গ'লো। ফটিকক* set-অৰ কথা বুজালো।
* ফটিক বৰুৱা। চলচ্চিত্ৰৰ কলা-নিৰ্দেশক।

**১৬.৪.৮৩ :** পুৱা ৮-৩০ বজাত ষ্টুডিঅ'লৈ গ'লো। নিশা ৭-১৫ মিনিটত আজিৰ shooting শেষ কৰিলো।
ঘৰলৈ আহি ঢকুৱাখনাৰ অসমী যুৱক সংঘৰ আলোচনীৰ কপি এটা পালো। মোৰ চিঠিখন ঠিকমতে ছপোৱাৰ কাৰণে ভাল পালো।

**১৭.৪.৮৩ :** পুৱা ৮-৩০ বজাত studioলৈ গ'লো। আজি যথেষ্ট কাম হ'ল। ...

**১৮.৪.৮৩ :** ঘৰতে কাম কৰিছোঁ। প্ৰান্তিকৰ (১।৫।৮৩) বস্তু সাজু কৰিলো। সঁফুৰাৰ চিঠি কিছুমান চালো। ফিল্মখনৰ বাজেটখন revise কৰাৰ pointsবোৰ দি চিঠি লিখিলো। জিন্টিয়ে টাইপ কৰি দিলে। ...

**১৯.৪.৮৩ :** পাণবজাৰলৈ দূৰ হ'ল। ঘাইকৈ চেক, ড্ৰাফট আদি ভঙাবৰ বাবে ওচৰতে এটা বেংক একাউণ্ট লাগে। আজি দিছপুৰৰ ষ্টেট বেংকত একাউণ্ট এটা খুলিলো।

ঘৰতে কাম কৰি আছোঁ। প্ৰান্তিকৰ বস্তু সাজু কৰিছোঁ। কৃষ্ণ ৰয়ে ফোন কৰিছিল প্ৰকাশিকাৰ পৰা। থিয়েটাৰৰ কথাতকৈ সঁফুৰাৰ কথাহে বেছি ক'লো। খণ্ডত। তেওঁক সঁফুৰাৰ কথা কোৱাৰ কোনো যুক্তি নাছিল।

**২০.৪.৮৩ :** অন্তৰীপ লিখিছোঁ। প্ৰান্তিকলৈ গ'লো। অম্বিকাপদ চৌধুৰীয়ে* ফোন কৰিছিল, মই মোৰ মনৰ কথা (অভিমান বুলিয়েই ক'লো) প্ৰকাশ কৰিলো—(সঁফুৰা নোলোৱা কাৰণে)। পাছবেলা সঁফুৰা চাৰি কপি এজনে দি গ'লহি। বজাৰত ওলোৱা নাই। তেওঁৰ হাতত মই তিনিখন সঁফুৰাৰ বেটুপাত, নতুন matter, ছবি দি পঠালো। নিশা আঠ বজালৈ সঁফুৰাৰ কাগজ-পত্ৰবোৰ ঠিক কৰিলো। ৰাতি প্ৰাঞ্জল শইকীয়া* আহিল। তেওঁ ক'লে—তেওঁৰ আৱাহনত থকাৰ ইচ্ছা আছিল, কিন্তু যোগাযোগ নহ'ল। ...

* অম্বিকাপদ চৌধুৰী ঃ সঁফুৰাৰ প্ৰকাশক; বাণী প্ৰকাশৰ কাৰ্যাধ্যক্ষ।

* প্ৰাঞ্জল শইকীয়া ঃ অভিনেতা।

**২৩.৪.৮৩ :** লিখা কাম কৰিলো। অম্বিকাপদ চৌধুৰী আৰু গিৰিপদ চৌধুৰী* আহিল। সঁফুৰা নিয়মীয়াকৈ ওলোৱাৰ বিষয়ে মোৰ বক্তব্য ক'লো। এজন proof reader, এজন ঘূৰিব পৰা পিয়ন (part time দৰমহা মাহে ১০০ টকা), ... প্ৰেছটোৰ লগত বুজাবুজি, পৃষ্ঠাৰ সংখ্যা ৫৬ কৰা ইত্যাদি...

* গিৰিপদ চৌধুৰী অম্বিকাপদ চৌধুৰীৰ ভায়েক; বাণীপ্ৰকাশ-প্ৰকাশিকা প্ৰতিষ্ঠান গোষ্ঠীৰ এগৰাকী মুখ্য ব্যক্তি।

**২৪.৪.৮৩ :** লিখিছোঁ। Outdoor shooting আছিল, বতৰ বৰ বেয়া। তথাপি দহ বজাত ওলাই গ'লো। অধা ঘণ্টাৰ কাম, চাৰি ঘণ্টা লাগিল। শ্ৰী যতীন শইকীয়াৰ* ঘৰতে ভাত খালো। পাছবেলা ভালকৈ বৰষুণেই আহিল। ... পত্ৰালাপ ঠিক কৰিলো।

* যতীন শইকীয়া অসম বিদ্যুৎ পৰিষদৰ বিষয়া আছিল।

**২৫.৪.৮৩ :** পুৱা লিখিলো। ৯ বজাত ষ্টুডিঅ'লৈ গ'লো। শ্বুটিং ৭-৩০ বজাত শেষ হ'ল। ছাউণ্ড ডিপাৰ্টমেণ্টৰ কোনো যে এই ছদিন floor-অলৈ নাহিল, সেই কথাটো পীযূষক* ক'লো। Bad atmosphere.

* পীযূষ ৰয় ঃ জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ' ছছাইটিৰ ছাউণ্ড ইঞ্জিনিয়াৰ।

**২৬.৪.৮৩ :** অন্তৰীপ (২৫) শেষ কৰি পঠালো। ভাগৰ আৰু বিৰক্তিও। ইমান tension কেতিয়াবা ভাল নালাগে। ...

**২৮.৪.৮৩ :** পুৱা উঠিয়েই শেষপৃষ্ঠা (দুঃসাহস) লিখিলো। ন বজাত পঠিয়াই দিলো। ভাগৰ লাগিছে। দুপৰীয়া এঘণ্টা শুলো। 'সেলুলয়ড' নামৰ এখন ছিনেমা-আলোচনী পঢ়িলো।...

**২৯.৪.৮৩ :** ড. নিৰোদ বৰুৱাৰ প্ৰবন্ধ সম্পাদনা কৰিলো। ড. বৰুৱাৰ জ্ঞান, চিন্তাধাৰা, আৰু কথা জুকিউৱাৰ প্ৰতিভা প্ৰশংসনীয়। বানান পাহৰিছে—বহুদিন বিদেশত থকাৰ বাবে।

সঁফুৰাৰ প্ৰুফ পঠালো।...

**১.৫.৮৩ :** সঁফুৰাৰ কাম কৰিলো। পৃষ্ঠাৰ শেষত থাকি যোৱা ঠাইৰ কাৰণে টুকুৰাবোৰ ঠিক কৰিলো। দুখন diagram আঁকিলো।

পিছবেলা DFO শ্ৰী বৰদলৈ আহিল Forest dept.-অৰ Advt. film strip কেইখনমান কৰাৰ কথা আলোচনা কৰিবলৈ। মই ক'লো—মই সম্পূৰ্ণ independentভাৱে যদি কিবা কৰিব লাগে, তেন্তে মোলৈ লিখিব, মই উত্তৰ দিম। কিন্তু আনৰ লগত জড়িত হ'ব নোখোজোঁ।

ৰাতি মাধৱদেৱ সেৱা সংঘৰ তিনিগৰাকী মানুহ আহিল।* ছবিৰ script দুজনে চাই আছে, এতিয়া প্ৰযোজক লাগে। মই এখন সভা পাতিবলৈ ক'লো। অন্ততঃ ১৫ লাখ টকাৰ কাৰবাৰ।

* এখেতসকলে শ্ৰীমন্ত শংকৰদেৱৰ বিষয়ে এখন চলচ্চিত্ৰ নিৰ্মাণৰ আঁচনি গ্ৰহণ কৰিছে।

**২.৫.৮৩ :** প্ৰান্তিকৰ কাম কৰিলো। সঁফুৰা আৰু প্ৰান্তিকৰ বস্তু পঠালো। নতুন 'বিক্ৰম' আৰম্ভ।...

আবেলি ৰঞ্জিত শৰ্মা* আহিল। তেওঁৰ বক্তব্য, —শিল্প-সংস্কৃতিৰ নামত কিবা এটা কৰিব খোজা যুৱক-যুৱতীসকলৰ মন মৰি গৈছে। প্ৰতিভাত মামৰে ধৰাৰ উপক্ৰম। কিবা এটা আৰম্ভ কৰিলেও যদি কোনোবাই বেয়া পায়! —তেওঁৰ অনুৰোধ—মই যেন প্ৰান্তিকত লিখোঁ।... সন্ধিয়া UNESCO Club নামৰ এটা ক্লাবৰ ল'ৰা চাৰিজন আহিল—উপদেশ বিচাৰি। বহুপৰ কথা পাতিলো।

* ৰঞ্জিত শৰ্মা আইনজীৱী, নাট্যকৰ্মী। বিদেশী-সংক্ৰান্ত আন্দোলনৰ কাৰণে গীত-মাত-নাটক সম্পৰ্কীয় কাম-বন প্ৰায় বন্ধ হোৱাৰ নিচিনা অৱস্থা হৈছিল। বহুদিন চলি থকা এই অৱস্থাই বহুতৰ লগতে ৰঞ্জিতকো চিন্তিত কৰিছিল।

**৪.৫.৮৩ :** ... ৰাতি ৮ বজাত ৰেডিঅ' নাটক— যোগেশ দাসে লিখা 'নেদেখা জুই' শুনিলো। জিণ্টিয়ে এটা চৰিত্ৰৰ অভিনয় কৰিছে। বেয়া হোৱা নাই। এইবোৰ শিকোৱাৰ ওপৰত কথা।

৬.৫.৮৩ : প্ৰান্তিকৰ কাম। অনিৰ্বাণৰ dialogue list-অৰ* কাম। ...

প্ৰদীপে ফোনত অৰুণ শ্বৌৰিৰ পৰা পোৱা খবৰৰ কথা ক'লে। India Today-ৰ প্ৰবন্ধটো তেওঁ একেলগে আমাকো দিয়াৰ কথা আছিল। পিছে সেইখনত আগতে ওলাই গ'ল। তেওঁ বোলে এতিয়াও লেখাটো প্ৰান্তিকত ওলোৱাটো বিচাৰে।

* Frederation of Film Societies of India-ই অনিৰ্বাণ নামৰ চলচ্চিত্ৰখনৰ এটা প্ৰিণ্ট কিনিছিল। তাৰ ইংৰাজী ছাব-টাইটলৰ কাৰণে মই সংলাপৰ spotting list কৰি দিবলগীয়া হৈছিল।

৮.৫.৮৩ : অৰুণ শ্বৌৰিৰ প্ৰবন্ধৰ কাম। একেলেথাৰিয়ে।

আবেলি ...কীৰ্তি হাজৰিকাৰ ককায়েকৰ জীয়েকৰ বিয়াৰ খবৰ কৰিবলৈ গ'লো। তাতে কীৰ্তি হাজৰিকাকো লগ পালো। কথাই-কথাই তেখেতে ক'লে, —মানুহে যদি বাঁহ-গাজ খোৱাটো বন্ধ নকৰে, তেন্তে সৰ্বনাশ হ'ব। ৰাজ্যত বাঁহ নাইকিয়া হ'ব। ৰাতি লিখিলো।

৯.৫.৮৩ : প্ৰবন্ধটোৱে ভোগাইছে। কাৰণ মই প্ৰতিটো শব্দৰ প্ৰতি justice কৰিবলৈ চেষ্টা কৰিছোঁ।

মাজতে মাত্ৰ আধাঘণ্টাত সঁফুৰাৰ proof চাই শেষ কৰিলো। ...

গধূলি অৰুণ শ্বৌৰি শেষ হ'ল। অনিৰ্বাণৰ কাম কৰিলো।

১০.৫.৮৩ : ইমান বেছি কাম—মেজখনতে মূৰটো বেয়া লাগি গৈছে। ফোনটোও বেয়া। ১-৩০ বজাত ষ্টুডিঅ'লৈ গৈ ২ বজাৰ পৰা ২-৩০ বজালৈ synchrometer-অতঅনিৰ্বাণৰ কাম (spotting) অকণমান কৰালো—মজিদৰ হতুৱাই। লন ম'ৱাৰটো আনিলো। নতুন ঘৰৰ মাটিত প্ৰথম লন ম'ৱাৰ লাগিল। ...

১১.৫.৮৩ : চাৰি বজাতে উঠি লিখিছোঁ। প্ৰান্তিকলৈ যাওঁতে মাত্ৰ তিনিপৃষ্ঠা অন্তৰীপ নিব পাৰিলো।

... সঁফুৰাৰ শ্ৰী অম্বিকাপদ চৌধুৰী পুৱা ঘৰলৈ আহিল। তেখেতে মোক সঁফুৰাৰ বাবে পইচা দিলে। যোৱাবাৰৰ আলোচনাৰ ফল। তেখেত নিজে অহাৰ কাৰণে বেয়াও লাগিল।

FFSIলৈ অনিৰ্বাণৰ spotting list পঠালো। ...

১২.৫.৮৩ : লিখিছোঁ। ন বজাত অন্তৰীপৰ ন পৃষ্ঠালৈকে পঠালো। মাজতে খনীন বৰুৱাৰ* বৰপেটা গ্ৰেজিং ৰিজাৰ্ভ সম্পৰ্কীয় প্ৰবন্ধটোও চালো।

আবেলি চাৰি বজাত অন্তৰীপ লিখি হ'ল। পঠালো।

সাংঘাতিক taxing হৈছে। ভাল নালাগে।

* অসম চৰকাৰৰ একালৰ উচ্চপদস্থ বিষয়া খনীন্দ্ৰ চন্দ্ৰ বৰুৱা।

**১৩.৫.৮৩ :** শেষপৃষ্ঠা লিখি প্ৰান্তিকলৈ গ'লো। বাণী মুদ্ৰণীলৈ গ'লো। সঁফুৰাৰ প্ৰথম ফৰ্মাৰ proof তাতে চাই দি আহিলো। ... ঈশ্বৰ ভূঞা ছাৰ ঢুকাল। তেখেতে মেজৰ চুকত বহি, হাতত কাগজখিনি আৰু চক মাটি এটুকুৰা লৈ পঢ়োৱা দৃশ্যটো মনত পৰিছে। ত্ৰিছ বছৰৰ আগতে। টেনিছ খেলিবলৈ যোৱা সাজটো মনত পৰিছে। বিয়াঘৰত দিলীপ শৰ্মাক (গায়ক) আৰু দীপু চৌধুৰীক* (প্ৰান্তিকৰ বাবে) লিখাৰ কথা ক'লো।

* দীপু চৌধুৰী অসমৰ খেল-জগতৰ বিশিষ্ট ব্যক্তি।

**১৫.৫.৮৩ :** পুৱাৰ পৰা প্ৰান্তিকৰ গল্পবোৰ পঢ়িলো। সন্ধিয়া T.V.ৰ ফিল্মখনো নাচালো। প্ৰায় ২৫ টা গল্প পঢ়ি শেষ কৰিলো।

দেওবাৰটো যাতে অন্য চিন্তা-ভাৱনাত কটাব পাৰোঁ, তাৰ ব্যৱস্থা কৰিব লাগিব। স্বৰ্গীয় দেব বৰুৱাৰ* ঘৰত দিবলৈ বুট আৰু মাহ কিনি আনিলোঁগৈ।

মনমিলক সৰু মাছ আনিবলৈ পঠাইছিলো, সি শিঙি মাছ লৈ আহিল। আমি খালো, কেৱল এওঁ নাখালে।

* আমাৰ চুবুৰিৰ বাসিন্দা দেব বৰুৱা অসম চৰকাৰৰ বিষয়া আছিল।

**১৬.৫.৮৩ :** প্ৰান্তিকৰ কাৰণে গল্প এটা ঠিক-ঠাক কৰিছোঁ। ঠিক-ঠাক কৰা মানে ...শাৰীয়ে -শাৰীয়ে পৰিশ্ৰম কৰা। ইটোৰ পাছত সিটোকৈ ইমান কাম! সকলো মেজৰ কাম। জিণ্টিৰ অসমীয়াৰ প্ৰশ্নোত্তৰ লিখি দিব লাগে। Bomday T.V.এ কোনোবা Shantaram Pandit-অৰ ৮০০ টকাৰ চেক এখন আমালৈ পঠাইছে। জিণ্টিয়ে উত্তৰটো টাইপ কৰি দিলে।

**১৭.৫.৮৩ :** জিণ্টিৰ মেট্ৰিকৰ ৰুটিন ওলাল। তাইৰ কাৰণে অসমীয়া ন'ট লিখিছোঁ। প্ৰান্তিকৰ বিজ্ঞাপন লিখিছোঁ; চিঠি edit কৰিছোঁ। ভাত খাওঁতে এক বাজিল।

Filmotsav-এ মোলৈ এখন টেলিগ্ৰাম দিছে Physics Dept.-অৰ ঠিকনাত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডাকঘৰৰ মানুহে ফোনত পঢ়ি দিলে। গৱৰ্নমেণ্টে এটা Special Programme লৈছে। Panorama আৰু Indian Film Festival-অৰ selected ছবিবোৰ ডাঙৰ চহৰত দেখুৱাব। সন্ধ্যাৰাগ আৰু অনিৰ্বাণ এই প্ৰগ্ৰেমৰ অন্তৰ্ভুক্ত কৰা হৈছে। মই সন্মতি জনাই টেলিগ্ৰাম কৰিলো।

**১৯.৫.৮৩ :** লেফাফা এদ'ম খুলি চিঠিবোৰ ভাগ-ভাগ কৰিলো। এঘণ্টামান সেইটো কাম কৰি জিণ্টিৰ ন'ট লিখাত লাগিলো। যিবোৰ বাক্যত ব্যাখ্যা কৰিবলগীয়া একো নাই,

তেনেকুৱা বাক্য পাঁচ নম্বৰ পোৱাকৈ কেনেকৈ ব্যাখ্যা কৰোঁ?

দুপৰীয়া শ্ৰী ভাস্কৰ বৰুৱালৈ* ফোন কৰিলো। প্ৰান্তিকৰ প্ৰবন্ধ সম্পৰ্কে।...

পুৰণি ছবি এখন চালো। অনুৰাধা। শান্ত-শিষ্ট ছবি, ভাল লাগিল।

* ভাস্কৰ বৰুৱা অসম আৰু ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ উচ্চপদস্থ বিষয়া।

২০.৫.৮৩ : প্ৰদীপে ফোন কৰি ক'লে, যোৰহাটত পুলিছে ১।৫।৮৩ তাৰিখৰ প্ৰান্তিক বিচাৰিছে। ৰজাবাৰীৰ হত্যাকাণ্ড সম্পৰ্কীয় লেখাখিনিৰ কাৰণে। মই সুধিলো, —এইবোৰ কথাত (তোমাক) সম্পাদকক প্ৰেপ্তাৰ কৰিব পাৰেনে কি? তেওঁ ক'লে, —বৰ্তমানৰ চৰকাৰে সকলো পাৰে। তেওঁ এণ্টিছিপেটৰি বেইল লৈ থ'ব বুলিলে।

২১.৫.৮৩ : পুৱা প্ৰান্তিকৰ বস্তু চালো। প্ৰান্তিকলৈ গ'লো। যোৰহাটৰ আৰু খবৰ অহা নাই। বেংকলৈ গ'লো। তাত এজন কৰ্মী—আও! মূৰেই নোতোলে! "Come on Monday!" মই বোলো— "অন্ততঃ account নম্বৰটো চাই দিয়ক।" তেওঁ বোলে,— "Go to the manager"। ওপৰলৈ গ'লো। তাত তিনিজন ডেকাই যথেষ্ট আগ্ৰহ প্ৰকাশ কৰি সকলো ঠিক কৰি দিলে। প্ৰতি চাৰিজনৰ ভিতৰত তিনিজন যদি ভাল হয়, তেন্তে কিহৰ চিন্তা?

India Today পঢ়িছোঁ। গধূলি ধাৰাসাৰ বৰষুণ। নৃপেন ককাইদেউ আহিল।

২২.৫.৮৩ : শ্ৰী অৰুণ শ্বোৰিৰ দ্বিতীয় প্ৰবন্ধটো আনে অনুবাদ কৰিছে, মই চাইছোঁ। এইটো বেছি টান কাম। পিছে এটা লাভ,— কোনে কথাবোৰ কিমান বুজে, তাৰ এটা আভাস পোৱা যায়। শাৰী-শাৰীকৈ মিলাই চালো। য'ত অগত্যা অসুবিধা হৈছে, সেইখিনিতহে হাত লগালো। লোকৰ বস্তুত বেছি হাত লগাবলৈ ভাল নালাগে।...

২৩.৫.৮৩ : উৎপলেন্দু চক্ৰৱৰ্তী* সম্পৰ্কে লিখিলো। অৰুণ শ্বোৰিৰ গোটেই প্ৰবন্ধটো (দ্বিতীয়) পঢ়িলো। আচল কথা ঃ সুব্ৰাহ্মনিয়াম, খোছলা, ত্ৰিবেদী, ৰমেশ চন্দ্ৰ— এওঁলোকৰ কাৰো এইখন ৰাজ্যৰ প্ৰতি লেশমাত্ৰও আগ্ৰহ নাই। নিজৰ ক্ষমতা, দম্ভ আৰু লাঠী-বন্দুকৰ সহায়ত—(এইটোৱেই আটাইতকৈ শক্তিশালী আহিলা) এওঁলোকে আদেশ পালন কৰে।... অমল দত্ত আহিল। আনিছ-উজ-জামান* আহিল।

* উৎপলেন্দু চক্ৰৱৰ্তী পশ্চিমবংগৰ চলচ্চিত্ৰ পৰিচালক।

* আনিছ-উজ-জামান কবি, শিক্ষক, অসম লোকসেৱা আয়োগৰ সদস্য।

২৬.৫.৮৩ : পুৱাৰ পৰা এঘণ্টা ঘৰুৱা কাম কৰিলো। মানে গেৰেজটো চাফা কৰিলো। তাৰ পাছত শেষপৃষ্ঠাত ধৰিলো। সোঁ চকুটোৱে আমনি কৰিছে।

দুপৰীয়া অৰুণ শ্বোৰিৰ অনুবাদ আহিল। গধূলি ৫৫ পৃষ্ঠালৈকে পঠালো। গধূলি আৰু চাৰিপৃষ্ঠা আহিল।

ৰাতি চকুটো বিষাইছে। খেচখেচ কৰিছে।

**২৭.৫.৮৩ :** ... অৰুণ শ্মোৰিৰ শেষৰ সাতপৃষ্ঠা চাই ৯ বজাত পঠালো।

আজি ৰশ্মিৰ জন্মদিন। তাই আজি স্কুলৰ unit test-অত অংকত ২৫/২৫, অসমীয়াত ২১/২৫ পাইছে। তাইৰ জন্মদিনত সেয়াই ভাল লগা কথা। ...

চকুটোৰ কাৰণে একেবাৰে লিখা কাম কৰিব পৰা নাই। পঢ়াত আৰু বেছি কষ্ট।

**৩০.৫.৮৩ :** পুৱা ৫-৩০ বজাৰ পৰা ৮-৩০ বজালৈ—তিনি ঘণ্টাত ১৫ পৃষ্ঠা অন্তৰীপ কপি কৰি পঠাই দিলো। তাৰ পাছতে জিণ্টিৰ অসমীয়া ন'টখিনি চাবলৈ ল'লো। গান্ধী, নেহৰু আৰু শিৱাজী চাই হ'ল। আবেলিৰ পৰা ১৬।৬।৮৩ তাৰিখৰ প্ৰান্তিকৰ প্ৰবন্ধ edit কৰিবলৈ ল'লো। ... ৰাতি ৯ বজাত দুটা প্ৰবন্ধ চাই শেষ কৰিলো। ...

**৩১.৫.৮৩.** ... ইম্ফলৰ শ্ৰী নীলকান্ত সিঙলৈ চিঠি লিখিলো। তেওঁলোকে সন্ধ্যাৰাগখন বিচাৰিছে ফিল্ম-উৎসৱ এটাৰ কাৰণে। মোকো মাতিছে। ফিল্মখন দিম, কিন্তু মই যাব নোৱাৰিম হ'বলা। ...

**১.৬.৮৩.** ... ৰবীন্দ্ৰ ভৱনত Film Finance Corporation-অত বিছ হাজাৰ টকাৰ চে'ক দিলো—ধাৰ মৰাৰ বাবে। মুঠতে ৫০ হাজাৰ দিয়া হ'ল।*

সঁফুৰা (নৱম) ওলাল। এইবাৰ অন্ততঃ এমাহ আঠ দিনৰ মূৰতে ওলাইছে। দুই-এটা ছপাৰ ভুল থাকিল। বৰ দুখ পাওঁ।

... কালি মায়া বৰুৱাই ফোন কৰিছিল ঃ কোনোবাই তেওঁক ফিল্ম এখনত অভিনয় কৰিবলৈ ধৰিছে। তেওঁ মোৰ পৰামৰ্শ বিচাৰিছে। প্ৰদীপক আজি ক'লো—বৰ delicate কথা। লোকৰ ফিল্ম। মই কেনেকৈ হাঁ-না কওঁ ?*

* অনিৰ্বাণ নামৰ চলচ্চিত্ৰখনৰ কাৰণে নিগমৰ পৰা ধাৰ লৈছিলো। কিস্তি-কিস্তিকৈ সেই ধাৰ সম্পূৰ্ণকৈ মাৰি পেলাইছিলো।

* সন্ধ্যাৰাগ চলচ্চিত্ৰখনত অভিনয় কৰা লোকসকলৰ ভিতৰত অধিকাংশই প্ৰথমবাৰৰ বাবে কেমেৰাৰ সন্মুখীন হোৱা লোক আছিল। নাৰী চৰিত্ৰত অভিনয় কৰা কেইবাগৰাকীও ঘৰুৱা জীৱন যাপন কৰা, সমাজৰ জনা-শুনা ঘৰৰ বোৱাৰী আছিল। ৰুদ্ৰ ককাইদেউৰ (ৰুদ্ৰ বৰুৱাৰ) পৰিবাৰ আৰতি বৰুৱা, প্ৰদীপ বৰুৱাৰ পৰিবাৰ মায়া বৰুৱা, প্ৰদীপ দত্তৰ পৰিবাৰ নানু দত্ত, সাগৰ বৰদলৈৰ পৰিবাৰ ৰাজু বৰদলৈ, —এওঁলোক একোখন শান্ত-শিষ্ট সংসাৰৰ পৰা চলচ্চিত্ৰত অভিনয় কৰিবলৈ ওলাই আহিছিল। এওঁলোকক গোটোৱাৰ সময়ত এষাৰ কথা মই বিশ্বাস আৰু প্ৰকাশ কৰিছিলো ঃ মোৰ ফিল্মখনত অভিনয় কৰাৰ পাছত এওঁলোকে অকণমান হ'লেও অতিৰিক্ত সন্মান লৈ নিজৰ সংসাৰখনলৈ উভতি যাব; আগৰ সন্মান তিলমানো নেহেৰুৱায়। এইটো এটা অতি প্ৰয়োজনীয় কথা আছিল, আৰু চলচ্চিত্ৰ নিৰ্মাণৰ সময়ত কথাটোৰ ওপৰত মই বিশেষ

গুৰুত্ব দিছিলো। দ্বিতীয় কথা ঃ কি চৰিত্ৰৰ অভিনয় কৰিবলৈ কেনেকুৱা মানুহ লাগে, সেইটো মই ভালেমান দিনৰ আগতে ঠিক কৰি সেইমতে মানুহ চাই ফুৰিছিলো, আৰু অন্যান্য কেইবাটাও সুবিধালৈ লক্ষ্য ৰাখি এওঁলোকক বাছি লৈছিলো। এওঁলোকৰ পৰা কেনেকৈ মই বিচৰা ধৰণে কাম পাম, সেই সম্পৰ্কে মোৰ পৰিষ্কাৰ ধাৰণা আছিল।

এনে অৱস্থাত মায়া বৰুৱাই অইন প্ৰযোজক-পৰিচালকৰ লগত অভিনয়ৰ কাম কৰিব নে নকৰে, সেই সম্পৰ্কে মই কেনেকৈ পৰামৰ্শ দিওঁ? সেইসকল প্ৰযোজক-পৰিচালকৰ আয়োজনটো বা কেনেকুৱা? অভিনয় কৰিবলগীয়া চৰিত্ৰটো বা কেনেকুৱা? 'কৰাগৈ' বুলি পৰামৰ্শ দিওঁ কি সাহেৰে? আৰু 'নাযাবা' বুলি বাধা দিবলৈ মই কোন? কিজানি এই চৰিত্ৰটোত অভিনয় কৰি মায়াই নিজকে যশস্বী অভিনেত্ৰী হিচাপে প্ৰতিষ্ঠাই কৰে! গতিকে বৰ delicate কথা।

**৫.৬.৮৩ :** পুৰা অৰুণ শ্বোৰিৰ প্ৰবন্ধ চালো। অনিল বৰুৱাই* অনুবাদ কৰিছে। ভাল হৈছে। য'ত অসুবিধা হৈছে—পোনাই দিছোঁ। ...বশিষ্ঠাশ্ৰমলৈ যাবলগীয়া হ'লো। তেওঁলোকে কিবাকিবি চালে; মই মানুহবোৰে ভাং খোৱাকে চাই থাকিলো।

আবেলি ফণী শৰ্মাই* লিখা প্ৰবন্ধ এটা চালো।

অৰুণ শৰ্মাই ফোন কৰিলে— আৱাহনৰ নাটকৰ বিষয়ে।

* দৈনিক অসমৰ সম্পাদক।

* ফণী শৰ্মা ঃ ক্ৰীড়াজগত, ৰাজনীতি আৰু চলচ্চিত্ৰ ব্যৱসায়ৰ লগত জড়িত জনাজাত ব্যক্তি।

ইয়াৰ পিছৰ বাদ দিয়া পৃষ্ঠাবোৰত প্ৰান্তিক আৰু সঁফুৰাৰ কামৰ কথাৰ বাহিৰে যিবোৰ কথা লিখা আছে, সেইবোৰৰ নমুনা এনেকুৱা ঃ জিণ্টিৰ HSLC পৰীক্ষাৰ কাৰণে নেহৰুৰ জেল-জীৱন, শিৱাজী, ৰত্নকান্ত বৰকাকতীৰ 'মোৰ পূজা' আদিৰ বিষয়ে ৰচনা লিখিছোঁ, প্ৰুডেন্সিয়েল কাপৰ কমেণ্টেৰি শুনিছোঁ, ৰাজ্যপালৰ সচিব ললিত কুমাৰ বৰুৱাৰ লগত ৰাজ্যখনৰ পৰিস্থিতি সম্পৰ্কে দীঘলীয়া আলোচনা কৰিছোঁ, এডভোকেট নাট্যকাৰ ৰঞ্জিত শৰ্মাই 'সামাজিকভাৱে বৰ্জন' কাৰ্যসূচীত জড়িত এচাম ল'ৰাৰ ব্যৱহাৰত অসন্তুষ্টি প্ৰকাশ কৰিছে, —ইত্যাদি।

৭ জুনৰ দিনা চুবুৰীয়া নয়ন ভৰালীয়ে খবৰ দিলে—আমাৰ ঘৰটোৰ তিনিমহীয়া টেক্স পৌৰ নিগমে ১৮১ টকা ধাৰ্য কৰিছে। তাৰপাছত ডায়েৰিত লিখিছোঁ ঃ "সেই assess কৰিবলৈ অহা মানুহজনে যে ৩০০ টকা খুজিছিল, সেইখিনি দিয়া হ'লে চাগৈ টেক্স...কম হ'লহেঁতেন।" এই বাক্যটোৰ আঁৰৰ কথা হ'ল ঃ আমি এই ঘৰটোত থাকিবলৈ অহাৰ এবছৰমানৰ পাছত পৌৰ নিগমক দিবলগীয়া কৰৰ পৰিমাণ নিৰ্ণয় কৰিবলৈ এজন কৰ্মচাৰী আহিছিল। তেওঁ ফিটাৰে ঘৰটোৰে অধিকাৰ কৰা মাটিকালি জুখিব। তেওঁ লগত কাকো অনা নাই। গতিকে

ফিটাডালৰ ইটো মূৰ ধৰি ময়েই তেওঁৰ লগে-লগে, তেওঁৰ হুকুম মানি ঘূৰি ফুৰিলো, আৰু জোখ-মাখ ভালকৈ কৰাত সহায় কৰিলো। জোখ-মাখৰ কাম শেষ হোৱাত তেওঁ আগফালৰ বাৰাণ্ডাৰ চকী এখনত বহি মোৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। শেষৰ ফালে তেওঁ ক'লে, যদি মই তিনিশ টকা দিওঁ, তেতিয়া মোৰ তিনিমহীয়া কৰৰ পৰিমাণটো কম কৰি দিব পৰা যাব। সেই পৰিমাণটোৱেই অহা দহ বছৰলৈ বৰ্তি থাকিব। গতিকে মোৰ বহুত লাভ হ'ব। মোক যে মানুহজনে কথাখিনি ক'ব পাৰিলে, সেই কাৰণে মই নিজকে সৰু জ্ঞান কৰিলো। মই তেওঁক সোনকালে বিদায় দিলো। কিছুদিনৰ পাছত অইন এজন কৰ্মচাৰী আহিছিল। তেওঁ লগত ফিটা ধৰা দুজন মানুহ লৈ আহিছিল। তেওঁলোকৰ জোখ-মাখ মতেই ভৰালীয়ে কোৱা সংখ্যাটো নিৰ্ণীত হৈছিল।

দহ জুনৰ দিনা 'সন্ধ্যাৰাগ'ত অভিনয় কৰা কাশ্মীৰী শইকীয়া আহিল। তেওঁৰ বিয়া ঠিক হৈছে। খবৰটো শুনি বৰ ভাল পালো।

বাৰ জুনৰ দুপৰীয়াই 'কাৰেণ্ট' গ'ল; পাছদিনা দুপৰীয়ালৈকে নাহিল। অসম বিদ্যুৎ পৰিষদৰ বিষয়া যতীন শইকীয়াক ফোন কৰি সোধাত তেওঁ ক'লে, — বিদ্যুৎকৰ্মী সংঘৰ ভৈৰৱ দাসক গ্ৰেপ্তাৰ কৰাৰ কাৰণে lightning strike. "দুপৰীয়া (চাৰে বাৰ বজাত) কাৰেণ্ট আহিল, গ'ল, আহিল, গ'ল।"

**১৫.৬.৮৩ :** ...গল্প-কবিতা ঠিক কৰি লৈ প্ৰান্তিকলৈ গ'লো। যোৰহাট আৰু শিৱসাগৰৰ দুজন লোকে 'অন্তৰীপ' সম্পৰ্কে চিঠি লিখিছে। যোৰহাটৰজনে নিজৰ নামটো দিয়া নাই। দুয়োগৰাকীয়ে গভীৰ আনন্দ প্ৰকাশ কৰিছে। সাধাৰণতে বেয়া কথা লিখি মানুহে চিঠি বেনামী হিচাপে দিয়ে। কিন্তু যোৰহাটৰজনে (তেখেতে নিজকে প্ৰৌঢ় বুলি লিখিছে) প্ৰশংসা কৰিও নামটো নিলিখিলে!

ঘৰত গল্প কিছুমান পঢ়িলো। গোলাপ বৰবৰাৰ প্ৰবন্ধটো সম্পৰ্কে তেখেতলৈ ফোন কৰিলো। ক'লো—আন কাকতলৈও যেন নপঠায়। (কাৰণ আমালৈ দিয়াটো কাৰ্বন কপি আছিল)।

**১৭.৬.৮৩ :** ... তিনি বজাত জ্যোতি চিত্ৰবনৰ মিটিং। মিটিঙত আৰু মিটিঙৰ পাছতো শ্ৰীমতী চয়নিকা হাজৰিকাক ক'লো,—মই কৰা documentary filmখনৰ ক্ষেত্ৰত সকলো দিশ পৰিষ্কাৰ থাকিব লাগে। কোনো ধাৰণৰ বাদ-বিবাদ হ'লে মই বেয়া পাম।

... বিজ্ঞান সমিতিৰ চিঠিখনৰ proof চালো।

**১৮.৬.৮৩ :** পুৰা কিছু লেখা ঠিক-ঠাক কৰি প্ৰান্তিকলৈ গ'লো। অনিল বৰুৱাই কথা প্ৰসংগত এচাম মানুহৰ কথা ক'লে। তেওঁলোকৰ পেটত হিংসা। মই ক'লো, —তেনেকুৱা শিক্ষিত, হতাশাগ্ৰস্ত এশ মানুহ সদায় থাকিব। আমি ভাল মানুহ এক লাখৰ পৰা তিনি

লাখলৈ বঢ়াম। সেই এশ কিন্তু সদায় এশই থাকিব।... ভাৰত-জিম্বাবৱেৰ খেলখন তল-ওপৰ হৈ থাকিল। শেষত ভাৰত জিকিল। ৰাতি বাৰ বজাত শুবলৈ চেষ্টা কৰিলো।

**২১.৬.৮৩ :** পুৱাই দুখনমান চিঠি-পত্ৰ ঠিক কৰি গা-পা ধুলো। আঠ বজাত জিণ্টিক লৈ পাণবজাৰ স্কুললৈ গ'লো। আমাৰ লগৰ বহুতক লগ পালো। সকলো জীয়েকহঁতৰ পৰীক্ষাৰ কাৰণে উদগ্ৰীৱ। এওঁ (প্ৰীতি) গোস্বামীহঁতৰ ঘৰত থাকি গ'ল, দুপৰীয়া জিণ্টিৰ খবৰ কৰিবলৈ। মই আহি অলপ কাম কৰিলো। (প্ৰান্তিকতো সোমালো)। তিনি বজাত আকৌ গ'লো। জিণ্টিৰ পৰীক্ষা ভালেই হৈছে। গধূলি হীৰেন দত্ত (কবি) আহিল। তেওঁ তিতাফুলৰ ডাল কেইটামান আনিলে। ডক্টৰেট নোপোৱাকৈ তেওঁ ...Reader হোৱাৰ কাৰণে তেওঁক্ হেনো বহুতে ভালকৈ নমতাই হ'ল!

**২৫.৬.৮৩ :** অন্তৰীপ (২৯) লিখি ১২ পৃষ্ঠালৈকে লগত লৈ জিণ্টিক পৰীক্ষা ঘৰত থ'বলৈ গ'লো। তাইক থৈ প্ৰান্তিকলৈ গ'লো। উজান বজাৰত মিছামাছ কিনিলো। ঘাইকৈ জিণ্টিৰ কাৰণে।

বাৰ বজাত জিণ্টিক লৈ ঘৰলৈ আহিলো। আজি তাইৰ পৰীক্ষা ভাল হৈছে; অন্ততঃ তাইক আজি আটাইকেইটাদিনতকৈ বেছি ফূৰ্তি কৰা দেখিছো। Prudential Cup-অৰ final. তিনি বাজি দহমিনিটত TVৰ সন্মুখত বহিলো।

**২৬.৬.৮৩ :** যোৱা নিশা TVত ভাৰত জিকা চাই ১২ ৪৫ বজাত শুলো।

ক্ৰিকেট খেলখনৰ ফলাফল বৰ অভাৱনীয় হ'ল। কিন্তু ভাৰত কেৱল ভাগ্যৰ জোৰত জিকিছে বুলি কোনেও কোৱা উচিত নহয়। সঁচাকৈয়ে কেইটামান ভাগত তেওঁলোকে বৰ ভাল খেলিছে।

'আৱাহন'ত অভিনয় কৰা নগাঁৱৰ ভাইটি আহিল। তেওঁক বহুৱাই থৈ মই অন্তৰীপ (২৯) শেষ কৰি ল'লো।

ড. নিৰোদ বৰুৱা আৰু ললিত বৰুৱাৰ প্ৰবন্ধ পঢ়িলো।

**২৭.৬.৮৩ :** শেষপৃষ্ঠা (আবিষ্কাৰ) আধা ঘৰত লিখিলো। জিণ্টিক পৰীক্ষা ঘৰত থৈ প্ৰকাশিকাৰ ভিতৰত বহি বাকীখিনি লিখিলো। প্ৰান্তিকলৈ গ'লো। তাৰ পৰা গৈ জিণ্টিক লৈ উভতিলো। আহিয়েই সঁফুৰাৰ 'কিমান যে কথা'—অলপ লিখি পঠালো। ৰাতি জনজাতি সম্বন্ধে পৰাগ দাসৰ প্ৰবন্ধটো edit কৰিলো।

**৩০.৬.৮৩ :** নিৰোদ বৰুৱাৰ প্ৰবন্ধ—দালিৰ বিষয়ে। সম্পাদনা শেষ কৰিলো। ললিত

বৰুৱাৰ পাবলো নেৰুডা আৰম্ভ কৰিলো। সঁফুৰাৰ প্ৰশ্নোত্তৰ লিখিলো। ষ্টুডিঅ'ৰ ৰহমানে খবৰ দিলে— Small Savings-অৰ documentary filmখনৰ* rush print তেওঁলোকে চালে। ভাল হৈছে বোলে। ...

* ক্ষুদ্ৰ সঞ্চয় সম্পৰ্কীয় তথ্যচিত্ৰখনৰ প্ৰসংগত কিছু কথা কৈ থ'ব খুজিছোঁ। তথ্যচিত্ৰখনৰ কাহিনীত অন্যান্য ঘটনাৰ লগতে হাতলৈ অহা পইচা তলি উদং কৰি খৰচ কৰা মানুহ এজনৰ দুৰ্দশাৰ কথাও আছিল। মানুহজনে কিয় এনে কৰে? তেওঁৰ পৰিবাৰে কয়,— কি কৰিব! মানুহজনৰ তেনেকৈ খৰচ কৰাটো গুচাব নোৱৰা অভ্যাস হৈ পৰিল। — এঃ! গুচাব নোৱৰা অভ্যাস বোলা অভ্যাস থাকিব পাৰে নে কি? সেই চাউলপুৰীয়াৰ কথা শুনা নাই? দোণমূৰীয়াকৈ একাঁহী ভাত নাখালে তেওঁৰ বোলে পেটেই নভৰে! পিছে তেওঁৰ ঘৈণীয়েকে কৰিলে কি? ভাত বহাবলৈ চাউল লওঁতে নাৰিকলৰ কোৰোকাটোৰে একোৰোকা চাউল লয়, তাৰ পাছত কোৰোকাটো ওচৰৰ পটাখনত এবাৰ ঘঁহাই দিয়ে; আকৌ একোৰোকা লয়, আকৌ কোৰোকাটো ঘঁহাই দিয়ে। এনেকৈ চাউল লওঁতে-লওঁতে কোৰোকাটো সৰু হৈ গৈ আছে; চাউলপুৰীয়াৰ পেটলৈ কমকৈ ভাত গৈ আছে; —তেওঁ গমেই নাপায়। এদিন কোৰোকা গৈ টেমি এটাৰ সমান হ'ল, চাউলপুৰীয়াই খোৱা ভাতৰ পৰিমাণ আমি খোৱা ভাতৰ পৰিমাণৰ সমান হ'ল। অভ্যাস আঁতৰাব নোৱাৰি বোলা কোনো কথা নাই। এই সাধুটোকে তথ্যচিত্ৰখনত কাৰ্টুনৰ ৰূপত দেখুৱাবলৈ মোৰ মন গ'ল। কিন্তু আমাৰ ইয়াত তেতিয়ালৈকে কোনেও কাৰ্টুনৰ কাম কৰা নাই। আনহাতে কম খৰচৰ তথ্যচিত্ৰ এখনৰ কাৰণে ৰাজ্যৰ বাহিৰলৈ যোৱাৰ প্ৰশ্নই নুঠে। গতিকে গুৱাহাটীতে, জ্যোতি চিত্ৰবনতে কিবা এটা কৰিব লাগিব। প্ৰাস্তিকৰ কাৰণে কাৰ্টুন অঁকা অজান বৰুৱাৰ লগত এদিন কথা পাতিলো। পৰা যাবনে? তেওঁ জোৰ দি ক'লে, —নিশ্চয় পৰা যাব। মই কাৰ্টুনৰ উপযোগীকৈ চিত্ৰনাট্য লিখি উলিয়ালো। এদিন ৰং, তুলি, কাগজ, ডাঠ কাগজ আদি লৈ অজান জ্যোতি চিত্ৰবনত কাৰ্টুন-চলচ্চিত্ৰ নিৰ্মাণ কৰিবলৈ সাজু হ'ল। এখন ব'ৰ্ড, দুটা লাইট আৰু ষ্টুডিঅ'ৰ মিচেল কেমেৰাটোৰে শ্বুটিঙৰ আয়োজন কৰিলে লোহিত বৰবৰাই। ব'ৰ্ডৰ ওপৰত অজানে ৰং-তুলিৰে, ডাঠ কাগজেৰে তৈয়াৰ কৰা পুতলাৰে, বা আগতে আঁকি থোৱা সৰু-সৰু ছবি আদিৰে একোটা দৃশ্যৰ এটা মুহূৰ্তৰ ছবি সৃষ্টি কৰে, লোহিতে দুই বা তিনি ফ্ৰে'ম এক্সপ'জ কৰে। চাউলপুৰীয়াই ভাত এগৰাহ হাতত লৈছে—এখন ছবি,—তিনি ফ্ৰে'ম; হাতখন অলপ ওপৰলৈ তুলিছে—দ্বিতীয় ছবি,—তিনি ফ্ৰে'ম;—এনেকৈ ভাতগৰাহ মুখত সোমোৱালৈকে আঁঠখন ছবি; ইফালে কাঁহীত ভাত কমি গৈ থাকিব লাগিব;—গতিকে কাঁহীৰ ছবিখনো সলাই গৈ থকিব লাগিব। অসংখ্য ছবিৰে, কঠোৰ পৰিশ্ৰমেৰে, প্ৰশংসনীয় কৌশলেৰে অজানে কাহিনীটোৰ শ্বুটিং শেষ কৰিলে। সেইখনেই এই পদ্ধতিত প্ৰস্তুত কৰা প্ৰথম অসমীয়া (আৰু এতিয়ালৈকে শেষ) কাৰ্টুন ছবিৰ টুকুৰা। আজিৰ কমপিউটাৰৰ সহায়েৰে নিৰ্মাণ কৰা কাৰ্টুন ছবিৰ লগত সেই ছবিৰ গুণগত অৱস্থাৰ আকাশ-পাতাল পাৰ্থক্য; কিন্তু মোৰ বিচাৰত অজানে, আৰু সহকাৰী হিচাপে লোহিতেও, অসমৰ বুকুত

কাৰ্টুন চলচ্চিত্ৰৰ টুকুৰা এটা প্ৰথমে নিৰ্মাণ কৰাৰ কৃতিত্ব সদায় দাবী কৰি থাকিব পাৰিব।

প্ৰান্তিকত কাৰ্টুন আঁকা চিত্ৰকৰ হিচাপে মই প্ৰথমে দেখা অজান এতিয়া পূৰ্ণদৈৰ্ঘ্য চলচ্চিত্ৰৰ কেমেৰামেন হিচাপে প্ৰতিষ্ঠিত। আৱাহন থিয়েটাৰত অৰুণ শৰ্মাই লিখা আৰু মই পৰিচালনা কৰা 'নেপোলিয়ন বোনাপাৰ্ট' নামৰ নাটকখনৰ দৃশ্যসজ্জাৰ বাবে প্ৰযোজকে অজানক মাতি নিছিল। তেওঁৰ কলা-কৌশল প্ৰয়োগ কৰাৰ ক্ষমতাই মোক মুগ্ধ কৰিছিল। তেওঁ পৰ্দাত সৃষ্টি কৰা যুদ্ধৰ দৃশ্য এটাই স্মৰণীয় পৰিবেশৰ সৃষ্টি কৰিছিল। কিছুমান মানুহ আছে,—তেওঁলোকৰ সুকুমাৰ শিল্পকলাৰ পৰা আৰম্ভ কৰি যান্ত্ৰিক কলা-কৌশললৈকে— বিস্তীৰ্ণ অঞ্চলৰ বিষয়বস্তুৰ লগত ঘনিষ্ঠ পৰিচয় থাকে। অজান তেনেকুৱা এজন ডেকা। এদিন এজনে কৈছিল,—এখন চলচ্চিত্ৰত জ্বলি থকা ঘৰ এটাৰ ভিতৰলৈ সোমাই গৈ কাৰোবাক উদ্ধাৰ কৰি অনাৰ দৃশ্য এটা আছে। জ্বলাই দিবলৈ ঘৰ পোৱা গ'ল; কিন্তু জুইৰ মাজলৈ যায় কোন? অজানে বোলে—মই যাম।

কেইটামান কথাত অজানে মোৰ খং তোলালেও কেইবাটাও গুণৰ কাৰণে এওঁক মই মৰম কৰোঁ।

**২.৭.৮৩ : ৫-৩০***। প্ৰান্তিকৰ কাম। মাজতে জিণ্টিৰ অংক। ১২-১০ বজাত জিণ্টিক লৈ পৰীক্ষা ঘৰলৈ। ১-৩০ বজাৰ পৰা ২-৩০ বজালৈ গুৱাহাটী মেডিকেল কলেজৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত গাড়ী ৰাখি তাৰ ভিতৰতে বহি প্ৰান্তিকৰ বাবে অহা ছটা গল্প পঢ়িলো। তাৰ পাছত প্ৰান্তিকলৈ। তাৰ পাছত পৰীক্ষা ঘৰলৈ। জিণ্টিৰ মনটো মুকলি নহ'ল। তাই ৯৫ পাবই লাগিব বুলি ধৰি লৈছিল হ'বলা।

গধূলি TVত উইম্বলডনৰ women's final.

তাৰ পাছত ৯-৩০ বজালৈ প্ৰান্তিকৰ কাম।

* এইখিনিৰ পৰা মই ডায়েৰিত শোৱাৰ পৰা উঠাৰ সময় লিখি যাবলৈ চেষ্টা কৰিছিলো।

**১৩.৭.৮৩ : ৫-১২**। পুৱা শেষপৃষ্ঠা শেষ কৰি অন্তৰীপৰ কেইপৃষ্ঠামান কপি কৰি ড. নিৰ্মলপ্ৰভা বৰদলৈৰ ঘৰলৈ গ'লো। ... তেখেতৰ নতুন কবিতাৰ পুথিখন (ঘৰতে) উদ্বোধন কৰিলো। ড. দেৱীপ্ৰসন্ন পট্টনায়ক, ভবেন বৰুৱা, যোগেশ দাস, প্ৰদীপ বৰুৱা, প্ৰদীপজ্যোতি মহন্ত, ধীৰেন বেজবৰুৱা আৰু মই, মানুহ ইমানেই। ভাল কথা। ...

পুৱা ভোলা কটকী* আহিছিল।

* মই নিৰ্মাণ কৰা 'অনিৰ্বাণ' চলচ্চিত্ৰৰ নায়ক।

**১৪.৭.৮৩ : ৫-১২**। আৱাহনৰ নাটক। আম্ৰপালী। গোটেই দিন লিখিছোঁ। মাজতে শিৱসাগৰৰ কৌতুক অভিনেতা (আৱাহনৰ) বেজবৰুৱা আহিল। সন্ধিয়া আকৌ গা ধুই

ল'লো। গৰমত গা-মূৰ বেয়া লাগি গৈছে। ওলাই যোৱাৰ সময় নাই। দৈনিক অসমৰ জয় কান্ত শৰ্মা আহিছিল বাংলা আলোচনীৰ কাৰণে গল্প বিচাৰি। মোৰ সময়ৰ কথাটো বুজাই ক'লো। পুৱাই প্ৰান্তিকৰ ১।৮।৮৩ সংখ্যাৰ বস্তু পঠালো।

**১৮.৭.৮৩ :** ৫-১২। নাটক লিখিছোঁ। মিস্ত্ৰিৰ কাৰণে ৰং, কাঠ আদি কিনিবলৈ আধাঘণ্টাৰ কাৰণে বজাৰলৈ গ'লো। নাটক।

কলৈকো ওলোৱা নাই। কেৱল লিখি আছোঁ।

সন্ধিয়া প্ৰান্তিকৰ বাবে গল্প বাছিলো।

দেৱেন দত্তৰ* দৈনন্দিন ঠিক-ঠাক কৰিলো।... আজি আৰু কাইলৈ BSRB-এ বেংকৰ ইন্টাৰভিউ ব'ৰ্ডলৈ মাতিছিল। নোৱাৰোঁ বুলি ক'লো। এই দুশ টকা এতিয়া ডাঙৰ বস্তু নহয়। কাম আছে।

* দেৱেন দত্ত কটন কলেজৰ অধ্যাপক, লেখক আৰু সমাজৰ কিছুমান সমস্যাৰ প্ৰতি লক্ষ্য ৰখা ব্যক্তি।

**২২.৭.৮৩ :** ৪-৪৫। অন্তৰীপ লিখিছোঁ। দুই বজাৰ পৰা জ্যোতি চিত্ৰবনৰ মিটিং। প্ৰথমতে Executive, তাৰ পাছত General Council. Chairman ভাস্কৰ বৰুৱা নাহিল। প্ৰথমখনত H. N. Bora Deputy Secy. Finance আৰু পাছৰখনত মই Chairman হ'লো।... আগৰখনত কেৱল টকা-পইচাৰ খুঁটি-নাটি। পাছৰখনত গিৰীশ চৌধুৰী, জ্ঞানদা কাকতী আৰু মই কামৰ কথা ক'লো। মূল কথা,— Studio Society, Film Finance Corporation, Amusement Tax ওভোতাই দিয়া আৰু চলচ্চিত্ৰৰ প্ৰদৰ্শন,—এই চাৰিটাৰ সমন্বয় ঘটিবই লগিব। ৰাতি অন্তৰীপ লিখা কাম।...

**২৩.৭.৮৩ :** ৫-২১। অন্তৰীপ ১৪ পৃষ্ঠা লৈ প্ৰান্তিকলৈ গ'লো। চিৰঞ্জীলাল চৌধুৰীৰ* ঘৰলৈ গ'লো। এই মানুহজনৰ মৃত্যুত মই মৰ্মাহত হৈছোঁ। তেওঁৰ লগত ছবিৰ বিষয়েও বহু কথা পাতিছিলো। এনেকুৱাই মানুহৰ জীৱন! টেবুল ঘড়িটো* গঁগৈৰ তাত ভাল কৰিবলৈ দিছোঁ। অক্টোবৰত তাৰ ২৫ বছৰ পূৰ্ণ হ'ব।...

আবাহনৰ দ্বিতীয় নাটকৰ কথা ভাবিছোঁ।...

* চলচ্চিত্ৰ পৰিবেশন কৰা এই ব্যৱসায়ীগৰাকীয়ে মোৰ 'অনিৰ্বাণ' নামৰ চলচ্চিত্ৰখন নিৰ্মাণত সহায় কৰিছিল।

* ১৯৫৮ চনত লণ্ডনলৈ গৱেষণাৰ কামত যাওঁতে ২১ ছিলিং দি এটা Smith Alarm টেবুল-ঘড়ি কিনিছিলো। ঘড়িটো যিমানদিন পাৰোঁ চলাই ৰাখিবলৈ চেষ্টা কৰিছিলো।

**২৭.৭.৮৩ :** ৫-০৫। পুৱা ৬-৪৫ বজাত পাঠশালালৈ যাত্ৰা কৰিলো। এওঁলোক সকলোকে লৈ। ৯-১০ বজাত পালোঁগৈ।

দুপৰীয়া পূজা-পাতল। নাট্যাৰম্ভ। আবেলি কহিনুৰত থকা কুলদা ভট্টাচাৰ্য আহিল। প্ৰাঞ্জল শইকীয়া আহিল।*

সন্ধিয়া ৭-২০ বজাত ৰিহাৰ্ছেল আৰম্ভ কৰিলো। 'মণিকূট'ৰ প্ৰথম দৃশ্য আৰু 'আম্ৰপালী'ৰ দহটামান দৃশ্য পঢ়া হ'ল।

ৰাতি ১১-১০ বজাত কাম শেষ কৰিলো।

* সেই বছৰ কুলদা কুমাৰ ভট্টাচাৰ্য কহিনুৰ থিয়েটাৰৰ পৰিচালক আৰু প্ৰাঞ্জল শইকীয়া অনিৰ্বাণ থিয়েটাৰৰ অভিনেতা আছিল।

**২৮.৭.৮৩ :** পুৱা আম্ৰপালীৰ ৰিহাৰ্ছেল আৰম্ভ, ১২-১০ মিনিটত শেষ।

৪-০৫ বজাত আৰম্ভ, ৬-২৫ বজাত শেষ।

৭-২৯ বজাত আৰম্ভ, ১১-০৫ বজাত শেষ।

তাৰ পাছত তিনি আগষ্টৰ পুৱালৈকে পাঠশালাত আছিলো। সদায় পুৱা ৭-৩৫ আৰু ৭-৪৫ বজাৰ ভিতৰত ৰিহাৰ্ছেল আৰম্ভ কৰিছিলো। ৰাতিপুৱা, আবেলি আৰু ৰাতি, —এই তিনি পৰত মুঠতে দিনে প্ৰায় এঘাৰ ঘণ্টাকৈ ৰিহাৰ্ছেল হৈছিল। পুৱা ৰিহাৰ্ছেলৰ আগতে দুদিন সঁফুৰাৰ কাম, আৰু বাকী কেইদিন নাটক লিখাৰ কাম কৰিছিলো। 'মণিকূট' নামৰ নাটকখন লিখা কামটো ঘৰতে আৰম্ভ কৰিছিলো, কিন্তু শেষ কৰিব পৰা নাছিলো।

২৯ জুলাই তাৰিখৰ পাতটোৰ তলভাগত লিখা আছে ঃ পুৱা মোৰ খং উঠিল। পানী আৰু চাহ মোক পুৱা পাঁচ বজাতে লাগে। (সেয়া দিবলৈ) কোনো নাই। অথচ কালি কথাটো বুজাই কৈছিলো।

**৩.৮.৮৩ :** ৪-৫০। পুৱা মঞ্চত শিল্পীসকলৰ নাচ আৰু অভিনয়। মাংগলিক অনুষ্ঠান।*

৭-৪০ বজাত পাঠশালা এৰিলো। বাহিৰে-বাহিৰে প্ৰান্তিকত প্ৰবন্ধ এটা দিলো। সঁফুৰাৰ কাম কৰিলো। গোপাল গোস্বামীৰ ল'ৰা আৰু ড. দুলাল বৰকটকীৰ ছোৱালীৰ বিয়ালৈ গ'লো। বিয়াঘৰত (কইনাৰ) নগাঁৱৰ ভূমি গোস্বামী ছাৰে ক'লে,—তেখেত RSS-অৰ কামতে লাগি আছে। ভাৰতবৰ্ষক ৰক্ষা কৰা সেইটোৱেই তেখেতৰ মানত একমাত্ৰ পাৰ্টি। মোৰ ল'ৰা-ছোৱালীৰ খবৰ লৈ তেখেতে ক'লে,—এটা ল'ৰা লাগে। ভুল নকৰিবা। তোমাৰ গুণ কোনে কঢ়িয়াব? তোমাৰ দেউতাৰাই জন্ম নিয়ন্ত্ৰণ কৰা হ'লে আমি তোমাক

নাপালোহেঁতেন; ইত্যাদি।*

* আবাহন থিয়েটাৰে (বোধকৰোঁ অন্যান্য ভ্ৰাম্যমাণ থিয়েটাৰ গোষ্ঠীয়েও) প্ৰথমতে এটা কোঠালিত নাটকৰ আখৰা কৰে। আখৰাৰ জৰিয়তে নাটকবোৰৰ মোটামুটি একোটা চেহেৰা ওলোৱাৰ পাছত ওচৰৰে সুবিধাজনক ঠাইত কাঠৰ সেই প্ৰকাণ্ড মঞ্চখন পাতে। (প্ৰায় ৮০ ফুট দীঘল, ২৫ ফুট বহল আৰু ৪ ফুট ওখ। ভ্ৰমণৰ সময়ত এনেকুৱা দুখন মঞ্চ দলসমূহে লৈ ফুৰে।) মঞ্চখন পাতিবলৈ আৰম্ভ কৰাৰ সময়ত এটা মাংগলিক অনুষ্ঠান পতা হয়।

* শ্ৰী ভূমিদেব গোস্বামী ছাৰক আমি নগাঁৱত শিক্ষক হিচাপে পাইছিলো। কোনো এক সময়ত তেখেতক হাফপেণ্ট পিন্ধি, ছাইকেল চলাই ফুৰা দেখা মনত পৰে। পাছৰ কালত যেতিয়া ছাৰৰ লগত মুকলিভাৱে কথা পতাৰ সুবিধা পাইছিলো, তেতিয়া তেখেতৰ কথা কোৱাৰ গুণে মোক মুগ্ধ কৰিছিল। আমাৰ দুজনী ছোৱালী আছে; ভাল কথা;— কিন্তু ল'ৰা এটা লাগে; —এই কথাটো তেখেতে ইমান সুন্দৰকৈ, ইমান যুক্তিপূৰ্ণভাৱে মোৰ আগত উপস্থাপন কৰিছিল যে কিছু সময়ৰ কাৰণে তেখেতৰ কথাত প্ৰত্যয় জন্মাৰ নিচিনাকৈ মই হতবাক হৈ আছিলো। অকল সেইটো বিষয়তে নহয়, পাছলৈ অন্যান্য বিষয়তো তেখেতৰ কথাবোৰ বৰ মনোমোহা আছিল। কথা প্ৰসংগত তেখেতে ইমান উপযুক্ত, খাপ খাই পৰা বিধৰ সংস্কৃত শ্লোক উদ্ধৃত কৰিছিল যে তেখেত আৰু সংস্কৃত সাহিত্য,—উভয়ৰে প্ৰতি মোৰ শ্ৰদ্ধা জন্মিছিল। পুত্ৰ সন্তানৰ অপৰিহাৰ্যতা বা আৰ. এছ. এছ. সম্পৰ্কে মোৰ নিজস্ব ধাৰণা আছে,—সেইটো বেলেগ কথা; কিন্তু গোস্বামী ছাৰৰ স্মৃতি, বাকশক্তি আৰু মোৰ প্ৰতি থকা সদ্ভাৱৰ বাবে মই তেখেতক সন্মান কৰোঁ। যোৱা মাহত মোলৈ দিয়া চিঠি এখনত তেখেতে মোৰ স্বাস্থ্যৰ খবৰ লৈ কৈছে ঃ তোমাৰ সুদীৰ্ঘ জীৱনৰ প্ৰয়োজন আছে।

**৪.৮.৮৩ : ৫-১৫।** সঁফুৰাৰ ১৬ পৃষ্ঠাৰ কাম কৰিলো। তিনিদিনৰ কাম এদিনতে।

পৃথিৱীৰ লগত যেন আন সম্পৰ্ক নাই।

বৰষুণ। গোটেই দিন। বৰুৱাৰ পাণ-দোকাণৰ পৰা মুড়ি, কেঁচাবাদাম, আলু, পিয়াঁজ, ভজামগু আৰু এক দিস্তা কাগজ আনিলোগৈ।

**ইয়াৰ পাছৰ কিছুমান দিনত ঘাইকৈ ব্যস্ততা আৰু পৰিশ্ৰমৰ কথা লিখা আছে। 'আম্ৰপালী' নামৰ নাটকখন লিখি শেষ কৰিছিলো, কিন্তু মোৰ ভাগত থকা 'মণিকূট' নামৰ দ্বিতীয় নাটকখন লিখা কামটো আখৰা আৰম্ভ হোৱাৰ ভালেমান দিন পাছলৈকে (২০ আগষ্টলৈকে) চলি আছিল। ঘনে-ঘনে পাঠশালালৈ যাব লগা হৈছিল; ইফালে নিয়মীয়া কামৰ বোজাও আছিল; গতিকে আগষ্ট মাহটো বৰ কষ্টৰ মাহ আছিল। কেইটামান উদাহৰণ দি এই ব্যস্ততাৰ পৰ্বটোৰ কথা সামৰি থওঁ।**

**১১.৮.৮৩ :** ৫-০২। অন্তৰীপ (৩২) লিখিছোঁ। এনে ব্যস্ততাৰ মাজত এই কাম বৰ কষ্টকৰ। ১৬।৪।৮২ তাৰিখৰ পৰা আজি প্ৰায় এবছৰ চাৰিমাহ—এটা সংখ্যাতো বন্ধ নকৰাকৈ চলি আছোঁ। সেইটো কথা ৰাখিবলৈহে ইমান কষ্ট কৰিছোঁ। অসহনীয়ই বুলিব লাগে।

বিহাৰ্ছেল ৭-৩৫—১১-৫০, ৪-১০—৬-২৫, ৭-৩৫—১১-০৫।

**১২.৮.৮৩ :** ৫-১০। অন্তৰীপ লিখিছোঁ। ৰিহাৰ্ছেল ৭-৩৫—১১-০৫। ৰিহাৰ্ছেল চলি থাকিল। মই লিখিবলৈ আহিলো।

৪-২৫ ৰিহাৰ্ছেল আৰম্ভ। ষ্টেজত ৰিহাৰ্ছেল হ'ল। ৬-৩০ শেষ। লাইট গ'ল। মম জ্বলাই শেষপৃষ্ঠা লিখিলো। ৮-৪৫ ৰিহাৰ্ছেল আৰম্ভ, ১২-১৫ শেষ। শেষপৃষ্ঠা লিখি ১ বজাত শুলো।

**১৬.৮.৮৩ :** ৪-৩৭। মণিকূট লিখিলো। প্ৰান্তিকৰ শ্ৰীলংকা সম্পৰ্কীয় প্ৰবন্ধ এটা চালো। প্ৰান্তিকলৈ গ'লো। আহি ১২ বজাৰ পৰা ২ বজালৈ মণিকূট লিখিলো। আধাঘণ্টা সঁফুৰাৰ কাম কৰিলো। ২-৩০ বজাত পাঠশালালৈ বুলি গাড়ীত উঠিলো।

৬-০৫ বজাত পাঠশালা পালোহি। ৭-৩০ বজাত ৰিহাৰ্ছেল। ১১-৩০ বজাত শেষ।

ৰঙিয়াত পুলিছে পহৰা দি থকা নেতা (মন্ত্ৰী হ'বলা) এজনে চাহ-ভুজিয়া খোৱা দেখিলো। কি অৱস্থা নেতাৰ!

**২২.৮.৮৩ :** ৫-০৫। উঠিয়েই গল্পটোৰ বাকীখিনি শুদ্ধ কৰিলো। তাৰ পাছত ওলালো। ৬-৩০ বজাত গুৱাহাটীলৈ আহিলো। লগত শ্ৰী যুগল দাস ছাৰ আৰু শ্ৰী হীৰামন গোস্বামী*। প্ৰান্তিকত সোমালো দহ বজাত। ঘৰ পায়েই প্ৰান্তিকৰ 'চিঠি-পত্ৰ'। ৰাতি এঘণ্টা 'নিষ্প্ৰদীপ'। ৯-৩০ বজালৈকে চিঠি-পত্ৰ ঠিক কৰিলো।

* শ্ৰী যুগল দাস ছাৰক প্ৰযোজক কৃষ্ণ ৰয়ে 'আম্ৰপালী' নাটকখনৰ সাজ-পাৰ, দৃশ্য আদিৰ বিষয়ে পৰামৰ্শ দিবলৈ নিমন্ত্ৰণ কৰি নিছিল। হীৰামন গোস্বামীক নিমন্ত্ৰণ কৰি নিছিল আলোকসম্পাতৰ উপদেষ্টা হিচাপে।

**২৩.৮.৮৩ :** ৪-৪৫।...২-৩০ বজাত পাঠশালালৈ আহিলো। লগত ড. প্ৰভাকৰ। তেওঁ এতিয়া 'হিন্দু' কাকতৰ Special Correspondent হৈ আহিছে। তেওঁ ভ্ৰাম্যমাণ থিয়েটাৰৰ বিষয়ে লিখিব। * ...

* ড. এম. এছ. প্ৰভাকৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ ৰিডাৰ আছিল। ১৯৭৫ চনমানত তেওঁ Economic and Political Weekly নামৰ কাকত এখনৰ চাকৰি লৈ মুম্বাইলৈ গৈছিলগৈ। পাছত তেওঁ গুৱাহাটীলৈ হিন্দু কাকতৰ সংবাদসেৱী হৈ আহিছিল। তাৰ পাছত তেওঁ সেই কাকতৰ সংবাদসেৱী হিচাপেই দক্ষিণ আফ্ৰিকাৰ কে'প টাউনত আছিলগৈ।

ডায়েৰিত প্ৰভাকৰৰ কথা পাওঁতে আজি তেওঁৰ বিশিষ্ট বন্ধু, অৰুণাচল বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য ড. অন্নদাচৰণ ভাগৱতীলৈ ফোন কৰি তেওঁৰ সম্পূৰ্ণ নামটো জানিবলৈ চেষ্টা কৰিলো। জানিলো,—প্ৰভাকৰ হ'ল Motnahalli নামে ঠাইৰ Surappa নামৰ মানুহ এজনৰ পুতেক। গতিকে তেওঁৰ নাম Motnahalli Surappa Prabhakar.

**২৮.৮.৮৩ :** ৪-৫০। বস্তু-বাহানি সামৰিলো। জিণ্টিহঁত সকলোকে লৈ ৬-৩০ বজাত পাঠশালা এৰিলো। ১০-১০ বজাত ঘৰ পালোহি। মেজ চাফা কৰি প্ৰথমতে শেষপৃষ্ঠাত ধৰিলো। তাৰ পাছত অন্তৰীপ। অলপ ৰ'লেই বহাতে টোপনি আহে। অথচ ২৮ তাৰিখ। ২৯-৩০ তাৰিখে অসম বন্ধ। গতিকে ২৯ তাৰিখে পুৱা ৬ বজাৰ আগতে বস্তুখিনি প্ৰান্তিক পাবগৈ লাগে। গোটেই নিশা টোপনিয়াই আছোঁ, লিখি আছোঁ।

**৩০.৮.৮৩ :** ৪-৪০। ল'ৰাজনে (গোপীয়ে) ছাইকেলৰ বে'ল বজাওঁতে শোৱাৰ পৰা উঠিলো। তেওঁক প্ৰান্তিকৰ পেকেটটো দিলো।*

জনতা কাৰফিউ। ড.নৃপেন শৰ্মাই* ক'লেহি, — CRPF-এ তেওঁৰ ফাৰ্মাছিৰ তলা ভাঙিলে। দোকানখন খুলি থৈছে। শৰৎ ফুকন নামৰ পুলিছৰ মানুহজনে নিজে আগত থাকি এইখিনিৰ দোকানবোৰ খোলাইছে.—কাৰণ ৰাজীৱ গান্ধীয়ে দোকান খোলা দেখি যাব লাগে। ...

* ৰাতিপুৱা সোনকালে প্ৰান্তিকলৈ বস্তু পঠাবলৈ মই আছাম-ট্ৰিবিউন গোষ্ঠীৰ বাতৰিকাকত বিলোৱা হকাৰ দুজনমানৰ লগত বন্দবস্ত কৰি লৈছিলো। তেওঁলোকে কাকত আনিবলৈ যাওঁতে মোৰ পৰা প্ৰান্তিকলৈ পঠাবলগীয়া পেকেটটো লৈ যায়, আৰু আছাম-ট্ৰিবিউন বিল্ডিঙৰ চৌহদতে থকা প্ৰান্তিকৰ কাৰ্যালয়ত দুৱাৰৰ তলেদি সুমুৱাই থৈ আহে।

* ড. নৃপেন্দ্ৰ নাথ শৰ্মা আমাৰ চুবুৰীয়া। দন্ত চিকিৎসক।

**২-৯.৮৩ :** ৪-৩৫। ... উলুবাৰীৰ কলিতাৰ কাঠৰ দোকানত ৫০০ (পাঁচশ) টকা দিলো।* এবছৰীয়া বাকী। আগতে দুদিন গৈছিলো, মণ্টুক লগ পোৱা নাছিলো। আজিও তেওঁ নাই। আন দুজন আছিল, তেওঁলোকক দি আহিলো। ...

* আমাৰ ঘৰটো সজাওঁতে এই দোকানখনৰ পৰা কাঠ কিনিছিলো। মণ্টু নামৰ ল'ৰা এজনে মোক বছা-বছা কাঠ দি সহায় কৰিছিল আৰু বাকীকৈ কাঠ দিছিল। শালকাঠৰ প্ৰতি কিউবিক ফিটৰ দাম আছিল চল্লিছ টকা। এতিয়া সেই কলিতাৰ দোকানখন কোনখিনিত আছিল, বিচাৰি উলিয়াবলৈকে টান।

**৪.৯.৮৩ :** ৬-০৫। ... সঁফুৰাৰ কাম কৰিলো। শ্ৰী অম্বিকাপদ চৌধুৰী আহিল। দ্বিতীয় বছৰৰ প্ৰথম সংখ্যাৰ পৰা সঁফুৰাৰ আকাৰ ডাঙৰ হ'ব আৰু দাম তিনি টকা হ'ব। মই

নিয়মীয়া হোৱাৰ ওপৰত জোৰ দিলো। তেখেতে মোৰ মাননিও বঢ়াব বুলি ক'লে (নিজে ক'লে)। পিছবেলা প্ৰান্তিকৰ কাম কৰিলো। ৰাতিও।

**৭.৯.৮৩ :** ৫-৩৫। ... প্ৰান্তিকলৈ গ'লো। সঁফুৰাত পেকেট এটা নিজে দিলোগৈ। প্ৰান্তিকৰ অফিছত শ্ৰী দীনেশ গোস্বামীক (এম.পি.) লগ পালো। তেখেতে কিছুদিনৰ আগতে বিষ্ণু ৰাভাৰ বিষয়ে দুশাৰীমান লিখিবলৈ চিঠি এখনেৰে অনুৰোধ কৰিছিল; আজি আকৌ ক'লে। ৰাতি লাইট নাই। কাম বন্ধ।

**১২.৯.৮৩ :** ৪-৩০। ... শেষপৃষ্ঠা লিখিলো। ৮ বজাত শেষ। প্ৰান্তিকলৈ গ'লো। ১০-৪৫ লৈকে তাত কাম কৰিলো। তাৰ পৰা Science Society লৈ গ'লো। Science for Woman Publication-অৰ মিটিং। শ্ৰী ক্ষীৰধৰ বৰুৱা, শ্ৰী ডিম্বেশ্বৰ চলিহা, ড. ৰণেন চক্ৰৱৰ্তী আৰু শ্ৰী ললিত বৰা আহিল।* ২-৩০ বজাত মিটিং শেষ। ৰাতি ৮ বজালৈকে প্ৰান্তিকৰ কাম কৰিলো।

* অসম বিজ্ঞান সমিতিয়ে ঘৰুৱা, সাধাৰণভাৱে শিক্ষিত তিৰোতা মানুহে সহজে বুজিব পৰাকৈ দৈনন্দিন জীবনৰ বিষয়বস্তুক লৈ (যেনে পানী, গেছৰ চৌকা আদি) এলানি সৰু-সৰু কিতাপ লিখাৰ আঁচনি লৈছিল। আঁচনিখনৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ পৰা আৰ্থিক সাহায্য পোৱাৰ কথা আছিল। মোক ড. কুলেন্দু পাঠক আৰু ড. দীনেশ চন্দ্ৰ গোস্বামীয়ে কিতাপলানিৰ সম্পাদক হ'বলৈ অনুৰোধ কৰিছিল, আৰু মই সেই দায়িত্ব গ্ৰহণ কৰিছিলো, কেইবাখনো কিতাপৰ পাণ্ডুলিপি সম্পাদনা কৰি দিছিলোও; কিন্তু পাছত আঁচনিখনৰ কি হ'ল, গম নাপালো।

**১৭.৯.৮৩ :** ৪-৪০। ঘৰৰ কাম। বিছ মিনিট। প্ৰান্তিকৰ—'পৰীক্ষাত নকল' সম্পৰ্কীয় চিঠিবোৰ edit কৰিলো। অলপ ক্ৰিকেটখেল চালো। জিণ্টিৰ পৰীক্ষাৰ result সম্পৰ্কে কিছুমান 'ভাল লগা' উৰা-বাতৰি ওলাইছে। কিন্তু তাৰ মাজতে বৰ depressing (মোৰ মানত) উৰা-বাতৰিও ওলাইছে। মনটো উগুল-থুগুল লাগিছে। পিছবেলা প্ৰান্তিকৰ প্ৰেছলৈ গ'লো। বিশ্বকৰ্মা পূজা। তাৰ পৰা অৰুণ শৰ্মাহঁতৰ ঘৰলৈ গ'লো। তাতো শ্ৰী মতী শৰ্মাই তেখেতসকলৰ মিতালী সংঘত শুনি অহা খবৰ দিলে,—জিণ্টিয়ে বোলে মেট্ৰিকত ষ্টেণ্ড কৰিছে। ...

**২১.৯.৮৩ :** ৪-৫৫। পুৱা কাম কৰি আছোঁ। এওঁৰ লগৰ বাসন্তীয়ে* ফোন কৰি ক'লে, "জিণ্টিয়ে ষ্টেণ্ড কৰিছে।" আজি ৰিজাল্ট ওলাব, এতিয়াও উৰা-বাতৰি? মই এওঁক ক'লো, —সোধা—ক'ৰ পৰা জানিলে। বাসন্তীয়ে ক'লে, শিক্ষামন্ত্ৰীলৈ লিষ্ট এখন আহিছে, কোনোবাই তাৰ পৰা জানি কৈছে। মই ভাবিলো—অন্ততঃ এটা প্ৰমাণ চোৱা যাওক। শিক্ষামন্ত্ৰী মুকুট শৰ্মালৈ ফোন কৰিলো। সুধিলো—কথাটো হয়নে। তেওঁ কলে— নহয়।

১০-৩০ বজাত ব'র্ডৰ অফিছলৈ গ'লো। ছেক্রেটেৰি কৃষ্ণ বৰাই মাতিছিল। গ'লো। ১১ বজাত তেওঁ ৰিজাল্টৰ বহী এখন দিলে। জিণ্টিয়ে G.M., G.Sc. আৰু G.ত লেটাৰ পাই 1st division -অত কৰিছে। Geography ত highest mark পাইছে।

* বাসন্তী লস্কৰ। সদ্যহতে বাতৰিকাকতত এওঁ লিখা প্ৰবন্ধ পঢ়িবলৈ পাইছোঁ।

**২৪.৯.৮৩ :** ৫-৪০। ...নগাঁৱৰ মনোজ গোস্বামী* আহিল। ৩০।৯।৮২ তাৰিখে তেওঁৰ লগত নগাঁৱত কথা পাতিছিলো। সেইবোৰ প্ৰকাশ নকৰিবলৈ লিখা চিঠিখন পাই তেওঁ আহিছে। এতিয়াও মানা কৰিলো। তেওঁক গল্পৰ কথাহে বেছিকৈ ক'লো। ... ইণ্টাৰভিউ আদি মোৰ কাৰণে গুৰুত্বপূৰ্ণ নহয়।

* মনোজ কুমাৰ গোস্বামী। গল্পলেখক। সংবাদসেৱী।

**২৮.৯.৮৩ :** ৫-০৫। ... আবেলি শ্ৰীমতী ৰাণী বেজবৰুৱাৰ* তালৈ এওঁক* লৈ গ'লো। ২৯ তাৰিখে সংগীতানুষ্ঠান। এওঁলোক দহ গৰাকীমানে চেতাৰ বজাব লাগে। মই অবাক হৈছোঁ। আজিৰ দিনত গুৱাহাটীৰ মাজমজিয়াত এনেকৈ function হয়! ...

* কল্পনা বেজবৰুৱা। বৰ্তমানে সহায়িকা শিশু নিৰ্দেশন কেন্দ্ৰৰ প্ৰতিষ্ঠাপক সঞ্চালিকা।
* এওঁক মানে মোৰ পৰিবাৰ প্ৰীতিক। মই অবাক হোৱাৰ কাৰণ হ'ল,—ঘাইকৈ চখত, নতুনকৈ চেতাৰ শিকিবলৈ লোৱা কেইগৰাকীমান বোৱাৰীক শিকাই-বুজাই শ্ৰীমতী বেজবৰুৱাই মঞ্চত তুলি দিব,—এই ধৰণৰ 'অৰ্কেষ্টা'ৰ আয়োজন সেই তাহানি নগাঁৱৰ সুশীল ঠাকুৰৰ আয়োজনৰ পাছত দেখা মনত নপৰে।

**২৯.৯.৮৩ :** ... সন্ধিয়া সঁফুৰাৰ প্ৰেছলৈ গ'লো। ৬-৩০ বজাত ৰাণী বেজবৰুৱাৰ সংগীতানুষ্ঠান। এওঁলোকৰ এঘাৰ গৰাকীয়ে চেতাৰ বজোৱা অনুষ্ঠানটোৱে স্বাভাৱিক সহানুভূতি পাইছে। এঘাৰখন চেতাৰ মঞ্চত বজা—বহুদিন দেখাই নাছিলো। ...

**৩০.৯.৮৩ :** ৪-৫৫। ... চাৰু মহন্তই* শংকৰদেৱৰ জন্মোৎসৱলৈ মাতিলে। মই তেখেতক লগ পাব খুজিলো। সভাত বক্তৃতা দিবলৈ বেয়া পোৱা প্ৰবৃত্তিটো মোৰ অতি প্ৰবল হৈ আহিছে। তেখেতে দুখন সভালৈ মাতিলে। বেয়া পাব পাৰে; গতিকে লগ ধৰি বুজাই ক'ব খুজিছোঁ। ...

* চাৰু মহন্ত ঃ সংবাদসেৱী। এসময়ৰ 'অসম বাতৰি'ৰ সম্পাদক। পাছলৈ অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ বিষয়া।

**৬.১০.৮৩ :** ৪-৪৫। ... ৯-৩০ বজাত জিণ্টিক লৈ কটন কলেজত নাম ভৰ্তি কৰিবলৈ গ'লো। গৈয়েই শুনিলো, শতকৰা ৭৪ ভাগ নম্বৰ পোৱা প্ৰাৰ্থীলৈকেহে seat দিয়া হ'ব। —তাৰ মানে চোকা ল'ৰাৰ সংখ্যা ইমান বাঢ়িছে। ইমান চোকা ল'ৰাৰ কলেজ —কটন

কলেজৰ অৱস্থা বেলেগ হ'ব লাগিছিল।

জিণ্টিয়ে নাম লগোৱাৰ পাছত মাম,* মই আৰু জিণ্টি Rumble নামৰ ৰেস্তোঁৰাত সোমাই চাহ আৰু কাটলেট খালো। (মামে সহায় কৰি দিয়াৰ কাৰণে তেওঁক দিয়া উপহাৰ হিচাপে।) কিযে rumble ! কেতিয়া ওলাওঁ কেতিয়া ওলাওঁ লাগিল।

* মাম ঃ মিতালী গোস্বামী। এতিয়া সন্দিকৈ ছোৱালী কলেজৰ শিক্ষয়িত্ৰী।

**১৪.১০.৮৩ :** ৫-৩০। ... গাড়ীখন ধুলো। বৰ ভাগৰ লাগিল। ইফালে গৰম। আজি মই ঠিক কৰিলো—মই এনেকুৱা শাৰীৰিক পৰিশ্ৰমৰ মানুহ নহওঁ। এনেকৈ কাম কৰিলে কেতিয়াবা বিপদহে হ'ব।

আবেলি ড. দীনেশ গোস্বামী আহিল। সঁফুৰাৰ কাৰণে তেওঁক বেংককৰ মিটিঙৰ কথা লিখিবলৈ ক'লো। গল্প লিখিবলৈও ক'লো।

তেওঁ বেংককৰ পৰা মোলৈ এটা electronic lighter আনিলে। দাম ১৬০ টকা। ...

**১৫.১০.৮৩ :** ৪-৪০। ... ফিল্ম এখন চাবলৈ গ'লো। চতুৰ্থ সপ্তাহ চলিছে—অপ্সৰাত। ভালক ভাল, বেয়াক বেয়া বুলি চিনি পোৱাৰ বোধটো আমাৰ যদি এনেকুৱাই হয়, তেনেহ'লে কোন সাহেৰে এখন ভাল ছবি কৰিম? বৰ হতাশজনক পৰিবেশ। এনে পৰিবেশতো যে ৩২ হাজাৰ কপি প্ৰান্তিক বিক্ৰি হয়, সেইটোৱেই একমাত্ৰ আশাৰ কথা। তথাপি নিজৰ দৃঢ়তা নেৰোঁ। চলচ্চিত্ৰ, থিয়েটাৰ. প্ৰান্তিক, সঁফুৰা.—সকলোকে এটা পৰ্যায়লৈ নিমেই।

**১৭.১০.৮৩ :** ৫-৫৫। ... ১-৩০ বজাত নাৰেংগীৰ বিদ্যুৎ পৰিষদৰ আবাসিক ক্ষেত্ৰৰ শংকৰদেৱৰ ৫৩৫তম আবিৰ্ভাৱ মহোৎসৱৰ মুকলি সভালৈ গ'লো। বিশিষ্ট অতিথি হিচাপে। আনগৰাকী বিশিষ্ট অতিথি শ্ৰী যুগল দাস। সভাপতি শ্ৰী লক্ষ্যধৰ চৌধুৰী।

মই ক'লো,—বৰগীতৰ সুৰৰ স্বৰলিপিৰ আজি ইমানদিনে একো নহ'ল; —অহা জন্মোৎসৱৰ আগতে মই কামটো আৰম্ভ কৰাম।

**১৮.১০.৮৩ :** ৫-১৫। প্ৰান্তিকৰ প্ৰবন্ধ দুটা ঠিক কৰি, ১০-১৫ বজাত প্ৰান্তিকত সেই দুটা দি, অনুৰাধাত Kramer Vs. Kramer চাবলৈ গ'লো। টিকেট কিনি বাণী মুদ্ৰণীলৈ গ'লো। তাত সঁফুৰাৰ প্ৰবন্ধ আদি দিলো। তাৰ পৰা আহি ছিনেমা ঘৰত সোমালো। বহুত দিনৰ মূৰত মন জোকাৰ খোৱা, ভাল ছিনেমা এখন চালো। কি যে সুন্দৰ অভিনয়! অভিনয় আৰু পৰিচালনাৰ এনে মাহাত্ম্য যে ভাষা নুবুজা মানুহৰো অন্তৰ বিগলিত হয়। চকু পানী বন্ধ ৰাখিবলৈ মই যেনেকৈ চেষ্টা কৰিছোঁ, নায়ক-নায়িকায়ো ঠিক তাকে কৰিছে। ফলত এক অদ্ভুত interaction হৈছে। ...

ৰাতি প্ৰান্তিকলৈ অহা গল্প আঠটা পঢ়িলো। বৰ নিৰাশজনক অৱস্থা।

**২০.১০.৮৩ :** ৫-১৫। ফুৰিবলৈ গৈ নগেন হাজৰিকাক (নগা ককাইদেউক) বহি থকা দেখিলো। পুখুৰীপাৰত দুজনী ছোৱালীয়ে কাঁহী-বাটি ধুইছে। পানীত হাঁহ চৰিছে। ওচৰ চাপি গ'লো। তেখেতে বহা কোঠালিৰ ছিলিঙৰ কাৰণে কাঠৰ ফ্ৰে'ম এটা সজাইছে। এতিয়ালৈকে সাত হাজাৰ টকা খৰচ হৈছে; চাৰি মাহ সময় গৈছে। অথচ মানুহজনে ঘৰটোৰ ভিতৰখনৰ অকণো চিজিল লগোৱা নাই। মোৰ মতে এয়ে ঠিক। তেওঁ কাঠেৰে নিজে সজা পুতলা কেইটামান দেখুৱালে।*

* নগেন্দ্ৰ চন্দ্ৰ হাজৰিকা বা নগা হাজৰিকাৰ কথা মই মোৰ জীৱন-বৃত্ত নামৰ কিতাপখনত দীঘলীয়াকৈ লিখিছোঁ। ৰাজনীতি আৰু বুৰঞ্জীৰ প্ৰতি আগ্ৰহ থকা এই বুদ্ধিমান মানুহজনৰ প্ৰতি ঘাইকৈ আকৃষ্ট হৈছিলো তেখেতৰ কথা কোৱা আৰু একোটা বিষয় ব্যাখ্যা কৰাৰ ধৰণটোৰ কাৰণে। এই ধৰণটো তেখেতে লিখা প্ৰবন্ধসমূহতো বিদ্যমান। মই লগ পোৱা বিচিত্ৰ চৰিত্ৰৰ মানুহখিনিৰ মাজত নগা ককাইদেৱো এজন। মই তেখেতৰ পৰা বৰ্তমানে ঘৰ সাজি থকা মাটিডোখৰ কিনিছিলো। কিছুদিনৰ আগতে তেখেতে মোলৈ দুখন চিঠি লিখিছিল। এখনত লিখিছিল,-- তুমি মোক লগ পাবলৈ অহা উচিত। কাৰণ মই বয়সত তোমাতকৈ ডাঙৰ। ইখনত লিখিছিল,—মই তোমাক পাহৰি যোৱাৰ দৰেই হৈছে। এবাৰ-দুবাৰ নাহা কিয়?

মই বহুত দিন তেখেতৰ ওচৰলৈ যাব পৰা নাছিলো। ২৮।৩।২০০১ তাৰিখে তেখেত ঢুকাল। ঢুকুৰাৰ আগতে তেখেতক দেখা নাপালো।

**২৩.১০.৮৩ :** ৫-১০। ... বজাৰ। ভাত খোৱা আলহী। ক্ৰিকেট। ৩-৫০ বজাত শ্যামকানুৰ চিত্ৰ-প্ৰদৰ্শনী। দুই মিনিটমান কৈ উদ্বোধন কৰিলো। এওঁৰ ছবিবোৰ এটা বিশেষ পেটাৰ্ন আছে। ৰঙৰ contrast এওঁ বেছি ভাল নাপায় যেন লাগে। মানুহৰ মঙহতকৈ ছালৰ তলৰ আকৃতিৰ প্ৰতি আগ্ৰহ। মুখবোৰ যন্ত্ৰণা আৰু চিন্তাত গধুৰ।

নীলমণি ফুকন, প্ৰফুল্লদত্ত গোস্বামী আদিক লগ পালো। নৰেন শৰ্মাক (Ex President Y. Congress-I) লগ পালো। তেওঁৰ তেজপুৰৰ ঘৰটোত বোলে কোনোবাই জুই লগাই দিলে।

**২৯.১০.৮৩ :** ৪-০৫। ৬-১০ বজাত ঘৰৰ পৰা ওলাই ১০-১৫ বজাত যোৰহাট পালোগৈ। ... ৰন্ধা-বঢ়া কৰা ল'ৰা গৈগৈয়ে Transistor এটা দিলে, দিনটো ক্ৰিকেট কমেণ্টেৰি শুনিলো আৰু note prepare কৰিলো। V.C. প্ৰফুল্ল বৰা,* লক্ষ্মীনন্দন* সকলো তিনিচুকীয়ালৈ গৈছে,—অসম বিজ্ঞান সমিতিৰ মিটিং।

গধূলি নীৰেন বৰুৱাক (ভবেন বৰুৱাৰ ভায়েক) পালো। তিনিখন One act play চালো। ৯ বজাত গেষ্ট হাউছলৈ উভতিলো।

* ড. প্ৰফুল্ল চন্দ্ৰ বৰা নগাঁৱৰ পাঠশালা স্কুলত মোৰ সহপাঠী আছিল।
* লক্ষ্মীনন্দন বৰা। মোৰ হাইস্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ৰ সহপাঠী। লেখক। অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি।

**৩০.১০.৮৩ :** ৪-৪০। ... পুৱা এপাক ফুৰিলো। ৯ মান বজাত প্ৰফুল্ল বৰা আহিল। তেওঁ মোক চহৰলৈ নিলে। যোৰহাট ইঞ্জিনিয়াৰিং কলেজৰ শশী শৰ্মাৰ* তালৈ গ'লো। তেওঁ নাই। ডিব্ৰুগড়লৈ গৈছে চিকিৎসাৰ কাৰণে। ... আবেলি মিটিং। তিনি বজাত। প্ৰতিজন অসমৰ যুৱক-যুৱতীয়ে দুজন অবৈধ বিদেশীৰ কাম কৰিব লাগিব,—সেইটোৱেই মোৰ কথাৰ মূল theme. ...

* শশী শৰ্মাই নগাঁও গৱৰ্নমেণ্ট হাইস্কুলত আমাতকৈ এশ্ৰেণী তলত পঢ়িছিল। তেওঁ মোৰ ঘনিষ্ঠ বন্ধু আছিল। চোকা আৰু অতি ভদ্ৰ স্বভাৱৰ ল'ৰা আছিল। যাদৱপুৰ ইঞ্জিনিয়াৰিং কলেজৰ পৰা পাছ কৰি আহি তেওঁ শিক্ষকতা কৰিবলৈ লৈছিল, আৰু শেষত যোৰহাট ইঞ্জিনিয়াৰিং কলেজৰ অধ্যক্ষ হৈছিল। যি অসুখৰ কাৰণে সেইদিনা তেওঁ ডিব্ৰুগড় মেডিকেল কলেজলৈ গৈছিল, সেই অসুখে তেওঁক লগ এৰা নিদিলে। তেওঁক পাছত আৰু কেতিয়াও লগ নাপালো। মোৰ কাৰণে এজন উল্লেখযোগ্য আৰু স্মৰণীয় বন্ধু।

**৩১.১০.৮৩ :** ৫-২০। ... ৯ মান বজাত লক্ষ্মীনন্দন আহিল। ১১ বজাত সি মোক সিহঁতৰ ঘৰলৈ নিলে। ভাত খালো। এক বজাত এয়াৰপ'ৰ্ট। ২-৩০ বজাত খবৰ পালো, —প্লেনখনৰ গণ্ডগোল হৈছে। নাযায়। লক্ষ্মীনন্দনে ASTC লৈ নিলে।

ইয়াৰ পাছৰ কথাখিনি ডায়েৰিৰ ভাষা এৰি মুকলি ভাষাৰে কওঁ। পৰিবহন নিগমৰ আস্থানত থকা মুখ্য বিষয়াজন আমাৰ প্ৰায় ঘৰুৱা ল'ৰা। কুমুদ বৰা ওৰফে বাপটি। তেওঁ মোক ৰাতিৰ বাছৰ টিকেটৰ ব্যৱস্থা কৰি দিলে। এনে যাত্ৰাৰ বাবে মই সাজু নাছিলো। তেওঁক ক'লো,—মোক সুবিধাজনক ছিট এটা দিয়া,— যাতে যাত্ৰাটো আৰামৰ হয়। বুকিং ক্লাৰ্কৰ লগত আলোচনা কৰি তেওঁ মোক দহ নম্বৰ ছিটটো দিলে। সেইটোৱেই বোলে বাছখনৰ আটাইতকৈ ভাল ছিট। ছিট নম্বৰ লৈ আকৌ লক্ষ্মীনন্দনহঁতৰ ঘৰ। আকৌ ৰাতিৰ সাঁজ। দিনৰ সাঁজ মাছে-মঙহে খালো, বিদায় ল'লো,—আকৌ ৰাতিৰ সাঁজ,—এইটো বৰ অস্বস্তিকৰ কথা। লক্ষ্মীনন্দনৰ পৰিবাৰক এইবোৰ কথাকে কৈ শেষত ক'লো,—এতিয়া যাত্ৰাটো সুখৰ হ'লেই হয়। ধেমালি কৰি ক'লো,—কৈ-মেলি বাছৰ দহ নম্বৰৰ ছিটটো লৈছোঁ। ছিটটোত বহাৰ পাছত যদি কোনোবা যাত্ৰীয়ে অনুৰোধ কৰেহি—দহ নম্বৰ ছিটটো এৰি দিবলৈ!

লক্ষ্মীনন্দনৰ পৰিবাৰে হাঁহি-হাঁহি 'সিমানলৈ ভাবিব নালাগে দিয়ক'— যেন ভাব এটা দেখুৱালে।

যথা সময়ত দহ নম্বৰ ছিটত বহি আছোঁ, কবি-সাহিত্যিক-ৰাজনীতিক হেম বৰুৱা ছাৰৰ ভনীয়েক আইভি বৰুৱাই কাষলৈ আহি সুধিলে,—"বেয়া নাপায় যদি এই ছিটটো মোক দিবনে?"

মই লক্ষ্মীনন্দনৰ পৰিবাৰক কোৱা কথাখিনি তেওঁৰ আগত আকৌ দোঁহাৰিলো। তেতিয়া তেওঁ হাঁহিমুখেৰে নিজৰ ছিটলৈ উভতি গ'ল। (তাৰ দুবছৰৰ পাছত আইভি বৰুৱাই মই নির্মাণ কৰা 'অগ্নিস্নান' নামৰ চলচ্চিত্ৰখনত মহীকান্তৰ মাকৰ ভূমিকাত অভিনয় কৰিছিল।)

**৩.১১.৮৩ :** ৪-৪০। ...কালি লাই আৰু মূলা গুটি সিঁচি আৰম্ভ কৰিছিলো। আজি পালেংখিনি সিঁচিলো। ...

**৮.১১.৮৩ :** ৫-১০। ... ৯ বজাত গিৰিজা দাস (Director, Cultural Affairs) আহিল। তেখেতক বৰগীত সম্পর্কে গোটেই কথাখিনি বুজাই ক'লো। মই সদায় যি কৈ আহিছোঁ, (বৰগীতৰ authority আৰু standardisation সম্পর্কে) তাকে আকৌ ক'লো। তেখেতে কামটো হাতত ল'ম বুলি ক'লে। মই ক'লো,---আপোনাৰ দিনতে যেন কামটো শেষ হয়। জ্যোতি চিত্ৰবনৰ কথাও ক'লো।

**৯.১১.৮৩ :** ৪-৩৫। ব্যক্তিগত চিঠিপত্ৰ লিখিলো। গুৱাহাটী ষ্টেছনৰ বোমা বিস্ফোৰণত মৰা মানুহৰ সংখ্যা ১৭ হ'ল। ঘৃণনীয়, নিন্দনীয় ঘটনা। কিন্তু মুখ্যমন্ত্রীয়ে যে বাতৰি যোগনিয়াৰৰ আগত খং প্ৰকাশ কৰিছে,—মেডিকেল কলেজে লগে-লগে এম্বুলেনছ নপঠোৱাৰ কাৰণে,—সেইটোহে হাস্যকৰ। ...

**১০.১১.৮৩ :** ৫-৩০। ... কং(আই)ৰ সভা আৰু ইন্দিৰা গান্ধীৰ আগমন উপলক্ষে চাৰিওফালে পুলিছ-মিলিটেৰিৰ দৌৰাদৌৰি। ৰিকুইজিছন কৰাৰ প্ৰতাপত বাটত প্ৰাইভেট গাড়ী-মটৰ কমিছে। ...

... লিখিছোঁ। মন বহা নাই।

**১১.১১.৮৩ :** ৪-৪০। ... সন্ধিয়া ৫ বজাৰ পৰা ৮ বজালৈ নিষ্প্ৰদীপ। আমি ঘৰৰ পৰা দেখাত (নিষ্প্ৰদীপৰ হুকুম) কোনেও অমান্য কৰা নাই। এক নম্বৰ গেষ্ট হাউছ জিলিকি আছে। কোনোবাই কৈছে,—ইন্দিৰা গান্ধী আজি তাতে আছে। ...

**১২.১১.৮৩ :** ৪-৩০। পথ বন্ধ। অইন কোনো গাড়ী চলা নাই। মাজে-মাজে কেৱল বাছত 'দর্শক'; চৰকাৰে অধিগ্ৰহণ কৰা বাছে মিটিঙলৈ মানুহ কঢ়িয়াইছে। এইবোৰ কাণ্ড এইখন ৰাজ্যত আগতে দেখা নাছিলো। ...

অন্তৰীপ লিখিছোঁ। আবেলি ছাইকেল মাৰি অজিত* আহিল। অলপ পঠাই দিলো। ...

* অজিত শৰ্মা প্ৰান্তিকৰ কর্মচাৰী আছিল।

**১৯.১১.৮৩ :** ৫-৩০। ... লতাশিল পথাৰত 'সুৰংগৰ শেষত' চালো। আহোঁতে

দিছপুৰ check gate-অত পুলিছৰ মানুহজনে খবৰ দিলে,—ASEB ৰ C.E.-ৰ* পুতেকে মুখ্যমন্ত্ৰীলৈ গুলী মাৰিছিল। বৰ উদগ্ৰীৱ হ'লো। প্ৰদীপ বৰুৱালৈ ফোন কৰিলো। হয়।

ৰাতি ১১ বজাৰ বাতৰিলৈ বাট চালো। সেইটোৱেই প্ৰথম খবৰ। বৰ বেয়া লাগিছে।

* তেতিয়া মোৰ বন্ধু প্ৰবোধ শৰ্মা অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ চিফ ইঞ্জিনিয়াৰ আছিল। তেওঁ প্ৰদীপ বৰুৱাৰ ভিনিহিয়েক। গতিকে প্ৰথমে প্ৰদীপকে সুধিছিলো।

**২০.১১.৮৩ :** ৫-৪০। পুৱা ফোন কৰি প্ৰবোধ শৰ্মাৰ ল'ৰাটোৰ বিষয়ে প্ৰদীপৰ পৰা জানিব খুজিলো। নতুন খবৰ একো নাপালো। ...

আজি আমাৰ বিয়াৰ দিন।

**২১.১১.৮৩ :** ৪-৫০। ...বিমল সাহা* আহিছিল। তেওঁক ডিম্বেশ্বৰ চলিহাৰ* কিতাপখনৰ ছবিবোৰৰ কথা বুজাই দিলো আৰু ড. ৰণেন চক্ৰৱৰ্তীলৈ চিঠি এখন লিখি তেখেতক লগ ধৰিবলৈ ক'লো (অসম বিজ্ঞান সমিতিৰ কাম)।

প্ৰদীপে ফোনত ক'লে,—প্ৰবোধ শৰ্মা আৰু তেওঁৰ পত্নীক পুলিছে ধৰি নিছে।

সঁফুৰা আৰু প্ৰান্তিকৰ কাম ৰাতি ৯-৩০ বজাত শেষ কৰিলো।

* বিমল সাহা ঃ গুৱাহাটী বিশ্ববিদ্যালয়ৰ চাৰ্কৰিয়াল। চিত্ৰকৰ। মই জড়িত থকা বহু কিতাপৰ বাবে এওঁ ছবি আঁকি মোক সহায় কৰিছিল।

* অসম বিজ্ঞান সমিতিৰ আঁচনিখনৰ বাবে কটন কলেজৰ অধ্যাপক শ্ৰী চলিহাই এখন কিতাপ লিখিছিল। অন্য এখন কিতাপ লিখিছিল ড. ৰণেন চক্ৰৱৰ্তীয়ে।

**২২.১১.৮৩ :** ৪-৩০। ... বাংগালোৰলৈ যাবলৈ air ticket খন Rhino Travels-অৰ পৰা ল'লো। প্ৰান্তিকলৈ গ'লো। শুনিলো,—প্ৰবোধ শৰ্মা আৰু তেওঁৰ পত্নীক কঁকালত ৰছীৰে বান্ধি থানাৰ পৰা আদালতলৈ আনিছিল। ...

আবেলি পৰাগ দাস আহিছিল। কাছাৰ সম্পৰ্কে কথা পাতিলো। ...

**২৩.১১.৮৩ :** ৪-০৫। পুৱা টোপনি ভগাৰ অলপ পাছতে ঠিক কৰিলো—বাংগালোৰলৈ নাযাওঁ। এনেয়ে মোৰ প্ৰান্তিক আৰু সঁফুৰাৰ কাম শেষ হোৱা নাছিল (১১ বজালৈ কাম কৰি শেষ কৰিম বুলি ভাবিছিলো), তাতে শেহ ৰাতি প্ৰীতিৰ অসুখ;—মনটো মুকলি নালাগিল।

৭-৩০ বজাত ওলাই গৈ প্লেনৰ টিকেট cancel কৰিলো। বাংগালোৰলৈ telegram কৰিলো। ২১২ টকা এনেয়ে গ'ল। ...

**৩.১২.৮৩ :** ৫-১০।

প্ৰান্তিকলৈ গ'লো। প্ৰদীপৰ লগত ইন্দ্ৰজিত বৰুৱা বহি আছিল। প্ৰবোধ শৰ্মাৰ কথা ওলাল। এতিয়া হস্পিটেলত প্ৰবোধক বোলে লগ ধৰিবলৈ দিয়া হয়।

প্ৰবোধ ছাত্ৰ-জীৱনত মোৰ অতি ঘনিষ্ঠ বন্ধু আছিল। এতিয়া সঘনে লগ নাপাব পাৰোঁ; কিন্তু সেই বন্ধুত্বৰ ভাব এতিয়াও আছে। তেওঁক এবাৰ দেখা কৰাটো কৰ্তব্য বুলি তেতিয়াই হস্পিটেললৈ গ'লো।

কেবিনটোত তেওঁ অকলে আছে। চিপাহী-চন্তৰী কাকো নেদেখিলো। তেওঁ ক'লে,— "মোৰ ল'ৰাটো target নহয়; আচল terget মই। ...তুমি চাবা,— এই ঘটনাটো কিমান concocted.—লক-আপত বৰ কষ্ট। ইয়াত অন্ততঃ বেমাৰটোৰ চিকিৎসা চলিছে।"

তেওঁ ছিগাৰেট খুজিলে। মই mixture-অৰ পেকেটটো গাড়ীতে থৈ গৈছিলো। বাহিৰৰ গে'টৰ লোহাৰ মাজেদি হাত সুমুৱাই সিফালৰ দোকানখনৰ পৰা এপেকেট ছিগাৰেট আৰু এটা দিয়াচলাই কিনি প্ৰবোধক দি গুচি আহিলো। প্ৰায় দহ মিনিট তাত আছিলো। ...

**৪.১২.৮৩ : ৫-০৫।** সঁফুৰাৰ চিঠিবোৰ Physics, Chemistry, Botany আদি ভাগত ভাগ কৰিলো। প্ৰবন্ধবোৰ ভাগ কৰিলো—লেখক অনুসাৰে। পুৱা ৬ বজাৰ পৰা ১ বাজিল।

মাজত সৰ্থেবাৰীৰ বাপুজী কলেজৰ সাধাৰণ সম্পাদক আৰু আলোচনী সম্পাদক আহিল। আলোচনীৰ বাবে কেইটামান প্ৰশ্ন। ১২ তাৰিখে নৱাগত আদৰণী সভালৈ যাব লাগে। নোৱাৰোঁ বুলি বহুত বুজালো। মই যি তাৰিখ দিওঁ তেওঁলোক তাতেই মান্তি। বুজালো। আবেলি লক্ষীমপুৰ কলেজৰ সাধাৰণ সম্পাদক আহিল। ১১ তাৰিখে নৱাগত আদৰণী সভা। বুজালো।

**৫.১২.৮৩ : ৫-৪৫।** ... ড. ভগৱান লহকৰে* লক্ষীমপুৰৰ ল'ৰাহঁতৰ হৈ ফোনত সুধিছিল, মই যাব পাৰোঁ নে কি? বুজাই ক'লো,—নোৱাৰোঁ বুলি।

G.U. ৰ Physics -অৰ ল'ৰাই ড. ভূমিধৰ চৌধুৰী ছাৰৰ* ঘৰৰ পৰা ফোন কৰিছিল— freshmen social-অলৈ যাব লাগে,—কাইলৈ। নোৱাৰোঁ বুলি ক'লো। কাম আছে। ৰাতি প্ৰান্তিকৰ কাম।

* ড. লহকৰ শিক্ষাবিদ আৰু শিক্ষা-প্ৰশাসক। গুৱাহাটী কমাৰ্ছ কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। অসমৰ ৰাজনীতি-ক্ষেত্ৰৰ লগতো জড়িত।

* ড. চৌধুৰী ছাৰ পদাৰ্থবিজ্ঞানৰ অধ্যাপক আছিল। তেখেতে আমাক কটন কলেজত পঢ়াইছিল। পাছত তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হৈছিল।

**৬.১২.৮৩ : ৫-৪৫।** বিদেশৰ কাগজত ভুল তথ্যৰে অসমৰ অপপ্ৰচাৰ সম্পৰ্কে জাৰ্মেনিৰ পৰা ড. নিৰোদ বৰুৱাই পঠিওৱা paper cutting-অৰ কাষত ছপা কৰিবলগীয়া কথাখিনি লিখিলো। ড. বৰুৱাই যিমান উত্তেজিত হৈ চিঠিখন লিখিছে, মই সেই উত্তেজনা দমন কৰিছোঁ। ...

**৭.১২.৮৩ : ৫-১০।** প্ৰান্তিকলৈ গ'লো। তাতে ড. নেওগ ছাৰকো লগ পালো। জানুৱাৰিৰ পৰা তেখেতে প্ৰান্তিকত ধাৰাবাহিকভাৱে 'স্মৃতিকথা' লিখিব। এইটো মোৰ কাৰণে এটা সাফল্য। কাৰণ ড. নেওগ ছাৰ গ'লে লগতে বহু কথা যাব। সেইখিনি ৰাখিব

পাৰিলে ভাল হ'ব। আমাৰ মানসিকভাৱে দৰিদ্ৰ এই ৰাজ্যত এইবোৰৰ মূল্য বুজা মানুহ কিছু ওলালেও! ...

**৮.১২.৮৩ :** ৫-৩৫। আকৌ লিখাত বহিলো।

ৰাতি নীচা নগৰ নামৰ (১৯৪৬ চনত কান মহোৎসৱত স্বীকৃতি পোৱা) ছবিখন চালো। ১৯৪৬ চনৰ ছবি হিচাপে—কিছু ভাল বস্তু অ'ত-ত'ত সিঁচৰতি হৈ আছে।

বিশ্বকোষ এখনৰ পৰা সঁফুৰাৰ বাবে ছবি কিছুমান বাছিলো।

**১৪.১২.৮৩ :** ৫-২০। ...পাছবেলা আজি অনা পত্ৰালাপৰ পেকেটটোৰ চিঠিবোৰ বাছিলো। ড. হৰিপ্ৰসন্ন দাসৰ* ককায়েকৰ ঘৰৰ বিয়াখনলৈ গ'লো। ড. হীৰালাল দুৱৰাক* সঁফুৰাৰ পদাৰ্থবিজ্ঞানৰ প্ৰশ্নবোৰৰ উত্তৰ দিবলৈ কোৱাত তেওঁ সন্মত হ'ল। ড. ৰাজেন ভূঞাকো* কিছু প্ৰশ্নৰ উত্তৰ দিয়াৰ কথা ক'লো। ড. প্ৰতুল গোস্বামীক* বিজ্ঞান সমিতিৰ কিতাপ লিখাৰ কথা ক'লো। সকলো ৰাজী হ'ল।

* ড. দাস গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ অধ্যাপক আছিল। ড. দুৱৰা এতিয়া বিশ্ববিদ্যালয়খনৰ উপাচাৰ্য। ড. ৰাজেন ভূঞা আৰু ড. প্ৰতুল গোস্বামী গুৱাহাটী মেডিকেল কলেজৰ অধ্যাপক আছিল।

**২১.১২.৮৩ :** ৫-৫৫। ...শ্ৰী শিৱপ্ৰসাদ বৰুৱা আহিল। তেখেতে বৰদৈচিলা উলিয়ায়; গল্প এটা লাগে। মই তেখেতৰ লগত কথা পাতোঁতে— পুৰণি কথা,—যিবোৰ এজন লোকৰ মৃত্যুৰ লগে-লগে নাইকিয়া হোৱাৰ সম্ভাৱনা, সেইবোৰ লিপিবদ্ধ কৰাৰ ওপৰত জোৰ দিলো।

**২২.১২.৮৩ :** ৫-১০। ... কাৰেণ্টৰ কাৰণে ইমান কাম খতি হৈছে; সেইকাৰণে ASEB/Dispur-অৰ Excutive Engineer-অৰ সহায় বিচাৰিলো। তেখেতে মানুহ পঠিয়াই আমাৰ ঘৰটো এটা বেলেগ phase-অৰ লগত লগাই দিয়ালে (যিটো phase-ত break-down কম হয়)।

(ৰাতি এটাইকেইটা phase কিছু সময়ৰ কাৰণে বন্ধ)। ...

**২৩.১২.৮৩ :** ৫-৫০। অন্তৰীপ লিখিছোঁ। দহ বজাত আৰু সাত পৃষ্ঠা (upto page 15) পঠালো। দিনটো জিৰণি নল'লো।

... ড. ললিত বৰা আহিল বিজ্ঞান সমিতিৰ কামত।

... ৮ বজাত অন্তৰীপ শেষ কৰিলো। একেবাৰে শেষ। মনটো কিবা গধুৰ-গধুৰ লাগিল।

**২৫.১২.৮৩ :** ৫-৩০। ... কালি ভবেন বৰুৱাই কোৱা এটা কথা তাৎপৰ্যপূৰ্ণ ঃ

"কোনোবাই যদি কয়হি যে মই ডিটেকটিভ বিষয়ৰ আলোচনী এখন উলিয়াব খুজিছোঁ,

তেন্তে মই চিন্তা নকৰোঁ,—ভয় নাখাওঁ। কিন্তু কোনোবাই যদি কয়হি,—কলা-সংস্কৃতি বিষয়ৰ আলোচনী এখন উলিয়াব খুজিছোঁ, তেতিয়া লগে-লগে চিন্তিত হওঁ।"

**২৮.১২.৮৩ :** ৫-১৫। ... শেষপৃষ্ঠা দীঘল হ'ল। কেঁচী, আঠা আদি লৈ দহ লাইন কমালো।

... আজি কিয় জানো হঠাতে মনত পৰিল,—কলিকতাৰ হোষ্টেলত থাকোঁতে 'আৱাহন' আলোচনীখনৰ কাৰণে ছিনেমাৰ ('বেউলা') সমালোচনা লিখিছিলো,—সুনীতি ছদ্ম নামেৰে।

ঘৰৰ সমুখৰ বনুৱাহঁতক* পুৰণি কাৰ্পেট এখন দিলো—বিছনাত পাৰি ল'বলৈ। কালি ৰাতি সিহঁত ইটাৰ ওপৰত শুই আছিল। অসহ্য।

* বাংলাভাষী বনুৱা কেইজনমানে দিনত কাম কৰি ৰাতি ফটা তিৰপাল এখনেৰে তম্বুৰ নিচিনা আকৃতি এটাৰ সৃষ্টি কৰি তলতে শুবলৈ লৈছিল। ইমান ঠাণ্ডাৰ মানুহে তেনেকৈ কেনেকৈ শুব পাৰে, ভাবি অবাক হৈছিলো।

**২৯.১২.৮৩ :** ৫-১০। ... কলিকতাত আই-কংগ্ৰেছৰ প্লিনেৰি ছেছন সম্পৰ্কে বিভিন্নজনে লিখা প্ৰবন্ধ-পাতি পঢ়িলো।

মই প্ৰায়বোৰ সভাৰ ক্ষেত্ৰতে ভাবোঁ,—ইমান টকা-পইচা খৰচ কৰি যে সাধাৰণ মানুহবোৰ আহে, তাৰ পৰা কাৰ কি লাভ হয়? বেথলেহেমত বৰদিনৰ আগ ৰাতি মানুহ গোট খোৱা আৰু এইবোৰ সভাত মানুহ গোট খোৱাৰ পাৰ্থক্য আছে।

**৩০.১২.৮৩ :** ৫-৫০। ... আজি মোৰ হঠাতে চিন্তা হৈছে, জিণ্টিহঁতক আগলৈ সিহঁত যেনেকুৱা হ'ব বুলি ইমান কষ্ট আৰু যত্নেৰে ডাঙৰ-দীঘল কৰিছোঁ, তেনেকুৱা হ'বগৈনে? ...

**৩১.১২.৮৩ :** ৫-১০। ... প্ৰান্তিক কালিয়েই ওলাল। 'অন্তৰীপ' শেষ হোৱাটো চালো। উপন্যাসখন যেনেকৈয়ে শেষ নহওক, ছপাত শেষ হোৱা দৃশ্যটো বেয়া লাগিল। হওক; কিনো কথা!

গধূলি ভবেন বৰুৱাই ফোন কৰিলে। প্ৰান্তিকৰ সাহিত্য অংশটোৰ কেইপাতমান বঢ়াই এটা বিশেষ ভাগ কৰিবলৈ তেখেতে বহুদিনৰ পৰাই কৈ আছিল; আজিও ক'লে। কবিতাবিলাক ভালকৈ সজোৱাৰ কথাও ক'লে।

... বুলগেৰিয়ান ফিল্ম এখন চাই আছিলো। TVৰ transmission বেয়া হৈ গ'ল। যেতিয়া ভাল হ'ল, তেতিয়া ইন্দিৰা গান্ধী ওলাল।

বিদায় ১৯৮৩।

**১৪.২.৮৪ : ইয়াৰ আগৰ পাতখিনি বেলেগ বেলেগ বহীত আছে। আজি দোকানত**

খবৰ কৰি ডায়েৰি নাপালো। হ'ব এইখনেই।*

পৰাগ দাসৰ প্ৰবন্ধটো ঠিক-ঠাক কৰি, সঁফুৰাৰ 'কিমান যে কথা'ৰ তিনিটা item লিখি ওলাই গ'লো। প্ৰান্তিক। পাণবজাৰ। ৰবীন্দ্ৰ ভৱনত গিৰিজা দাসৰ মেজত চিঠি এখন থৈ আহিলো। তেখেত বোম্বাইলৈ যাব। তাৰ পৰা মাৰপিট ফিল্মৰ negative এশ ফুট অনাত তেখেতে সহায় কৰিব লাগে।* ইন্দুকল্প তাতে আছে। Small Savings অৰ documentaryখনৰ কাৰণে লাগে। ...

* সময়মতে ১৯৮৪ চনৰ ডায়েৰি কিনা হোৱা নাছিল। অইন এখন বহীৰ পাতত নতুন বছৰটোৰ ফেব্ৰুৱাৰিৰ তেৰ তাৰিখলৈকে লিখিলো; তাৰ পাছত দুখন সৰু সৰু বহী কিনিলো। চৈধ্য তাৰিখৰ পৰা তাৰে এখনত লিখিবলৈ আৰম্ভ কৰিলো। সেই ৪৪ দিনৰ কথা থকা পাতখিনি এতিয়া বিচাৰি পোৱা নাই। কেতিয়াবা পাম বুলি আশা কৰিছোঁ।

* ক্ষুদ্ৰ সঞ্চয়ন সম্পৰ্কীয় তথ্যচিত্ৰখনত ধোঁৱাখুলীয়া স্বভাৱৰ গৃহস্থ এজনে পুত্ৰ-পৰিবাৰক লৈ, বাদাম চোবাই-চোবাই হিন্দী ফিল্ম চাই থকাৰ দৃশ্য এটা আছিল। ঠিক কৰিছিলো,— পৰ্দাত হিন্দী ফিল্মৰ মাৰ-পিটৰ দৃশ্য এটা দেখুৱাম। তাৰ বাবে প্ৰয়োজন হৈছিল তেনেকুৱা এটা দৃশ্যৰ নিগেটিভৰ। কেমেৰামেন ইন্দুকল্প হাজৰিকা তেতিয়া জ্যোতি চিত্ৰবনৰ কামত মুম্বাইত আছিল। তেওঁকো মই এই কামত সহায় কৰিবলৈ কৈছিলো। শেষত ফিল্মৰ সম্পদক বিজয় চৌধুৰীয়ে অমিতাভ বচ্চন আৰু আমজাদ খানৰ প্ৰচণ্ড মাৰ্বপিটৰ দৃশ্য এটাৰ নিগেটিভ যোগাৰ কৰি দিছিল। খৰচ পৰিছিল সাত শ টকা।

**১৫.২.৮৪ :** ... ভোলা কটকী* আহিল। তেখেতৰ চকু এটাত জেওৰাৰ কোব পৰিল। ইয়াৰ ডাক্তৰে তেখেতক দিল্লীলৈ যাবলৈ কৈছিল। কিন্তু বিশ্বনাথ চাৰিআলিৰ নেপালী গুৱাল এজনে গছপাত আৰু জালুকৰ ঔষধ এটা দিছে; সেইটো ব্যৱহাৰ কৰি তেওঁ ভাল পাইছে।

* মই পৰিচালনা কৰা 'অনিৰ্বাণ' চলচ্চিত্ৰৰ মুখ্য অভিনেতা।

**১৭.২.৮৪ :** পুৱা সঁফুৰাৰ প্ৰথম পৃষ্ঠা শেষ কৰি পঠালো। কাছাৰ সম্পৰ্কে বাকী টুকুৰাখিনি (প্ৰান্তিকৰ) পঢ়ি চালো। ঘৰুৱা, দৈনন্দিন, প্ৰজ্ঞা, সম্পাদকৰ কোঠালি ...ঠিক কৰিলো। ভিতৰ দুৱাৰেদি ল'ৰা এজন মেজৰ ওচৰলৈকে আহিল (শোৱা কোঠালৈ)। বিশ্ববিদ্যালয়ৰ পৰা আহিছে নবীন লেখক সমাৰোহলৈ নিবলৈ। মই বুজাই ক'লো,— ছপা চিঠিতহে মই নামটো দেখিছোঁ। মোক আগতে কোনেও একো কোৱাই নাই। মই তালৈ যাবলৈ সময় উলিয়াই ৰখা নাই। চোৱা,—এয়া ডেৰ বাজিছে। মই মেজত কাম কৰি আছোঁ। গাও ধোৱা নাই। (গা নোধোৱাকৈ ভাত খালো)। বহা কোঠাত আৰু দুজন আছিল। তেওঁলোককো বুজালো।

নোসোধা-নোপোছাকৈ নাম ছপা কৰা—এই মাহত এইটো দ্বিতীয় ঘটনা। কেইদিনমানৰ আগতে আকাশবাণীয়ে এনে কাম কৰিছিল।

**১৯.২.৮৪ :** ...প্ৰদীপ বৰুৱাই ফোনত খবৰ দিলে উবেদুল লতিফ বৰুৱা যোৱা নিশা ঢুকাল।

২৯।১।৮৪ তাৰিখে একেলগে তেখেতৰ লগত দিল্লীলৈ গৈছিলো। ৩০, ৩১ জানুৱাৰি আৰু ১ আৰু ২ ফেব্ৰুৱাৰি তাৰিখে একেলগে দুপৰীয়াৰ সাঁজ খাইছিলো, আকাশবাণী ভৱনৰ Conference room-অত। খোৱা মেজত তেখেতে আনন্দ কৰিছিল; অতীতৰ ধেমেলীয়া গল্প কৈছিল। গুৱাহাটীত পাৰিপাৰ্শ্বিকতাৰ মংগলৰ বাবে এখন ছত্ৰাইটি খোলাৰ বাবে তেখেতে নিজে আগভাগ ল'ব বুলি মোক কৈছিল।

আজি মানুহজন নাই?*

* উবেদুল লতিফ বৰুৱাই আকাশবাণীৰ ডাইৰেক্টৰ জেনেৰেল হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

**২০.২.৮৪ :** মোৰ জন্মদিন। ৫২ বছৰ পূৰ হ'ল। মোৰ প্ৰথম চিন্তা— আৰু পাঁচখনমান ফিল্ম কৰিবলৈ শক্তি পাম নে নাপাম।

... অমৃতজ্যোতি মহন্ত নামৰ এজনে লিখা 'ড. ভবেন্দ্ৰ নাথ শইকীয়াৰ অন্তৰীপ' নামৰ প্ৰবন্ধ এটা (পাণ্ডুলিপি) মোৰ হাতত পৰিল। প্ৰান্তিকলৈ পঠিয়াইছে। লেখকজন ভাল পাঠক। আচল ঠাইত গুৰুত্ব দিব পাৰিছে। কিন্তু শেষৰ মহীকান্তক মই বুজা ধৰণে বুজা নাই।

**২১.২.৮৪ :** ... জিণ্টিৰ জন্মদিন। আমাৰ চুবুৰিটোত এটা নিয়ম প্ৰবৰ্তিত হৈছে। সকলোৰে জন্মৰ তাৰিখ সকলোৱে জানে। সেইদিনা সেইজনৰ ঘৰলৈ সকলো যাবই। নামাতিলেও যাব। কিবা খাবলৈ দিয়া নিদিয়া সেইটো তোমাৰ কথা! ভালেই। আমি অলপ খোৱাৰ যোগাৰ কৰিলো। সকলো আহিল।

'সুদৰ্শনৰ এটা পাত' লিখিছোঁ।

**২২.২.৮৪ :** পুৱা ৫-৪৫। জিণ্টিয়ে কুকুৰ দুটা ফুৰাবলৈ নিছে। দূৰৰ পুলটোত বহি কোনোবাই মুখত আঙুলি সুমুৱাই হুইছেল বজাইছে। মই ওলাই গ'লো। গৈ দেখোঁ,— পুৱা দৌৰিবলৈ ওলাই অহা দুটা খীণ-মীন, বেয়া স্বাস্থ্যৰ ১৬-১৮ বছৰীয়া ল'ৰা। বৰ দুখ লাগিল। প্ৰচণ্ড খং উঠিল। এটা মোক দেখি আঁতৰি গ'ল। ইটোক মই সুধিলো,— "তোমালোক ফুৰিবলৈ আহিছা?" সি ভয়ত, নাৰ্ভাছ হৈ আৰম্ভ কৰিলে,—নহয় দাদা, — মই হুইছেল বজাব নাজানো কাৰণে... (ই শিকাইছে)। শেষৰ ডোখৰ ক'বলৈ নিদিলো। মোৰ হাতখন ... দাং খালে। সি দৌৰিল। তাৰ পাছত দুয়োটা দৌৰিল।

চাৰিমাহমানৰ আগতে আৰু তিনিটামান ল'ৰাই এইখিনিতে বান্দৰ-শিয়ালৰ নিচিনাকৈ চিঞৰি-চিঞৰি (দোকমোকালি) ব্যায়াম কৰিছিল। মই ওচৰলৈ গৈ ভালকৈ বুজাই কৈছিলো— ভাইটিহঁত, তোমালোকে পুৱা ব্যায়াম কৰাটো বৰ ভাল কাম; কিন্তু এনেকৈ নিচিঞৰিবা। বেয়া শুনি। তোমালোকৰ মনটোও বেয়া হয়। আজি কিন্তু মই খংটো দমাব নোৱাৰিলো।

'সুদৰ্শন' শেষ কৰি প্ৰান্তিকলৈ গ'লো। তাৰ পৰা শৰৎ সিংহৰ ঘৰত সোমাই তেখেতক মাত লগালো। তেখেতৰ পুতেক অপূৰ্বৰ* মৃত্যুত সঁচাকৈয়ে সান্ত্বনা দিয়াৰ ভাষা নাই।...

* অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ পুত্ৰ অপূৰ্ব সিংহই চফল ডেকা বয়সত মৃত্যু বৰণ কৰিছিল।

**২৫.২.৮৪ :** প্ৰান্তিকলৈ গ'লো। তাৰ পৰা ড. মহেশ্বৰ নেওগ ছাৰৰ তালৈ গ'লো। তেখেতে মোক মাতি পঠাইছিল। কালি লগত থকা ছোৱালীজনীয়ে (সুজাতাই) ফোনো কৰিছিল। ছাৰে ক'লে,—তেখেতৰ এতিয়া দুবেলা দুমুঠি খোৱাৰ চিন্তা। মই আচৰিত হ'লো। এতিয়া তেখেতক এটা engagement লাগে। নহ'লে চলিবলৈকে টান হ'ব। সুজাতাৰ কথাৰ পৰা যি বুজিলো— Tribune Building-অত এটা সুবিধা হ'ব পাৰে নে মই সেইটো চাব লাগে।

ছাৰে ঘৰটোৰ এফাল ভাঙি নতুনকৈ সজাবলৈ লৈছে। এই বয়সত অকলশৰীয়া মানুহজনে ঘৰ সজোৱা!

মই convinced, এতিয়া তেখেতে সাধনাসুলভ মনোবৃত্তিৰে কেৱল লিখা-পঢ়াৰ কাম কৰিব লাগে। আজিৰ পৰা ছবছৰমানৰ আগতে, পাতিয়ালালৈ যাবলৈ ওলাওঁতে, ময়েই,—বোধকৰোঁ একমাত্ৰ ময়েই, তেখেতক যাবলৈ মানা কৰিছিলো। ... তেখেতে ইয়াতে থাকি কিছু ভাল কাম কৰিব লাগে। বহুত কাম কৰিবলগীয়া আছে। কিন্তু তেখেত গ'ল। সম্পূৰ্ণ চাকৰি-জীৱন শেষ কৰি, পাঁচ বছৰ অধ্যাপক হৈ থাকি, এতিয়া তেখেতে কয়,—দুবেলা খাবলৈ নাই! Gracefully retire কৰি, চাকৰি-জীৱনতকৈ বেছি ডাঙৰ কাম কৰা মানুহ আমাৰ নোলাবই নে কি?

তেখেতক আমি প্ৰান্তিকৰ বাবে 'স্মৃতিচাৰণ'ৰ নিচিনাকৈ নিজৰ কথা লিখিবলৈ (পষেকত দুপাতকৈ) আজি দুবছৰে কৈ আছোঁ। তেখেতৰ সময় হোৱা নাই। অথচ তেখেত সাধাৰণ সভা-সমিতিবোৰত ঘূৰি ফুৰিছে।

আজি আকৌ লিখাৰ কথাটোকে ক'লো।*

পিছবেলা সঁফুৰাৰ এশমান চিঠি পঢ়িলো। গধূলি হৈ গ'ল। Current নাইকিয়া হ'ল। উঠিলো...

* ভাষা-সাহিত্য সম্পৰ্কীয় কামৰ ক্ষেত্ৰত ড. নেওগ ছাৰৰ লগত মই মাজে-মাজে অলপ ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিছিলো। সেইদিনা ছাৰক লগ পোৱাৰ পাছত, ডায়েৰি লিখাৰ সময়ত মই এক ধৰণৰ বিভ্ৰান্তি অনুভৱ কৰিছিলো, আৰু মোৰ মনলৈ যি ভাব আহিছিল তাকে লিপিবদ্ধ কৰিছিলো। আজিও লেখাখিনিত হাত নুফুৰালো।

**২৬.২.৮৪ :** ...গা ধুই উঠি T.V.ত Wild life-অৰ অনুষ্ঠান (চিলিৰ এণ্ডিজ অঞ্চলৰ প্ৰাণী) চালো। সুন্দৰ। বিশ্ববিদ্যালয়ৰ ছোৱালী দুজনী আহিল। ... তেওঁলোকৰ মুখৰ পৰা শুনিলো, যুৱ মহোৎসৱৰ শেষৰ দিনা হোষ্টেলৰ ল'ৰাই ৫০০ কণী চুৰ কৰিলে।—মহোৎসৱৰ ষ্ট'ৰৰ পৰা। এগৰাকী নৃত্যশিল্পীয়ে (মাদ্ৰাজৰ?) নাচৰ কথাবোৰ ইংৰাজীত বুজাই দিছিল। কোনোবাই চিঞৰিলে—অসমীয়াত কোৱা। নাটক দৰ্শকে শুনিব নোৱাৰে। চিঞৰ-বাখৰ।

মই এই যুৱ-উৎসৱ ১৯৬৩ চনত আৰম্ভ কৰিছিলো। ১৯৭২ চনত শেষবাৰলৈ জড়িত আছিলো। বৰ ভাল অনুষ্ঠান কৰিব খুজিছিলো। লাগি থাকিব পৰা হ'লে কৰিলোহেঁতেন।...

২৭.২.৮৪ : গুৱাহাটী বন্ধ। ৯ বজাৰ পৰা ৪ বজালৈ। ৫ বজাৰ পৰা ৭ বজালৈ নিষ্প্রদীপ। বর্তমান মন্ত্রীসভাৰ এবছৰ পূর্ণ হোৱা উপলক্ষে পতা প্রদর্শনীৰ বিৰুদ্ধে প্রতিবাদ।

'ফুলনি' (সঁফুৰাৰ) শেষ কৰিলো। প্রান্তিকৰ 'অহা সংখ্যাত' ঠিক কৰিলো। সঁফুৰাৰ এটা বিজ্ঞাপন design কৰিলো।

আবেলি এটা আলমাৰিত ৰং দিলো। ... নিষ্প্রদীপৰ সময় পাৰ হৈ যোৱাৰ পাছতো কাৰেণ্ট নাহিল। জিণ্টিৰ পৰীক্ষা আছে। তাইৰো ক্ষতি হ'ল। মোৰো ক্ষতি হ'ল। বহুত কাম আছিল।

২৮.২.৮৪ : ... শ্রী জগদীশ ফুকন* আহিল। তেখেতে কাজিৰঙাৰ গঁড়ৰ বিষয়ে লিখাৰ ইচ্ছা প্রকাশ কৰিলে। মই ক'লো—গোটেই ইতিহাস—comprehensive ৰূপত লিখিব লাগে। যাতে এইটো প্রবন্ধই সকলোৰে বাবে hand book হয় (গঁড়ৰ বিষয়ে।) (তেখেতে উল্লেখ কৰিলে,—বাবৰে পেছোৱাৰত গঁড় চিকাৰ কৰিছিল।) ...

* সুদীর্ঘ কাল ডিগবৈৰ তেল শোধনাগাৰ প্রকল্পৰ লগত জনসম্পর্কৰক্ষী বিষয়া হিচাপে জড়িত হৈ থকা শ্রী ফুকন প্রকৃতিপ্রেমী আৰু পর্যটন-ক্ষেত্রৰ নতুন-নতুন আঁচনিৰ ক্ষেত্রত উদ্যমী পুৰুষ আছিল।

২৯.২.৮৪ : ...গুৱাহাটী বন্ধ, কম্পজিটৰৰ অসুখ,—কিবা নহয় কিবা এটা কাৰণত আশা কৰা দিনটোত প্রান্তিকখন নোলায়। আমি আশা কৰোঁ ১ তাৰিখৰ খনৰ ছপা কাম অন্ততঃ তিনিদিনৰ আগতে শেষ হওক। ঠিকমতে চলি থাকে, হঠাতে কিবা এটাই গণ্ডগোল লগাই দিয়ে! তাৰিখমতে ওলাই আছে; কিন্তু আমাক লাগে তিনিদিনৰ আগতে ওলোৱাটো।...

১.৩.৮৪ : ... সন্ধিয়া থিয়েটাৰলৈ গ'লো। শিল্পীসকলৰ লগত কথা পাতি যি বুজিলো, —আজিকালি গাঁৱৰ দর্শকো যথেষ্ট সচেতন, বুধিয়ক। বহু ঠাইত চহৰৰ দর্শকতকৈ বেছি appreciative। হোজাই, ডিফু, ডিগবৈ, মার্ঘেৰিটা আদি ঠাইৰ দর্শকৰ প্রতিক্রিয়া বৰ ভাল। দর্শকৰ ৰুচিবোধ সলনি কৰাৰ বাবে মোৰ যি চেষ্টা, লাহে-লাহে তাত কৃতকার্যতা লভিব পাৰিলে বৰ ভাল পাম।...

৬.৩.৮৪ : ... কৃষ্ণ ৰয়ৰ লগত যোৱা দিনখিনিত ব্যৱসায় কেনেকুৱা হ'ল— সবিশেষ আলোচনা কৰিলো। মোৰ উপলব্ধি হ'ল—সস্তীয়া, নিম্ন ৰুচিৰ, কাণ্ড-কাৰখানাৰ বিৰুদ্ধে যুদ্ধ কৰা অতি টান কাম;—বিশেষকৈ এটা ব্যৱসায়ী প্রতিষ্ঠানক আর্থিকভাৱে সচ্ছল কৰি ৰখাটোৰ ওপৰতো যেতিয়া লগে-লগে গুৰুত্ব দিব লাগে। তথাপি মনটো পাতলাই নিদিওঁ। চাওঁ,—ভাল* নাটকেৰে কিমান পইচা উপার্জন কৰিব পাৰি।

* ভাল শব্দটোৰে মই যি নাটক সম্পূৰ্ণৰূপে ব্যৱসায়গন্ধী, অবাস্তৱ নহয়, তেনে নাটকৰ কথা বুজাইছোঁ।

৯.৩.৮৪ : ... ৰবীন্দ্ৰ ভৱনলৈ গ'লো। ৮১,০৩০ টকাৰ ড্ৰাফট এখন আহিছে। অনিৰ্বাণৰ আমোদকৰৰ বাবদ আমি পাবলগীয়া টকা। সেইখিনি বাহিৰে-বাহিৰে ফিল্ম ফাইনেন্স কৰ্পৰেশ্যনত জমা দিবলৈ ক'লো।*

* অনিৰ্বাণ নিৰ্মাণ কৰিবলৈ কৰ্পৰেশ্যনৰ পৰা ধাৰ লৈছিলো।

১০.৩.৮৪ : পুৱা 'সুদৰ্শন' শেষ কৰি প্ৰান্তিকলৈ গ'লো। ড. মহেশ্বৰ নেওগ ছাৰ আহিল। তেখেতে স্মৃতিচাৰণ—'জীৱনৰ দীঘ আৰু বাণি'ৰ প্ৰথম খণ্ড দিলে।

দুপৰীয়া নগা হাজৰিকাৰ ঘৰত গোবিন্দ নিহালনিৰ 'অৰ্থসত্য' চালো। 'আক্ৰোশ'ত artistic বস্তু বেছি আছিল। ইয়াত typical খং, তেওঁলোকৰ group টোৰ বৈশিষ্ট্য আৰু technical ability বেছি চকুত পৰে।

গধূলি কহিনুৰৰ 'শৰাগুৰি চাপৰি' নাটক চালো। ...

১৪.৩.৮৪ : ড. নিৰোদ বৰুৱাৰ প্ৰবন্ধটো চাই প্ৰান্তিকলৈ গ'লো।

... আবেলি ড. মহেশ্বৰ নেওগ ছাৰৰ 'জীৱনৰ দীঘ আৰু বাণি'ৰ প্ৰথম খণ্ডটো (আৰম্ভণি) চালো। মই তিনিটা আসোঁৱাহ (ভাষাৰ) পাইছোঁ। কাষত চিন দি ৰাখিছিলো। তেখেতক সুধিব লাগিব। ঘপকৰে সলনি কৰি দিবলৈ ভাল নালাগে। কিজানি তেখেতৰ কিবা এটা point আছেই।

ৰাতি পৰাগ দাসৰ প্ৰবন্ধ (বাজেট— ১৯৮৪-৮৫) সম্পাদনা কৰিলো।

১৫.৩.৮৪ : গণ সত্যাগ্ৰহৰ দিন। কিমান মানুহ ওলাই আহে, তাৰ ওপৰত বহু কথা নিৰ্ভৰ কৰিছে। ...

আবেলি নীলমণি ফুকন আহিল। তেখেতে ফিল্ম কৰাৰ ওপৰত জোৰ দিলে। ঠিকেই। নিজেও অস্থিৰ হৈছোঁ। এই বছৰতে যে কাম কৰিম সেইটো ঠিকেই, কিন্তু অক্টোবৰত release দিব পৰা হ'লে বৰ ভাল আছিল। ভোলা কটকী আহিছিল। তেখেতেও ছিনেমাৰ কথাকে ক'লে। ...

১৮.৩.৮৪ : ... 'যুগ' আলোচনীৰ সম্পাদক মৃন্ময় শৰ্মা আৰু তেওঁৰ লগৰীয়া এজন আহিল। গল্প এটা লাগে। মোৰ অৱস্থাৰ কথা বুজাই ক'লো। সময় পোৱা হ'লে প্ৰান্তিকৰ কাৰণেই লিখিলোহেঁতেন।

১৯.৩.৮৪ : সঁফুৰাৰ প্ৰুফ এসোপা চালো। যোৱা সংখ্যাৰ সাঁথৰৰ উত্তৰৰ ছবি এখন

আঁকিলো। ১ বজাত ওলাই গ'লো। সঁফুৰালৈ। তাৰ পৰা প্ৰান্তিকলৈ। তাৰ পৰা আকাশবাণী ভৱনলৈ। News Reader-অৰ selection. আঠখন বহী চালো। শ্ৰী সতীশ চন্দ্ৰ কাকতী আৰু হোমেন বৰগোহাঞি বাকী দুজন সদস্য। আঠখন বহী চাওঁতে মোৰ যিমান সময় লাগিল, সেই একেকেইখন বহী চাওঁতে শ্ৰী কাকতিৰ আধা সময় লাগিল।

আহোঁতে হোমেন বৰগোহাঞি মোৰ লগতে গণেশগুৰিলৈকে আহিল। তেখেতে প্ৰান্তিকৰ প্ৰশংসা কৰিলে। বিশেষকৈ ভাষাৰ। তেখেতে ঠিকেই কৈছে,—বৰ্তমান অসমীয়া সাহিত্যৰ সমস্যা হৈছে ভাষাৰ সমস্যা। তেখেতে উপন্যাস লিখি থকাৰ কথা ক'লে। মই প্ৰান্তিকৰ বাবে উপন্যাস এখন দিয়াৰ কথা উল্লেখ কৰিলো। মামণিৰ*খন শেষ হ'লে তেখেতে আৰম্ভ কৰাৰ কথা ক'লে।

গধূলি জনছ মহলীয়া আৰু ৰীতা মহলীয়া আহিল। ৰীতাৰ অভিনয় কৰাৰ ইচ্ছা আছে। ...ছাত্ৰসন্থাৰ ল'ৰা দুজন আৰু অধ্যাপক এজন ...আহিল। ২৭।৩।৮৪ তাৰিখৰ পৰা হ'ব্ৰলগীয়া 'জাতীয় কৰ্মসূচী প্ৰণয়ন শাখা'লৈ নিমন্ত্ৰণ জনাবলৈ।

ভাত খোৱাৰ পাছত গোলাপ বৰবৰা আৰু নগেন বৰুৱা* আহিল। এনেয়ে আহিল বুলিয়েই ধাৰণা হ'ল।

* ড. মামণি ৰয়ছম গোস্বামী। লেখিকা। দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা।

* নগেন বৰুৱা অসম বিধান সভাৰ সদস্য আছিল।

**২.৪.৮৪ :** ... সফুৰাৰ প্ৰশ্নৰ উত্তৰ লিখিছোঁ। এইবোৰ লিখোঁতে মোৰ নিজৰে বহু উপকাৰ হৈছে। এই কামটো (সঁফুৰা উলিওৱা) যদি মই ১৫ বছৰৰ আগতে কৰিলোহেঁতেন, তেনেহ'লে ডাঙৰ কাম কৰা হ'লহেঁতেন। এতিয়াও চাওঁ। অহা দহ-পোন্ধৰ বছৰত কি কৰিব পাৰোঁ।

**৩.৪.৮৪ :** ... ইণ্টাৰভিউ ৪-৩০ বজাত শেষ হ'ল। বজাৰ কৰি লৰালৰিকৈ ঘৰলৈ উভতিলো। ৰাকেশ শৰ্মা মহাকাশলৈ যোৱাৰ direct telecast চাব লাগে।

Current নাই!

চাবলৈ নাপালো। ১৯৭৫ চনতে মই লিখিছিলো—এইখন দেশত—এইবোৰ সাংঘাতিক বৈজ্ঞানিক কাৰবাৰে শোভা নাপায়। ...

**৪ ৪.৮৪ :** ...ৰুছিয়াৰ মহাকাশযান দুখন লগ লগাৰ দৃশ্য TVত দেখিলো। ৰাতি ১১ বজাৰ পাছত এখন যানৰ পৰা তিনিজন আৰোহী (ৰাকেশ শৰ্মাকে ধৰি) ইখনত সোমোৱা দৃশ্যটো চালো। সঁচাকৈয়ে thrilling. ...

**১১.৪.৮৪ :** ...হেঙেৰাবাৰী বিহু সমিতিৰ মানুহ আহিল। ... বিহুতলিলৈ গ'লো।

হেঙেৰাবাৰীৰ এইবোৰ ঠাই আগতে দেখা নাই। মোক নিমন্ত্ৰণ কৰি নিয়া লোকসকলৰ এজনে ক'লে, গড়টোৰ পৰা বোলে এতিয়াও ৰজাদিনীয়া চেপেটা ইটাবোৰ ওলাই থাকে।

এটা পুৰণি মন্দিৰ (আগতে দুৰ্গা মন্দিৰ, এতিয়া কালী মন্দিৰ নামে জনাজাত) আছে। সেইটো বোলে কাৰবিসকলৰ মন্দিৰ আছিল। বেলতলাৰ ৰজাঘৰে এতিয়াও তাত বছৰে এবাৰ পূজা দিয়ে।

দুজন ছোভিয়েট আৰু এজন ভাৰতীয় মহাকাশযাত্ৰী সাত দিনৰ মূৰত পৃথিৱীলৈ উভতিল। TVত চালো।

TVত মৃণাল সেনৰ শিশু-চিত্ৰ 'ইচ্ছাপূৰ্ণ'ৰ (ৰবীন্দ্ৰ নাথ) অলপ চালো। এইবোৰক শিশু-চিত্ৰ বুলি চলাব নালাগে।

**১৩.৪.৮৪ :** ...২-৩০ বজাত বেলতলা বিহুতলিলৈ গ'লো। সাংস্কৃতিক কাৰ্যসূচী উদ্বোধন কৰিব লাগে। মই বাৰে-বাৰে কৈছিলো,—২-৩০ বজাত পামগৈ, কিন্তু ৩-৩০ বজাত মই ঘৰ পাবহি লাগিব। চাৰি বজালৈকে ৰ'লো, অনুষ্ঠান আৰম্ভ হোৱাৰ কোনো উম-ঘামেই নাই। সকলোকে মাত লগাই গুচি আহিলো।

৬ বজাত খানাপাৰা বিহুতলিলৈ গ'লো। ৭ বজাত সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰিলো। মাইক্ৰ'ফ'ন ছিষ্টেমে কাম কৰা নাই। দুই মিনিট কথা ক'লো।

দুপৰীয়া ব্ৰজেন বৰাৰ* লগত বোম্বাইৰ ৰাজেন্দ্ৰ কুমাৰৰ ভায়েক নৰেশ কুমাৰ আহিল। তেওঁ এখন অসমীয়া ফিল্ম কৰিব। জিণ্টিয়ে এটা role কৰিব লাগে।

* ব্ৰজেন বৰা ঃ অভিনেতা, চলচ্চিত্ৰ পৰিচালক।

**১৪.৪.৮৪ :** ... বাৰমান বজাত মাহ-হালধিৰে গা ধুলো। সঁফুৰাৰ কাম কৰিছিলো, তিনি বজাত ওচৰৰ বিহুখনৰ 'মুকলি সভা'লৈ নিবলৈ ফাৰুক আহিল। ৰামমল ঠাকুৰীয়া আৰু বিশ্বেশ্বৰ হাজৰিকা* আহি বহি আছেহি; শ্ৰোতা কোনো নাই। তেওঁলোক দুজনৰ কাৰণেই মই লগে-লগে ওলাই গ'লো। কাৰণ প্ৰচাৰ-পত্ৰিকা মতে কমিটিৰ সভাপতি মই। সভাত সভাপতিত্ব কৰিলো। ...

সন্ধিয়া লতাশিল ফিল্ডলৈ গ'লো। অগণন মানুহ। মানুহে মানুহ চাইছে। কম বয়সীয়া ল'ৰাবোৰৰ সেই একে ব্যৱহাৰ। আন্দোলনটোৰ যেন কোনো প্ৰভাৱেই নাই। কি কৰা যায়? ...

* ড. ঠাকুৰীয়া কটন কলেজৰ অসমীয়া বিষয়ৰ অধ্যাপক আছিল। শ্ৰী হাজৰিকা লেখক, সমালোচক, অসমীয়া বিষয়ৰ অধ্যাপক।

**১৫.৪.৮৪ :** ... ব্ৰজেন বৰা (অভিনেতা) আহিল। নৰেশ কুমাৰৰ কোনোবা (মাক?) ঢুকাল—বোম্বাইলৈ গ'লগৈ। ব্ৰজেনক মই বুজাই ক'লো—মই সকলো ধৰণৰ সস্তীয়া বস্তুৰ পৰা, সস্তীয়া জনপ্ৰিয়তাৰ পৰা নিজকে আঁতৰাই ৰাখিছোঁ। জিণ্টিয়ে নৰেশ কুমাৰৰ ছবিত অভিনয় কৰিলে মোৰ অইন আপত্তি নাই; কিন্তু মই জড়িত নহ'বলগীয়া, মই সমৰ্থন নকৰিবলগীয়া কামত জড়িত হ'লো, তেনে কাম সমৰ্থন কৰিলো— সেইটো যেন হ'বলৈ নাপায়। জিণ্টি professional actress নহয়। ...

**১৮.৪.৮৪ :** ...কৃষ্ণ ৰয়ে ফোনত ক'লে,—কাইলৈ তেওঁৰ লগত মহেন্দ্ৰ বৰঠাকুৰ কলিকতালৈ যাব,—'বিলকিচ বেগম' আৰু অন্যান্য নাটক চাবলৈ।*

* সেই সময়ত অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰৰ কেইগৰাকীমান প্ৰযোজকে প্ৰয়োজন হ'লে কলিকতাত জনপ্ৰিয়তা লাভ কৰা বাংলা নাটক অনুবাদ কৰি লোৱাৰ কথা বিবেচনা কৰিছিল। আৱাহন থিয়েটাৰৰ প্ৰযোজক কৃষ্ণ ৰয়ে সেই বছৰ 'বিলকিচ বেগম' নাটকখন মঞ্চস্থ কৰিছিল। নাটকখনৰ অসমীয়া ৰূপ দিছিল মহেন্দ্ৰ বৰঠাকুৰে।

**২০.৪.৮৪ :** ... এশ এটকা দি ওচৰৰ বশিষ্ঠপুৰ নামঘৰৰ আজীৱন সদস্য হ'লো। চুবুৰিত মিলাপ্ৰীতিৰে থাকিব লাগে কাৰণে।...

**২৩.৪.৮৪ :** ...সন্ধ্যাবাগ মাদ্ৰাজ Filmotsav-অত দেখুউৱাৰ সময়ৰে পৰা 'ঘৰোন্দা'ৰ নাম শুনি আছিলো; আজি চালো। হিন্দীৰ সামান্য ভাল ছবিয়েই তাল-ফাল লগাব পৰাৰ সুবিধা আছে। এইখনেও সেই সুবিধা লৈছে। সাধাৰণ হিন্দী ছবিতকৈ ভাল।

[যোবা সংখ্যাৰ প্ৰান্তিকৰ বাবে মই পৰোক্ষভাৱে লিখিছিলো,—ৰুছিয়াৰ মানুহৰ লগত ভাৰতৰ ৰাকেশ শৰ্মা মহাকাশলৈ যোৱাত আমাৰ কৃতিত্ব কিমান বুলি ভবা উচিত— সেই সম্পৰ্কে। টেলিগ্ৰাফ কাকতত (১৬।৪।৮৪) কুশৱন্ত সিঙে ৰাকেশ শৰ্মাক ট্ৰাক ড্ৰাইভাৰৰ এছিষ্টেণ্ট বুলি কৈছে।]

**২৪.৪.৮৪ :** আজি দিনটো কামেই কাম। সঁফুৰাৰ, প্ৰান্তিকৰ। এটাৰ পাছত এটাকৈ ফাইল খুলি ৰচনাবোৰ পঢ়িছোঁ আৰু ভাগ কৰিছোঁ। মূৰটো বেয়া লাগি যায়। অথচ কামবোৰ পাছলৈ পেলাই থোৱাৰ উপায়ো নাই।

প্ৰবন্ধ/ৰচনাবোৰ দেখিলে, লগৰ ব্যক্তিগত চিঠিবোৰ পঢ়িলে, চিঠি লিখাসকলৰ মুখবোৰ মনত পেলালে মোৰ এনেকুৱা লাগে যেন চাকৰি দিয়া চাকৰি আৰু সম্পাদকৰ চাকৰি একে। আপুনি যদি কেৱল গুণ বিচাৰ কৰি সৎভাৱে কাম কৰে, তেনেহ'লে আপোনাক বেয়া পোৱা মানুহৰ সংখ্যা বাঢ়িব। এই কাৰণেই মই ৰে'লৱে' ছাৰ্ভিছ কমিছনৰ চাকৰিত suffer কৰিলো; প্ৰান্তিক-সঁফুৰাৰ ক্ষেত্ৰতো কৰিব লাগিব। পৰোৱায় নকৰোঁ। কিন্তু দুখ লাগে, মই আলোচনী দুখনৰ কি গুণ ৰক্ষা কৰিবলৈ ইমান কঠোৰ হৈছোঁ, সেইটো কথা বুজা মানুহ বৰ কম; কিন্তু যাৰ প্ৰবন্ধ নাকচ কৰিছোঁ, সেইসকলৰ কথা শুনা মানুহৰ সংখ্যা সৰহ।

**২৫.৪.৮৪ :** ... আবেলি বিজ্ঞান সমিতিলৈ গ'লো। কুলেন্দু পাঠক আৰু বসন্ত ডেকাৰ লগত 'মহিলাৰ বাবে বিজ্ঞান' আঁচনিৰ কিতাপবিলাকৰ কথা আলোচনা কৰিলো। মোৰ কথা,—অন্ততঃ এখন কিতাপ প্ৰেছত দিব লাগে। প্ৰেছৰ quotationখিনিৰ compara-

tive statement অফিছে কৰিব পৰা নাই। সেইখিনি ময়ে লৈ আহিলো। ছবি আঁকা মানুহৰ অভাৱৰ কাৰণে অসুবিধা হৈছে, সেইটো কথা আকৌ ক'লো।

.. বাৰীৰ ৰহৰ দাইল ৭.৫ কেজি কলত বনাই আনিলো। পাচলি গুটি কিনিলো।...

২৬.৪.৮৪ : ... আবেলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ চকীদাৰ বিপিন আহিল। সি মাজে-মাজে,—বছৰত তিনিবাৰমানকৈ,—আহি থাকে। ...এসময়ত সেই অফিছটো কিমান ভাল আছিল! মই অকলে আৰম্ভ কৰা অফিছ। ১৯৬৯-১৯৭৫ —অবৰ্ণনীয় কষ্টেৰে কাম কৰাৰ দিন। শিল ভাঙি পৰ্বতীয়া ঠাইৰ মাজেদি বাট উলিওৱাৰ দিন। কোনেওনো সেইবোৰ কথা মনত নেপেলাবনে? ...

২৮.৪.৮৪ : পৰাগ দাসৰ প্ৰবন্ধ (আপোনাৰ ল'ৰা-ছোৱালীক কি পঢ়ুৱাব?) ঠিক কৰিলো। ... প্ৰবন্ধ-পাতি 'ঠিক' কৰা মানে মই বানান, বাক্য, বিষয়বস্তু—সকলো ফালৰ পৰা শুদ্ধ কৰা বুজাওঁ। 'সম্পাদনা' শব্দটো ব্যৱহাৰ কৰিবলৈ ভাল নালাগে। প্ৰান্তিকৰ অফিছলৈ দেৱেন দত্ত আহিছিল। ভ্ৰাম্যমাণ থিয়েটাৰৰ কথা ওলাল। মই—পইচাৰ চিন্তাই কেনেকৈ প্ৰযোজকসকলক আক্ৰমণ কৰিছে, শিল্পীৰ টনা-আঁজোৰা চলিছে, শিল্পীৰ বানচ উৰ্ধ্বমুখী হৈছে—সেই বিষয়ে ক'লো। মই যে ধৈৰ্য ধৰি আৰু কেইবছৰমান লাগিব খুজিছোঁ,-—তাকো ক'লো। ... চাৰি বজাত জ্যোতি চিত্ৰবনলৈ গঁলো। কাৰ্টুনৰ rush print চালো। অসমত প্ৰস্তুত প্ৰথম কাৰ্টুনৰ টুকুৰা। অজানৰ কাৰণেহে এইটো সম্ভৱ হ'ল। কাটি-কুটি ঠিক কৰিলে ভাল হ'ব। ...

৩০.৪.৮৪ : ... দুপৰীয়া ললিত বৰুৱা (লেখক, Secretary to the Governor) আহিল। অসমীয়া সাহিত্যৰ কথা ওলাল। পাঠকক এটা পৰ্যায়লৈ নি ল'ব নোৱাৰিলে কিছুমান বিষয় এটা স্তৰৰ ওপৰত আলোচনা কৰিব নোৱাৰি। মই ক'লো,—প্ৰান্তিকৰ বহুল প্ৰচাৰে আমাক এটা সুবিধা দিছে;— যি কোনো বস্তু সি বহু সংখ্যক মানুহৰ ওচৰলৈ নিয়ে। বাধ্য হৈয়ো বহুসংখ্যক লোকে টান প্ৰবন্ধতো চকু ফুৰায়। সেইটোও ডাঙৰ লাভ। অতি গম্ভীৰ ৰূপত পাঁচ শ কপি আলোচনী ছপা কৰাও এটা কথা, ৪০ হাজাৰ কপি আলোচনীত সেই গম্ভীৰ প্ৰবন্ধবোৰ এটা-এটাকৈ ছপোৱাও এটা বেলেগ কথা। মই দ্বিতীয়টোৰ পৃষ্ঠপোষকতা কৰি চাইছোঁ। ...

২.৫.৮৪ : ... প্ৰান্তিকলৈ গ'লো। তাতে ড. নেওগ ছাৰক লগ পালো। কমাৰফদীয়া 'নদীমাতৃক' নে 'দেবমাতৃক' সেই সম্পৰ্কে অহা চিঠিখনৰ উত্তৰ এটা তেখেতৰ হতুৱাই লিখাই ল'লো। ...

**৩.৫.৮৪ :** ... তিনি বজাত—National Institute of Public Co-operation & Child Development, North Eastern Regional Centre, Beltola, Guwahati—এই প্ৰতিষ্ঠানৰ মিটিং এখনলৈ গ'লো। ৩২ গৰাকী মহিলাই (তামুলপুৰৰ, অৰুণাচলৰ) প্ৰশিক্ষণ শেষ কৰিলে; আজি তেওঁলোকে ছাৰ্টিফিকেট ল'ব। ৰাজাৰাম মিশ্ৰৰ (IAS) লগত আজি প্ৰথম কথা পাতিলো। ৰবীন উপাধ্যায়ৰ লগত চিনাকি হ'লো। এওঁ কুমাৰীকটাত এটা প্ৰতিষ্ঠানৰ গুৰি ধৰি সমাজসেৱা কৰিছে। বিহাৰৰ মানুহ। ইয়াত তেওঁৰ বহুদিন হ'ল।

মিটিংখনলৈ গৈ ভাল লাগিল। Class room-অৰ পৰিবেশ। যেয়ে যি কৈছে, সকলোৱে শুনিছে। সেই কাৰণে। মহিলাসকল আমাৰ গাঁৱৰ সাধাৰণ মানুহ। ...

**৬.৫.৮৪ :** সঁফুৰাৰ প্ৰশ্নোত্তৰৰ কাম। এই কামটো অকলে কৰিব নোৱাৰি। বৰ কষ্ট। এখন চিঠিৰ উত্তৰৰ কাৰণে দহখন কিতাপ মেলা। ... এলিপাখায়েম (Rat Trap) নামৰ মালয়ালম ফিল্মখন চালো। ফিল্মখন আগতে (মই জুৰিৰ মেম্বাৰ হিচাপে) দিল্লীত চাইছিলো। অকৌ চালো। এইবাৰ বেছি ভাল লাগিল।

প্ৰতি দেওবাৰে দুপৰীয়া ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত ছবি দেখুউৱাৰ সিদ্ধান্ত লৈ দূৰদৰ্শনে ভাল কাম কৰিছে। ...

**১১.৫.৮৪ :** ... ৬ বজাত নাৰেংগীৰ Oil Indiaৰ বিহুলৈ গ'লো। কলনিটো (ৰাতি দেখিলো যদিও) বৰ সুন্দৰ, চাফ-চিকুণ। সভাৰ আয়োজনো ভাল।

মিটিঙত মই চমুকৈবিহুনাচৰ authorityৰ বিষয়ে ক'লো। যিসকলে নাচে, তেওঁলোকৰ প্ৰত্যেকে ভাবিব লাগে,—এইযে মই নাচিছোঁ, মোক কোনে শিকাইছে? যিজনে শিকাইছে তেওঁ জানেনে? তেওঁ কাৰ পৰা শিকিছিল? ...

**১২.৫.৮৪ :** ... ৯-৩০ বজাত প্ৰান্তিকলৈ গ'লো। প্ৰদীপৰ মুখত ছাত্ৰ সন্থা আৰু চৰকাৰৰ মাজৰ আলোচনাৰ বিষয়ে শুনিলো। এইবাৰ এটা বুজাপৰা হ'ব বুলি শুনি ভাল পালো।

সঁফুৰালৈ গ'লো। শ্ৰী অম্বিকাপদ চৌধুৰীয়ে কালি কৈছিল—"অহা সংখ্যাৰ সঁফুৰা যদি দহ তাৰিখৰ ভিতৰত উলিয়াব নোৱাৰোঁ, তেনেহ'লে কি কৰোঁ ভাবিব লাগিব।" তেখেত হতাশ হৈছে। মই নিজেও বৰ বিৰক্ত হৈছোঁ, তথাপি আজি বহুত কথা বুজাই ক'লো। ব্যৱসায় মানে ব্যৱসায়। ইয়াৰ ব্যৱসায়িক দিশটো কোনে চাইছে? আপোনাৰ বাহিৰে সঁফুৰাৰ বিষয়ে কোনেও এষাৰ কথাও ক'ব নোৱাৰে। এনেকৈ এখন মাহেকীয়া শিশু-কিশোৰৰ আলোচনী চলাব নোৱাৰি। ব্যৱসায়, প্ৰিণ্টিং, ছবি আঁকা মানুহ, আপোনাক সহায় কৰা মানুহ—এইবোৰৰ সুনিৰ্দিষ্ট ব্যৱস্থা হ'ব লাগে। কলিকতাত কভাৰ ছপোৱা কামটো নিয়াৰিকৈ কৰাব লাগে।

দুপৰীয়াৰ পাছতে বিজু ফুকন আহিল। ছবিৰ বিষয়ে বহু কথা পাতিলো। দুঘণ্টামান। 'অন্তৰীপ'ক লৈ ছবি কৰিলে তেওঁ মহীকান্ত বা মদনৰ ভূমিকাত অভিনয় কৰিব লাগিব বুলি ক'লো। বিজুৱে ক'লে,—মোৰ ক্ষেত্ৰত আপুনি টকা-পইচা সম্পৰ্কে যি কয় সেয়ে হ'ব। মোক যদি continuity লিখিবলৈও কয়, তাকো কৰিম।

বৰ ভাল পালো। ...

১৩.৫.৮৪ : ... ড. কালীনাথ শৰ্মা ছাৰ* আহিল। তেখেতক পুৰণি গ্ৰন্থৰ সৰু-সৰু কাহিনী সঁফুৰাৰ বাবে লিখি দিবলৈ অনুৰোধ কৰিলো। ধৰ্মীয় দিশৰ ওপৰত গুৰুত্ব নিদিয়াকৈ, নৈতিক দিশৰ ওপৰত গুৰুত্ব দিয়াৰ কথা ক'লো। ...

* প্ৰাণীবিজ্ঞানৰ অধ্যাপক। লেখক।

১৫.৫.৮৪ : ... ৰমেন হাজৰিকাই প্ৰান্তিকক তথ্য-পাতি দিয়াৰ কথাটো চিফ কনজাৰভেটৰক সুধিলে; চিফে আপত্তি কৰিলে।* আমাৰ সাংবাদিকতাৰ মান এনেকুৱা হ'লহি যে—ভাল পৰামৰ্শমূলক কিবা ছপা হ'ব বুলি কোনো ডিপাৰ্টমেণ্টে বিশ্বাসেই নকৰা হ'ল। কথাটো এনেকুৱা হৈছে,—পেপাৰৰ auttitude হ'ল to expose something, আৰু বিভাগবোৰৰ attitude হ'ল to hide something! ...

* আমি প্ৰান্তিকত অসমৰ অৰণ্য সম্পৰ্কে এটা প্ৰবন্ধ প্ৰকাশ কৰাৰ আয়োজন কৰিছিলো। তাৰ বাবে কিছু তথ্য-পাতি, মানচিত্ৰ আদিৰে সহায় কৰিবলৈ বন বিভাগৰ উচ্চস্থানীয় বিষয়া, আমাৰ চুবুৰিতে থকা ৰমেন হাজৰিকাক অনুৰোধ কৰিছিলো।

১৬.৫.৮৪ : ... ৯-৩০ বজাত ওলাই গৈ মিউজিয়ামত তৰুণ গোস্বামীক* লগ ধৰিলো। ললিত বৰুৱাই তেখেতৰ কথা কৈছিল। আনৰ মুখতো তেখেতৰ বিষয়ে শুনিছিলো। প্ৰান্তিকৰ যোগে তেখেতক পাঠকৰ লগত চিনাকি কৰি দিয়াৰ কথা ভাবিলো। গতিকে আগতে নিজে তেখেতৰ লগত চিনাকি হ'ব খুজিলো। ললিত বৰুৱাই কালি খবৰ দিলে, —তেখেত আহি মিউজিয়ামৰ কোঠালি এটাতে আছে বুলি।

লগ পালো। তেখেতৰ কথা-বতৰাৰ নিজস্ব লাইন এটা আছে। সাহসো আছে। ...

* তৰুণ গোস্বামী শাস্ত্ৰীয় সংগীতৰ গায়ক আৰু সাধক আছিল। কৰ্মজীৱনৰ সৰহভাগ সময় তেখেতে অসমৰ দক্ষিণ-পূব ভাগৰ পাৰ্বত্য অঞ্চলত কটাইছিল। অসমৰ পৰ্বতীয়া লোকৰ জীৱনধাৰা আৰু কৃষ্টি-সংস্কৃতি অধ্যয়নৰ প্ৰতি তেখেতৰ বিশেষ আগ্ৰহ আছিল। কুকি-সকলৰ বিষয়ে তেখেতে এখন মূল্যবান কিতাপ প্ৰকাশ কৰি থৈ গৈছে। মই নিৰ্মাণ কৰা 'অগ্নিস্নান' নামৰ চলচ্চিত্ৰখনৰ বাবে তেখেতে সংগীত ৰচনা আৰু পৰিচালনা কৰিছিল।

১৭.৫.৮৪ : ... জয়ন্ত ৰঞ্জন চেতিয়াৰ গল্প তিনিটা পঢ়িলো। তেওঁ নমান বজাত আহিল। মোৰ দৃষ্টিভংগীৰ ফালৰ পৰা তেওঁক সকলো বুজাই ক'লো। ভাষা, প্ৰকাশৰ ধৰণ, গল্পৰ গাঁথনি, বিশেষকৈ যুক্তিযুক্ততাৰ কথা। ...

* জয়ন্ত ৰঞ্জন চেতিয়াৰ গল্প লিখাৰ প্ৰতি প্ৰবল আগ্ৰহ আছিল। তেওঁৰ গল্প প্ৰান্তিকত প্ৰকাশ কৰাৰ বাবে মই যি পাৰোঁ কৰিছিলো। ঘৰলৈ মাতি আনি তেওঁৰ লগত কিছুমান কথা আলোচনা কৰিছিলো। বহুত দিন তেওঁৰ লগত মোৰ যোগাযোগ নোহোৱা হৈ আছিল। এবাৰ তেওঁক লাঠীৰ সহায় লৈ খোজ কঢ়া দেখিছিলো। তেওঁ এটা দুৰ্ঘটনাত আহত হৈছিল। কিছুদিনৰ আগতে তেওঁৰ মৃত্যুৰ খবৰ পাই বৰ দুখ পাইছিলো।

**১৮.৫.৮৪ :** ... ললিত বৰুৱাই ফোন কৰিছিল। ১৯ তাৰিখে (কাইলৈ) গৱৰ্নৰৰ* লগত কথা পাতিব পাৰিম নে কি? (গৱৰ্নৰে কেইজনমান মানুহৰ লগত কথা পাতিব খোজে। সেই কেইজনৰ ভিতৰত বোলে ময়ো এজন।) কাইলৈ পুৱা আৰু সন্ধিয়া মোৰ কাম আছে। পাছত এদিন লগ পাম বুলি ক'লো। ...

* তেতিয়া অসমৰ গৱৰ্নৰ আছিল শ্ৰী ভীষ্ম নাৰায়ণ সিং।

**২৩.৫.৮৪ :** ... সঁফুৰাৰ পদ্যৰ ফৰ্মাটো আঠা লগাই-লগাই সজালো। ... এটা পৃষ্ঠাত অলপ ঠাই থাকি গ'ল। কোনোমতে মিলাব নোৱাৰি। মিলাবলৈ বুলি ছয় লাইনৰ পদ্য এটা লিখিলো। 'পেহাদেউৰ মৰ্নিং ৱাক।'

**২৭.৫.৮৪ :** ... কাগজত পালো সতীশ দাস ঢুকাল। মই নাটক-ফাংছন লৈ ব্যস্ত থকাৰ দিনবোৰত তেওঁ লিখা 'পদুম পাতৰ পানী' নামৰ নাটক এখনৰ সংক্ৰান্তত প্ৰথম তেওঁৰ লগত চিনাকি হৈছিল। বহু বছৰৰ পাছত এদিন উজান বজাৰত লগ পাই তেওঁ মোক কৈছিল,—তেওঁৰ জীয়েক এজনী হঠাতে মৰি থাকিল। মই বুজিছিলো—তেওঁ নিজেও অসুস্থ। তাৰ পাছত তেওঁক ৰেডিঅ' ছেণ্টাৰত লগ পাইছিলো। হাত-ভৰি কঁপি থাকে। ... ঘনিষ্ঠভাৱে চিনাকি মানুহ এজনৰ মৃত্যুৰ খবৰ পাই এইবোৰ কথা ক্ষোভেৰে লিখিছোঁ।* ...

* ক্ষোভেৰে লিখা কথাখিনি বাদ দিছোঁ। আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ বিষয়া সতীশ দাসে একাংক নাটক লিখিছিল আৰু গীত ৰচনা কৰিছিল। তেওঁ লিখা 'এই মাটিৰে মৰমতে' শীৰ্ষক গীতটো আকাশবাণীয়ে সমগ্ৰ ভাৰতৰ বাবে জনগীত হিচাপে ব্যৱহাৰ কৰিছে।

**৫.৬.৮৪ :** ... ললিত বৰুৱাই ফোন কৰিছিল। ... ৪-৩০ বজাত গৱৰ্নৰে লগ পোৱাৰ সময় ঠিক কৰা হৈছে। ৪ বজাত ওলাই গ'লো। ৪-২৫ বজাত এজনে মোক গৱৰ্নৰ ভীষ্ম নাৰায়ণ সিংৰ কোঠালৈ মাতি নিলে। (প্ৰথমতে তেখেতে নিজৰ কথা কিছু ক'লে)।

তেখেতৰ গাঁৱত হাইস্কুল নাছিল। জগজীৱন ৰামৰ সমষ্টি চাচাৰামত তেখেতে স্কুলৰ শিক্ষা লৈছিল। ১৯৫৪ চনত তেখেতৰ গাঁৱৰ তেখেত প্ৰথম গ্ৰেজুৱেট হৈছিল। তেখেতৰ পৰিয়াল আগৰে পৰাই পেট্ৰিয়টিক। তেখেতসকলৰ উদ্যমতে গাঁৱত স্কুল-কলেজ হ'ল। তেখেত কংগ্ৰেছৰ আদৰ্শত দীক্ষিত। ১৪ এপ্ৰিলৰ পৰা পাৰ্টিৰ উৰ্ধ্বত (গৱৰ্নৰ হোৱা বাবে)। ১৯৬৯ চনত তেখেত মন্ত্ৰী হৈছিল। অসমলৈ ছাত্ৰ অৱস্থাতো (BHUৰ) আহিছিল, MP হিচাপেও আহিছিল। এইখিনি কথা কোৱাৰ পাছত তেখেতে স্কটলেণ্ড আৰু জাপান

ভ্ৰমণ কৰা কালৰ দুটামান কথা ক'লে। ...

কথা প্ৰসংগত মই কোৱা উল্লেখযোগ্য কথা হ'ল ঃ অসমৰ চাবলগীয়া ঠাইখিনি মানুহক দেখুৱাব পৰা কৰিব লাগে। আমাৰ তাজমহল, কোনাৰক, তিৰুপটি নাই; কিন্তু যি আছে সিও সাহ কৰি দেখুৱাব পৰা অৱস্থাত নাই। ক'লো,—পঞ্চাছ পইচা দামৰ মিঠাই এটা হ'লেও মানুহে এখন প্লে'টত সেইটো সজাই দিয়ে। সেইটোও যদি ফটা খবৰকাগজত মেৰিয়াই দিয়া হয়, তেনেহ'লে তাৰ মূল্য আৰু শোভা বহুত কমে। উদাহৰণ,—বশিষ্ঠাশ্ৰম। জঘন্য অৱস্থা।

(গৱৰ্ণৰে ললিত বৰুৱাক মাতি এই বিষয়ে ন'ট এটা দিলে।)

... এক শ্ৰেণী চিন্তাশীল লোকে যে কাছাৰ অসমৰ পৰা আঁতৰাব লাগে বুলি জোৰ দি কৈছে, —মই সেই কথাটো ক'লো। অসমত অসমীয়াৰ majority status-অৰ কাৰণে constitutional safe guard লাগে,—সেইটো কথা ক'লো।

তেখেতে আৰু কথা পতাৰ মুডতেই আছিল, কিন্তু পাঁচ বজাত V.C.ৰ (G.U.) লগত appointment আছে। আকৌ লগ পাম বুলি আমি এৰাএৰি হ'লো। ...

গধূলি শ্যামানন্দ বৈশ্য আহিল। (Station Director, All India Radio, Cuttak).

... তেখেতে ৰেডিঅ' আৰু বাতৰিকাকতত অসমীয়া ভাষাৰ দুৰৱস্থাৰ কথা কৈ দুখ কৰিলে।

৬.৬.৮৪ : ... বিপিনে ৫৫ টা ভকুৱা মাছৰ পোনা আনিলে। মীন বিভাগৰ ডেপুটি ডাইৰেক্টৰ মহেন্দ্ৰ চহৰীয়াক সুধি পুখুৰীটোত (খালটোত) মেলি দিলো।

নাটক লিখা আৰম্ভ কৰিছোঁ। মহেন্দ্ৰ বৰঠাকুৰৰ নাটকখন পঢ়ি শেষ কৰিলো। ...

১১.৬.৮৪ : ... দুপৰীয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ড. সুশীল গোস্বামী আহিল। তেওঁ লিখা নাটকখন এইবোৰ আবাহন থিয়েটাৰে কৰা-নকৰাৰ বিষয়ে কথা পাতিলো।

...বি.বি.ছি.ৰ বাতৰি শুনি পাঞ্জাবৰ ঘটনাৰ আচল ৰূপটো জানিবলৈ চেষ্টা কৰিছোঁ। দেশৰ বিভিন্ন ঠাইত শিখ সৈন্যসকলৰ বিক্ষোভ, প্ৰকাশ সিং বাদলৰ দীপ্ত কণ্ঠৰ আহ্বান, লণ্ডনত অহা বুধবাৰলৈ 'খালিস্তান' ঘোষণা,—এইবোৰে একোটা নতুন-নতুন দিশ উন্মোচন কৰিছে। এতিয়া দিল্লীতো সুকীয়া ৰাষ্ট্ৰৰ দাবী কৰি পাঞ্জাবীসকল বাটলৈ ওলাই আহিল যেতিয়া, সমস্যা জটিলতৰ হ'ল।

১২.৬.৮৪ : নাটকৰ কাম। বৰ গৰম। আজি কমেও দহ ঘণ্টা লিখিম বুলি ভাবিছিলো। নহ'ল। ঘৰুৱা মানুহ আহিল। ...

মাজতে সঁফুৰাৰ tittle page আৰু প্ৰথম পৃষ্ঠাৰ proof চালো।

বেলশৰ হাইস্কুলৰ শশধৰ বৰ্মণ নামৰ এগৰাকী শিক্ষকে স্কুলৰ বছৰেকীয়া অধিবেশনলৈ মাতিলে (ফোনত)। নোৱাৰিম বুলি বুজাই ক'লো।

বি. বি. ছি.ৰ বাংলা আৰু হিন্দী বাতৰি শুনিলো। আঠখন ৰাজ্যত কিছু শিখ সৈন্যই বিদ্ৰোহৰ নিচিনা (কাণ্ড) কৰিছে। শেহতীয়া ৰাজ্য আগৰতলা।

**১৩.৬.৮৪ :** প্ৰান্তিকৰ প্ৰবন্ধ দুটা ঠিক কৰিলো। ৯-৪৫ বজাত প্ৰান্তিকলৈ গ'লো। তালৈ ইন্দ্ৰজিৎ বৰুৱা আহিছিল। প্ৰদীপ আৰু তেওঁ কথা পাতিলে,—আন্দোলনকাৰী কেইজনমান হয়তো আলোচনাৰ বাবে কৰবালৈ গৈছে। কাৰণ তেওঁলোকক ইয়াত কোনেও বিচাৰি পোৱা নাই।

আলোচনা মানে ভাল খবৰ। ...

**১৫.৬.৮৪ :** অসম বন্ধ। নাটকৰ কাম কৰিছোঁ।*

আমি ঘৰৰ পৰা যান-বাহনৰ চলাচল দেখা নাই। বাটত মানুহো ক'ৰবাত দুই-এজনহে। পুলিছৰ মানুহে উপস্থিত থাকি আমাৰ ওচৰৰ দোকানৰ দুৱাৰবোৰ খোলাই ৰাখিলে। গ্ৰাহক নাই। ৰেডিঅ'ত বাৰে-বাৰে কোৱা হৈছে,—অসম বন্ধ আহ্বানৰ বিশেষ ফল হোৱা নাই; সাধাৰণভাৱে এইটো ৰাইজে আওকাণ কৰিলে। কিন্তু সঁচাকৈয়ে যি ঘটিছে, সেইটো চৰকাৰে কিমানদিন নেদেখাকৈ থাকিব? সৈন্য চিপাহী, অজস্ৰ টকা খৰচ কৰি কিমানদিন অসম খুলি ৰাখিব। এই কথাটো তেওঁলোকে ভাবি চাব লাগে।

আজি দিনটোত ২০ পৃষ্ঠা (নাটক) লিখিম বুলি ভাবিছিলো, ১৮ পৃষ্ঠা লিখিব পাৰিলো।

ৰাতি প্ৰান্তিকৰ কাম অলপ কৰি থ'লো। ...

* এই নাটকখন ২০.৬.৮৪ তাৰিখে লিখি শেষ কৰিছিলো। নাম থৈছিলো বিষকুম্ভ।

**২২.৬.৮৪ :** ... ১০-৩০ বজাৰ অকণমান আগতে জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'লৈ গ'লো। Documentary Film Sub Committeeৰ মিটিং। মই গৈয়েই সুধিলো,—মই জানো এই ছাব-কমিটিৰ সদস্য হওঁ? গিৰিজা দাসে* বোলে, হয়। মই ক'লো,—মইতো এই ছাব কমিটিৰ সদস্য হ'বলৈ ঘোৰ আপত্তি কৰিছিলো। কেনেকৈ হ'লো?

যি হওক, মিটিং আৰম্ভ। ... আগৰ ডকুমেণ্টেৰিৰ হিচাপত গণ্ডগোল।

হিচাপৰ কোনো মা- বাপ নাই; কাৰ হুকুমত কোনে খৰচ কৰিছে—একো ঠিক নাই।

বাহিৰত শিৱ ঠাকুৰ, বিজু ফুকন, প্ৰাঞ্জল শইকীয়া, সুৰেন মহন্ত, গৰিমা হাজৰিকা আদিক লগ পালো। শিৱ ঠাকুৰৰ সোণমইনাৰ শ্যুটিং চলি আছে।

পাছবেলা 'বিলকিচ বেগম' নাটকৰ পাণ্ডুলিপি পঢ়ি শেষ কৰিলো। বিষকুম্ভৰ advertisement-অৰ কাৰণে ডিজাইন এটাৰ চেষ্টা কৰিলো। আবেলি গৰিমা হাজৰিকাক* ফোনেৰে 'বিলকিচ বেগম' নাটকৰ পৰিচয় দিলো, যাতে সাজপাৰৰ কথা ভাবিবলৈ তেওঁৰ সুবিধা হয়।

* গিৰিজা দাস সেই সময়ত অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয় সঞ্চালক আৰু জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ সচিব আছিল।

* নৃত্যশিল্পী গৰিমা হাজৰিকা সেই সময়ত মাজে-মাজে আৱাহন আৰু কহিনুৰ থিয়েটাৰৰ নৃত্য আৰু সাজপাৰৰ ডিজাইনৰ লগত জড়িত হৈছিল। সেই বছৰ তেওঁ আৱাহন থিয়েটাৰৰ 'বিলকিচ বেগম' নাটকৰ ডিজাইন কৰাৰ বিশেষ দায়িত্ব গ্ৰহণ কৰিছিল।

**২৩.৬.৮৪ :** কেইদিনমানৰ আগতে অমল দত্তক কৈছিলো,—মই এইবাৰ আৱাহন থিয়েটাৰৰ কাৰণে লিখা ডিটেকটিভ নাটকখনত পুলিছৰ কাৰবাৰ বিশেষ নাই; উকীল দুজনেই ডিকেটটিভ। তেতিয়া তেওঁ ক'লে,—পেৰি মেছনৰ নিচিনা।

কালি জিণ্টিয়ে মোক পেৰি মেছনৰ কিতাপ এখনৰ তিনি পৃষ্ঠা পঢ়ি চাবলৈ ক'লে। (কেনেকৈ পেৰি মেছনে আদালতত জেৰা কৰে তাৰ আভাস পাবলৈ)।

মই প্ৰথম পেৰি মেছনৰ কিতাপৰ পাত পঢ়ি পালো। ... আৰু প্ৰথম গম পালো যে পেৰি মেছন ডিটেকটিভো, উকীলো। কিন্তু মই যে মোৰ নাটকখনৰ কাৰণে এই কথাটো নিজে ঠিক কৰিছিলো, সেইটোতো আমাৰ মানুহে সহজে বিশ্বাস নকৰিব। ...

**৩০.৬.৮৪ :** পুৱা ৮ বজাত জনতা ভৱনত মুখ্যমন্ত্ৰীৰ লগত ব্ৰে'কফাষ্ট খাবলৈ নিমন্ত্ৰণ—'জনসংযোগ-অসম'ৰ পৰা। চিঠিখনত কাৰো চহী নাই। যোৱাৰ প্ৰশ্নই নুঠে।

সঁফুৰাৰ কাম কৰি প্ৰান্তিকলৈ গ'লো। ড. নেওগ ছাৰক লগ পালো। তেখেতে কেঞা শব্দটো কেতিয়াৰ পৰা আহিল, ক'ৰ পৰা আহিল সুধিলে। মই ক'লো,—কেতিয়া ক'ৰ পৰা আহিল, ক'ব নোৱাৰোঁ, কিন্তু কেতিয়াৰ পৰা মই সেই শব্দটো লিখিবলৈ এৰিলো সেইটোহে জানো।* ১৯৫৬-৫৭ চনত শিৱসাগৰত নাটক কৰাৰ দিনত ৰাধাকৃষ্ণ আগৰৱালাই কৈছিল, —কেঞা শব্দটো মাৰোৱাৰীসকলে বেয়া পায়।...

* কেঞা-আঙুলি, কেঞা-বন আদিৰ ক্ষেত্ৰত কেঞা শব্দটো লিখিবলৈ এৰাৰ কথা কোৱা নাছিলো, মাৰোৱাৰীসকলক বুজাবলৈ কেঞা শব্দটো লিখিবলৈ এৰাৰ কথাহে কৈছিলো।

ইয়াৰ পাছত, জুলাই মাহটোৰ কথা সংক্ষিপ্ত বৰ্ণনা আৰু দুই-এটা উদাহৰণেৰে সামৰি থোৱাই ভাল হ'ব বুলি ভাবিছোঁ। সেই মাহটোৰ বাইছ ৰাতি বিছ দিন পাঠশালাৰ আৱাহন থিয়েটাৰৰ চৌহদত কটালো। সেইখিনি দিনত নাটকৰ আখৰা, নাটকত প্ৰয়োজন অনুসৰি হাত ফুৰোৱা, দুই-এটা দৃশ্য নতুনকৈ লিখা, প্ৰান্তিক আৰু সঁফুৰাৰ কাম,—ঘাই কাম সিমানেই আছিল। এটা উদাহৰণ ঃ

**১৯.৭.৮৪ :** পুৱা 'দৈনন্দিন' ('যোৱা তিনি বছৰৰ দৰেই') লিখিলো। কিছু লিখি এৰিলো। নেপোলিয়ন ঠিক কৰিবলৈ ল'লো। ৭-৩০—১২.০৫ ৰিহাৰ্ছেল। ১২-৩০—১-১০ দৈনন্দিন আৰু সম্পাদকৰ কোঠালিত লিখিলো। নগাঁৱৰ বৈৰাগীৰ হাতত প্ৰান্তিকলৈ পঠালো। ৪—৬ ৰিহাৰ্ছেল। ৭-৩০—১১ ৰিহাৰ্ছেল। বৰ ভাগৰ লাগিছে।

সেইবাৰৰ নাটককেইখনৰ ভিতৰত আছিল অৰুণ শৰ্মাই লিখা নেপোলিয়ন,

মহেন্দ্র বৰঠাকুৰে লিখা বিলকিচ বেগম আৰু মই লিখা বিষকুম্ভ। মই আছিলো আটাইকেইখনৰে পৰিচালক। অৰুণ শৰ্মাই নাটকখন লিখি খণ্ড-খণ্ডকৈ পাঠশালালৈ পঠাই দিছিল। আখৰা কৰোঁতে আমাৰ যি অভিজ্ঞতা হৈছিল, তাৰ ভেটিত নাটকবোৰত হাত ফুৰোৱাৰ প্ৰয়োজন হৈছিল। দুই-এটা দৃশ্য নতুনকৈ লিখিব লগীয়াও হৈছিল।

'দৈনন্দিন' লিখা সম্পৰ্কীয় কথাটোৰ আঁৰৰ কথা হ'ল,---'দৈনন্দিন' শিতানৰ বাবে প্ৰান্তিকলৈ অহা লেখাসমূহৰ ভিতৰত যেতিয়া ন্যূনতম মানসম্পন্ন লেখা পোৱা নগৈছিল, তেতিয়া মই নিজে 'দৈনন্দিন' এটা লিখিবলগীয়াত পৰিছিলো। সেই লেখাবোৰ প্ৰান্তিকত ছদ্মনামত ছপা হৈছিল। তাৰে কিছুমান ১৯৯৮ চনত প্ৰকাশ পোৱা 'কল্পলোকৰ কাহিনী' নামৰ কিতাপত সন্নিবিষ্ট কৰা হৈছিল।

৩০।৭।৮৪ তাৰিখে গুৱাহাটীলৈ আহি টিভিত লছ এঞ্জেলছত অনুষ্ঠিত অলিম্পিকৰ খেল চাইছিলো। সেই দিনাই পশ্চিমবংগৰ যশস্বী চলচ্চিত্ৰ পৰিচালক বিপ্লৱ ৰায়চৌধুৰীৰ পৰা চিঠি এখন পাইছিলো। তেওঁ মই লিখা গহ্বৰ নামৰ গল্পটোৰে হিন্দী ভাষাত এখন চলচ্চিত্ৰ নিৰ্মাণ কৰিবলৈ লৈছিল। চিঠিখনেৰে তেওঁ ছেপ্টেম্বৰত চলচ্চিত্ৰখনৰ শুটিং আৰম্ভ কৰিব বুলি খবৰ দিছিল।

**৩১.৭.৮৪ :** ... শংকৰদেৱৰ বিষয়ে নিৰ্মাণ কৰিবলৈ লোৱা চলচ্চিত্ৰ এখন মই পৰিচালনা কৰিব লাগে বুলি অনুৰোধ কৰিবলৈ পাঁচজন মানুহ আহিল। মই ভাবি-চিন্তি মতামত জনাম বুলি ক'লো। ক'লো,—এইটো বৰ ডাঙৰ কাম। মোৰ শক্তি আছেনে নাই, সামৰ্থ্য আছে নে নাই, সময় আছেনে নাই,—এইবোৰ ভাবিব লাগিব। মোৰ নাম-যশ খেদাৰ সময় আৰু ইচ্ছা নাই, টকা-পইচাৰ মোহো নাই।

**১১.৮.৮৪ :** ৫-৩০। এটা 'গীত' লিখিলো। বিলকিচ বেগম নাটকৰ বাবে। সেইখন নাটকৰ এটা নতুন দৃশ্য লিখিলো। ৰিহাৰ্ছেল—৭-৩০—১.০৫। (ৰীণাৰ* নাচৰ ৰিহাৰ্ছেল কৰাইছিল গৰিমা হাজৰিকাই।)

দুপৰীয়া আৰু দুটা 'গীত' লিখিলো। বিষকুম্ভৰ revision work.

৪—৬ ৰিহাৰ্ছেল।

৭-১৫—৮-১৫—বিষকুম্ভৰ কাম।

৮-২০—১১-২০ ৰিহাৰ্ছেল।

* ৰীণা বৰা ভ্ৰাম্যমাণ মঞ্চৰ এগৰাকী উল্লেখযোগ্য অভিনেত্ৰী। এওঁ সম্প্ৰতি চলচ্চিত্ৰতো অভিনয় কৰিবলৈ লৈছে।

**১৪.৯.৮৪ :** ৫-৩৫। নীলকণ্ঠৰ* কাম কৰিলো। ৰিহাৰ্ছেল—৭-৩৫—১১। দুপৰীয়া নীলকণ্ঠৰ কাম। ৰিহাৰ্ছেল ৪-১০—৫-২০। কোঠালিত নীলকণ্ঠৰ কাম। ৰেজিনা আৰু মীনা কুমাৰীয়ে কপি কৰি দিছে। অনন্তই সহায় কৰিছে।*

ৰিহাৰ্ছেল—৭-৩০—১০-৩০। মঞ্চত বিষকুম্ভ।

অম্বিকাপদ চৌধুৰীয়ে সঁফুৰাৰ proof আনিছে।

* সেই বছৰ আবাহন থিয়েটাৰৰ চতুৰ্থ নাটকখনৰ ক্ষেত্ৰত দুশ্চিন্তাৰ সৃষ্টি হৈছিল। এসময়ত কৃষ্ণ ৰয়ে মোক সুধিলে,—কিবা উপায়? মই অৱস্থাটো সকলো ফালৰ পৰা পৰীক্ষা কৰি বুজিলো,—একমাত্ৰ উপায়,—মই নিজে আৰু এখন নাটক লিখা। কামৰ হেঁচাত প্ৰায় চেপেটা লাগিছিলো,—তথাপি মৰসাহ কৰি কৃষ্ণক ক'লো,—চেষ্টা কৰি চাওঁ। পঞ্চাছৰ দশকতে বনবাস নামৰ গল্প এটা লিখিছিলো। সত্তৰৰ দশকত সেইটোকে ভেটি কৰি 'আবেলি' নামৰ অনাতাঁৰ নাট এখন লিখিছিলো। কিয় জানো, মোৰ সেই নাটকখনৰ কথা মনলৈ আহিল। এবাৰ গুৱাহাটীলৈ আহোঁতে অনাতাঁৰ নাটকখনৰ কাৰ্বন কপি এটা যোগাৰ কৰি পাঠশালালৈ লৈ গ'লো, আৰু তাৰে আশ্ৰয় লৈ মঞ্চ-নাটক এখন লিখিবলৈ ল'লো। এইবাৰ নাটকখনৰ নাম দিলো নীলকণ্ঠ। (ইয়াৰ পাছৰ উনৈছ দিনৰ কথাবিলাক ছপাৰ কাৰণে নিৰ্বাচন কৰোঁতে মই এই নাটকখন লিখাৰ অৱস্থাটোৰ আভাস এটা দিয়াৰ কথা মনত ৰাখিম।

* ৰেজিনা আৰু মীনা কুমাৰী আবাহন থিয়েটাৰৰ অভিনেত্ৰী আৰু অনন্ত মেনেজাৰ আছিল।

**১৭.৮.৮৪ :** ৫-৪৫। সঁফুৰাৰ কাম। ১০ বজাত প্ৰান্তিকলৈ। প্ৰদীপৰ লগত বহুত কথা পাতিলো।—মই পাঠশালালৈ গৈ থকাৰ কাৰণে তেওঁৰ বেছি কষ্ট হৈছে নে কি? তেওঁ ক'লে, নাই হোৱা। এৰা, তেওঁৰ কোনো অতিৰিক্ত কষ্ট হ'ব নালাগে। কাৰণ মই মোৰ কাম অতিৰিক্ত পৰিশ্ৰম কৰি আগতকৈ সোনকালে শেষ কৰি আছোঁ। মোৰ মানত এই কষ্টৰ তুলনা নাই।

পাছবেলা সঁফুৰাৰ কাম। বজাৰ। ৰাতি সঁফুৰাৰ কাম।

**১৯.৮.৮৪ :** ৫-২৫। প্ৰান্তিকৰ কাম। দহ বজাত প্ৰদীপহঁতৰ ঘৰলৈ গ'লো। ১।৯। ৮৪ তাৰিখৰ সংখ্যাৰ বাবে মই দিবলগীয়া সকলো বস্তু দিলো। বিক্ৰমটো পাহৰি গৈছিলো। ঘৰলৈ আহিয়েই বিক্ৰমটো অনুবাদ কৰি লেফাফাত ভৰাই থ'লো। অজিতে লৈ যাবহি। Inner Wheel-অৰ কাৰণে 'মৰম' নামৰ গল্পটো (১৯৬৪ চনতে লিখা) revise কৰিলো। ... বিপ্লৱ ৰায়চৌধুৰীলৈ চিঠি লিখিলো। 'গহ্বৰ' ছিনেমাৰ বিষয়ে। তেওঁ সুধিছিল,—মোক গল্পটোৰ বাবে পইচা কিমান লাগিব। মই লিখিলো,—"আপোনাৰ ওপৰতে বিচাৰৰ ভাৰ দিলো।" ... তাৰ পাছত এঘণ্টা নাটক (নীলকণ্ঠ) লিখিলো। ২-৪০—অৰুণ শৰ্মা আৰু মহেন্দ্ৰ বৰঠাকুৰক লৈ গাড়ী আহিল। পাঠশালালৈ যাত্ৰা কৰিলো। ৫-৩০ পাঠশালা।

৭—ৰিহাৰ্ছেল—নেপোলিয়ন। ১০-৪৫—শুবলৈ ল'লো। অৰুণ শৰ্মা, বৰঠাকুৰ—Inspection Bungalowত।

২১.৮.৮৪ : ৫-৩৫। নেপোলিয়নৰ correction work. ৮—ৰিহাৰ্ছেল। ১০—নেপোলিয়ন, ১১ বজাত শেষ। ১১-১০ বিষকুম্ভ—২ বজাত শেষ। দেহাৰ অৱস্থা নাই।

২৪.৮.৮৪ : ৫-২০। নাটকৰ কাম। আগবেলা এবাৰ ওলাই গৈ সৰু-সুৰা কথাবোৰ ক'লো। দিনটো লিখিলো। ৬ বজামানত গা ধুই মঞ্চলৈ ওলাই গ'লো। আজি প্ৰথম ৰাজহুৱা শ্ব'। নাটক—বিলকিচ বেগম। ১১ বজাত শ্ব' শেষ। ভাল হৈছে। সামান্য ৰিহাৰ্ছেল—মঞ্চত। বিষকুম্ভৰ। ১২ বজাত কেম্পলৈ, ১২-৩০ বিছনাত।

২৭.৮.৮৪ : ৬-১৫। ... নাটক লিখাৰ কাম। ১০—১২-১৫ ৰিহাৰ্ছেল। ২—৩ প্ৰান্তিকৰ কাম। ৩—৫-৩০ নাটক লিখা কাম। ৬-৩০ ফিল্ডলৈ গ'লো। আজি বিষকুম্ভৰ প্ৰথম ৰাজহুৱা অভিনয়। ১১—১২-১৫ ফিল্ডৰ মঞ্চত 'নীলকণ্ঠ'ৰ ৰিহাৰ্ছেল। এক বজাত বিছনা।

২৮.৮.৮৪ : ... ২ বজাৰ পৰা ৬ বজালৈ লিখিলো। ফিল্ডলৈ গ'লো। ১০-৩০ নাটকৰ অভিনয় শেষ। কেম্পলৈ আহি ভাত খাই আকৌ গ'লো—১১-৩০ বজাত। নেপোলিয়নৰ ৰিহাৰ্ছেল। ১-৩০ বজাত কোঠালিলৈ আহিলো। ২ বজাত বিছনা।

২৯.৮.৮৪ : ৬-১০। নাটক লিখিছোঁ। মাজে-মাজে নেপোলিয়নৰ dress, requisite আদিৰ পৰামৰ্শ। আবেলি ৫-৩০ বজালৈকে লিখিলো। আজিৰ নাটক নেপোলিয়ন। ঠিক নাটক আৰম্ভ হৈছে, লগে-লগে বৰষুণ। অসহ্য। বৰষুণৰ মাজতে নাটক আৰম্ভ আৰু শেষ হ'ল বুলিব লাগে। ... মনটো বেয়া লাগিল। ... আজি ৰতন লহকৰে* ভাত খাবলৈ মাতিবলৈ আহোঁতে কথাই কথাই ক'লে,—"... আৰ্টিষ্টতো আপুনি দেখিছেই! ডায়লগকেইটা কোৱাৰ পাছত আৰু যেন কোনো দায়িত্ব নাই!"

প্ৰায় সঁচা কথা। এওঁলোকৰ involvement নাই; পাৰ্টিটোৰ লগত একাত্ম হোৱাৰ লক্ষণ নাই।

২৪।৮।৮৪ তাৰিখে ৰতনে আৰু এটা কথা কৈছিল ঃ "মানুহে আমাৰ বহুত টকা আছে বুলি ভাবি থকাৰ কাৰণে এটা বৰ ডাঙৰ লাভ হৈছে। বন্ধু-বান্ধৱক টকা ধাৰে খুজিলে দিয়ে। ভাবে,—এওঁৰ বহুত টকা, একো ভয় নাই। ..."

... চিন্তা কৰিবলগীয়া কথা।

* ৰতন লহকৰ কহিনুৰ থিয়েটাৰৰ প্ৰযোজক।

**৩১.৮.৮৪ :** ঘড়িটো বন্ধ হৈ আছে। ৫-৩০ মান বাজিছে হ'বলা। লিখিবলৈ ল'লো। ... ৮মান বজাত ১৯ নম্বৰ দৃশ্যটো লিখি শেষ কৰিলো। ৰিহাৰ্ছেল। ১৯ নম্বৰ দৃশ্যটো ৰিহাৰ্ছেল কৰোতে উপস্থিত প্ৰায় সকলোৰে চকুপানী ওলাল। ১২-২৫ ৰিহাৰ্ছেল শেষ। ২ বজাত সঁফুৰাৰ প্ৰুফ চালো। ১৬ পৃষ্ঠাৰ। এটা পৃষ্ঠাত অলপ খালী ঠাই আছিল, সেইখিনি পূৰাবলৈ বুক অফ নলেজৰ হাতত থকা ভলিউমটো চাই 'বাওনা' সম্পৰ্কে অলপ লিখিলো। আবেলি নাটকখনৰ ২০ নম্বৰ দৃশ্যটো লিখিলো। শেষ। ইমান মুকলি-মুকলি লাগিল যে তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ।

অম্বিকাপদ চৌধুৰীয়ে সঁফুৰাৰ প্ৰুফখিনি লৈ গ'লহি। দহ বজালৈকে কেম্পতে বহি থাকিলো। ডাঙৰ ভাইটি আৰু মীনাক ৰিহাৰ্ছেল কৰালো। আজি যিখন নাটক হৈছে সেইখন আৱাহনে আগতে কৰিছিল। মোৰ লগত সেইখনৰ সম্পৰ্ক নাই। দহ বজাত ভাত খাই ফিল্ডলৈ গ'লো। ১০-৪৫ ৰিহাৰ্ছেল—নীলকণ্ঠৰ। ১-৩০ বজাত ৰিহাৰ্ছেল শেষ। Settings, music সকলো চালো। মাত্ৰ দুদিন মাজনিশা-মাজনিশা ৰিহাৰ্ছেল কৰি নীলকণ্ঠ মঞ্চস্থ কৰিব লাগিব!

**২.৯.৮৪ :** ৬-১৫। আজি নীলকণ্ঠ নাটকৰ অভিনয়। পুৱাৰ পৰাই ভয়-ভয় লাগিছে। ১০-৩০ বজাত কেইটামান দৃশ্যৰ ৰিহাৰ্ছেল কৰালো। মূল অভিনেতা সুৰেন মহন্ত নাই। তেওঁলৈ দুপৰীয়াৰ পাছত পাণ্ডুলিপি পঠিয়াই দিলো। অন্ততঃ সংলাপখিনি মনত ৰখাৰ চেষ্টা কৰক। সন্ধিয়া ৭ বজাৰ পৰা শ্ব' আৰম্ভ। ১০-১৫—নাটকৰ অভিনয় শেষ। আজি (এইটো বছৰত) প্ৰথমবাৰৰ বাবে বহুতো লোক music box-অলৈ সোমাই আহি মোক অভিনন্দন জনালে। তেওঁলোক আপ্লুত, অভিভূত হৈছে।

এইখনেই হেনো আৱাহনৰ এইবাৰৰ শ্ৰেষ্ঠ নাট। মনটো আনন্দেৰে ভৰি গ'ল। ৰাতি শিল্পীসকলক দিহা-পৰামৰ্শ দিলো। সকলোৰে পৰা বিদায় ল'লো। তেওঁলোকে মোক সেৱা জনালে। ১২ বজাৰ পাছতে বিছনাত পৰিলো। বৰ সুখী মন এটা লৈ।

**৩.৯.৮৪ :** পুৱা ৬ বজাত গুৱাহাটীলৈ বুলি যাত্ৰা কৰিলো। লগত অৰুণ শৰ্মা আৰু কৃষ্ণমূৰ্তি হাজৰিকা।

এই বছৰলৈ পাঠশালা এৰিলো। কেম্পটো আৰু দুঘণ্টামানৰ পাছতে নিৰ্জন হ'ব। মনটো বেয়া লাগে। দুমাহ ধৰি ইমান গান, ইমান বাজনা, ইমান সংলাপ;—আজি ৰাতি তাত এটা মানুহৰ মাতো শুনা নাযাব।

৯ মান বজাত ঘৰ পালোহি।

দুপৰীয়া জিৰণি ল'লো। প্ৰান্তিকৰ পেকেট এটা খুলি পঢ়িলো। আজি প্ৰদীপ বৰুৱাৰ জন্মদিন। সন্ধিয়া সকলো তেওঁলোকৰ ঘৰলৈ গ'লো। নমান বজাত ঘৰ পালোহি।

**৫.৯.৮৪ :** ... আবেলি শুচিব্ৰতা ৰায়চৌধুৰী আহিল। আমাৰ ঘৰত তেখেতক এয়ে প্ৰথম লগ পালো। এনেয়েও তেখেতক আজি বহুত বছৰৰ মূৰত লগ পালো। বোধকৰোঁ সেই ইউনিভাৰ্ছিটিৰ ঘৰতে শেষ লগ পোৱা।

তেখেত বোলে মই নথকাত আৰু এদিন আহিছিল।

তেখেত দেশৰ অৱস্থাত চিন্তান্বিত। বৰ্তমানে তেখেতে 'সৰ্বোদয়'ত যোগ দিছে। দুৰ্নীতিৰ বিৰুদ্ধে এটা প'ষ্টাৰ কেম্পেইন কৰাৰ কথা চিন্তা কৰিছে। মই কেনেকৈ সহায় কৰিব পাৰোঁ—তাকে ভাবিবলৈ ক'লে। ...

**৬.৯.৮৪ :** ... পুনাৰ শ্ৰী গডবলে নামৰ এজনৰ চিঠিৰ পৰা বুজিলো—তেওঁ 'গহ্বৰ'ৰ প্ৰযোজক। পাঁচহাজাৰ টকা advance হিচাপে পঠাইছে। ১২।৯।৮৪ তাৰিখৰপৰা শ্বুটিং। প্ৰথমে পুনাত, তাৰ পাছত (৬।১০।৮৪ৰ পৰা) ভুবনেশ্বৰত। মোক ভুবনেশ্বৰলৈ মাতিছে আৰু গল্পটোৰ কাৰণে পইচা কিমান লাগিব সুধিছে। মই উত্তৰ দিলো,—ভুবনেশ্বৰলৈ যোৱাটো কাম আৰু সময়ৰ ওপৰত নিৰ্ভৰ কৰিব। পইচাৰ কথা মই নকওঁ। আপোনালোকে যি ভাল দেখে। কিন্তু এইটো কথা ঠিক যে মোৰ নিজৰ ফিল্মখনৰ শ্বুটিং কৰিবলৈ পইচা মোক লাগে। ...

**৮.৯.৮৪ :** ৬-১৫। শ্ৰী মহেন্দ্ৰ চন্দ্ৰ পাঠকলৈ লিখা চিঠিখনৰ বাকীখিনি কপি কৰিলো। গল্প লিখিবলৈ ল'লো। বহুত দিনৰ মূৰত গল্প লিখিবলৈ লৈছোঁ। ধৰণী চৌধুৰীয়ে ফোন কৰিলে। প্ৰসংগ,—শংকৰদেৱৰ ছিনেমাখন। মই শ্ৰী পাঠকলৈ লিখা চিঠিখনৰ কথা কৈ অব্যাহতি বিচাৰিলো। তেখেতে জোৰ কৰিলে।*

দিল্লীৰ Filmotsav*-অৰ পৰা telegram পালো—Indian Panorama আৰু Foreign Festival-অৰ কাৰণে film selection কৰা বিচাৰৰ Eastern Region-অৰ Panel -অত মোক লৈছে। মোৰ সন্মতি বিচাৰিছে। ...

* কেইবাগৰাকীমান লোকে শ্ৰীমন্ত শংকৰদেৱৰ জীৱনক লৈ নিৰ্মাণ কৰিব খোজা এখন চলচ্চিত্ৰ পৰিচালনা কৰিবলৈ মোক অনুৰোধ কৰাৰ কথাটো আগতে উল্লেখ কৰিছোঁ। মোৰ বিশ্বাস, এখেতসকলে এই সম্পৰ্কে অসমৰ উচ্চ নায়ালয়ৰ ভূতপূৰ্ব ন্যায়াধীশ শ্ৰী মহেন্দ্ৰ চন্দ্ৰ পাঠক আৰু তেতিয়াৰ অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক শ্ৰী ধৰণী চৌধুৰীৰ লগত যোগাযোগ কৰিছিল। কাৰণ ৪।৯।৮৪ তাৰিখে মই শ্ৰী পাঠকৰ পৰা এই বিষয়ে এখন চিঠি পাইছিলো। কামটোৰ গুৰুত্ব, মোৰ ধাৰণা আৰু অৱস্থাৰ কথা জনাই মই তেখেতলৈ চিঠিখনৰ উত্তৰ দিছিলো।

* Filmotsav: Directorate of Film Festivals, Government of India, New Delhi.

**৯.৯.৮৪ : ৫-৫৫** । গল্প লিখিছোঁ। দিল্লীলৈ telegram কৰিবলৈ ৯-৩০ বজাত ওলাই গ'লো। পাঁচ মিনিটৰ কাৰণে। Selection Panel-অৰ member হ'ম বুলি জনালো।

গোটেই দিনটো লিখিলো বুলিব লাগে। লক্ষ্মীনন্দন বৰাই ফোন কৰিছিল, কাইলৈ আহিবলৈ ক'লো। সন্ধিয়া ড. ললিত বৰা* আহিল। মোৰ লিখা কোঠালৈকে মাতিলো। মোৰ অৱস্থা দেখি তেখেত নবহিল।

পুৱাবেলা বিশ্ববিদ্যালয়ৰ তিনিজন (মুক্তাৰাম পাঠক, পৰমা ৰাজবংশী আৰু এজন,—নামটো?) আহিছিল। তেখেতসকলে নতুন কলেজ এখন পাতিব খোজে; মই গৱৰ্নিং ব'ডিৰ সভাপতি হ'ব লাগে। মোৰ কামৰ কথা বুজাই ক'লো। মই তেনে কামৰ বাবে সময় উলিয়াব নোৱাৰিম বুলি বুজালো।

আজি ইমান কষ্ট কৰি লিখিছোঁ,—আৰু আজিহে T.V.ত US open tennis-অৰ খেল!*

* ড. ললিত বৰা অসম কৃষি বিশ্ববিদ্যালয়ৰ বিষয়া আছিল। লেখক। অসমীয়া সাহিত্যৰ ৰম্য ৰচনাৰ ভাগটোৰ লগত এসময়ত এখেতৰ উল্লেখযোগ্য সম্পৰ্ক আছিল।

* US টেনিছৰ বিষয়ে লিখাৰ কাৰণটো হৈছে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ কিছুমান খেল টেলিভিছনে দেখুৱাই থাকিলে, মোৰ গুৰুত্বপূৰ্ণ কাম এৰি থৈও খেল চোৱাৰ প্ৰৱণতা আছে।

**১৫.৯.৮৪ : ৬-০৫** । প্ৰান্তিকৰ কাম। ড. মহেশ্বৰ নেওগ ছাৰৰ 'জীৱনৰ দীঘ আৰু বাণি' ছপাৰ বাবে সাজু কৰিলো। বানানৰ ক্ষেত্ৰত ছাৰৰো কিছুমান গোঁড়ামি আছে। ফলত আমাৰ principleটোৰ ওপৰত হেঁচা পৰিছে।*

...ভবেন বৰুৱাৰ তালৈ গ'লো। কুলেন্দু পাঠককো লগ ধৰিলো। বিজ্ঞান সমিতিৰ কামৰ কথা পাতিলো। বাটত মোৰ গাড়ীতে বহি ভবেন বৰুৱাৰ লগত কথা পাতিলো—প্ৰায় এঘণ্টা। অসমীয়া মানুহৰ (জাতিটোৰ) ভৱিষ্যত সম্পৰ্কে তেখেত বৰ নিৰাশ। তেখেতে ক'লে,—সকলো শেষ হ'বলৈ—ধৰি লওক আৰু বিছ বছৰ! ইয়াৰ বাবে তেখেতে আমাৰ উচ্চ সম্প্ৰদায়ৰ মানুহ কিছুমানক দোষ দিলে—উগ্ৰ ভাষাত। মই বাৰে-বাৰে ক'লো,—আমি অন্ততঃ এটা guidance দি থাকোঁ। ঠিক বাটেৰে চিন্তা কৰিবলৈ মানুহবোৰক সহায় কৰোঁ। মই তেখেতক অসমৰ ৬০ জন মানুহৰ তালিকা এখন কৰিবলৈ ক'লো;—সামাজিক আৰু ৰাজনৈতিক নেতৃত্বৰ ক্ষেত্ৰত যিসকলৰ ওপৰত ভাৰসা কৰিব পাৰি, তেনে মানুহৰ তালিকা।

বৰষুণ-বৰষুণ। অবিৰাম। আজি দ্বিতীয় দিন। ... নতুন কলেজখনৰ ল'ৰা দুজন অহিছিল। মোক তেওঁলোকে সভাপতি নাপাতিবলৈ ৰাজী হৈছে; উপদেষ্টা পাতিছে।

* বানান আৰু লিপ্যন্তৰ (transliteration) সম্পৰ্কে এলানি নিয়ম মানি নচলিলে ভাষা-সাহিত্যৰ ওপৰত গুৰুত্ব দিয়া এখন আলোচনী সম্পাদনা কৰিব নোৱাৰি। অসমীয়া ভাষাৰ বানান আৰু লিপ্যন্তৰৰ ক্ষেত্ৰত বহুতো খেলিমেলি আৰু আঁসোৱাহ আছে।

সেইকাৰণে, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্রস্তুতি সমন্বয় সমিতিয়ে অসমীয়া ভাষাত মহাবিদ্যালয় পর্যায়ৰ পাঠ্যপুথি প্রস্তুত কৰিবলৈ লোৱাৰ আৰম্ভণিতে মই সেই সমিতিৰ সচিব হিচাপে অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি বিষয়ক এখন হাতপুথি প্রস্তুত কৰাই লৈছিলো। সেই কামৰ মূল সমিতিখনৰ সদস্যসকল আছিল শ্ৰী যজ্ঞেশ্বৰ শৰ্মা, শ্ৰী তীৰ্থনাথ শৰ্মা, ড. মহেশ্বৰ নেওগ, ড. সত্যেন্দ্ৰ নাথ শৰ্মা আৰু ড. গোলোক চন্দ্ৰ গোস্বামী। সেই চৌবিছ পৃষ্ঠাৰ হাতপুথিখনেই আমি প্রান্তিকৰ বাবেও সাৰথি কৰি লৈছিলো। কিন্তু ড. নেওগ ছাৰৰ ধাৰাবাহিক লেখাটোত মই মন কৰিছিলো,—তেখেতে ব্যৱহাৰ কৰা কিছুমান শব্দৰ আখৰ-জোঁটনি হাতপুথিখনে নির্ণয় কৰি দিয়া বিধিৰ লগত নিমিলিছিল। তেখেতৰ ভাষা, ব্যাকৰণ আৰু আখৰ-জোঁটনিৰ জ্ঞানৰ প্রতি মোৰ গভীৰ শ্রদ্ধা আছিল; আনহাতে তেখেত জড়িত থকা সমিতিয়ে প্রস্তুত কৰি দিয়া হাতপুথিৰ বিধিৰ লগত তেখেতৰ আখৰ-জোঁটনিৰ কিছু কথা নিমিলিছিল কাৰণে মই এটা হেঁচা অনুভৱ কৰিছিলো।

এই প্ৰসংগত মই মোৰ ব্যক্তিগত ভাব এটাৰ কথা কৈ থওঁ। ভাষা-সাহিত্যৰ চৰ্চাৰ লগত সক্রিয় আৰু ঘনিষ্ঠভাৱে জড়িত আমাৰ শ্রদ্ধেয় ব্যক্তিসকলৰ প্রত্যেকৰে একোটা নিজস্ব ধাৰণা আৰু অভ্যাস থাকিব পাৰে; আৰু সেই ধাৰণা আৰু অভ্যাসবোৰক ভুল বুলি ক'ব নোৱাৰি। কিন্তু ভাষাটোক এটা একৰূপত্ব (uniformily) দিবলৈ হ'লে পণ্ডিতসকলে কিছুমান বিধি নির্ণয় কৰি দিবই লাগিব, আৰু সেই বিধি মানি চলিবলৈ পণ্ডিতসকলেও নিজস্ব ধাৰণা আৰু অভ্যাস ত্যাগ কৰিব লাগিব নাইবা সেইবোৰক বন্ধনীৰ ভিতৰলৈ নিব লাগিব। তেতিয়াহে আমি উঠি অহা চামৰ ওপৰত একৰূপত্বৰ বিধি গ্ৰহণ কৰিবলৈ হেঁচা দিব পাৰিম।

**১৬.৯.৮৪ :** ৬-২০ ...কামৰূপ জিলাত মানুহক সহায় কৰিবলৈ সৈন্য, speed boat, হেলকপ্টাৰ কামত লগোৱা হৈছে। বৰষুণ আহিয়েই আছে, আহিয়েই আছে, আহিয়েই আছে। মনটো বৰ বেয়া লাগিল।

**১৭.৯.৮৪ :** ৬-১০। পুৱা ৰেডিঅ'ত গোবিন গোবিন ধেনু ছাড়িবলৈ গ'ল হে ক'লীয়া। —পুৰণি চিনাকি সুৰ শুনিলো।

**১৮.৯.৮৪ :** ... দুপৰীয়াৰ পাছত পৰাগ দাস আহিল। তেওঁকো এখন ছাৰ্টিফিকেট লাগে। পৰাগক পূজাৰ প্ৰবন্ধটোৰ অকণমান লিখি সহায় কৰিবলৈ ক'লো; কাৰণ সমুদ্ৰ* আজি কলিকতালৈ গ'ল।

* সমুদ্ৰগুপ্ত কাশ্যপ তেতিয়া প্রান্তিকৰ সহকাৰী সম্পাদক আছিল, আৰু লেখক হিচাপে পৰাগ কুমাৰ দাস আলোচনীখনৰ লগত ঘনিষ্ঠ আছিল।

**২৫.৯.৮৪ :** শেষপৃষ্ঠা। 'দুৰ্বলীৰ সমৰসজ্জা'। তাৰ পাছত 'অহা সংখ্যাত' ঠিক কৰিলো। দুপৰীয়া 'দৈনন্দিন' শিতানলৈ অহা ভালেমান লেখা আকৌ পঢ়িলো। কটন

কলেজখনৰ সেই (কালি অহা) ল'ৰাজনে চিঠি এখন দি নবাগত আদৰণী সভালৈ মাতি গ'ল। চিঠিখনত মোৰ নাম ছপা কৰা আছে!!! এইটো জানো ভাল কথা? মোৰ নিজৰ ফিল্মখনৰ কাম শেষ নহয় মানে কোনো সভা-সমিতিত বক্তৃতা দিবলৈ নাযাওঁ। শ্ৰী গিৰিজা দাসৰ চিঠি আহিছে,— অসমীয়া ছবিৰ সোণালী জয়ন্তী পাতিবলৈ সভা এখনৰ আয়োজন কৰা হৈছে—২৭।৯।৮৪ তাৰিখে জনতা ভৱনত। ...

**২৬.৯.৮৪ : ৫-৪৫।** গিৰিজা দাসলৈ চিঠি এখন লিখিলো। লিখিলো,—সোণালী জয়ন্তীৰ মৰ্যাদা ৰক্ষা কৰিব পৰাকৈ মই এখন ছবি নিৰ্মাণ কৰিম। জ্যোতি চিত্ৰবন আৰু ফাইনেন্স কৰপৰেশ্যনে যি পাৰে মোক সহায় কৰক। মই তেনেকৈয়ে সোণালী জয়ন্তী পাতিম। ...

ওমপ্ৰকাশৰ* তালৈ গ'লো। তেওঁ ফিল্মখনৰ কাৰণে নৱেম্বৰত এক লাখ টকা দিব বুলি ক'লে।

দুখন বহী কিনিলো—script লিখিবৰ বাবে। ...

ফিল্মৰ শিতানত খৰচ— বহী ৪০ টকা, লেফাফা ৫ টকা।

* ওমপ্ৰকাশ চৌধুৰী বৰ্তমানে বিভিন্ন ধৰণৰ ব্যৱসায়ত জড়িত। তেতিয়া তেওঁ বজৰং ফিল্মছৰ মালিক আছিল।

**৩০.৯.৮৪ : ৫-২৫।** পুৱাৰ পৰাই ঘৰৰ কামত লাগিলো। দেওবাৰ। বহুত দিন এইবোৰলৈ মন কৰা নাই। 'নাগৰিকৰ মতামত'ৰ* ৩৯ টা ফাইল পেক কৰিলো। প্ৰান্তিক-সঁফুৰাৰ ছপাব নোৱৰা লেখাবোৰ বেলেগে-বেলেগে পেক কৰিলো। গেৰেজ চাফা কৰালো—ৰফিকৰ হতুৱাই। আগত থাকি। ফিল্মৰ ট্ৰাংকবোৰ চাফা কৰাই ভালকৈ থোৱালো। ...

'শান্তশিষ্ট-হৃষ্টপুষ্ট-মহাদুষ্ট'ৰ প্ৰচাৰ আজি শেষ হ'ল। (তৃতীয়বাৰৰ কাৰণেঃ আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা)। আবেলি চেনি বিচাৰি গ'লো। ...

* প্ৰান্তিকত 'নাগৰিকৰ মতামত'ৰ ভেটিত অধ্যয়ন আৰু বিশ্লেষণমূলক প্ৰবন্ধ এটা প্ৰকাশ কৰাৰ আয়োজন কৰোঁতে বহু কাগজ-পাতি গোট খাইছিল।

**২.১০.৮৪ :** ... ২৭, ২৮ নৱেম্বৰত নেশ্যনেল বুক ট্ৰাষ্টে এখন ছেমিনাৰ পাতিব— গুৱাহাটীত। মোক এখন paper পঢ়ি participate কৰিবলৈ অনুৰোধ কৰিছিল। আজি উত্তৰ দিলো—নোৱাৰিম;—সেই সময়ত মোৰ অন্য কাম আছে।

সাহিত্য একাডেমিলৈ চিঠি লিখিলো।

প্ৰান্তিকৰ কাম। আবেলি ভবেন বৰুৱাৰ তালৈ গ'লো। 'অন্তৰীপ' ফিল্ম কৰাৰ বিষয়ে আলোচনা। তেওঁ ঠিকেই ভাবিছে। তেওঁৰ মতে— মেনকাৰ অভিনয় কৰিব কোনে? 'স্মিতা পাটিল, অপৰ্ণা সেনৰ নিচিনা অভিনেত্ৰী পোৱা হ'লে এইখন এখন বৰ ভাল ছবি

হ'লহেঁতেন।' কিন্তু মোৰ টকা-পইচাৰ কথা আছে। মই যদি কলিকতা বা বোম্বাইত থকা মানুহ হ'লোহেঁতেন! ...

**৩.১০.৮৪ :** ... ভবেন বৰুৱাই ফোন কৰি ক'লে,—(অন্তৰীপ উপন্যাসখনৰ) ইন্দ্র কলিকতালৈ যোৱাৰ পৰা—এই ছেকেণ্ড পাৰ্টটোৰ এখন ফিল্ম হয়, ভাল ফিল্ম। তেওঁৰ মতে এইখন বৰ strong novel. ইংৰাজীলৈ অনুবাদ কৰোৱাৰ কথা ক'লে। বৰুৱাৰ প্রতিক্রিয়াটো মোৰ কাৰণে প্রয়োজনীয় আছিল। আজি জানিব পাৰি ভাল পালো। তেখেতে আগতে খণ্ড-খণ্ডকৈ নপঢ়াৰ কাৰণে ভালেই হ'ল। দুৰ্গা পূজাৰ নৱমীৰ দিন। আমি কোনো ক'লৈকো নগ'লো। ঘৰতে কাম-বন কৰি থাকিলো।

**৪.১০.৮৪ :** ৫-২৫। ... ইন্দুকল্প হাজৰিকা আহিল। তেওঁৰ লগত ফিল্মখনৰ (অন্তৰীপৰ) কথা পাতিলো। মোৰ কথা হ'ল,—ছবিখনত কেমেৰাৰ কামৰ গুৰুত্ব অতি বেছি হ'ব। অতি disciplined হৈ, অতি punctual হৈ, মন দি কাম কৰিব লাগিব। তেওঁ পাৰিম বুলি ক'লে। ১২ বজালৈকে কথা পাতিলো।

**৫.১০.৮৪ :** অৰুণ শৰ্মাৰ* খুলশালীয়েকৰ বিয়া। উজান বজাৰত।

... তাত মানবেন্দ্র শৰ্মাক* লগ পালো। নিৰ্বাচন সম্পৰ্কে তেওঁ আশাবাদী নহয়। ভবেন ফুকনক* লগ পালো। প্রফুল্ল ৰাজগুৰুক ক'লো,—ভতিজায়েকে যেন গল্প লিখাৰ মনটো ভালে ৰাখে।* ...

* অৰুণ শৰ্মা ঃ নাট্যকাৰ, ঔপন্যাসিক।

* মানবেন্দ্র শৰ্মা ঃ আগশাৰীৰ ৰাজনৈতিক কৰ্মী আছিল। অসমৰ উগ্রপন্থীয়ে এওঁক হত্যা কৰিছিল।

* ভবেন ফুকন ঃ অসম-পুলিছৰ উচ্চখাপৰ বিষয়া আছিল। আমাৰ সমসাময়িক। কটন কলেজত পঢ়ি থাকোঁতে উৎপল ফুকন নাম লৈ সাহিত্য-চৰ্চা আৰম্ভ কৰিছিল। অধ্যয়নৰ প্রতি তেওঁৰ বৰ ৰাপ আছিল। তেওঁৰ অকাল-মৃত্যুত মই বৰ দুখ পাইছিলো।

* যোৰহাটৰ প্রফুল্ল ৰাজগুৰুৰ ভতিজাক প্রশান্ত ৰাজগুৰুৱে লিখা আৰু প্রান্তিকত প্রকাশ পোৱা গল্প কেইটামানে গল্পলেখক হিচাপে তেওঁৰ প্রতিভাৰ পৰিচয় দিছিল।

**৬.১০.৮৪ :** ... ৰাতি প্রান্তিকৰ কাম। ভবেন বৰুৱাই ফোন কৰিলে। অন্তৰীপৰ কথা। তেখেতে যিবোৰ ঠাইত সৌন্দৰ্য দেখিছে, ৰস পাইছে, সেইবোৰৰ কথা আকৌ মোক ক'লে। এইখনেই বোলে মোৰ best art work. তেখেতে বাহিৰৰ কলা-কুশলী লৈ ছিনেমাখনৰ কাম কৰাৰ কথা ক'লে। আগৰে পৰা কৈয়েই আছিল।

**৭.১০.৮৪ :** ... ১১-৩০ বজাত ঘৰৰ পৰা ওলালো। ৩-৩০ বজাত প্লেন এৰিলে। ওচৰৰ ছিটত প্রাঞ্জল শইকীয়া (নগাঁৱৰ)। তেওঁ এখন ফিল্ম কৰাৰ কথা ভাবিছে। তেওঁক শেহতীয়া প্রান্তিকখন পঢ়িবলৈ দিলো। মই কৈলাশ শৰ্মাৰ উপন্যাস (প্রান্তিকলৈ অহা

পাণ্ডুলিপি ঃবলুকাত বিয়লি) পঢ়িবলৈ ল'লো।

৫-৩০—কলিকতাৰ অসম ভৱন। অৰুণ গুহঠাকুৰতা আহিল। কথা-বতৰা পাতি ঘোঁৰাবাগী বিচাৰি ওলালো। আজিও প্ৰতিমা বিসৰ্জন— (শোভাযাত্ৰা) চলি আছে। গণেশ, হনুমান, যিছুখৃষ্ট, শেষত দেৱী। প্ৰত্যেকৰ কাৰণে দুখনকৈ ঠেলাগাড়ী। এখনত মূৰ্তি, ইখনত জেনেৰেটৰ।

ৰাজাবাজাৰ ট্ৰাম ডিপোৰ ওচৰত অৰুণ বাবুৱে ঘোঁৰাবাগীৰ আড্ডা উলিয়ালেগৈ। বাগীবোৰ দেখি মনটো ভাল লাগি গ'ল। ঘোঁৰাবাগী ব্যৱসায়ীৰ মুখিয়াল এজন আহিল। Dawla Mia & Basir Ahmed বুলি লিখা ছপোৱা কাৰ্ড এখন দিলে। Phone 357533। তেওঁ চাহেব বিবি গোলাম, গৃহদাহ, লালকুঠী, জবচাৰ্ণকেৰ বিবি,—এইবোৰ ছবিত ঘোঁৰাবাগী দি সহায় কৰাৰ কথা ক'লে। গুৰু দত্তৰ কথা ক'লে। জীপ গাড়ীৰে টনা ঘোঁৰাগাড়ীত লাগাম ধৰি উত্তম-শৰ্মিলা ঠাকুৰে কৰা অভিনয়ৰ কথা ক'লে। পৰহিলৈ ফটো তুলিবলৈ আহিম বুলি কৈ আমি ৯-৩০ বজাত উভতিলো।

ৰাতি অসম ভৱনত গণেশ দাস (বৰপেটাৰ) আৰু শেখৰজ্যোতি ভূঞাক (নগাঁৱৰ) লগ পালো।* আজি ফিল্মৰ বাবদ খৰচ ১৪ + ৭ + ১০ = ৩১ টকা।

* মই কলিকতালৈ গৈছিলো ভাৰত চৰকাৰৰ চলচ্চিত্ৰ মহোৎসৱৰ সঞ্চালকালয়ে ভাৰতীয় পেনোৰামা আৰু আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱৰ বাবে চলচ্চিত্ৰ নিৰ্বাচন কৰিবলৈ পতা অনুষ্ঠানলৈ। আজৰি সময়ত মোৰ নিজৰ ফিল্মখনৰ কাৰণে কিছু কাম ( যেনে এখন পুৰণি দিনৰ ঘোঁৰাবাগী বিচৰা) কৰিছিলো। মোৰ আগৰ চলচ্চিত্ৰ সন্ধ্যাৰাগ আৰু অনিৰ্বাণত সহকাৰী হিচাপে কাম কৰা অৰুণ গুহঠাকুৰতাই (অৰুণ বাবু) মোক এই কামবোৰত সহায় কৰিছিল। গণেশ দাসে সেই সময়ত সম্পাদক নিকুঞ্জ ভট্টাচাৰ্যৰ হতুৱাই 'মানস কন্যা' নামৰ চলচ্চিত্ৰখন সম্পাদনা কৰাইছিল। শেখৰজ্যোতি ভূঞা অসমীয়া চলচ্চিত্ৰ আৰু পুৰণি গীত-মাতৰ প্ৰতি আগ্ৰহ থকা লেখক।

মই নিজে নিৰ্মাণ কৰিবলৈ ওলোৱা চলচ্চিত্ৰখনৰ কথা ওলাইছেই যেতিয়া, এতিয়াৰ পৰা বছৰটোৰ শেষলৈকে —এইখিনি দিনৰ অন্যান্য গতানুগতিক কথাবোৰ বাদ দি, ফিল্মখন নিৰ্মাণ কৰাৰ লগত জড়িত কথাবোৰত গুৰুত্ব দিওঁ বুলি ঠিক কৰিছোঁ। 'অন্তৰীপ' নামৰ উপন্যাসখনৰ আধাৰত নিৰ্মাণ কৰা 'অগ্নিস্নান' নামৰ চলচ্চিত্ৰখনৰ কিছু কথা মই মোৰ 'জীৱন-বৃত্ত' নামৰ কিতাপখনত সন্নিবিষ্ট কৰিছোঁৱেই; তথাপি ডায়েৰিৰ পাতৰ কিছুমান খুঁটিনাটিৰ প্ৰতি মোৰ নিজৰে লোভ আছে কাৰণে সেইবোৰ বাদ দিব খোজা নাই।

**৮.১০.৮৪ :** ... ১-১০ বজাত ৰক্সি ছিনেমালৈ। বিচাৰকমণ্ডলীত অনিল চাটাৰ্জী, পিনাকী মুখাৰ্জী আদি। প্ৰথমতে 'বসুন্ধৰা', তাৰ পাছত 'পাৰ' চালো। দুয়োখনেই competent ছবি। 'পাৰ'খনত অলপ disjointed বস্তু আছে। ...

**৯.১০.৮৪ :** ... মহাত্মা গান্ধী ৰোডৰ পৰা কেমেৰামেন (still) ল'লো। ৰাজাবাজাৰত

ঘোঁৰাবাগীৰ ফটো তোলালো। চল্লিছ বছৰমানৰ পাছত ঘোঁৰাবাগীত উঠিলো। (ছায়েন্স কলেজৰ আগলৈকে গ'লো)। ... ২ বজাত ৰুক্মিলৈ। 'সোণমইনা' আৰু দুখন documentary চালো। বিচাৰকমণ্ডলীৰ অন্যান্যসকলৰ নাম লিখি থওঁ; অনিল চাটাৰ্জী—চেয়াৰমেন, অজয় দে, অৰুন্ধতী দেৱী, নিৰ্মল কুমাৰ ঘোষ (NKG নামে পৰিচিত চলচ্চিত্ৰ সমালোচক), পি. কে. সৰকাৰ, পি. কে. মিশ্ৰ (উৰিষ্যাৰ) আৰু পিনাকী মুখাৰ্জী।। মমতা শংকৰ আৰু ৰুমা গুহঠাকুৰতা অনুপস্থিত।]

নিৰ্মল ঘোষে ক'লে,—মোৰ প্ৰতি তেখেতৰ অসীম শ্ৰদ্ধা আছে। বুঢ়া মানুহজনে এনেকৈ কোৱাত মনটো কিবাকিবি লাগিব। ...

**১০.১০.৮৪ :** ... এইটো sitting-অৰ ফলাফল ঃ 'পাৰ' ইণ্ডিয়ান পেনোৰমা আৰু বিদেশৰ ফেষ্টিভেললৈ, 'বসুন্ধৰা' আৰু 'প্ৰছেছন' (ডকুমেণ্টেৰি) কেৱল পেনোৰামলৈ অনুমোদিত।

মমঁতা শংকৰক সোধোঁতে তেওঁ অসমীয়া ছবিত অভিনয় কৰিব বুলি ক'লে। তেওঁ আজি প্ৰথম আহিছে। ...

**১১.১০.৮৪ :** ৫-২০। লিখা কাম। ৯-৩০—নিউ মাৰ্কেটলৈ গ'লো। ১০-৩০ অসম ভৱন। অৰুণ বাবু আৰু দেবী হালদাৰ (মেক-আপ মেন) ৰৈ আছিল। দেবী হালদাৰৰ লগত বন্দবস্ত কৰিলো, —১২ ডিছেম্বৰৰ পৰা শুটিং হ'লে যেন তেখেতক পাওঁ। তেখেত ৰাজী হ'ল।

১১-০৫ অসম ভৱন এৰিলো।

৪-১৫ ঘৰ পালোহি। ...

**১২.১০.৮৪ :** ৫-২৫। শেষপৃষ্ঠা লিখিলো। মেডিকেল কলেজৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্পৰ্কে। প্ৰান্তিকলৈ গ'লো। তাৰ পৰা ফণী বৰাৰ* ঘৰলৈ গ'লো,—পুতেক গৌতম বৰাৰ খবৰ কৰিবলৈ। তেওঁক লগ পালো। কাইলৈ পুৱা তেওঁ মোৰ তালৈ আহিব। ...

* ফণী বৰা কমিউনিষ্ট পাৰ্টি অৱ ইণ্ডিয়াৰ প্ৰবীণ নেতা। গৌতমে তেতিয়া বিদেশত ফিল্ম-সংক্ৰান্ত শিক্ষা লৈ ঘৰতে আছিলহি। মই তেওঁক পৰিচালনাৰ কামত সহকাৰী হিচাপে লোৱাৰ কথা ভাবিছিলো।

**১৩.১০.৮৪ :** ... গৌতম বৰা আহিল। ১২-৩০ বজালৈকে তেওঁক ফিল্মখনৰ কথাবোৰ বুজাই ক'লো। তেওঁ কি-কি শিকি আহিছে—সকলো সুধিলো। ...

**১৪.১০.৮৪ :** ... দৈনিক অসমত 'মেনকা'ৰ চৰিত্ৰত অভিনয় কৰিবলৈ মহিলা এগৰাকী বিচৰা বিজ্ঞাপনটো* ওলাইছে।

* অন্তৰীপৰ মেনকাৰ ভাও ল'বলৈ মহিলা এগৰাকী বিচাৰি বাতৰিকাকতত বিজ্ঞাপন দিছিলো। মহিলাগৰাকী কেনেকুৱা হ'ব লাগিব, সেইবিষয়ে কেৱল লিখিছিলো ঃ অন্তৰীপ উপন্যাসখন পঢ়ি মেনকা সম্পৰ্কে যি ধাৰণা হৈছে, সেই ধাৰণাৰ লগত যিসকলে নিজকে খাপ খোৱা

বুলি ভাবে আৰু সেই চৰিত্ৰটোৰ অভিনয় কৰিব পাৰিব বুলি ভাবে, সেইসকলে যেন মোৰ লগত যোগাযোগ কৰে। লগতে তেওঁলোকৰ ফটো এখনো বিচাৰিছিলো আৰু যোগাযোগ কৰা সকলোৰে নাম-ঠিকনা সম্পূৰ্ণ গোপনে ৰাখিম বুলি কথা দিছিলো।

এই বিজ্ঞাপনৰ প্ৰতি জনোৱা সঁহাৰিসমূহৰ পৰা মোৰ এক আনন্দ আৰু বেদনা উদ্ৰেককাৰী, হৃদয়স্পৰ্শী অভিজ্ঞতা হৈছিল। ভালেমান প্ৰাৰ্থীয়ে বিভিন্ন ভাষাত একেটা কথাকে বুজাব খুজিছিল ঃ মোৰ চেহেৰা উপযুক্ত হয় নে নহয় মই নাজানো। মেনকাৰ চৰিত্ৰ ফুটাই তোলাত মই কিমান সমৰ্থ হওঁ নাজানো। কিন্তু মই এই কামলৈ আগ বাঢ়িছো এটা কাৰণত। কাৰণটো হ'ল, ব্যক্তিগত জীৱনত মই নিজেই এজনী মেনকা।

মই সেই পত্ৰ-লেখিকাসকলক আজিও কৃতজ্ঞতা জনাওঁ। তেওঁলোকৰ যোগাযোগৰ কথা মই অত্যন্ত গোপনে ৰাখিছিলো। মোৰ বাহিৰে দ্বিতীয় ব্যক্তিয়ে সেই বিষয়ে নাজানিছিল। বিজ্ঞাপনটোত মই ফটোবোৰ তেওঁলোকলৈ ওভতাই পঠাম বুলি লিখিছিলো; কিন্তু সময়ৰ অভাৱত, আৰু অন্যান্য দুটামান কথা ভাবি, মই সেই কামটো নকৰিলো। সেই গোটেই ফাইলটো গোপনতাৰ তলিলৈ গুচি গ'ল।

১৯।১০।৮৪ তাৰিখৰ 'দৈনিক অসম' বাতৰিকাকতত আৰু এটা বিজ্ঞাপন ওলাইছিল। সেইটো আছিল এখন ঘোঁৰাবাগী সম্পৰ্কীয় বিজ্ঞাপন। সেই যে কলিকতাত ফটো তুলি আনিছিলো, সেই ফটোৰে এখন বিজ্ঞাপন প্ৰকাশ কৰাইছিলো,—এনেকুৱা ঘোঁৰাবাগী যদি অসমত ক'ৰবাত আছে, তেনেহ'লে যেন মোক খবৰ দিয়া হয়। ভাবিছিলো,—অসমৰ ভিতৰতে বস্তুটো পালে মোৰ অলপ সুবিধা হয়। কিন্তু বিজ্ঞাপনখনৰ বিশেষ সঁহাৰি নাপালো। মীনা বৈশ্য নামৰ এজনী ছোৱালীয়ে জাগীৰোডত এখন বাগী আছে বুলি লিখিছিল; কিন্তু গৈ দেখিলো, সেইখন এক ধৰণৰ 'টাংগা'; মই বিচৰা ঘোঁৰাবাগী নহয়। মই বিচৰা ঘোঁৰাবাগীখনত দুৱাৰ-খিৰিকি থাকে, ভিতৰত চাৰিজন মানুহ আৰামকৈ বহিব পাৰে; বাগীখন দুটা ঘোঁৰাই টানে; কচোৱান আগফালে ওপৰত বহে; তেওঁৰ দুয়োফালে দুটা লেম থাকে; বাওঁ হাতত লাগাম, সোঁ হাতত চাবুক,—মনোমোহা দৃশ্য। আমি সৰুতে তেনেকুৱা ঘোঁৰাবাগীত ঘৰৰ পৰা নগাঁও ৰে'ল ষ্টেছনলৈ গৈছিলো, চাবি অনা ভাৰা দি। শেষবাৰৰ কাৰণে তেনেকুৱা ঘোঁৰাবাগী এখন কটন কলেজত পঢ়িবলৈ অহাৰ পাছত গুৱাহাটীত দেখিছিলো। বাগীখনৰ গাত 'অচ্যুত' নামটো লিখি থোৱা আছিল। সেইখন ক্ষীৰদা কান্ত বিষয়াৰ দেউতাক বৰদা কান্ত বিষয়াৰ সম্পত্তি বুলি জানিছিলো।

মোৰ ফিল্মখনত তেনেকুৱা ঘোঁৰাবাগীৰ বাহিৰে অন্য কোনো বাহন ব্যৱহাৰ কৰাৰ উপায় নাছিল। গতিকে শেষত কলিকতাৰ পৰাই বাগী এখন অনাৰ ব্যৱস্থা কৰিছিলো। সেই সময়ত পাৰিজাত দাস নামৰ এজন ব্যৱসায়ীয়ে 'প্ৰান্তিক'ৰ কাৰণে কাগজৰ যোগান ধৰিছিল। তেওঁ প্ৰায়েই কলিকতাৰ পৰা ট্ৰাকেৰে গুৱাহাটীলৈ কাগজ আনিছিল। প্ৰদীপ বৰুৱাৰ পৰামৰ্শমতে দাসে ট্ৰাকত তুলি বাগীখন গুৱাহাটীলৈ অনাৰ দায়িত্ব লৈছিল।

**২৫.১০.৮৪ :** কলিকতা। ... দুই বজাত ৰক্সিলৈ গ'লো।* এখন মণিপুৰী feature, এখন মণিপুৰী short, আৰু এখন খাছি (মাণিক ৰাইটং) feature ফিল্ম চালো। এইখন

প্ৰথম খাছি feature film. ... মণিপুৰী ছবিখন চোৱাৰ পাছত মনলৈ ভাব আহিছিল— ওচৰৰে এইখন ৰাজ্য সংস্কৃতিৰ দিশত ইমান সুন্দৰ হৈ উঠিল; আমাক শংকৰদেৱে ইমান সহায় কৰা সত্ত্বেও একো কৰিব নোৱাৰিলো! ...

* কলকাতাত ইণ্ডিয়ান পেনোৰামা আদিৰ বাবে চলচ্চিত্ৰ চোৱা কামৰ দ্বিতীয় পৰ্যায়টো বাৰ দিনৰ মূৰত আৰম্ভ হৈছিল।

**২৭.১০.৮৪ :** ৪-৩০। চাই অহা ফিল্মবোৰৰ ৰিপৰ্টবোৰ লিখিলো। ৯-৩০—অৰুণবাবু আৰু দেবী হালদাৰ আহিল। ১০-৩০ ৰক্সিলৈ গ'লো। আজি এখন ছবি—"আশ্ৰয়"। সকলো কাম শেষ হওঁতে প্ৰায় তিনি বাজিল। অনিল চাটাৰ্জী আৰু মমতা শংকৰৰ লগত একেখন গাড়ীতে আহি মই টালিগঞ্জৰ দূৰদৰ্শনত নামিলো।

এই সদস্যসকলৰ মোৰ প্ৰতি ব্যৱহাৰ দেখি বৰ আনন্দ পালো। নিৰ্মল কুমাৰ ঘোষে আশাপূৰ্ণা দেৱীৰ 'অহল্যা উদ্ধাৰ' নামৰ কিতাপখন মোক পঢ়িবলৈ দিলে। তেখেতৰ আশা—মই যেন এইখনৰ আধাৰত এখন ফিল্ম কৰোঁ। ...

**৩১.১০.৮৪ :** ৫-১০। ... ৯-১৫ প্ৰান্তিকলৈ গ'লো। ১১ বজাৰ অলপ পাছত ঘৰলৈ বুলি ওলাইছোঁ, তেনেতে এজনে খবৰ দিলেহি,—শ্ৰীমতী ইন্দিৰা গান্ধীক গুলী কৰা হৈছে। অৱস্থা বেয়া। ২-১৫ বজাত প্ৰদীপে খবৰ দিলে—আমাৰ ৰেডিঅ'ই খবৰটো দিয়া নাই; কিন্তু P.T.I.ৰ খবৰ মতে তেওঁ ঢুকাল। মই বিদেশৰ ৰেডিঅ' শুনি খবৰটো নিশ্চিত কৰিলো। সন্ধিয়া ৬-১১ বজাত আমাৰ T.V.-এ খবৰটো দিলে। ৰাজীৱ গান্ধীক প্ৰধান মন্ত্ৰী পতা হ'ল।

মই হত্যা, হিংসা কোনো ক্ষেত্ৰতে সমৰ্থন নকৰোঁ। ইন্দিৰা গান্ধীক হত্যা কৰাটোও ভাল কাম হোৱা নাই বুলি ভাবোঁ। কিন্তু ঘটনাটো এক জটিল পৰিবেশত ঘটিছে। প্ৰান্তিকৰ পৰা আহোঁতে বাটত প্ৰধানমন্ত্ৰীক গুলীয়ালে বুলি তিনিজনক খবৰটো দিছিলো,— তিনিওজনেই আনন্দিত হৈছিল। বৰ চিন্তাৰ কথা। ...

**১.১১.৮৪ :** ৪-৪৫। ... T.V.ত ইন্দিৰা গান্ধীৰ প্ৰতি শ্ৰদ্ধাঞ্জলিৰ দৃশ্য। তিনমূৰ্তি ভৱনত তেওঁৰ মৃতদেহ ৰখা হৈছে। মানুহবোৰে— প্ৰায়বোৰেই ডেকা মানুহ—হাত জোকাৰি শ্ল'গান দিছে। ভীষণ ঠেলাঠেলি। বিশৃংখল অৱস্থা। মৃতদেহৰ আগেদি নিৰৱে, তলমূৰকৈ, শাৰীপাতি পাৰ হৈ যোৱা হ'লে ভাল আছিল।

... দিনটো মেজত বহি কাম কৰিব পৰা নাই।। ইন্দিৰা গান্ধীৰ মৃত্যুও এটা কাৰণ। সন্ধিয়া ভবেন বৰুৱাই ফোন কৰিলে। ইন্দিৰা গান্ধী সম্পৰ্কে তেওঁৰ চিন্তাৰ আভাস দিলে।

**৩.১১.৮৪ :** ৫-০৫। সঁফুৰাৰ কাম। ৯-৩০ প্ৰান্তিক। ১১-৩০ উভতিলো। ইন্দিৰা গান্ধীৰ শেষকৃত্য T.V.ত চালো। মানুহ বৰ কম। দিল্লীত কাৰ্ফিউ থকাৰ কাৰণেই হ'বলা। সমগ্ৰ দেশতে (প্ৰায়) শিখসকলৰ ওপৰত চলোৱা অত্যাচাৰ আমাৰ দেশৰ কাৰণে কলংকস্বৰূপ। ...

**৪.১১.৮৪ : ৩-৩০।** পুৱা ৬ বজাত ধীৰেন কলিতাৰ গাড়ীত নগাঁৱৰ ফালে যাত্ৰা কৰিলো। লগত টুনু।* জাগীৰোডত ... মলয়া গোস্বামীৰ গিৰিয়েক প্ৰদীপ গোস্বামীক লগ পালো। তেওঁক কোৱাৰ লগে-লগেই মলয়াক অভিনয় কৰিবলৈ দিয়াৰ সন্মতি প্ৰকাশ কৰিলে। মলয়া নাই। ৩-৩০ বজাত গুৱাহাটীৰ পৰা আহিব। আমি বঘৰাৰ মহেন্দ্ৰ বৰুৱাৰ ঘৰটো চালোগৈ। (ছিনেমাৰ location) । তাৰ পৰা এটা ধানকল চাবলৈ আহিলো। তাৰ পৰা মৰিগাঁৱলৈ। তাৰ 'ভোগালী' হোটেলত ভাত খালো। তাৰ পৰা আমচৈ, গছপৰা গাঁও। ৩-৩০ বজাত জাগীৰোড। মলয়াক লগ পালো। মেনকাৰ ভূমিকাত তেওঁকে ল'ম বুলি ভাবিলো। ৬ বজাত গুৱাহাটী। লগে-লগে প্ৰীতিক আনিবলৈ গ'লো।*

* টুনু ঃ জীতেন্দ্ৰ নাথ শইকীয়া। এওঁ মোৰ ভতিজা। ৰহাত থাকে। মোৰ কেইবাখনো চলচ্চিত্ৰৰ প্ৰযোজনাৰ কামত এওঁ মোক সহায় কৰিছে।
* পৰিবাৰ প্ৰীতি লগৰীয়া মহিলা কেইগৰাকীমানৰ লগত নেপাললৈ গৈছিল। শ্ৰীমতী গান্ধীৰ হত্যাৰ খবৰ তেওঁলোকে তাতে পাইছিল।

**৮.১১.৮৪ :** ... আঠৈমান বজাত 'অংকুৰ'ৰ ল'ৰা দুটা আৰু ছোৱালী দুজনী আহিল। তেওঁলোকৰ আঁচনিখন আলোচনা কৰিবলৈ। কথা প্ৰসংগত মই ক'লো,—এনে এখন আঁচনি লোৱা যাতে আমাৰ ল'ৰা-ছোৱালীহঁতে জানিবলগীয়া কথাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিবলৈ বাধ্য হয়। যেনে,—তোমাৰ চহৰখনৰ দ্ৰাঘিমা-অক্ষৰেখা কিমান? সমুদ্ৰপৃষ্ঠৰ পৰা উচ্চতা কিমান? তাৰ পৰা কি কি গ্ৰহ দেখা? নক্ষত্ৰপুঞ্জ? তাত নিম্নতম উষ্ণতা কিমান? তাৰ চৰাইবোৰৰ ব্যৱহাৰ কেনেকুৱা? অঞ্চলটোৰ আটাইতকৈ ডাঙৰ সমস্যাটো কি? বৰষুণ কিমান হয়। এনেকুৱা এখন প্ৰশ্ন তালিকা প্ৰস্তুত কৰিবলৈ দিলো।

**৯.১১.৮৪ : ৫-১০।** ফুৰিবলৈ যাওঁতে ঘোঁৰাৰ খবৰ কৰিলো। ফিল্মৰ কাৰণে।* ... পাৰিজাত দাসৰ হাতত ৪৫০০ টকা (ফিল্মৰ ঘোঁৰাবাগীৰ বাবে) দিলো। পাছবেলা প্ৰান্তিক আৰু ফিল্মৰ কাম। আনন্দ ভাগৱতীক ফোনত সহায় (অভিনয়) কৰিবলৈ ক'লো। মাণিক বৰাক view finder টো খুজিলো। দুয়ো সন্মত হ'ল। গধূলি ফুৰিবলৈ গ'লো। (ঘোঁৰাৰ সন্ধানত)। ৰাতি ফিল্মৰ কাম। কৰ্ণাটকৰ এজন সাহিত্যিক আহিছে, মোক লগ পাবৰ কাৰণে ফোন কৰিলে। মই সময় দিব নোৱাৰিলো।

* ঘোঁৰাবাগীখন ক'লকাতাৰ পৰা অনাৰ ব্যৱস্থা কৰিছিলো; কিন্তু ঘোঁৰাৰ ব্যৱস্থা গুৱাহাটীত কৰিবলগীয়া হৈছিল। সেই সময়ত দিছপুৰৰ এটা টিলাৰ ওপৰত মাল-বস্তু কঢ়িওৱা ঘোঁৰাগাড়ীৰ এটা 'আড্ডা' আছিল। তাৰ পৰাই ভাৰালৈ দুটা ঘোঁৰা লৈছিলো। ঘোঁৰা দুটাক বাগী টানিবলৈ শিকাবলৈ কলিকতাৰ পৰা কচোৱান এজনকো গুৱাহাটীলৈ আনিছিলো।

**১৪.১১.৮৪ : ৫-০৫।** ফুৰিলো। ... মাধৱ মিশ্ৰ আহিল। তেওঁক script কপি কৰা সম্পৰ্কে বুজালো।* বেলতলাৰ 'মিশ্ৰ সমাজ'ৰ হেম ভাইলৈ এখন চিঠি লিখিলো। তেখেতে

ফেব্ৰুৱাৰিৰ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ মোক সদস্য কৰিব খুজিলে। মই অসন্মতি জনালো।... ড. বীৰেন্দ্ৰ নাথ দত্তলৈ ফোন কৰিলো। সঁফুৰাত তেওঁৰ কবিতা এটা এজন ল'ৰাই নকল কৰাৰ বাবে দুখ প্ৰকাশ কৰিলো। চুঙা লগোৱা গ্ৰামোফোনৰ খবৰ কৰিলো।...

* মাধব মিশ্ৰই অসম চৰকাৰৰ এটা বিভাগত কাৰ্যালয়-সহকাৰীৰ চাকৰি কৰিছিল। তেওঁৰ হাতৰ আখৰ বৰ ভাল বুলি শুনিছিলো। পাছত ষ্টেনছিলত লিখা তেওঁৰ আখৰ দেখি বৰ সন্তুষ্ট হৈছিলো।

**১৬.১১.৮৪ :** পুৱা ভিতৰতে জঁপিয়ালো।* ...

* ভিতৰতে জঁপিয়ালো,—কাৰণ কোজ কাঢ়িবলৈ যাবলৈ মোৰ সময় নাইকিয়া হৈ আহিছিল। মই সদায় ডায়েৰিত কথাটো লিখা নাই; কিন্তু সেই তাহানি জালুকবাৰীত থাকিবলৈ লোৱা দিনৰে পৰা দোকমোকালিতে উঠি ফুৰিবলৈ যোৱাটো মোৰ এটা নিয়মীয়া কাম আছিল।

**১৭.১১.৮৪ :** ... সন্ধিয়া মলয়া আৰু গিৰিয়েক প্ৰদীপ গোস্বামী আহিল। মলয়াই এটা কাহিনী ক'লে। তেওঁ থিয়েটাৰ আদি কৰিছিল যদিও ফিল্মত অভিনয় কৰা নাই। এতিয়া মোৰ ছবিখনত অভিনয় কৰিবলৈ হ'লে তেওঁৰ শহুৰ-শাহুৰ অনুমতি এটাৰ প্ৰয়োজন। শহুৰেক থাকে জখলাবন্ধাত। তেখেতলৈ খবৰটো গৈছে, কিন্তু উত্তৰ অহা নাই। ইতিমধ্যে জনমভূমি কাকতত শহুৰেকে জখলাবন্ধাতে খবৰ এটা পঢ়িলে—অন্তৰীপৰ বিষয়ে। কাকতখনে লিখিছে,—মেনকাৰ ভূমিকাত কাকো ল'ব পৰা হোৱা নাই। তেখেতে ভাবিলে,—তেখেতেঅনুমতি নিদিয়া কাৰণেই কিজানি ঘটনাটো ঘটা নাই? তাকে ভাবি তেখেত জখলাবন্ধাৰ পৰা জাগীৰোড়লৈ আহিল। পুতেক-বোৱাৰীয়েকক অনুমতি দিলে আৰু সেইদিনাই জখলাবন্ধালৈ উভতি গ'ল। বুঢ়া মানুহ। চকুৰেও ভালকৈ নেদেখে। বুঢ়ী অকলে আছে কাৰণে উভতি যাবই লাগে।

কাহিনীটো শুনি এক গভীৰ আনন্দ অনুভৱ কৰিলো।...

**১৮.১১.৮৪ :** ৫-০০। ফুৰিলো। script-অৰ কাম। মলয়া গোস্বামী আহিল। তাৰ পাছত আকৌ script-অৰ কাম। গধূলি থিয়েটাৰলৈ গ'লো। নীলকণ্ঠ বুলিলেই দৰ্শকৰ ভিৰ হয়। কেম্পতে ভাত খাই আহিলো! এই থিয়েটাৰলৈ যোৱা সময়খিনি অপচয় বুলি ভাবিলো। এৰাব নোৱাৰি গ'লো। এই তিনিঘণ্টা যদি এনেকৈ খৰচ কৰিবই পাৰোঁ, তেন্তে দিনটো ইমান খাটিলো কিয়?

**২০.১১.৮৪ :** ৫-১০। পুৱাই ৰশ্মিয়ে ক'লে—দেউতা—happy marriage day. আমাৰ বিয়া হোৱা ১৭ বছৰ হ'ল।

... ওমপ্ৰকাশৰ (বজৰং ফিল্মছ) পৰা ৫০,০০০ টকাৰ চে'ক এখন আনি দিছপুৰ SBIত মোৰ নামত জমা দিলো।

...বিয়াৰ দিন বুলি ৰাতি আমি হেঁপাহ পূৰাই এসাঁজ খালো।

**২২.১১.৮৪ : ৫-০৫।** ... প্ৰান্তিকৰ অহা সংখ্যাৰ ৩৬,০০০ কপি লাগিবই। এইবাৰ ৩৫,০০০ কপি ছপোৱা হৈছিল,—কম পৰিছে। বিশ্বাসে* ক'লে। ...

* প্ৰদীপ বিশ্বাস তেতিয়া প্ৰান্তিকৰ হিচাপ ৰখা বিভাগৰ নিয়মীয়া কৰ্মচাৰী আছিল।

১৯৮৪ চনৰ বছৰটোৰ শেষৰ দুটা মাহত সদায় কৰি থকা কামবোৰৰ লগত অগ্নিস্নান নামৰ চলচ্চিত্ৰখনৰ নিৰ্মাণৰ কাম লগ লাগিছিল। শাৰীৰিক আৰু মানসিক শ্ৰম, আৰ্থিক ক্ষেত্ৰত দুশ্চিন্তা আৰু কিছু সৃষ্টিমূলক কামৰ হেঁচা এই সময়ছোৱাৰ ঘাই ঘটনা আছিল। এই দিনখিনিৰ বৰ্ণনাৰ সাৰাংশ বুলিবলৈ ইমানেই। তাৰ মাজৰে বাদ দিবলৈ মন নোযোৱা কিছু কথা আজি সংক্ষেপে উল্লেখ কৰি যাম। মোৰ সুবিধা হ'ব কাৰণে উল্লেখ কৰাৰ ধৰণটোও সলনি কৰিছোঁ।

**২৩।১১।৮৪** তাৰিখে স্বৰ্গীয় ৰুদ্ৰ বৰুৱাৰ ঘৈণীয়েক আৰতি বৰুৱাক* তেখেতসকলৰ ঘৰত লগ ধৰিলো। ফিল্মখনত অভিনয় কৰাৰ কথা ক'লো। তেখেতে কৰিব, কিন্তু অভিনয়ৰ কাৰণেও শিৰত সেন্দূৰ নলয়।

* আৰতি নবৌয়ে 'সন্ধ্যাৰাগ' নামৰ চলচ্চিত্ৰখনত অভিনয় কৰি মোক সহায় কৰিছিল। 'সন্ধ্যাৰাগ' আৰু তাৰ পাছৰ চলচ্চিত্ৰ 'অনিৰ্বাণ'—এই দুয়োখনৰ ক্ষেত্ৰতে ৰুদ্ৰ বৰুৱা ককাইদেৱে অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ সঞ্চালক হিচাপে মোক সহায় কৰিছিল; কিন্তু 'অনিৰ্বাণ'ৰ চিত্ৰগ্ৰহণ চলি থাকোঁতেই তেখেতৰ মৃত্যু হৈছিল। আমাৰ ককা-মোমাইহঁতৰ ঘৰ আছিল নগাঁও জিলাৰ ভীমৰগাঁৱত। ৰুদ্ৰ বৰুৱা ককাইদেউৰো ঘৰ সেই গাঁৱতে আছিল। স্কুলীয়া দিনৰে পৰা মই সেই গাঁৱৰ পুখুৰী এটাৰ পাৰত তেখেতক লগ পাইছিলো আৰু ককাইদেউ বুলি মাতিছিলো।

**২৬।১১।৮৪** তাৰিখে নগাঁৱৰ 'নূপুৰ মোমাইদেউ' অহিছিল। এওঁ এই ছদ্মনামেৰে 'সঁফুৰা' নামৰ আলোচনীখনৰ কাৰণে ভালেমান গল্প লিখিছিল। সেই আলোচনীখনৰ বাবে গল্প লিখি যি দুজন ছদ্মনামধাৰী লেখকে মোক আটাইতকৈ বেছি আনন্দ দিছিল, তেওঁলোকৰ এজন আছিল 'অচিন মোমাইদেউ', আৰু ইজন আছিল 'নূপুৰ মোমাইদেউ'। এওঁলোকে আশাশুধীয়াভাৱে সেই ধৰণৰ গল্প লিখি থকা হ'লে অসমীয়া ভাষাৰ শিশু সাহিত্য প্ৰভূত পৰিমাণে উপকৃত হ'লহেঁতেন বুলি মই আজিও বিশ্বাস কৰোঁ। 'নূপুৰ মোমাইদেৱে' আচল নাম সদৰি কৰিলে নে নাই নাজানো কাৰণে ময়ো সেই নামটো উল্লেখ নকৰিলো।

৭।১২।৮৪ আৰু ৮।১২।৮৪ তাৰিখে (গুৱাহাটীৰ গণেশগুৰিৰ) গোপাল বড়ো স্কুলৰ তলৰ শ্ৰেণীকেইটামানত সোমাই (অগ্নিস্নানৰ মেনকাৰ পুতেক ইন্দ্ৰ আৰু দীন হ'বলৈ) ল'ৰা দুটা বিচাৰি উলিয়ালো। ঘৰলৈ আনি তেওঁলোকক ৰিহাৰ্ছেল কৰাই চালো।

১০।১২।৮৪ তাৰিখে কলিকতাৰ পৰা অহা এছিষ্টেণ্ট কেমেৰামেনজনৰ অসুখে (এজমা) উক দিলে। লাইটৰ সৰঞ্জামৰ যোগান ধৰি শ্যুটিঙৰ সময়ত আলোকসম্পাতৰ দায়িত্ব গ্ৰহণ কৰা টিটোৰ (নিৰ্মল ডেকাৰ) জ্বৰ উঠিছে। (১২।১২।৮৪) তাৰিখৰ পৰা শ্যুটিং আৰম্ভ হ'ব।)

১১।১২।৮৪ তাৰিখে পুৱা চাৰি বজাৰ আগতে উঠি প্ৰান্তিকৰ কাম কৰিলো। তাৰ পাছত মোৰ বস্তু-বাহানি সামৰিলো। Out door-অৰ shooting-অৰ বস্তু ঠিকঠাক কৰিলো। প্ৰান্তিক আৰু সঁফুৰাৰ ফাইল ল'লো।

ন বজাৰ পৰা মানুহ গোটোৱা (মৰিগাঁৱলৈ যাবলৈ) কাম আৰম্ভ হ'ল। অভিনেতা-অভিনেত্ৰী আৰু টেকনিছিয়ানসকল পাছবেলা গ'ল। মই, অৰুণ বাবু আৰু কেমেৰামেন (কমল নায়ক) যাব নোৱাৰিলো। কেমেৰাটো লৈ কেয়াৰ-টেকাৰজন পুৱা নবজাতে অহাৰ কথা। গধূলিলৈকে তেওঁৰ দেখাদেখি নাই। তেওঁ য'ত-য'ত থকাটো সম্ভৱ, সেই সকলো ঠাইত খবৰ কৰি, পাঁচশ টকা টেক্সিভাৰা ভৰি যেতিয়া ৰাতি ন বজাত বিৰক্ত আৰু চিন্তিত হৈ ঘৰ সোমাইছোঁহি, তেতিয়া মানুহজন উপস্থিত হৈছেহি!

১২।১২।৮৪ তাৰিখে ৬ বজাত যাত্ৰা কৰিলো। ৭-৪৫ মৰিগাঁও পালোগৈ। প্ৰথম দিনাৰ শ্যুটিঙৰ বাবে আয়োজন কৰিলো। ২-৩০ বজাত শ্যুটিং আৰম্ভ। বঘৰাৰ মহেন্দ্ৰ বৰুৱাৰ ঘৰত। মলয়া, চেতনা (দাস) আৰু বিজু ফুকনৰে কাম আৰম্ভ কৰিলো। পোহৰ বেছি নাই, প্ৰথম দিন, ব্যক্তিগত ভাগৰ,—এইবোৰৰ কাৰণে আনন্দ মনেৰে আঠ বজাতে pack up কৰিলো।*

* মৰিগাঁৱৰ হস্পিটেলখনৰ দায়িত্বত আছিল মোৰ ককাইদেউ ড. নগেন্দ্ৰ নাথ শইকীয়া। হস্পিটেলখনৰ নতুনকৈ সজা ৱাৰ্ড এটা খালী হৈ আছিল। ককাইদেৱে আমাক সেই ঘৰটোতে কেম্প পাতিবলৈ দিছিল। মই তেখেতক আগতেই কৈছিলো,—আমাক এই সুবিধা দিবলৈ আপুনি ওপৰৰ হুকুম ল'ব।

১৩।১২।৮৪ তাৰিখে পুৱা চাৰি বজাৰ অলপ পাছতে সাৰ পালো। প্ৰান্তিকলৈ অহা গল্প পঢ়িবলৈ ল'লো। ৮ বজাত বঘৰা পালোগৈ। প্ৰথম শ্বটটো ৯ বজাত ল'ব পাৰিলো।

২১।১২।৮৪ তাৰিখে প্ৰান্তিক আৰু সঁফুৰাৰ সম্পাদিত প্ৰবন্ধ-পাতিৰ পেকেট দুটা টুনুৰ (জীতেন শইকীয়াৰ) হাতত গুৱাহাটীলৈ পঠাই দিলো। ওচৰৰে 'মুছলিম' গাঁৱত শ্যুটিঙৰ বাবে ঠাই বিচাৰি উলিয়ালো। হেলিম হুছেইন নামৰ ল'ৰা এজনে সহায় কৰিলে।

তেওঁৰ বোলে 'অন্তৰীপ' উপন্যাসখন মুখস্থ হৈ আছে।...

ৰাতি কাৰেণ্ট নাই। বহু ক্ষতি হ'ল।

২৫।১২।৮৪ তাৰিখে পুৱা ৫-৫০ বজাত প্ৰান্তিকৰ পত্ৰালাপৰ কাম। ৭-৪৫—ওলাই গ'লো। ৰাস্তাত ঘোঁৰাবাগী লৈ শ্বুটিং। ৰাস্তাৰ কাষত বহি মই পত্ৰালাপৰ চিঠি শুদ্ধ কৰিলো। গধূলি আকৌ কাৰেণ্টৰ গণ্ডগোল। বহি থকা সময়খিনি বাঁহৰ তলৰ ভেলেউ কাঠডালৰ* ওপৰত মমবাতি জ্বলাই পত্ৰালাপৰ কাম কৰিলো। ১১ বজাত শ্বুটিং শেষ। ১২ বজাত বিছনা।

* বাঁহগছৰ তলত ৰাতি মেনকা আৰু মদন চোৰে বহি কথা পাতিবলৈ এই ভেলেউ কাঠৰ টুকুৰাটো আমি বিশেষ চেষ্টা কৰি গোটাইছিলো। কাঠটুকুৰা মোৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ বস্তু আছিল।

৩১।১২।৮৪ তাৰিখে দিনৰ কাম ঠিকমতে শেষ হ'ল। ৰাতি অলপ সময়ৰ কাৰণে কাৰেণ্ট গ'ল। এক বজাৰ অলপ পাছতে কাম শেষ। নতুন বছৰ বঘৰাতে আৰম্ভ হ'ল। ৰাতি আঢ়ৈ বজাত বিছনা। ইয়াৰ শ্বুটিং শেষ।

২।১।৮৫ তাৰিখে আমি জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ত শ্বুটিং আৰম্ভ কৰিলো।

মলয়াৰ গিৰিয়েক প্ৰদীপ গোস্বামীৰ অসুখ। তেওঁক মলয়াই জাগীৰোডৰ ঘৰতে থৈ আহিছে। গুৱাহাটীলৈ আহোঁতে তেওঁলোকৰ ছোৱালীজনীয়ে বাটে-বাটে বমি কৰি আহিছে। মলয়াৰ বৰ কষ্ট হৈছে। চকু সোমাই গৈছে। মে'ক-আপ মেন দেবী হালদাৰে কাইলৈ বৰফ আনিবলৈ কৈছে;—মলয়াৰ চকুৰ মে'ক-আপ কৰিবলৈ।

৪।১।৮৫ তাৰিখে ষ্টুডিঅ'ৰ শ্বুটিং-ফ্ল'ৰৰ এচুকত প্ৰান্তিক আৰু সঁফুৰাৰ কাম কৰিবলৈ এখন মেজৰ ব্যৱস্থা কৰিলো।

১২।১।৮৫ তাৰিখে পুৱা ৫-৪০ বজাৰ পৰা শেষপৃষ্ঠা লিখিবলৈ ল'লো। ৰাতি আধাখিনিৰে পৰা এই কামটোৰ চিন্তা কৰি আছিলো। টোপনি অহা নাছিল বুলিলেও হয়।

নিজেই আচৰিত হ'লো,—৭-৩০ বজাত লিখা হৈ গ'ল।

৮-২০—ষ্টুডিঅ'লৈ। ৰাতি ১১ বজাত আজিৰ কাম শেষ।

১৭।১।৮৫ তাৰিখে দৃশ্যৰ শেষ shotটো লৈ কেমেৰামেন কমল নায়ক কলিকতালৈ গ'লগৈ। সুধাময় ঘোষে বাকী থকা শ্বট কেইটামান ল'লে। মলয়াৰ কাৰণে বৰ চিন্তা লাগিছে। লৰালৰি কৰি তেওঁৰ shotকেইটা ল'লো। ৰাতিৰ কামৰ কাৰণে মনৰ জোৰ কমি গ'ল। ঘাইকৈ ভাগৰৰ কাৰণে। এটা শ্বট লৈ pack up. এদিনৰ কাম থাকি গ'ল।

**২১।১।৮৫** ... কর্নেল উমা শর্মাৰ ঘৈণীয়েকক বন কৰা ল'ৰাটোৱে কাটি মাৰি পেলালে। আমাৰ ঘৰৰ ওচৰৰ ড. নৃপেন শর্মাৰ গাড়ীখন ফাঁচী বজাৰৰ পৰা কোনোবাই লৈ গ'ল। ... প্রদীপ বৰুৱাই ক'লে ঃ ড. হীৰেন গোহাঁইৰ লগত পাণবজাৰত তেওঁৰ দেখাদেখি হৈছিল। ড. গোহাঁয়ে মাত লগালে। প্রদীপে প্রথমে হেলমেটেৰে সৈতে ড. গোহাঁইক চিনিয়েই পোৱা নাছিল।

ড. গোহাঁয়ে ক'লে—"প্রান্তিক ভাল হৈছে। প্রথম কথা—vulgar হোৱা নাই। ..."

"Political মতৰ লগত মোৰ মত নিমিলিব পাৰে—সেইটো বেলেগ কথা। ...

"আমাৰ middle class মানুহৰ কথা আপোনালোকে চিন্তা কৰিছে।"

**২৭।১।৮৫** ... আচৰিত কথা—কালি সৰস্বতী পূজা, আজি বিসর্জন,— কিন্তু উছৱৰ কোনো লক্ষণেই নাই। এনেকুৱা কেতিয়াও হোৱা মনত নপৰে। আমাৰ চুবুৰিটোত St. Mary's, Don Bosco আদিত পঢ়া ল'ৰা-ছোৱালী সৰহ কাৰণে ইয়াত সৰস্বতী পূজাৰ আয়োজন নহ'ব পাৰে: কিন্তু অইনবোৰ ঠাইত? চাৰিওফালে এটা অদ্ভুত ধৰণৰ frustation -এ কাম কৰিছে। ...

**৩১।১।৮৫** তাৰিখে ব্যৱসায়ী এজনৰ পৰা বিছ হাজাৰ টকাৰ চে'ক এখন পালো। এই মানুহজনে অগ্নিস্নানৰ কাৰণে কিছু টকা দিম বুলি মোক বহু দিন ঘূৰালে। পৰা হ'লে চে'কখন নললোৱেইহেঁতেন। 'সন্ধ্যাৰাগ' নির্মাণ কৰাৰ সময়তো এজন ব্যৱসায়ীয়ে কেইবাদিনো ঘূৰোৱাৰ পাছত এহেজাৰ টকাৰ চে'ক এখন দিছিল।

সন্ধিয়া এখন বিয়াঘৰত হীৰেন দত্তই (কবি হীৰেন্দ্র নাথ দত্তই) ক'লে,—নীলমণি ফুকনৰ (কবি) ঘৰৰ সকলোকে কুকুৰে কামুৰিলে।

**৩।২।৮৫** তাৰিখে অসম কৃষি বিশ্ববিদ্যালয়ৰ ভূতপূর্ব ডিন (Dean) ড. মহেন্দ্র বৰা আহিছিল পুতেকৰ বিয়ালৈ মাতিবলৈ। ...

**৭।২।৮৫** তাৰিখৰ কথা। প্রান্তিকৰ অফিছত প্রদীপ বৰুৱাই কাহিনী এটা ক'লে। এখন অসমীয়া দৈনিক বাতৰিকাকতৰ সংবাদদাতা হিচাপে কাম কৰা মানুহ এজনে বাতৰি এটা প্রকাশৰ বাবে প্রদীপ বৰুৱাক তিনি দিন লগ ধৰিলে। তেওঁ প্রদীপৰ লগত তর্কও কৰিলে। তৃতীয় দিনা তেওঁ যেতিয়া ক'লে,—"আপুনি তলে-তলে নাটকো লিখিবলৈ লৈছে!"—তেতিয়াহে প্রদীপে বুজিলে,—মানুহজনে এই কেইদিন তেওঁক ভবেন শইকীয়া বুলি ধৰি লৈ কথা পাতি আছিল। —তদুপৰি তেওঁৰ মতে ভবেন শইকীয়াই এতিয়াহে

নাটক লিখিবলৈ লৈছে! প্ৰদীপে তেওঁক সুধিলে,—এনেকৈয়ে আপুনি কাকতৰ বাবে বাতৰি সংগ্ৰহ কৰে? ...

১০।২।৮৫ তাৰিখে সন্ধ্যাৰাগ আৰু অনিৰ্বাণ চলচ্চিত্ৰত অভিনয় কৰা অভিনেত্ৰী ৰুণু দেৱীৰ* বিয়ালৈ গ'লো।

* অনিৰ্বাণত অভিনয় কৰাৰ বাবে ৰুণু দেৱীয়ে মোৰ পৰা মাননি লোৱা নাছিল। সেয়া ১৯৮০-৮১ চনৰ কথা। তেতিয়া আমাৰ মাননি, আৰ্থিক লাভ আদিতকৈ চলচ্চিত্ৰখনৰ মংগলৰ চিন্তাটো আগ আছিল। তথাপি দুবাৰমান সামান্য ধন যাচোঁতে ৰুণু আৰু তেওঁৰ দেউতাকে "এতিয়া থাককচোন"—এই ধৰণৰ কথাৰে ধনখিনি ল'বলৈ অমান্তি হৈছিল। আনহাতে অনিৰ্বাণ চলচ্চিত্ৰখনৰ ব্যৱসায়িক দিশটোও বৰ দুৰ্বল আছিল। বিয়া বুলি ৰুণুক আমি পাটৰ কাপোৰ এযোৰ দিছিলো। এই কথাটো মোক লগ ধৰা দিল্লীৰ সংবাদসেৱী এজনে 'ইণ্ডিয়া টুডে' আলোচনীত প্ৰকাশ কৰিছিল।

১৩।২।৮৫ তাৰিখে প্ৰশাসনৰ বিষয়া ললিত কুমাৰ বৰুৱা আহিছিল। ৰাজ্য, সাহিত্য আৰু বিশ্ববিদ্যালয় সম্পৰ্কে আমি বহু কথা পাতিলো। কথাৰ শেষত মোৰ ধাৰণা হ'ল,—চৰকাৰৰ ঘৰৰ শিক্ষাৰ মুখিয়াল মানুহ কিছুমানৰো অন্তৰবোৰ অতি সৰু। শিক্ষাৰ মৰা 'শ'টোৰ লগতো তেওঁলোকৰ সম্বন্ধ নাই।

২২।২।৮৫ তাৰিখে ড. অনুপম বৰুৱা আহিল। এখেত ইংলেণ্ডত থাকে। এখেতৰ চলচ্চিত্ৰ এখন প্ৰযোজনা কৰাৰ হেঁপাহ আছে। এই বিষয়ে আগতে মোৰ লগত যোগাযোগ কৰিছিল। আজি মই তেখেতক ক'লো,— প্ৰথমতে আপুনি মন ঠিক কৰক; তাৰ পাছত পইচা সাজু কৰক; তাৰ পাছত মোক ক'ব; তেতিয়া মই গল্প এটা ঠিক কৰিম।

ফেব্ৰুৱাৰি মাহৰ পৃষ্ঠাবোৰৰ বাদ দিয়া কথাবোৰৰ মাজত নিৰ্মীয়মান ফিল্মখনৰ কাৰণে পইচাৰ লেনদেনৰ ভালেমান কথা আছে। কথাবোৰৰ সাৰাংশ হ'ল,— এজনৰ পৰা পইচা ধাৰলৈ লৈ এটা লেঠা মাৰিছোঁ; পাছত অইন এজনৰ পৰা ধাৰলৈ লৈ কথা দিয়া মতে, সময়মতে, প্ৰথমজনৰ ধাৰ মাৰিছোঁ। তাৰ পাছত দ্বিতীয়জনৰ পৰা, তাৰ পাছত তৃতীয়জনৰ পৰা ...।

২।৩।৮৫ তাৰিখে ৬-১৫ বজাত বঘৰালৈ বুলি যাত্ৰা আৰম্ভ কৰিলো। বঘৰাত ফিল্মখনৰ শ্বুটিং কৰা ঘৰটো চালোগৈ। তাৰ পৰা মৰিগাঁৱলৈ। অশোক ডেকাই দহ হাজাৰ টকা ধাৰলৈ দিব বুলি ক'লে। ১২-৩০ বজাত প্ৰান্তিকৰ অফিছ পালোহি। সন্ধিয়া (চলচ্চিত্ৰৰ লগত সম্পৰ্ক থকা) পাঁচজন মানুহ আমাৰ ঘৰলৈ আহিল। তেখেতসকলে মোক অসমীয়া

চলচ্চিত্ৰৰ সোণালী জয়ন্তীৰ বাবে চান্দা তুলিবলৈ যাবলৈ লগ ধৰিলে।

মই পুৱাৰ পৰা মোৰ ফিল্মখনৰ কাৰণে টকা বিচাৰি প্ৰায় দুশ কিল'মিটাৰ ঘূৰিলো। গতিকে এতিয়া মই তেখেতসকলক ক'লো,—আপোনালোকে মোক সহায় কৰক।

৬।৩।৮৫ তাৰিখে ৯-০৫ বজাত বেংকৰ ইণ্টাৰভিউলৈ। ইমানদিন যিখন পাছ লৈ দিছপুৰৰ ৰাজধানী চৌহদৰ মাজেদি অহা-যোৱা কৰিয়েই আছোঁ, আজি সেইখন পাছ পৰীক্ষা কৰি এজন পুলিছৰ মানুহে 'নহ'ব' বুলি ক'লে। কাৰণ? —এতিয়া বিধান সভা বহি আছে। কিন্তু ইয়াৰ আগতে বিধানসভা বহি থাকোঁতেওতো মই সেইখন পাছেৰেই অহা-যোৱা কৰি আছিলো! —যাৰ যি মন যায় তাকে কৰি থাকে।

দুপৰীয়া ইণ্টাৰভিউ বন্ধ থকাৰ সময়ত সকলো সদস্য পেৰেডাইজত ভাত খাবলৈ গ'ল। মই নগ'লো। প্ৰান্তিক আৰু সঁফুৰাৰ জৰুৰী কামখিনি কৰিলো। প্ৰায় ডেৰ ঘণ্টা। ইণ্টাৰভিউ লোৱা কোঠালিতে অমলেট-ৰুটি খালো। ... অসম সাহিত্য-সভাই ১৯৮৩-৮৪ চনত প্ৰথম পুৰস্কাৰ দিয়া গল্পটোৰ শেষৰখিনি সলাবলৈ মন গ'ল। ৰাতি দহ বজাৰ পাছত টিভিত ক্ৰিকেট খেল চালো।

৮।৩।৮৫ তাৰিখে ৩-৪০ মান বজাত অম্বিকাপদ চৌধুৰী আহিল। ধূলি-বতাহৰ মাজেদি। বেয়া লাগিল। তেখেতে সঁফুৰাৰ প্ৰুফ অলপমান আনিছে। তেখেতক লৈ মই শুক্ৰেশ্বৰলৈ গ'লো। 'ব্ৰহ্মপুত্ৰ' নামে জাহাজখনত তৰুণ গোস্বামীক লগ পোৱাৰ কথা। তেখেতক মই ফিল্মখনৰ সংগীত পৰিচালক হিচাপে লৈছোঁ। চৌধুৰীক নমাই দি মই জাহাজখনলৈ গ'লো। তাতে ললিত বৰুৱাও (গৱৰ্নৰৰ সচিব) আছিল। গোস্বামীৰ লগত ফিল্মখনৰ সংগীত সম্পৰ্কে কথা পতিলো। ...

১৫।৩।৮৫ তাৰিখে চলচ্চিত্ৰ পৰিচালক আনোৱাৰ হুছেইন, ইন্দ্ৰনীল মজুমদাৰ (বাদক) আৰু তেওঁলোকৰ লগৰীয়া দুজন আহিল,—অসমীয়া ফিল্মৰ বজাৰখন সম্পৰ্কে আলোচনা কৰিবলৈ। আলোচনাৰ মূল কথা,— আমোদকৰ ৰেহাই দিয়াৰ পদ্ধতিটো। মই তেওঁলোকৰ লগত থাকিব লাগে; অভিযানটোৰ গুৰি ধৰিব লাগে। মই মোৰ কথাবোৰ বুজাই ক'লো। ভাল ছবি কৰি কথা কোৱাৰ শক্তি অৰ্জন কৰি ল'ব লাগে।

প্ৰদীপ বৰুৱাই ফোনত ক'লে—ষ্টেডিয়ামৰ (দিলীপ কুমাৰ আহিবলগীয়া) অনুষ্ঠানটো বৰ বেয়া, অশোভনীয় হৈছে। গৌতম বৰাই ফোনত ক'লে,— নীৰদ মহাপাত্ৰই আশা কৰিছে—মই যেন তেখেতৰ 'মায়ামৃগ' ছবিখন আজি পুৱা চাওঁ। মই মোৰ কাম কি কি আছে চাই হিচাপ কৰি ক'লো,—সন্ধিয়াৰ শ্ব'টো চাম। ...

সন্ধিয়া মায়ামৃগ চালো। ভাল দৃষ্টিভংগীৰ ছবি। Treatmentটোত মহাপাত্ৰৰ সাহসৰ চিন আছে। পইচা পোৱা ছবি নহয়।

১৮।৩।৮৫ তাৰিখে আবেলি ৫ বজাত জিণ্টিক লৈ পাণবজাৰলৈ গ'লো। তাইক 'প্ৰকাশিকা'ত নমাই দিলো। তাত তাই কেইখনমান ইংৰাজী (literature) কিতাপ পঢ়িব। (আনিবলৈ দিলে দুখনমান কিতাপ ঘৰলৈ আনিব।) মই ভবেন বৰুৱাৰ ঘৰলৈ আহিলো। মানুহবোৰৰ সততা, সৰলতা, চিন্তাৰ গভীৰতা নোহোৱাৰ ফলত কিমান যে ফোপোলা অৱস্থা এটাৰ সৃষ্টি হৈছে—সেই বিষয়টো ওলাল। লক্ষ্মীনাথ বেজবৰুৱাৰ গুৰুত্ব আচলতে কিমান, সেই কথা ওলাল। ভবেন বৰুৱাৰ প্ৰবন্ধবোৰৰ তাৎপৰ্য বুজাত আমাৰ পাঠকৰ কাৰ কিমান অসুবিধা, সেই কথাও মই তেখেতক ক'লো। ...

৪।৪।৮৫ তাৰিখে অম্বিকাপদ চৌধুৰী আৰু জ্যোতিপদ চৌধুৰীক লগ পালো। দুয়োৰে আগত ক'লো,—আৱাহন থিয়েটাৰৰ অহা বছৰৰ আঁচনি সম্পৰ্কে কিছুমান উৰাবাতৰি শুনিছোঁ। মই এই উৰাবাতৰিও বেয়া পাওঁ। মই টকাৰ কাৰণে ভ্ৰাম্যমাণ থিয়েটাৰৰ লগত জড়িত হোৱা নাই। কেৱল এই থিয়েটাৰক এটা মৰ্যাদা আৰু শুদ্ধ দিশ দিবলৈ প্ৰতিজ্ঞা কৰি জড়িত হৈছোঁ। যদি সেই উদ্দেশ্য পূৰণত সামান্যও বাধা পাওঁ, তেন্তে মই তাৰ ওচৰে পাজৰেও নাথাকোঁ। প্ৰযোজকে যে টকা পাব লাগে, সেইটোও মই বুজোঁ। কিন্তু মই নিজকে নাটকৰ গুণৰ ফালৰ পৰা এটা সীমাৰ তললৈ নিব নোৱাৰোঁ। মোৰ কথা চাফা। পইচাৰ কাৰণে মই মোৰ মূৰ এক ইঞ্চিও তললৈ ননমাওঁ।

পাছবেলা ষ্টুডিঅ'লৈ গ'লো। ফিল্মখনৰ সম্পাদনাৰ প্ৰাথমিক কাম আৰম্ভ হৈছে।

১৮।৪।৮৫ তাৰিখে যোৰহাটত থকা মোৰ বন্ধু প্ৰদীপ দত্ত আৰু তেওঁৰ পৰিবাৰ নানু দত্ত আহিল। তেওঁলোকে ক'লে,—হেমেন বৰুৱাই (হেমেন্দ্ৰ প্ৰসাদ বৰুৱা; নামজ্বলা চাহ-খেতিয়ক) এখন হিন্দী ফিল্ম প্ৰযোজনা কৰিছে। যোৰহাটত শ্যুটিং চলি আছে। পঞ্চল্লিছ লাখ টকাৰ বাজেট। শ্বাবনা আজমী, নাছিৰুদ্দিন শ্বাহ, ফাৰুক শ্বেখ আদিয়ে অভিনয় কৰিছে। মই প্ৰদীপক ক'লো,—সাতলাখমান টকা দিব পৰা এজন প্ৰযোজক তহঁতৰ যোৰহাটতে আছে। তেতিয়া তহঁতে মন নকৰিলি। এতিয়া দেখিলি? এইবিলাক সৰু কথা, কিন্তু ৰাজ্যখনৰ cultural কাৰবাৰৰ গতি বেলেগ কৰিব পৰা কথা।

**ফিল্মখনৰ সম্পাদক নিকুঞ্জ ভট্টাচাৰ্য আৰু সহকাৰী দুৰ্লভ মাকালে আচল সম্পাদনাৰ কাম ১০।৪।৮৫ তাৰিখে আৰম্ভ কৰিছিল আৰু ২৭।৪।৮৫ তাৰিখে শেষ কৰিছিল। সম্পাদনা সম্পৰ্কীয় মূল কথাবোৰৰ বাহিৰে ডায়েৰিত লিপিবদ্ধ কৰা সৰু-সৰু কথা কিছুমান এনে ধৰণৰ ঃ**

...প্ৰায় সদায় পাঁচমান বজাত উঠি, ঘৰুৱা কাম, প্ৰান্তিকৰ কাম আদি কৰি ষ্টুডিঅ'লৈ যাওঁ। নিকুঞ্জবাবু আৰু দুৰ্লভৰ কাৰণে ঘৰৰ পৰা সিজোৱা কণী আৰু ৰুটি-মাখন লৈ যাওঁ। মাজে-মাজে বাটত হোটেলৰ পৰা পুৰি আৰু মিঠাই কিনো।

...ফিল্মৰ এ'ডিটিঙতকৈ নিকুঞ্জ বাবু আৰু দুৰ্লভক ভাত দুসাঁজ ভালকৈ খুউৱাটোহে ডাঙৰ কাম হৈছে যেন পাওঁ। যাৰ লগত ৰন্ধা-বঢ়াৰ বন্দবস্ত কৰিলো, তেওঁৰ এনেহে ৰন্ধাৰ ধৰণ যে ভাতখিনি পেটলৈ নিয়াই টান। আজিৰ (১৩।৪। ৮৫) কথাকে ধৰোঁ। গোটেই দিনটো অকথ্য পৰিশ্ৰমৰ পাছত ৰাতি ৮-৪৫ বজাত নিজে গাড়ী চলাই, নিকুঞ্জবাবুহঁতক তিনি কিল'মিটাৰ দূৰলৈ নি, ২৯ টকা দি ভাত খুৱাই, আকৌ ষ্টুডিঅ'ত থৈ আহিছোঁগৈ। এইটো creative কাম হ'লনে?

... ২৩।৪।৮৫ তাৰিখে ষ্টুডিঅ'ৰ সম্পাদনা কক্ষলৈ সৰুচৰাইৰ মানুহ এজন আহিল। লগত সৰু ল'ৰা এটা;—মানুহজনৰ পুতেক। অলপ সময়ৰ পাছত ল'ৰাটোৱে সুধিলে, "এয়া সম্পাদনা কৰিছে?" মই ক'লো—হয়। (সেই বয়সৰ ল'ৰাটোৰ মুখত সম্পাদনা শব্দটো শুনি মই আমোদ পাইছিলো।) তাৰ পাছত ল'ৰাটোৱে সুধিলে,—"ফিলিমখনৰ নাম কি?" মই ক'লো,—"ফিল্মখনৰ নাম ঠিক হোৱা নাই। উপন্যাসখনৰ নাম অন্তৰীপ।"

সেইখিনি কথাৰ বাহিৰে মই একো কোৱা নাছিলো।

ল'ৰাটোৱে,—লগতে দেউতাকেও যেন জাঁপ মাৰি উঠিল। ম'ভিৱলাৰ পৰ্দাত মলয়া গোস্বামীক দেখি দেউতাকে পুতেকক ক'লে,—"সেয়া মেনকা, দেখিছ?"

...২৭।৪।৮৫ তাৰিখে ৪-৪০ বজাত বিছনা এৰিলো। কাৰেণ্ট নাই। মম জ্বলাই শেষপৃষ্ঠা আৰম্ভ কৰিলো। ৭-৩০ বজাত ষ্টুডিঅ'ত মম জ্বলাই শেষপৃষ্ঠা শেষ কৰিলো। 'অহা-সংখ্যাত'-ও লিখিলো।

সেইদিনা ৰাতি আঠ বজাত ফিল্মখনৰ সম্পাদনাৰ কাম শেষ হ'ল।

২৯।৪।৮৫ তাৰিখে আগবেলা ন বজাত ৰশ্মিক লৈ ওলাই গ'লো। তাইৰ কাৰণে কিতাপ কিনিলো। মুঠ দাম ২০৩ টকা ১০ পইচা। তাইক ক'লো,—আমি সৰুতে বছৰেকীয়া পৰীক্ষা হৈ গ'লেই ওপৰ শ্ৰেণীৰ ল'ৰাৰ লগত 'পুৰণি কিতাপ'ৰ বন্দবস্ত কৰি ৰাখোঁ। আধা দামত কিনো। এখন নতুন কিতাপ পালেই যে কি আনন্দ! তেতিয়া মাহে ১৭৫ টকা দৰমহা পোৱা চাকৰিয়াল এজনক যে কিমান ধনী মানুহ বুলি ভাবিছিলো!...

২১।৫।৮৫ তাৰিখে প্ৰান্তিকলৈ অহা ভবেন বৰুৱাৰ প্ৰবন্ধ এটা পঢ়িলো। প্ৰবন্ধটো তেখেতে কষ্ট কৰি লিখিছে। ভাল কথা লিখিছে। কিন্তু সেই একে কথা;—টানকৈ লিখিছে।

ঘূৰাই-পকাই লিখিছে। ''সাধাৰণ মানুহে পঢ়ক''— এই চেষ্টাটো তেখেতে নকৰিলে। তেখেতে সকলোকে তেখেতৰ পৰ্যায়ৰ বুদ্ধিমান মানুহ বুলি ধৰি লয়।

উত্তৰ লক্ষীমপুৰৰ পৰা ... এজনে গল্প এটাৰ লগত অশোভনীয় কথাৰে চিঠি এখন পঠাইছে। মই চিঠি-পত্ৰ প্ৰায় নিলিখোঁ বুলিলেই হয়; কিন্তু এইখনৰ উত্তৰ লিখিলো। লিখিলো—তেওঁৰ গল্পৰ ক্ষেত্ৰত মই সদায় প্ৰান্তিকৰ পৰা আঁতৰি থাকিম। ...

চলচ্চিত্ৰখনৰ সম্পাদনাৰ কাম হৈ যোৱাৰ পাছতো, সেইখনৰ নানা কামে,— সংগীত ৰেকৰ্ড কৰাৰ পৰা ছাবটাইটলিঙৰ বাবে সংলাপ ইংৰাজীলৈ অনুবাদ কৰোৱালৈকে,—বহু কামে মোক বছৰটোৰ শেষলৈকে ব্যস্ত কৰি ৰাখিছিল। অন্যান্য কামৰ গতিত বাধা নপৰাকৈ কামবোৰ সম্পন্ন কৰিবলৈ চেষ্টা কৰিছিলো। এই সময়ছোৱাত ধন যোগাৰ কৰাৰ কষ্টকৰ অভিযান অব্যাহত আছিল। খানাপাৰাৰ ব্যৱসায়ী কেশৱ শৰ্মা, ৰে'ল-বিভাগৰ বিষয়া ধৰণী গোস্বামী, সঁফুৰাৰ প্ৰকাশক অম্বিকাপদ চৌধুৰী, সন্ধ্যাৰাগ চলচ্চিত্ৰৰ সহকাৰী পৰিচালক গুণসিন্ধু হাজৰিকা, ক'লকাতাৰ পাৰিজাত দাস, ফাঁচীবজাৰৰ ব্যৱসায়ী ওমপ্ৰকাশ চৌধুৰী, বাল্যবন্ধু কুমুদ দাস আদি বহু লোকে মোক যথাসাধ্যে সহায় কৰিছিল। থূলমূলকৈ এইখিনি কথা কৈ ল'লো; এতিয়া মোৰ ফালৰ পৰা নিৰ্বাচিত কথা কিছু উল্লেখ কৰি যাওঁ।

**৪ জুন, ১৯৮৫ :** ... সংগীতৰ বাবে সৰোদবাদক এগৰাকী অপৰিহাৰ্য বুলি ভাবিছিলো। আবেলি শিপ্ৰা বানাৰ্জীক বিচাৰি গ'লো। মই তেতিয়ালৈকে সৰোদ বজোৱা মানুহ হিচাপে তেখেতৰ নামকে শুনিছিলো। পিছে গৈ খবৰ পালো,—তেখেত দিল্লীলৈ গ'ল; দুমাহমানৰ পাছত আহিব। বীৰেন ফুকনক (শাস্ত্ৰীয় সংগীতৰ ক্ষেত্ৰত মোৰ বাবে নিৰ্ভৰযোগ্য, শ্ৰদ্ধেয় লোক) ফোন কৰি সুধিলো,—সৰোদ বজোৱা মানুহ আৰু কোন আছে? তেখেতে ক'লে,—অসমত কোনো নাই।

* পাছত কলিকতাৰ (বৰ্তমান প্ৰসিদ্ধ সৰোদ-বাদক) শ্ৰীকুমাৰ বন্দোপধ্যায়ক মাতি আনিছিলো। নিজে বজোৱাৰ উপৰিও তেখেতে সংগীত ৰেকৰ্ড কৰাত বৰ সহায় কৰিছিল। সংগীতৰ বিষয়ে জনা, ভালকৈ গাব বা বজাব পৰা এক কথা, কিন্তু ষ্টুডিঅ'ত সংগীত ৰেকৰ্ড কৰোৱা এটা বেলেগ কথা।

**৫.৬.৮৫ :** ... হঠাতে মনলৈ আহিল,—কেতিয়াবা যদি মোৰ লেখাবোৰৰ সংকলন ওলায়, তেনেহ'লে তাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ কিতাপবোৰৰ পাতনিবোৰ প্ৰথমতে সংযোজন কৰিব লাগিব। ... সেইটো মোৰ জীৱনৰ (আৰু মই ভবাত) অসমৰ কাৰণে ডাঙৰ কাম আছিল।

**৬.৬.৮৫ :** ... ৮-৩০ বজাত ষ্টুডিঅ' পালোঁগৈ। আজি ডাবিং আৰম্ভ। বিজু ফুকনক লৈ কাম কৰিম। ন বজাত সময় দিয়া আছে। যন্ত্ৰ-পাতি চলোৱা মানুহ আহিল ৯-৩০ বজাত। যন্ত্ৰ-পাতি ঠিকঠাক কৰোঁতে দহ বাজিল। (নতুন কৌশলৰ) যন্ত্ৰ-পাতিবোৰ ঠিকমতে নচলে। এঘাৰ বাজিল। মই ক'লো,—আমাৰ পুৰণি নিয়মমতেই আৰম্ভ কৰা। যন্ত্ৰ-চালক মান্তি হ'ল। নহৈ উপায় নাই। বহু লাখটকীয়া যন্ত্ৰ-পাতি; কিন্তু চলায় কোনে?

**১২.৬.৮৫ :** ... দুই বজাত প্ৰান্তিকলৈ। তাত ইমদাদ উল্লাহ* ৰৈ আছিল। তেওঁক ফিল্মখনৰ সংলাপ অনুবাদ কৰিবলৈ দিলো। তাৰ পৰা ৰেডিঅ' ছেন্টাৰলৈ। প্ৰভাত শৰ্মা আৰু আখতাৰ খানৰ লগত কথা পাতিলো।* সংগীত ৰেকৰ্ড কৰাৰ তাৰিখ ঠিক কৰিলো। সংগীত পৰিচালক তৰুণ গোস্বামীলৈ খবৰ দিলো।

* ইমদাদ উল্লাহ ইংৰাজী ভাষাৰ ওপৰত দখল থকা সাহিত্য-সমালোচক আৰু সংবাদসেৱাৰ লগত জড়িত ব্যক্তি আছিল। তেওঁ মোৰ কামটো আৰম্ভ কৰিছিল, কিন্তু স্বাস্থ্যজনিত কাৰণত শেষ কৰিব পৰা নাছিল।
* বাঁহীবাদক প্ৰভাত শৰ্মা মোৰ প্ৰথম চলচ্চিত্ৰ সন্ধ্যাৰাগৰ (যুটীয়া) সংগীত পৰিচালক আছিল। মোৰ পঞ্চম চলচ্চিত্ৰ সাৰথিৰো তেওঁ সংগীত পৰিচালক আছিল। চেতাৰবাদক' আখতাৰ খান দ্বিতীয় চলচ্চিত্ৰ অনিৰ্বাণৰ সংগীত পৰিচালক আছিল। কিন্তু অন্য লোকে পৰিচালনা কৰিলেও এওঁলোকে বাদক হিচাপে মোক সহায় কৰিছিল। প্ৰভাত শৰ্মাই ২০০১ চনৰ জুন মাহতো মোক এটা কামত কণ্ঠ আৰু বাঁহীৰে সহায় কৰি দিছে।

**১৪.৬.৮৫ :** ... গোটেই পাছবেলাটো প্ৰান্তিকলৈ অহা গল্প পঢ়িলো। প্ৰায় একুৰি। যিমানেই বেয়া গল্প নহওক—প্ৰত্যেকটো শেষলৈকে পঢ়িলো। কিজানি শেষৰ ফালে কিবা ভাল পইণ্ট এটা ওলায়েই!

**১৯.৬.৮৫ :** ... প্ৰান্তিক। ...ড. নিৰ্মলপ্ৰভা বৰদলৈ আহিল। কথাই-কথাই স্বাস্থ্যৰ কথা ওলাল। মই যোৱা দুবছৰে কৈ থকা (এখন সভাতো কৈছিলো) কথাটো repeat কৰিলো ঃ মোক সুস্বাস্থ্য আৰু কৰ্মশক্তি দিলে বিনিময়ত মই মোৰ মাতটো দি দিম।*

* এই কথাখিনি আজি ১৯।৬।২০০১ তাৰিখে, —ঠিক যোল বছৰৰ পাছত লিখিছোঁ। আজি আৰু বেছি জোৰ দিহে কওঁ,—মই গান নাগাওঁ, মুখৰ কথাৰে বিশেষ একো কৰিব পৰা নাই, মুখৰ কথাৰ ব্যৱহাৰ বেছি ভালো নাপাওঁ; আনহাতে কাগজ-কলমেৰে নিজকে মোটামুটিভাৱে প্ৰকাশ কৰিব পাৰোঁ;—গতিকে সুস্বাস্থ্য আৰু কৰ্মশক্তি দিলে তাৰ মূল্য হিচাপে মই মাতটো দি দিম।

**২০.৬.৮৫ :** ... বক নামৰ বগা কুকুৰটোৰ অসুখ। আজি তাক এনেয়েও হস্পিটেললৈ

নিয়াৰ কথা আছিল, কিন্তু পুৱা তাৰ অৱস্থা সঁচাকৈয়ে বেয়া হ'ল। ...তাক AAVৰ হস্পিটেললৈ নিলো। ড. অশোক ভট্টক ক'লো—আজি মোৰ ফিল্মখনৰ background মিউজিকৰ ৰিহাৰ্ছেল আৰম্ভ হ'ব। মই তাত ব্যস্ত থাকিম। ... যি খৰচ লাগে... দিম,—কুকুৰটো ইয়াতে ৰাখি চিকিৎসা কৰক। তেখেতে চাই মেলি কুকুৰটোক ইনজেকশ্যন দিলে আৰু আমাক তিনিটা ঔষধ কিনিবলৈ ক'লে। কিনিলো। মানুহে খোৱা ঔষধেই। Avil Expt. Relaxyl আদি।

পাছবেলা ৰিহাৰ্ছেলৰ পৰা আহি দেখোঁ—বকৰ অৱস্থা বৰ বেয়া। তাৰ শোৱাৰ ঠাই ঠিক কৰিলো। ...

**২১.৬.৮৫ :** যোৱা ৰাতি ১-৫৫ মিনিটত উঠি চাইছিলো,—বকে উশাহ লৈ আছে। মই নিজে এটুকুৰা কে'ক খালো, তাৰ পাছত এটা মেটাছিন বড়ি খালো। (শুদা পেটত খালে কিবা হয় বুলি কে'ক খাই ল'লো।) মূৰৰ এফাল বিষাইছে। বাৰে-বাৰে টোপনি ভাগিছে।

পুৱা পাঁচ বজাত মই যেতিয়া বকক চাবলৈ উঠিছোঁ, তেতিয়া জিণ্টি, ৰশ্মি আৰু বন কৰা ছোৱালী মিনাই বাৰীৰ এচুকত বকক পুতি ওপৰৰ মাটি সমান কৰি উঠিছে। সেই দাৰ্জিলিঙৰ তিবেতান ছেণ্টাৰত কোলাত তুলি লোৱা (পাঁচ বছৰৰ আগতে) কুকুৰ পোৱালিটো আজি আমাৰ বাৰীত শুলে। এইবোৰ কথা ক'ব নোৱৰা জীৱ পুহিবই নালাগে।* ...

* পাঁচ বছৰমানৰ আগতে দাৰ্জিলিঙৰ তিবেতান ছেণ্টাৰত দুটা কুকুৰ পোৱালি কিনিছিলো। তেনেই পোৱালি। ক'লাজনীৰ নাম দিছিলো কক, বগাটোৰ নাম দিছিলো বক। আচলতে কুকুৰৰ প্ৰতি প্ৰবল আগ্ৰহ আছিল জিণ্টিৰ (সংগীতাৰ)। তাইৰ আগ্ৰহৰ কাৰণেই কুকুৰহাল পুহিছিলো, কিন্তু সিহঁতৰ আলপৈচানৰ বহু কাম [পুৱা-গধূলি ফুৰাবলৈ নিয়া, বজাৰৰ পৰা নিয়মীয়াকৈ 'কুকুৰৰ মাংস' (কুকুৰৰ বাবে কম দামী বিশেষ মাংস অনা) ইত্যাদি] ময়েই কৰিব লগীয়াত পৰিছিলো। পাছলৈ ঘৰখনৰ সদস্যৰ নিচিনা হৈ পৰা বকৰ মৃত্যুত দুখ পাইছিলো, আৰু ককৰ কেনেকুৱা লাগিছে উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিলো।

**২ জুলাই, ১৯৮৫ :** ... লিখা-মেলা কৰিলে, ফিল্ম এখন কৰিলে এজন মানুহে কিমান সুবিধা পাব লাগে? তেওঁৰ মনটো কিমান মুকলি হৈ থাকিব লাগে? মোৰ আজিৰ দিনটোৰ কিছুমান কাম এনেকুৱা ঃ

জ্যোতি চিত্ৰবনৰ লেবৰেটৰিৰ পায়খানাৰ টিনটো দুমাহমানৰ আগেয়ে ময়ে ঘৰৰ পৰা নি দিছিলো। কালি দেখিলো—সেইটো ফুটিল। আজি ঘৰৰ পৰা আৰু এটা ল'লো। কাঁহী-বাটি ল'লো। ভাগৱতীৰ দোকানত মিঠাই কিনিলো (Editor-অৰ breakfast)। নুৰুলক পঠালো — Sellotape (Special) আনিবলৈ। নাৰায়ণক পঠালো—এয়াৰ লাইনছৰ অফিছৰ পৰা পেকেট আনিবলৈ। (এওঁলোক দুয়োজনে অইনৰ ফিল্মতহে কাম কৰি আছে)। মুদিৰ দোকানৰ পৰা ২২৯ টকাৰ ঘৰৰ মাহেকীয়া বজাৰ কৰিলো। ১৪১

টকাৰ বস্তু কিনিলো—পবিত্ৰ কুমাৰৰ দোকানৰ পৰা। গাড়ীৰ চকা ফুটিল। ৰশ্মিয়ে মযে অইন এটা চকা লগালো। ফুটা চকাটো ভাল কৰিবলৈ দিলো। দলদোপৰ পৰা Editor-অৰ আবেলিৰ খোৱাবস্তু কিনিলো। বিজ্ঞান সমিতিৰ প্ৰবন্ধ অলপ সম্পাদনা কৰিলো। হোটেল দুখনত কিমান বাকী তাৰ হিচাপ ল'লো।

তাৰ মাজত ফিল্মখনৰ final সম্পাদনা। প্ৰতিটো শ্বটৰ কাম। ৰাতি ৮ বজাত ঘৰ।

**৭.৭.৮৫ :** ৫-১০। বিজ্ঞান সমিতিৰ কাম। ৮-৪৫ বজাত শেষ। ...ষ্টুডিঅ'লৈ। ৭-২০ ষ্টুডিঅ'ৰ পৰা ঘৰলৈ। টিভিত উইম্বলডনৰ (টেনিছৰ) ফাইনেল। চাৰে সোতৰ বছৰীয়া, পশ্চিম জাৰ্মেনিৰ ল'ৰা ব'ৰিছ বে'কাৰ জিকিল। কি শক্তিশালী খেল!

**৮.৭.৮৫ :** ...আজি জ্যোতি চিত্ৰবন ছুছাইটিৰ Executive Committeeৰ মিটিং আছে। ... চেয়াৰমেন হেম বৰাই মোক 'কুশল কোঁৱৰ' ফিল্মখন নিৰ্মাণৰ বাবে এখন উপদেষ্টা সমিতি পতাৰ কথা ক'লে। গিৰিজা দাসে (সাংস্কৃতিক বিভাগৰ সঞ্চালক, জ্যোতি চিত্ৰবন ছুছাইটিৰ সচিব) মোক সেই সমিতিৰ সদস্য হোৱাৰ কথা ক'লে। মই আপত্তি কৰিলো। ...

**২৩.৭.৮৫ :** ... তিলক গগৈ ঢুকাল। লণ্ডনত। ... কেইবছৰমানৰ আগতে দিল্লীৰ অসম ভৱনত তিলক গগৈৰ লগত একেটা কোঠাতে কেইৰাতিমান থকাৰ কথা মনত পৰিল। কটনত তেওঁ ভলি খেলাৰ দৃশ্য ৰিণিকি-ৰিণিকি মনত পৰিল।*

* কটন কলেজত তিলক গগৈয়ে আমাতকৈ ওপৰ শ্ৰেণীত পঢ়িছিল। শকত-আৱত, ওখ-পাখ এই ছাত্ৰজন তেতিয়া চেহেৰাটোৰ কাৰণেও জাকত-জিলিকা আছিল। সেই সময়ত তিলক গগৈৰ লগতে চন্দ্ৰ গগৈ, দেবী গোহাঁই, অক্ষয় ঠাকুৰীয়া, কৃপা দাস আদি কটন কলেজৰ বিখ্যাত ভলিবল খেলুৱৈ আছিল। কৰ্ম জীৱনত গগৈয়ে ৰাজনীতিত যোগ দিছিল আৰু পাছলৈ অসমৰ মন্ত্ৰীসভাৰ সদস্য হৈছিল। দিল্লীৰ অসম ভৱনত সেই কেইদিন একেটা কোঠালিতে থাকোঁতে ৰাতি টোপনিতে গগৈৰ নাকে যেনেকৈ মাতিছিল, তেনেকুৱা নাকৰ মাত মই আজিলৈকে কাৰো শুনা নাই। তেখেতৰ ঘৰুৱা কথাবোৰ শুনি মই বৰ আনন্দ পাইছিলো।

**১৬ আগষ্ট, ১৯৮৫ :** ... ৯বজাত প্ৰান্তিকলৈ। চানমাৰিত অ'ভাৰ-ব্ৰিজখনৰ প্ৰাথমিক কাম আৰম্ভ হ'ব হ'বলা, আজি প্ৰথম অইন বাটেদি গাড়ী চলোৱা আৰম্ভ কৰিলো। চাওঁ, কেতিয়ালৈকে এই নতুন বাটেৰে গৈ থাকিব লাগে। ...

বাটত হাজাৰ-হাজাৰ ল'ৰা-ছোৱালীৰ সমদল। কিছুমানে খোজ কাঢ়িছে, কিছুমানে গাড়ীত উঠি গৈছে। বাটৰ কাষত আকৌ পানী খুউৱাৰ ব্যৱস্থা। 'আকৌ' মানে সেই চাৰি বছৰৰ আগৰ নিচিনা। ...

**২১.৮.৮৫ :** ... আজি প্ৰফুল্ল মহন্তহঁত দিল্লীৰ পৰা আহি পাবহি। পুৱাৰ চহৰখনৰ চেহেৰা আৰু ভাবটো বেলেগ-বেলেগ লাগিছে। ১১-১০ বজাত ঘৰ পালোহি। ফিল্মৰ censor সম্পৰ্কীয় কাম। ৩ বজাত ৰশ্মিক লৈ নেহৰু ষ্টেডিয়ামলৈ। তাৰ পৰা আগুৱাই গ'লো জজ ফিল্ডলৈ,—মানুহৰ মন বুজিবলৈ। অগণন মানুহ। ... আকৌ সেই ১৯৮০ চনৰ অৱস্থা। চিপাহীয়ে মিটিঙলৈ অহা মানুহৰ পৰা তামোল খাইছে। আধাঘণ্টা থাকি গুচি আহিলো। তেতিয়াও বাটত মিটিঙলৈ যোৱা মানুহৰ ভিৰ। ...

**২২.৮.৮৫ :** ...গধূলিলৈকে গল্প কিছুমান পঢ়িলো। অসমীয়া সাহিত্যৰ গল্পৰ ভাগটোৰ সঁচাকৈয়ে দুৰ্দিন চলিছে। সোনকালে এই দুৰ্দিন শেষ হোৱাৰ লক্ষণ দেখা নাই। ...

**৩০.৮.৮৫ :** ... প্লেন দুঘণ্টা পলমকৈ উৰিল। ২-১০ বজাত কলিকতাৰ দমদমৰপৰা পোনে-পোনে ৰক্সি ছিনেমালৈ। (আজি 'অগ্নিস্নান' চলচ্চিত্ৰ খন censor কৰাৰ কথা। Censor Board-অৰ সদস্যসকলক ৰক্সি ছিনেমাহলত চলচ্চিত্ৰখন দেখুউৱাৰ কথা।) গৈ দেখোঁ—অৰুণ বাবু নাই, ফিল্মৰ প্ৰিণ্টটো নাই, বহীত আমাৰ নামেই নাই। বৰ বিমোৰত পৰিলো। ... ৪-৪০ বজাত প্ৰিণ্টটো লৈ অৰুণ বাবু উপস্থিত হ'লহি। বোম্বাইৰ পৰা আহিবলগীয়া প্লেনখন বেয়া হৈছিল।

**৩১.৮.৮২৫ :** ...৩ বজাত censor আৰম্ভ, ৬ বজাত শেষ।*

* সদস্যসকলৰ এজন গৌতম প্ৰসাদ বৰুৱাই (তেতিয়া মেগৰ কম্পেনিৰ বিষয়া, লেখক) ফিল্মখনক প্ৰশংসা কৰি এটা ভাল শব্দ উচ্চাৰণ কৰিলে। ফিল্মখনৰ নিৰ্মাণৰ লগত জড়িত নথকা লোকৰ মতামত বুলিবলৈ সেইটোৱেই প্ৰথম মতামত আছিল।

**৭ ছেপ্টেম্বৰ, ১৯৮৫ :** ... ১০-৪৫ বজাত ধীৰেন বেজবৰুৱাক (বৰ্তমানে দি ছেণ্টিনেল কাকতৰ সম্পাদক) লৈ হোটেল ষ্টাৰলৈ। (তাৰে এটা কোঠাত) চাৰি বজালৈকে অগ্নিস্নানৰ সংলাপৰ ইংৰাজী অনুবাদবোৰ তেওঁ শুধৰাই উন্নত কৰি দিলে। তাতে ভাত খালো। আজি ৩১ নম্বৰ পৃষ্ঠালৈকে চোৱা হ'ল। ...

**১০.৯.৮৫ :** ... ৰাতি প্ৰদীপ বৰুৱা, মায়া বৰুৱা আৰু ড. অৰুণ শৰ্মা (তেতিয়াৰ ছাত্ৰনেতা, বৰ্তমানে ভাৰতৰ ৰাজ্যসভাৰ সদস্য) আহিল। এই প্ৰথম সদৌ অসম ছাত্ৰ সন্থাৰ ল'ৰা এজনে science, education আৰু development সম্পৰ্কে মোৰ পৰামৰ্শ বিচাৰিলে।

**১২.৯.৮৫ :** ৰশ্মি পাটনালৈ যাব। ৰাতি ন বজাত আমি সকলো গুৱাহাটী ৰেল ষ্টেছন পালোগৈ। ব্ৰডগেজ ৰেল লাইন বহাৰ পাছত আজিহে এই ঠাইডোখৰলৈ আহিছোঁ। আমাৰ দেশত কিয় খেলা-ধূলাৰ অৱস্থা ভাল নহয়? ইয়াৰ কাৰণে কোনো উচ্চ পৰ্যায়ৰ গৱেষণা, কমিছন নালাগে। এই সৰু-সৰু ল'ৰা-ছোৱালীহঁত যে পাটনালৈ যাব, ইহঁতৰ আধা শক্তি ভ্ৰমণৰ ব্যৱস্থটোতে খৰচ হ'ব। কি দুখৰ কথা! এইবোৰ কথাতো interest ল'ব লাগিব।*

কিন্তু কিমান কথাত interest ল'ম?

* ৰশ্মিয়ে টেবুল টেনিছ খেলিবলৈ লৈছিল। কিছুদিন খেলাৰ পাছত কোৰিয়ান প্ৰশিক্ষক এজনকে আৰম্ভ কৰি বিভিন্নজনৰ পৰা শুনিলো, তাইৰ ভাল খেলুৱৈ হোৱাৰ লক্ষণ আছে। তাকে শুনি, আৰু তাইৰ আগ্ৰহৰ প্ৰতি লক্ষ্য ৰাখি, আমি ঘৰখনে যিমান পাৰোঁ তাইক সহায় কৰিছিলো আৰু তাইৰ লগত ধন, সময় আদি খৰচ কৰিছিলো। কামৰ প্ৰচণ্ড ভিৰৰ মাজতো তাইক নেহৰু ষ্টেডিয়ামলৈ অনা-নিয়া কৰা, তাইৰ খেল চোৱা, নানান সামগ্ৰী যোগাৰ কৰি দিয়া আদিৰ বাবে মই সময় উলিয়াই লৈছিলো। কিন্তু খেলা-ধূলা জগতখনৰ কিছুমান কাণ্ড দেখি মই বিস্মিত হৈছিলো। এইযে সিহঁতৰ পাটনা যাত্ৰাৰ কথাটো লিখি থৈছিলো, তাৰ আঁৰৰ কথাটো হ'ল,—খেলুৱৈ, মেনেজাৰ ইত্যাদিকে ধৰি দলটোত যাব মুঠতে চৈধ্যজনমান; কিন্তু ব্যৱস্থাপকসকলে ৰে'লত ছজনৰ কাৰণে ঠাই ৰিজাৰ্ভ কৰিছে।

খেলৰ লগত ৰশ্মিয়ে ভাৰতৰ বহু ঠাই ভ্ৰমণ কৰিছিল। ছাব জুনিয়ৰ শাখাত এবাৰ তাই ভাৰতৰ ভিতৰত সপ্তম ঠাইলৈকে আগুৱাইছিল। কিন্তু প্ৰত্যেকটো ভ্ৰমণৰ ক্ষেত্ৰতে ইমান অব্যৱস্থা নিজে দেখিছিলো, অব্যৱস্থাৰ কথা জানিছিলো যে আমি প্ৰায়েই গুণা-গঁথা কৰিছিলো,—কিয় তাইক আমি এই লাইনত সোমাবলৈ দিলো! সময়ে তাইক স্বাভাৱিক গতিৰে সেইখন জগতৰ পৰা আঁতৰাই আনিলে; কিন্তু ব্যক্তিগতভাৱে মোৰ মনত এক ধৰণৰ অনুতাপ আজিলৈকে থাকি গ'ল। মই কোনো খেলুৱৈক নিৰুৎসাহ নকৰোঁ, কোনো অভিভাৱকক নিৰুৎসাহ নকৰোঁ, কিছুমান খেলৰ প্ৰতি মোৰ নিজৰে আজিও প্ৰবল আগ্ৰহ আছে, তথাপি ৰশ্মিৰ ক্ষেত্ৰত মই আজিও সেই সময়ৰ পৰিবেশে দিয়া এবিধ কষ্ট অনুভৱ কৰি থাকোঁ।

**১৫.৯.৮৫ :** ... পাছবেলা অম্বিকাপদ চৌধুৰী আহিল। সঁফুৰাৰ কথা। তেখেতৰ আলোচনীখন পষেকীয়া কৰাৰ মন। মই ক'লো,—মেছিনেৰিজ ঠিক কৰি লওক, পাৰিব।...

**১৬.৯.৮৫ :** ... প্ৰান্তিকত মই ছদ্মনামেৰে বহু কথা লিখিছোঁ। সেইবোৰ কোনে কেতিয়া চিনাক্ত কৰিব? এইবাৰৰ পৰা ময়ে note কৰি যাওঁ।* এই সংখ্যাত 'সচানে? সচানে' নামৰ চিঠিখন আৰু জগত দাসৰ প্ৰৱন্ধটো।

* নিজে note কৰি যাওঁ বুলি ডায়েৰিত লিখিলো যদিও পাছলৈ কামটো নিয়মীয়াকৈ নকৰিলো।

**১৭.৯.৮৫ :** ... ষ্টুডিঅ'লৈ। বিশ্বকৰ্মা পূজা। মই মজিদক (আব্দুল মজিদ, জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ' ছছাইটিৰ কাৰিকৰী বিভাগৰ কৰ্মচাৰী) কালিয়েই কৈ থৈছিলো,—পূজা চলি থাকক, আমি ইফালে কাম কৰি থাকিম।* আমাৰ কামো আগবাঢ়িব, বিশ্বকৰ্মায়ো আমাক ভাল পাব।

* অগ্নিস্নান ফিল্মখনৰ সংলাপবোৰ ইংৰাজী ভাষাত ছাব টাইটল হিচাপে দিবলৈ হ'লে সংলাপৰ শাৰীবোৰৰ ঠাই ফিল্মখনৰ বুকুত ঠিক কৰিব লাগে। কামটোক spotting বোলে। মজিদক লগত লৈ মই কিছুদিন ধৰি ষ্টিনবেক মেছিনত সেই কামটো কৰি আছিলো।

**২০.৯.৮৫ :** ... তেজপুৰৰ জোৰাদ্দাৰ উপাধিৰ ল'ৰা এজন আহিল। তেওঁলোকে উলিয়াব খোজা আলোচনী এখনৰ উপদেষ্টা হ'বলৈ মোক অনুৰোধ কৰিলে। মই বুজাই ক'লো,—দূৰত থাকি কেৱল নামত উপদেষ্টা হোৱাটো বৰ বেয়া কাম। মই নোৱাৰিম। লগ পালে আমি কথা পাতি থাকিম। গোলাপ বৰবৰা আৰু নগেন বৰুৱা (ৰাজনৈতিক নেতা) আহিল। দেশৰ অৱস্থা সম্পৰ্কে কৈ তেখেতসকলে মোক সুধিলে, মই MLA বা MP হিচাপে নিৰ্বাচনত থিয় হ'ম নে কি? তেখেতসকলে হোৱাটো আশা কৰে। ...

**২৩.৯.৮৫ :** ... পুৱা বৰষুণ। শংকৰদেৱৰ জন্মোৎসৱ।

অসম বিজ্ঞান সমিতিৰ General Secretary আহিল। কিতাপৰ বিষয়ে আলোচনা কৰিলো। গধূলি ল'ৰা এটা লগত লৈ সৰু ঘৰটোত থকা বৰলৰ বাহটো আঁতৰালো। কিমান যে কৌশল খটুৱালো!

আজি হঠাতে মনত পৰিল—মই যে ১৯৬১ চনৰ ফেব্ৰুৱাৰি মাহত লণ্ডনৰ পৰা আহিছিলো,—বৰঝাৰত নামোতে যে এজনো চিনাকি মানুহ দেখা নাছিলো। কিমান অকলশৰীয়া।*

অকলেই কিছু ভাল কাম কৰোঁ,—এয়ে কথা।

* লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. ডিগ্ৰি আৰু ইম্পিৰিয়েল কলেজ অৱ ছায়েন্স এণ্ড টেকন'লজিৰ পৰা ডি. এই. ছি. (ডিপ্লোমা) লৈ প্ৰায় আঢ়ৈ বছৰৰ মূৰত ঘৰলৈ উভতি আহিছিলো। তেনেকৈ অহা মানুহক লগ পাবলৈ সাধাৰণতে আত্মীয়-স্বজন, বন্ধু-বান্ধৱ কোনোবা-কোনোবা এয়াৰপ'ৰ্ট, ৰে'ল ষ্টেছন আদিত ৰৈ থাকেগৈ। তেনেকুৱা দৃশ্য ঢেৰ দেখিছোঁ কাৰণেই চাগৈ মোৰ সেই নিজৰ কথাটো মনত পৰিছিল। শিষ্টাচাৰ, আচৰণ আদিৰ ক্ষেত্ৰৰ এক বেলেগ ধৰণৰ পৰিবেশৰ মাজৰ পৰা ওলাই আহিছোঁ; প্লেনৰ ভিতৰত ঠেলা-হেঁচা নকৰি সকলো যাত্ৰী নামি যোৱালৈকে নিজৰ আসনতে বহি আছিলো। একেবাৰে শেষত,—বহু দিনৰ মূৰত নিজৰ ৰাজ্যৰ মাটিত ভৰি দিছিলো। এয়াৰপ'ৰ্টৰ প্ৰায় শূন্য হৈ পৰা পথাৰখনৰ মাজেৰে ইফালে-সিফালে চাই অকলশৰে খোজ কাঢ়িছিলো। এয়াৰপ'ৰ্টত চিনাকি মানুহ কাকো দেখা নাছিলো। ডায়েৰিখনে দৃশ্যটো আজি আকৌ মনত পেলাই দিছে।

**২ অক্টোবৰ, ১৯৮৫ :** ৪-৫০। নগাঁৱৰ ছাৰ্কিট হাউছ। ফুৰিবলৈ ওলাই গ'লো। কলংপাৰত শিৱমন্দিৰ, নাটঘৰ। মন্দিৰত পূজাৰী, মানুহৰ সমাগম। নাটঘৰ শূন্য। ঘৰবোৰত ছাইনব'ৰ্ড আছে; মানুহ বুলিবলৈ কোনো নাই।

বিষ্ণু প্ৰসাদ আৰু গুণেন্দ্ৰ পণ্ডিতৰ (ৰাজনৈতিক নেতা) লগত কথা। ত্ৰৈলোক্য খাওন্দ (মিজোৰাম চৰকাৰৰ বিষয়া) আৰু তেওঁৰ পৰিবাৰ মলয়া খাওন্দৰ লগতো। কালি

বিয়াঘৰত* পবিত্ৰ দাসে (স্থানীয় উকীল) মই নিৰ্বাচনৰ প্ৰাৰ্থী হ'ম বুলি ক'ৰবাত শুনাৰ কথা কৈছিল। আজি গুণেন্দ্ৰ পণ্ডিতেও একে কথাকে ক'লে। ৰাতি দিলীপ মহন্তই (ছাত্ৰনেতা, প্ৰফুল্ল কুমাৰ মহন্তৰ ভায়েক) আমাৰ কোঠাৰ দুৱাৰত টকট্‌কালে। তেৰোঁ সেই কথাটো শুনা বুলি ক'লে। প্ৰফুল্ল মহন্তও ছাৰ্কিট হাউছতে আছেহি। ... তেওঁ ক'লে,— জনতা পাৰ্টিৰ আলোচনাত মোৰ নামটো ৰহা সমষ্টিৰ কাৰণে ওলাইছে!

* আমি নগেন ককাইদেউৰ (ড. নগেন্দ্ৰ নাথ শইকীয়া) দ্বিতীয় ছোৱালী কুকিৰ বিয়ালৈ গৈছিলো।

**৩.১০.৮৫ :** ৫-১০। ফুৰিবলৈ ওলালো। ... বাটত গোলামক লগ পালো। আমাৰ স্কুলৰ দিনৰ লগৰীয়া গোলাম। সি সুধিলে,—তই বোলে ইলেকছনত উঠিবি? তাৰ পাছত সি মোক তেতিয়াই দেৱকান্ত বৰুৱাৰ ওচৰলৈ যাবলৈ লগ ধৰিলে। মই ক'লো,—এই পুৱাই? মানুহৰ ঘৰলৈ? থ। প্ৰীতি নগাঁও কলেজৰ অধ্যক্ষ মুহিৰাম শইকীয়াৰ ঘৰলৈ গ'ল—বাইদেৱেকক দেখা কৰিবলৈ। পাছত মই তেওঁক আনিবলৈ যাওঁতে শইকীয়াই মোক পোনতে সুধিলে,—হয়নে? নিৰ্বাচনত উঠিবা বোলে?

বিয়াঘৰত এইটো প্ৰশ্নৰ উত্তৰ দিওঁতেই বেছি সময় গ'ল। মই একো নাজানো,— অথচ খবৰটো ইমানকৈ বিয়পিছে! ...

**১৬.১০.৮৫ :** ... ড. লক্ষহীৰা দাস, মৃদুলা দাস (দুয়ো জ্যেষ্ঠ গায়িকা আৰু অধ্যাপিকা) আৰু দুগৰাকী মহিলা প্ৰান্তিকৰ অফিছলৈ আহিছিল—অম্বিকাগিৰী ৰায়চৌধুৰীৰ গীত আৰু কবিতাৰ কেছেট আৰু ৰেকৰ্ড নিৰ্মাণ কৰাৰ বাবে সহায় বিচাৰি। মই পঞ্চাছ টকা দিম বুলি ক'লো।

**২৫.১০.৮৫ :** ... গধূলি ফিল্মৰ কাম। দিলীপ মহন্ত আহিল। প্ৰফুল্ল মহন্তই তেওঁক মোৰ লগত কথা পাতিবলৈ দিছে। তেওঁ পোনে-পোনে সুধিলে,—মই নিৰ্বাচনত প্ৰাৰ্থী হৈ অসম গণ পৰিষদক সহায় কৰিমনে কি?

মই আকৌ ক'লো ঃ মই ৰাজ্যখনৰ মংগলৰ কাৰণে অহা দহ বছৰমান কঠোৰ পৰিশ্ৰম কৰি কিছু কাম কৰিম। ... সেই কামবোৰ বিধানসভা আদিৰ ভিতৰত, ক্ষমতাত থাকি কৰা ভাল নে বাহিৰত থাকি কৰা ভাল, সেইটো মই ভাবিব লাগিব। মই নিৰ্বাচন ৰাজনীতিৰ ক্ষেত্ৰত একেবাৰে কেঁচা। মোক specific কাম লাগে।

**৫ নৱেম্বৰ, ১৯৮৫ :** ৫-২০। ফুৰিলো। গোবৰ গোটালো। ... সন্ধিয়া বেণু মিশ্ৰৰ ঘৰলৈ। তেওঁ ঘৰত নাই। তেখেতৰ পৰিবাৰে ক'লে—প'ষ্টাৰখনৰ (অগ্নিস্নানৰ) আখৰবোৰ বেয়া হ'ল (এম'নিয়া প্ৰিণ্ট কৰোঁতে); গতিকে মিশ্ৰই সেইখন কাইলৈ পুৱাহে

দিব। আন্ধাৰ। খুপি-খুপি ডাঙৰ ৰাস্তাটো পালোহি। তাৰ পৰা ষ্টেডিয়াম। নিহাল সিঙে কয়,—ৰশ্মি দিল্লীলৈ যোৱাৰ আশা এতিয়াও আছে,—যদি মই আক কওঁ, তাক কওঁ,—আলৈ ফোন কৰোঁ, তালৈ ফোন কৰোঁ।... মই এনে কাম কৰিমনে কি? তাই খেলি প্ৰথম-দ্বিতীয় হ'ব, য'লৈ যায় গৈ থাকিব। তাই তৃতীয় হ'ব, আৰু মই মানুহক খাতিৰ কৰিম? ...নিহাল সিঙে এইটো ভুল কৰিছে। ৰশ্মিৰ মনটো বেয়া কৰিছে।*

* নিহাল সিং ৰশ্মিহঁতৰ টেবল টেনিছৰ প্ৰশিক্ষক আছিল। ৰশ্মিৰ ভাল হ'লে তেওঁ ভাল পাইছিল। সেইবাৰ দিল্লীলৈ এটা দল পঠোৱাৰ বাবে পতা নিৰ্বাচনী খেলত ৰশ্মি তৃতীয় হৈছিল; কিন্তু দলটোত তাইৰ বয়সৰ দুজনীহে যোৱাৰ কথা আছিল। পাছদিনা শ্ৰী সিঙক ক'লো, ৰশ্মিক দিল্লীলৈ নিয়া-নিনিয়াৰ মাজত মই সোমাব নোৱাৰোঁ।

**৮.১১.৮৫ :** ... ৰহাৰ পৰা অচ্যুৎ মেধি নামৰ মানুহ এজন আহিল। তেওঁ ক'লে,—নিৰ্বাচনত মোক প্ৰাৰ্থী হিচাপে ৰহাৰ 'ৰাইজে' বিচাৰিছে। তাৰ পাছতে আহিল মুহিৰাম শইকীয়া আৰু দুজন লোক। একে কথা। তেখেতসকলৰ কথাৰ পৰা যি গম পালো,—কিছু লোকৰ মোৰ প্ৰাৰ্থিত্বৰ প্ৰতি আন্তৰিক আগ্ৰহ আছে।...

**৯.১১.৮৫ :** ৫-১০।... প্ৰদীপ বৰুৱাই নিৰ্বাচনৰ প্ৰাৰ্থী হোৱা ৰাজনীতিৰ বিৰোধিতা কৰিলে (মই যেতিয়া তেওঁক মোৰ ওপৰত হেঁচা পৰাৰ কথা ক'লো)।...

**১২.১১.৮৫ :** দুই বজাৰ আগতে টোপনি ভাগিল। আৰু টোপনি নগ'ল। গাটো শুবৰ সময়ত যিমান বেয়া লাগিছিল, এতিয়া সিমান বেয়া লগা নাই। প্ৰীতিৰ গাও অলপ ভাল। পেটৰ বিষটো বোলে কমিছে। ৭-৩০ বজাত ওলাই আহিলো। আজি ঠিক সময়ত (দুই মিনিট আগতেহে, ৯-৫৩ বজাত) প্লেন উৰিল। দহ মিনিট আগতে দমদম। অসম ভৱনৰ ১১১ নম্বৰ কোঠা। অৰুণ বাবু আহিল। খাই-বৈ ওলাই গ'লো—'নন্দন'লৈ। সুন্দৰ ঘৰ-দুৱাৰ। পশ্চিমবংগ চৰকাৰৰ 'ফিল্ম ছেণ্টাৰ'।... লাহে-লাহে প্ৰায় সকলো কাকতৰ প্ৰতিনিধি আহিল।* সাহিত্যিক দুজনমানো। দিব্যেন্দু পালিতে কিছু সময় আছুতীয়াকৈ কথা পাতিলে। আজি নন্দনৰ projection আসোঁৱাহপূৰ্ণ। দৰ্শকে ছবিখন ভাল পালে।

* নন্দনত অগ্নিস্নানৰ এটা বিশেষ প্ৰদৰ্শনীৰ ব্যৱস্থা কৰা হৈছিল।

**১৪.১১.৮৫ :** ... ১১-৩০—দমদমলৈ। ১-৩২ প্লেন এৰিলে। ৪-৩০ ঘৰ।... ৰাতি ৮-১০ বজাত মুহিৰাম শইকীয়া আৰু পাঁচজন। ৰহা সমষ্টিৰ কাৰণে মোৰ সন্মতি লাগেই। বহুত বুজনি। ৰাতি দুই বজাত আকৌ আহিম বুলি ক'লে।...

**১৫.১১.৮৫ :** ... অতুল বৰা (advocate) আহিল। নিৰ্বাচনত প্ৰাৰ্থী হোৱাৰ ক্ষেত্ৰত মোৰ অনিচ্ছাৰ কথা আকৌ জোৰ দি প্ৰকাশ কৰিলো। তেওঁ থাকোঁতেই ৰহাৰ ছাত্ৰ

কেইজনমান আহিল। তেওঁলোককো ক'লো। ঠিক হ'ল—ৰাতি অতুলে প্ৰফুল্ল মহন্তক মোৰ ওচৰলৈ লৈ আহিব; তেতিয়া তেওঁক মোৰ কথা বুজাই ক'ম। প্ৰান্তিকলৈ গ'লো। তাত প্ৰদীপ বৰুৱাৰ লগত কথাবোৰ পাতি থাকোঁতেই এজনে খবৰ দিলে,—প্ৰফুল্ল মহন্তই মোক লগ পাবলৈ আহিছে। তেওঁ ক'লে,—আমি আপোনাৰ ঘৰলৈ বুলি আহিছিলো; গাড়ীখন দেখি সোমালো। মই বুজাই ক'লো—বিধায়ক, মন্ত্ৰী, বুৰ'ক্ৰেটৰ বাহিৰেও ৰাজ্যখনৰ ভাল কামৰ বাবে বহুত মানুহ লাগিব। মই তেনে এজন হৈ কিছু কাম কৰিম। নিৰ্বাচনত নুঠোঁ। তেওঁ বুজিলে। ...

**২২.১১.৮৫ :** ... ছাৰজাহত ভাৰত বেয়াকৈ হাৰিল। আমাৰ যিটো ৰাষ্ট্ৰীয় চৰিত্ৰ, সেই চৰিত্ৰই খেলুৱৈ আৰু খেলৰ চৰিত্ৰও নষ্ট কৰিছে। ইয়াৰ বাবে ৰাজনীতিক... দায়ী। তেওঁলোকে অক্ষমনীয় অপৰাধ কৰি গৈছে, আৰু কৰিছে। ৭০ কোটি মানুহৰ এটা জাতি, ইয়াৰ ১১ জন খেলুৱৈক শ্ৰেষ্ঠ খেলুৱৈ কৰিব নোৱাৰি? ...

**২ ডিছেম্বৰ, ১৯৮৫ :** ... দুপৰীয়া দিল্লীলৈ (ফিল্ম ফেষ্টিভেলৰ অফিছলৈ) STD Call কৰিলো। শংকৰ বাসু নামৰ এজনক পালো। তেওঁ ক'লে,— আমাৰ ছবি অগ্নিস্নান Indian Panorama '86-অৰ বাবে নিৰ্বাচিত হৈছে। বৰ আনন্দ লাগিল। এই কেইদিন বৰ উৎকণ্ঠিত হৈ আছিলো। কালি নিশা বাৰে-বাৰে টোপনি ভাগিছিল। ...আনন্দতে ৰাতি ঘৰতে ভালকৈ খোৱাৰ আয়োজন কৰিলো। অসমীয়া ছবিৰ সোণালী জয়ন্তী বৰ্ষৰ সন্মান মই এনেকৈয়ে ৰাখিব পাৰিলো বুলি ধৰি ল'লো।

এতিয়া sub title-অৰ বাকী থকা কামখিনি শেষ কৰিব লাগে। শংকৰ বাসুৱে তাকে ক'লে। ৰাতি জিণ্টি আৰু মই সেই কামত লাগিলো।

**৪.১২.৮৫ :** ... প্ৰেছবোৰত নিৰ্বাচনৰ কামৰ ভিৰ। প্ৰান্তিক আজিহে ওলাল।

ৰাতি ৰেৱতী বৰা (মোৰ স্কুলীয়া বন্ধু) আহিল। নগাঁৱৰ খবৰ ল'লো। চাৰিজন ল'ৰা আহিল। কাইলৈ অসম গণ পৰিষদৰ সভা এখনত সভাপতিত্ব কৰিব লাগে। মই ক'লো,— মোৰ কামৰ লাইন বেলেগ। এইটো কামত মোক নলগাবা।

**৫.১২.৮৫ :** ... কাইলৈ পাৰিজাত দাসক চাৰি হাজাৰ টকা দিব লাগে। প'ষ্টাৰৰ কামত। এজনে গধূলি দিয়াৰ কথা আছিল; তেওঁ যোগাৰ কৰিব নোৱাৰিলে। চিন্তাত পৰিলো। প্ৰীতিহঁত অতুল বৰাৰ নিৰ্বাচন মিটিং শুনিবলৈ/চাবলৈ গ'ল। মই ঘৰতে অকলে চিন্তা কৰি আছোঁ,— কি কৰা যায়! ৭-৩০ মান বজাত গুণসিন্ধুৱে ফোন কৰিলে। তেওঁ ফিল্মখনৰ খবৰ পালে। মই শেহতীয়া খবৰখিনি দি পইচাৰ টনাটনিৰ কথা ক'লো। তেওঁ ক'লে,— "দাদা, মোৰ হাতত চাৰি হাজাৰ টকা আছে। ল'বনে?' মই অভিভুত, হতবাক হ'লো।

**৬.১২.৮৫ :** ... চিৰিয়াখানাৰ কাষেদি গৈ গৈ গুণসিন্ধুৰ ঘৰ পালোগৈ। তেওঁ চাৰি হাজাৰ টকা দিলে। হৃষীকেশ মুখাৰ্জীয়ে (Chairman, NFDC) দান দিয়া পাঁচ হাজাৰ টকাৰ পৰা এই চাৰি হাজাৰ তেওঁ থৈ দিছিল—এখন অট'ৰিক্সা ল'ম বুলি।

এনেকৈয়ে মই NFDCৰ সহায় পালো।* পাছবেলা প্ৰান্তিকলৈ গৈ পাৰিজাত দাসক টকা চাৰি হাজাৰ দিলো।

* গুণসিন্ধু হাজৰিকা সন্ধ্যাৰাগ ফিল্মখনত মোৰ সহকাৰী পৰিচালক আছিল। তেতেলীসৰাত তেওঁলোকৰ ঘৰটোকে তেওঁ আমাক কেম্প পাতিবলৈ এৰি দিছিল। পাছত গুণসিন্ধুৱে দৃষ্টিশক্তি সম্পূৰ্ণৰূপে হেৰুৱাই পেলাইছিল। চলচ্চিত্ৰ জগতৰ লগত জড়িত এই অন্ধ কৰ্মীজনক National Film Development Corporation অৰ তৰফৰ পৰা চেয়াৰমেন হৃষীকেশ মুখাৰ্জীয়ে পাঁচ হাজাৰ টকা দান দিছিল।

মই অগ্নিস্নানৰ কাৰণে আৰ্থিক সহায় বিচাৰি হৃষীকেশ মুখাৰ্জীলৈ কেইবাখনো চিঠি লিখিছিলোঁ। এবাৰ তেখেতক গুৱাহাটীত লগো ধৰিছিলো। কিন্তু কোনো সুফল পোৱা নাছিলো। শেষত গুণসিন্ধুৰ জৰিয়তে মোৰ হাতলৈ NFDCৰ টকা আহিল!!! পাৰিজাত দাসে কলিকতালৈ যাত্ৰা কৰাৰ আগতে তেওঁক মই চাৰি হাজাৰ টকা দিবই লাগে, আৰু গুণসিন্ধুৱে দিব পৰাত আছিল ঠিক চাৰি হাজাৰ টকা।

এই কাহিনীটো মই প্ৰান্তিকত সবিস্তাৰে প্ৰকাশ কৰিছিলো।

**৭.১২.৮৫ :** ... নিপ বৰুৱাৰ* লগত Dmitri V. Birioukow (Correspondent for South Asia, Soviet Radio & Television Bureau in India) আৰু কেমেৰামেন এজন আহিল। তেওঁলোকে মোক অসমৰ বৰ্তমান পৰিস্থিতিৰ কাৰণ সুধিলে। মই ক'লো, —সম্পদ আৰু ভাষা সংস্কৃতি—দুয়োটাৰে ওপৰত এক ধৰণৰ হেঁচা পৰিছে ঃ থলুৱা মানুহ শংকিত হৈছে। ...

* চলচ্চিত্ৰ পৰিচালক নিপ বৰুৱা তেতিয়া অসম চৰকাৰৰ চলচ্চিত্ৰ-বিষয়া আছিল।

**১৬.১২.৮৫ :** ... ভাত খাই উঠি ভোট দিবলৈ গ'লো। মাজপাৰা এল. পি. স্কুল (সোঁ শাখা)। গোটেই বাটটোত অসম গণ পৰিষদ আৰু অতুল বৰাৰ প'ষ্টাৰ। ভোট কেন্দ্ৰৰ ওচৰত অ.গ.পৰিষদৰ দীঘলীয়া camp। বহু মানুহ। বহু কৰ্মী। ... এনে লাগিল যেন অসম গণ পৰিষদৰ সমৰ্থকসকলে এইটো কেন্দ্ৰত ভোট দিয়াৰ formality এটাহে কৰিছে! ... গোটেই কেন্দ্ৰটো অতি শান্তিপূৰ্ণ অৱস্থাত আছে। মানুহে সুদীৰ্ঘ সময় শাৰী পাতি থিয় হৈ আছে। আৰু এই শৃংখলা ৰক্ষা কৰিছে কিছুমান কম বয়সীয়া ছোৱালীয়ে। ...

**২৭.১২.৮৫ :** ... ৭-৪৫ বজাতে অনুৰাধা ছিনেমালৈ গুলালো ঘৰে-ঘৰোৱাহে। নিমন্ত্ৰিতসকলৰ প্ৰায় সকলো আহিল। ফিল্মখনৰ প্ৰদৰ্শনৰ শেষত ধীৰেন বেজবৰুৱাই মোক জোৰেৰে সাবটি ধৰিলে। কীৰ্তিনাথ হাজৰিকাই আনন্দমনেৰে অভিনন্দন জনালে।

ভালেমান লোকে উচ্ছ্বসিত হৈ প্ৰশংসা কৰিলে। ভবেন বৰুৱাই আনন্দ প্ৰকাশ কৰিলে।*

* চলচ্চিত্ৰখনৰ বাবে ভবেন বৰুৱাই দুটা নামৰ পৰামৰ্শ দিছিল,—অগ্নিস্নান আৰু জন্মান্তৰ। মই অগ্নিস্নান নামটো গ্ৰহণ কৰিছিলো। জুইৰে গা ধোৱা,— অসাধাৰণ, দুৰ্ভাগ্যজনক, ভয়াবহ ঘটনা।

**২৮.১২.৮৫ :** ... অনাতাঁৰ আলোচনাৰ বাবে পইন্টবোৰ ঠিক কৰিলো। শ্ৰী গৌৰীশংকৰ ভট্টাচাৰ্য, ধীৰেন্দ্ৰ নাথ বেজবৰুৱা, ড. বীৰেন্দ্ৰনাথ দত্ত আৰু মই। আধাঘণ্টীয়া আলোচনা। বিষয়—অসম চৰকাৰ আৰু সমুখৰ কাৰ্যসূচী। ... পৰাগ দাস আহিল। সংযুক্ত সংখ্যালঘু মৰ্চা সম্পৰ্কে আলোচনা। ...

**৩১.১২.৮৫ :** বিছনাতে প্ৰীতিক ক'লো,—এয়া বছৰটোৰ শেষ ৰাতিপুৱা। হাতীবিলাকে বাৰু কেনেকৈ বছৰৰ হিচাপ ৰাখে? ঘড়ি, কেলেণ্ডাৰ? আমিওনো হিচাপ পাহৰি যাব নোৱাৰোঁনে? এক বাজিল, দুই বাজিল, ১৮ তাৰিখ, ডিছেম্বৰ মাহ, ১৯৮৫ চন,—এইবোৰ পাহৰি গ'লে?

... ২-৩০ বজাত San-Ma Production -অৰ ছবি 'সূত্ৰপাত'ৰ মহুৰতলৈ গ'লো। চাৰি মিনিটমান সময় 'বক্তৃতা' দিলো। আমাৰ ইয়াত কিমান যে অসুবিধা! প্ৰিমিয়েৰ শ্ব'টো চাবলৈ নিমন্ত্ৰণী নোপোৱা মানুহখিনিৰ মুখত যেন 'ওফোন্দ' এটা লাগি থাকে! অথচ মই যেতিয়া দোকানীৰ পৰা পইচা ধাৰ কৰি ফিল্মৰ কাম চলাওঁ, তেতিয়া ভাবোঁ—প্ৰত্যেকেই মোৰ ছবিখন পইচা দি চাই মোক সহায় কৰক। ...

ৰাতিৰ সাঁজত জিণ্টিয়ে ৰন্ধা মাংস সৰহকৈ খালো। বাতৰিকাকত পঢ়িলো। লাহে-লাহে ১৯৮৫ চনৰ শেষকণ গৈ থাকিল।

১৯৮৬ চনৰ জানুৱাৰি মাহৰ আধাখিনি সময় অগ্নিস্নান নামৰ চলচ্চিত্ৰখনৰ লগত সম্পৰ্ক থকা কামতে খৰচ হ'ল। দহ তাৰিখৰ পৰা হায়দৰাবাদত ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱ অনুষ্ঠিত হৈছিল। সেই মহোৎসৱৰ ইণ্ডিয়ান পেনোৰামা শাখাত বাৰ আৰু পোন্ধৰ তাৰিখে অগ্নিস্নান দেখুউৱা হ'ব বুলি খবৰ পাইছিলো। তালৈ যোৱাৰ আয়োজন কৰোঁতেই মাহটোৰ প্ৰথম সপ্তাহটো গ'ল। হায়দৰাবাদত বিলাবলৈ চলচ্চিত্ৰখনৰ প্ৰচাৰপত্ৰ এখন লাগে। সেইখনৰ ডিজাইন কৰাৰ কথা আছিল বেণু মিশ্ৰই। তেওঁক সময়মতে নাপালো কাৰণে নিজেই ডিজাইন এটা কৰিলো। প্ৰান্তিকৰ সম্পাদক প্ৰদীপ বৰুৱাই ছপোৱা কামত সহায় কৰি দিলে। আঠ তাৰিখে হায়দৰাবাদলৈ যাত্ৰা কৰিলো। কলিকতাৰ এয়াৰপ'ৰ্টত প্ৰায় ছঘণ্টা বহি থাকিলো। হায়দৰাবাদলৈ যোৱা প্লেনৰ সময়ৰ বিজুতি ঘটিল।

ৰাতি বাৰমান বজাত হায়দৰাবাদ এয়াৰপ'ৰ্টৰ কৰ্মচাৰী কেইজনমানৰ বাহিৰে তাত কোনো নাই। সহযাত্ৰীসকল দিহাদিহি গুচি যোৱাৰ পাছত আমি অকলশৰীয়া হৈ পৰিলো। এচুকত মহোৎসৱৰ নাম লিখা কাপোৰ এখন আঁৰি থোৱা আছিল। ওচৰলৈ গৈ দেখিলো—মেজখনত মহোৎসৱৰ সম্পৰ্কীয় কাগজ কিছুমান ছেদেলি-ভেদেলি হৈ পৰি আছে। মাটিত কাতি হৈ পৰি থকা বাস্কেট এটাত কেইথোপামান ফুল। প্ৰতিটো থোপাতে একোজনৰ নাম লিখা কাৰ্ড একোখন লগোৱা আছে। এখনত মোৰ নাম। আদৰাৰ দায়িত্বত থকা লোকসকল কেতিয়াবাই গ'লগৈ। ক'লৈ যাওঁ, কি কৰোঁ? বাহিৰত টেক্সি এখনো নাই। শেষত এয়াৰ প'ৰ্টৰ বিষয়া এজনে ক'লে,—আমাৰ ষ্টাফক ঘৰলৈ নিয়া গাড়ী এখন আছে; আপোনালোক সেইখনতে উঠিব; আমাৰ মানুহে আপোনালোকক হোটেল এখনত নমাই দিব। সেই মতেই কাম। ডেৰমান বজাত এয়াৰপ'ৰ্টৰ মানুহকেইজনে আমাক হোটেল এখনত নমাই দিলে। পাছদিনা চিৰাচৰিত প্ৰথামতে মহোৎসৱৰ কৰ্তৃপক্ষৰ আগত অভিযোগ দাখিল কৰাৰ নামত অলপ উচ্চবাচ্য কৰিলো।

আৰম্ভণিটো বৰ সুখকৰ নহ'ল যদিও মহোৎসৱৰ দহোটা দিন ভালকৈ উপভোগ কৰিলো। এনেকুৱা একোটা মহোৎসৱ কিমান উপভোগ্য আৰু সুখকৰ হয়, সেইটো নিৰ্ভৰ কৰে যিখন চলচ্চিত্ৰৰ লগত মই মহোৎসৱলৈ গৈছোঁ, সেইখনৰ শক্তিৰ ওপৰত। চলচ্চিত্ৰখনে যেতিয়া সমবেতসকলৰ পৰা আদৰ পায়, তেতিয়া সেইখনৰ নিৰ্মাতাজনৰ কাৰণে মহোৎসৱটো উপভোগ্য আৰু সুখকৰ হৈ উঠে। অগ্নিস্নানে মোক সেইকণ সহায় কৰিছিল।

মূল ডায়েৰিখন লগত নিয়া নাছিলো। ন তাৰিখৰ পৰা ওঠৰ তাৰিখলৈকে এই দহদিনৰ কথা বেলেগ কাগজত লিখিছিলো। এতিয়া সেই কাগজখিনি বিচাৰি পোৱা নাই। কেতিয়াবা পাম। এতিয়া বিচাৰিবলৈ সময় নাই। মনত পৰা কথাকেইটামান লিখি যাওঁ। বিপ্লৱ ৰায়চৌধুৰীয়ে মই লিখা গহ্বৰ নামৰ গল্পটোৰে 'ইয়ে কহানী নহী' নামৰ এখন হিন্দী চলচ্চিত্ৰ নিৰ্মাণ কৰিছিল। চলচ্চিত্ৰখন ইণ্ডিয়ান পেনোৰামাৰ কাৰণে নিৰ্বাচিত হোৱা নাছিল. কিন্তু চলচ্চিত্ৰখনৰ ভিডিঅ' কেছেট লৈ ৰায়চৌধুৰী মহোৎসৱলৈ গৈছিল, আৰু হোটেলৰ আমি থকা কোঠালিটোতে তেওঁ আমাক চলচ্চিত্ৰখন দেখুৱাইছিল। সেই সময়ত অন্ধ্ৰপ্ৰদেশৰ মুখ্যমন্ত্ৰী, চলচ্চিত্ৰজগতৰ নামজ্বলা অভিনেতা এন. টি. ৰামাৰাওৰ অসমৰ লগত ভাল সম্বন্ধ আছিল। উদ্বোধনী ভোজসভাত তেওঁ অসমৰ বৰ্তমানৰ অৱস্থাৰ বিষয়ে জানিবলৈ বিচাৰিছিল। সেইকেইদিন সংবাদ মাধ্যমৰ লগত অগ্নিস্নানৰ সম্পৰ্ক মোৰ কাৰণে বৰ উৎসাহজনক আছিল। ১৯৫৬-৫৭ চনত শিৱসাগৰ কলেজত একেলগে কাম কৰা, ইংৰাজী বিষয়ৰ অধ্যাপক শ্ৰী বৈদ্যনাথন তেতিয়া আছিল দক্ষিণ ভাৰতৰ প্ৰতিষ্ঠিত চলচ্চিত্ৰ-সমালোচক। অগ্নিস্নান দীঘল হোৱা বাবে তেওঁ অসন্তোষ প্ৰকাশ কৰিছিল। ইংলেণ্ডৰ ডেৰেক মেলকম, ফ্ৰান্সৰ এলেইন জালাদু

আদি কিছু বিদেশী লোকৰ লগত হায়দৰাবদতে মোৰ প্ৰথম মুখামুখি হৈছিল।

এই বছৰৰ ডায়েৰিত এই সম্পৰ্কীয় কিছু কথা আকৌ ওলোৱাৰ সম্ভাৱনা আছে; গতিকে চলচ্চিত্ৰ মহোৎসৱৰ বিষয়টো ইমানতে এৰিলো।

জানুৱাৰি মাহটো এৰাৰ আগতে এটা সৰু কথা উল্লেখ কৰি থওঁ। বছৰটোৰ প্ৰথম দিনাই ৰাতি অসমৰ তেতিয়াৰ শিক্ষামন্ত্ৰী বৃন্দাবন গোস্বামীৰ লগত টেলিফোনত কথা হ'ল। (বন্ধনীৰ ভিতৰত 'ঘটনাক্ৰমে' বুলি লিখা আছে। কি ঘটনাক্ৰমেনো যোগাযোগটো ঘটিল মনত নাই।) কথা প্ৰসংগত তেওঁ অসমৰ প্ৰাইমেৰি স্কুলঘৰবোৰ মেৰামতিৰ কথা ক'লে। মই আগৰ দিনত ৰাইজে 'হজ' কৰি গাঁৱৰ স্কুলঘৰ, নামঘৰ আদি মেৰামতি কৰাৰ কথাটো ক'লো। অমুক দিনা স্কুলঘৰটো মেৰামতি কৰিব লাগিব বুলি ৰাইজে সিদ্ধান্ত লয়; নিৰ্দিষ্ট দিনা গাঁওখনৰ প্ৰায় সকলো সক্ষম মুনিহে খেৰ, বাঁহ, দা, কটাৰী আদি লৈ আহে; দিনটো বা এবেলা কম্ম কৰি মেৰামতিৰ কাম সম্পৰ্ণ কৰে। পদ্ধতিটো বৰ উপকাৰী আছিল। মই কথা শেষ কৰাৰ পাছত গোস্বামীয়ে সেই পদ্ধতিটোকে গ্ৰহণ কৰাৰ কথা কৈছিল।

**১ ফেব্ৰুৱাৰি, ১৯৮৬ :** প্ৰান্তিকৰ অফিছত হীৰেন ভট্টাচাৰ্যক (কবি) লগ পালো। তেখেতে 'যুগান্তৰ' কাকতখনত আমাৰ চলচ্চিত্ৰখনৰ বিষয়ে ভালকৈ লিখিছে বুলি ক'লে। কাগজখন যোগাৰ কৰিলো। সঁচাকৈয়ে বৰ উৎসাহজনক কথা লিখিছে। ...

**২.২.৮৬ :** ... কলিকতাৰ পৰা বিজয় চট্টোপাধ্যায়ে (চলচ্চিত্ৰ পৰিচালক, প্ৰযোজক) লিখা চিঠি এখন পালো। তেখেতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ তেৰটা গল্পৰে তেৰখন এঘণ্টীয়া ফিল্ম নিৰ্মাণ কৰিব খুজিছে। তাৰ এখন মই পৰিচালনা কৰিম নে কি সুধিছে। কৰিম বুলিয়েই ভাবিলো।

**৭.২.৮৬ :** ... কাম শেষ কৰোঁতে ১০-৩০ বাজিল। দিল্লীলৈ যোৱাৰ* আয়োজন একো কৰাই নাই। হুৰ-মূৰ। ... ২-২৫—প্লেন এৰিলে। ওচৰত ড. শৰত বৰুৱা। প্লেনত 'অন্তৰীপ'ৰ দুই নম্বৰ বহীখন চাই শেষ কৰিলো*। ৬-১০ বজাত পালাম এয়াৰপ'ৰ্ট। ৭-০৫ অসম ভৱন (পুৰণিটো)। দহ নম্বৰ কোঠালিত মোৰ ঠাই। অশোক শইকীয়া, মুহিৰাম শইকীয়া, পৰাগ চলিহা, অণু ৰায়চৌধুৰী, মৃগেন ৰায়চৌধুৰী, ভূপেন বৰুৱা আদিক মোৰ কোঠাতে লগ পালো। মোৰ ৰুমমে'ট ড. ধ্ৰুবজ্যোতি বৰা।*

* দিল্লীলৈ গৈছিলো নেশ্যনেল বুক ট্ৰাষ্টে পতা শিশু-সাহিত্য সম্পৰ্কীয় আলোচনা-চক্ৰ এখনত যোগ দিবলৈ। ড. শৰত বৰুৱা ইঞ্জিনিয়াৰিং বিভাগৰ মেধাবী লোক আছিল। আমি একে সময়তে লণ্ডনৰ ইম্পিৰিয়েল কলেজত পঢ়া-শুনা কৰিছিলো। তেখেতে অসম

চৰকাৰৰ ইঞ্জিনিয়াৰিং শাখাৰ বিভিন্ন বিভাগৰ শীৰ্ষস্থানীয় পদবীত কাৰ্যনিৰ্বাহ কৰিছিল। ভালেমান দিন তেখেত ভাৰতৰ বাহিৰতো দায়িত্বপূৰ্ণ পদবীত অধিষ্ঠিত আছিল।

* সেই সময়ত 'অন্তৰীপ' উপন্যাসখন কিতাপ আকাৰে ছপোৱাৰ কাম চলি আছিল। প্ৰান্তিকৰ পৰা পৃষ্ঠাবোৰ কাটি লৈ মই দুখন বহী কৰি লৈছিলো। প্ৰথমখন বহী চাই-মেলি ইতিমধ্যে প্ৰকাশকক দিছিলো। দ্বিতীয়খন চাই দিবলৈ সময় পোৱা নাছিলো।

* অশোক শইকীয়া এতিয়া ভাৰতৰ প্ৰধানমন্ত্ৰীৰ কাৰ্যালয়ৰ যুটীয়া সচিব। নিত্যা শইকীয়াই অসম আৰু দিল্লীৰ বিভিন্ন বিভাগত কাম কৰিছিল। ৰেণুকা দেৱী বৰকটকী কেন্দ্ৰীয় মন্ত্ৰী হৈ থাকোঁতে শইকীয়া তেখেতৰ ব্যক্তিগত বিষয়া আছিল বুলি মোৰ মনত আছে। অণু ৰায়চৌধুৰীয়ে সুদীৰ্ঘকাল নেশ্যনেল বুক ট্ৰাষ্টৰ অসমীয়া বিভাগৰ সহকাৰী সম্পাদক হৈ কটালে। তেখেতৰ স্বামী মৃগেন ৰায়চৌধুৰীয়ে আকাশবাণীৰ ডেপুটি ডাইৰেক্টৰ জেনেৰেল পদবীৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল। ৰায়চৌধুৰী দম্পতি মোৰ অতি প্ৰিয় বন্ধু। ভূপেন বৰুৱা অসম চৰকাৰৰ চাকৰিয়াল আছিল। ফখৰুদ্দিন আলি আহমদ ভাৰতৰ ৰাষ্ট্ৰপতি হওঁতে তেখেতে বৰুৱাক ব্যক্তিগত বিষয়া কৰি দিল্লীলৈ লৈ গৈছিল। ড. ধ্ৰুবজ্যোতি বৰা এতিয়া চিকিৎসক আৰু লেখক—এই দুয়ো ৰূপতে প্ৰতিষ্ঠিত। ১৯৮৫ চনৰ নিৰ্বাচনত লোকসভালৈ নিৰ্বাচিত হোৱা পৰাগধৰ চলিহাক মই ১৯৫৬-৫৭ চনত শিৱসাগৰ কলেজৰ ভাইছ প্ৰিন্সিপাল, আৰু মুহিৰাম শইকীয়াক অৰ্থনীতিৰ মুৰব্বী অধ্যাপক হিচাপে পাইছিলো। ইমানখিনি মানুহক একেটা কোঠাতে লগ পোৱাৰ আনন্দৰ কাৰণেহে কথাখিনি ডায়েৰিত লিখি ৰাখিছিলো।

আলোচনা চক্ৰৰ মনত ৰাখিবলগীয়া কথাটো আছিল,—পশ্চিমবংগৰ চিত্ৰশিল্পী আৰু চলচ্চিত্ৰ পৰিচালক পূৰ্ণেন্দু পত্ৰীক মই তাত লগ পাইছিলো। তেখেতৰ লগত মোৰ ব্যক্তিগত সম্পৰ্ক মাত্ৰ এটা ঃ তেখেতে মোৰ 'এই বন্দৰৰ আবেলি' নামৰ কিতাপখনৰ বেটুপাতৰ ছবিখন আঁকি দিছিল।

**২০.২.৮৬ :** ... দূপৰীয়া (মৰিগাঁৱৰ) অশোক ডেকা আহিল। অগ্নিস্নানৰ বাবে লোৱা পাঁচ হাজাৰ টকাৰ ধাৰ মাৰিলো। '... শ্ৰেষ্ঠ গল্প ঃ পঞ্চাছৰ দশক' কিতাপখনৰ দ্বিতীয় সংস্কৰণৰ দুটা কপি প্ৰকাশকে দি গ'ল। প্ৰথম সংস্কৰণৰ দাম আছিল ৭.৫০, এইটো সংস্কৰণৰ দাম হ'ল ২৫ টকা। আজি কলিকতাৰ পৰা বিজয় চট্টোপাধ্যায়ে চিঠি দিছে,—ৰবীন্দ্ৰনাথৰ দৰ্পহৰণ, মাল্যদান, মেঘ ও ৰৌদ্ৰ,—এই তিনিটা গল্পৰ ভিতৰত এটা বাছি লৈ মই এখন চলচ্চিত্ৰ পৰিচালনা কৰিব লাগে। পৰহি Festival des 3 Continents (Nante, France)-অৰ Director Alain alladeau-ৰ পৰা চিঠি পাইছিলো,—তেওঁলোকে তেওঁলোকৰ ফেষ্টিভেলৰ বাবে 'অগ্নিস্নান'খন বিচাৰিছে। ... জন্মদিন উপলক্ষে চুবুৰিৰ মানুহ ...।

**২১.২.৮৬ :** ... গুণসিন্ধুক চাৰি হাজাৰ টকা দি আহিলোঁগৈ। ...ধৰণী গোস্বামীক চাৰি হাজাৰ। এহেজাৰ বাকী থাকিল। ...সন্দিকৈ কলেজলৈ। তাত লটাৰিৰ 'ড্ৰ' কৰা অনুষ্ঠান। আমি আঠজন 'জাজ'। এই অনুষ্ঠানটোত মোৰ লাভ হ'ল,—লটাৰিৰ ড্ৰ কেনেকৈ কৰে,

সেই বিষয়ে বিতংকৈ শিকি ল'লো।

* মোৰ কটন কলেজৰ ছাত্ৰ অৱস্থাৰ বন্ধু, পাছত গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি কৰা দিনৰ বন্ধু ৰত্নকান্ত বৰুৱা তেতিয়া সন্দিকৈ ছোৱালী কলেজৰ অধ্যক্ষ আছিল। তেওঁৰ অনুৰোধ ৰক্ষা কৰিবলৈ মই সেই অনুষ্ঠানটোলৈ গৈছিলো। মই ৰত্ন বৰুৱাক পৰিশ্ৰমী চাকৰিয়াল বুলি গণ্য কৰিছিলো। কিছুদিনৰ আগতে তেওঁৰ মৃত্যুৰ খবৰ পাই মই বৰ দুখ পাইছিলো।

**৩ মাৰ্চ, ১৯৮৬ :** ...ললিত কুমাৰ বৰুৱাই ফোন কৰি জনালে,— Indian Express কাকতৰ দেওবৰীয়া সংখ্যাত চিদানন্দ দাশগুপ্তই (চলচ্চিত্ৰ সমালোচক, পৰিচালক) মোৰ ছবিৰ কথা লিখিছে। ওচৰে-পাজৰে কাগজখন বিচাৰিলো, নাপালো।

**৪.৩.৮৬ :** ... (অসমৰ মুখ্যমন্ত্ৰী) প্ৰফুল্ল কুমাৰ মহন্তৰ লগত কথা। মোৰ বক্তব্যৰ সাৰাংশ আছিল,—চৰকাৰে কাম কৰাৰ লক্ষণ ৰাইজে দেখিবলৈ পাব লাগে; কামৰ এটা thrust লাগে। পলম হ'ব নালাগে। চৰ অঞ্চললৈ তেওঁ নিজে মাজে-মাজে যাব লাগে। মেল-মিটিং কমাব লাগে। সাংস্কৃতিক কেন্দ্ৰটোৰ* কাম আৰম্ভ কৰিব লাগে। তেওঁ মোক আঁচনিখন কৰিবলৈ ক'লে। ...

* সাংস্কৃতিক কেন্দ্ৰটো হ'ল এতিয়াৰ শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ।

**৫.৩.৮৬ :** ... আজি জিণ্টি হোষ্টেললৈ গ'ল। (গুৱাহাটী মেডিকেল কলেজৰ হোষ্টেললৈ।) বস্তুৰে-বাহানিয়ে তাইক থৈ আহিলোগৈ। এইযে গ'ল, আৰুনো আগৰ নিচিনাকৈ তাইক ক'ত পাম চাগৈ!*

* মই নিজে নগাঁৱৰ ঘৰৰ পৰা কটন কলেজত পঢ়িবলৈ যে ওলাই আহিছিলো, সেই অহাৰ লগে-লগে ঘৰ এৰা প্ৰক্ৰিয়াটো আৰম্ভ হৈছিল। সেইকাৰণে ভাবিছিলো, —জিণ্টি যে হোষ্টেললৈ গ'ল, সেই যোৱাই চাগৈ এক ধৰণৰ ওলাই যোৱা।

**১২.৩.৮৬ :** ... অমূল্যহাঁস গোস্বামীক অয়ল ইণ্ডিয়াই শাস্তি দিয়াৰ কাহিনীটো তেখেতৰ নিজৰ মুখৰ পৰাই শুনিলো। 'অসম আন্দোলন'ৰ কাৰণে তেখেত এনে অৱস্থাত পৰাটো ভাল কথা হোৱা নাই। গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলৰ মিটিং আছে। সদস্য হিচাপে মোৰ কাৰণে প্ৰথম মিটিং। গ'লো। আজি পাঁচটা প্ৰফেছাৰ আৰু বাৰটা ৰিডাৰৰ চাকৰি সৃষ্টি কৰা হ'ল। Personal Promotion. এই ব্যৱস্থাৰ spirit টো ঠিকে থাকিলে কথা নাই; কিন্তু কথাবোৰ কেৱল legalistic ধৰণৰ হ'লে বেয়া হয়।* ...

* ইয়াৰ অৰ্থ হ'ল,—প্ৰফেছাৰ আৰু ৰিডাৰ নিযুক্তিৰ কথাটো কেৱল কিছুমান নিয়ম বা আইনে নিয়ন্ত্ৰণ কৰিব নালাগে; যোগ্যতা আৰু দক্ষতাৰ প্ৰশ্নয়ো আগ-ঠাই পাব লাগে।

নগেন হাজৰিকাৰ (নগা) ঘৰৰ বিয়া এখনলৈও গ'লো। নগা ককাইদেৱে এটা কাহিনী*

ক'লে ঃ একোটা মানুহে কেইবাজনীও বিয়া কৰে। মানুহটো মৰিলে চিতাখন ছয়-সাতমাহলৈকে জ্বলাই ৰখা হয়, আৰু ঘৈণীয়েকহঁতক বিচাৰি ফুৰা হয়। সিহঁতক চিতাত জাপিব পাৰিলেই অলংকাৰবোৰ ব্ৰাহ্মণজনে পায়।

* এইটো কোন কালৰ, কোন ৰাজ্যৰ কাহিনী, মই লিখি ৰাখিবলৈ নহ'ল। এনেকুৱা ভালেমান কাহিনীৰ বাবে নগা ককাইদেউৰ লগত হোৱা কথোপকথন মোৰ প্ৰিয় আছিল।

**১৪.৩.৮৬ :** ... ৰূপালী জয়ন্তী। স্মৃতিগ্ৰন্থ উন্মোচনৰ দায়িত্ব। কিয় জানো—এই কামবোৰত একেবাৰে ৰস নাপাওঁ। তৃপ্তি নাপাওঁ। ...

**১৮.৩.৮৬ :** ... ললিত দলে ঢুকাল। খবৰটো পাওঁতে পলম হ'ল। সেই ললিত দলে—! খুৰা! বুঢ়া! হোষ্টেলত—শ্বিলঙত—গুৱাহাটীত। তেওঁ বোলে ঘোঁৰাত উঠি তিব্বতৰ ফালে গুচি গৈছিল। কেইবাবছৰবো পাছত উভতি আহি আমাৰ লগত কটনত পঢ়িছিলহি। শ্যেকছপিয়েৰ মুখস্থ মাতে। ''কাৰৈ মাছে মাগুৰ মাছে ভাজি-ভাজি খাওঁ; —ঝুগ-ঝুগ ঝাগ-ঝাগ, ঝুগ-ঝুগ ঝাগ-ঝাগ'— বুলি অৰ্থহীন গান পায়! কিমান নিৰৱ মৃত্যু!

**২৮.৩.৮৬ :** জিণ্টিক হোষ্টেলত থৈ প্ৰান্তিকলৈ। বন্ধ দোকানৰ ছিৰিত বহি থকা ডেকাহঁত! এওঁলোকে নিজকে যে কিমান চালাক বুলি ভাবে! ... আচলতে এওঁলোক কিমান যে মূৰ্খ! ...

ৰাতি ৰবীন্দ্ৰনাথৰ 'মেঘ ও ৰৌদ্ৰ' পঢ়িলো।

**৩১.৩.৮৬ :** ...অসম চৰকাৰৰ বন বিভাগে... ছখন অনাতাঁৰ নাটক বিচাৰিছে। পৰহিৰ ভিতৰতে মোৰ সিদ্ধান্তৰ কথা জনাব লাগেই। মই মোৰ কামৰ হিচাপ লৈহে ক'ব পাৰিম বুলি ক'লো। National Film Development Corporation-অৰ NFDC News বোলা কাকতখন ডাকত পালো। এটা প্ৰবন্ধত যোৱা ইণ্ডিয়ান পেনোৰামাৰ ভাল ছবিবোৰৰ ভিতৰত তিনিখনৰ নাম আছে। তাৰ ভিতৰত অগ্নিস্নানৰ নামো আছে।

**১ এপ্ৰিল, ১৯৮৬ :** ...বিজু ফুকন আৰু জাহ্নু বৰুৱা আহিল। জাহ্নুৱে মুখ্যমন্ত্ৰীৰ লগত আলোচনা কৰিবলৈ কেইটামান পৰামৰ্শৰ কথা টুকি আনিছিল। সেইকেইটা তেওঁ মোৰ লগত আলোচনা কৰিলে। ...

**১২.৪. ৮৬ :** ... প্ৰান্তিকলৈ। তাৰ পৰা বেংকলৈ। খবৰ লব খুজিছিলো—মোৰ একাউণ্টত পইচা আছে নে কি? বৰ ভিৰ। গুচি আহিলো। আহি 'সঁফুৰা'ৰ বাবে পাবলগীয়া পইচা অলপ পালো। ৰক্ষা!

**১৩.৪.৮৬ :** ...ভাৰতীয় বিদ্যাভৱনৰ Joint Director ধীৰু মেহতা আহিল। তেখেতসকলে গুৱাহাটীত ভাৰতীয় বিদ্যা ভৱনৰ শাখা এটা খোলাৰ কথা ভাবিছে। মোৰ সহযোগিতা বিচাৰিলে। পিছে মোৰ হাতত যিমান কাম আছে, এই কামত মই জড়িত হ'ব নোৱাৰিম বুলি ঠিক কৰিলো।

**১৪.৪.৮৬ :** ...বৰষুণ নাই নাই নাই, পাছত যোৱা কেইদিন এনেকৈ বৰষুণ আহিছে যে মানুহৰ আমনি লাগি গৈছে। বিহু উটি যাওঁ-উটি যাওঁ। ...দুপৰীয়া এক বজাত মুখ্যমন্ত্ৰীৰ ঘৰলৈ। তেওঁৰ নিমন্ত্ৰণ অনুসৰি। কীৰ্তিনাথ হাজৰিকা, ধীৰেন্দ্ৰ নাথ বেজবৰুৱা, ৰবীন্দ্ৰ নাথ বৰুৱা আদি বাতৰি-কাকতৰ মানুহ। এনেয়ে বিহু বুলি লগ পোৱা (মুখ্যমন্ত্ৰীৰ মতে)। ...আবেলি দিলীপ মহন্ত আহিল। তেওঁ সুধিলে,—মই মুখ্যমন্ত্ৰীৰ Chief Press Adviser হ'ম নে কি?* ...

* দিল্লীপে যে কথাটো মোক সুধিলে, অধ্যায়টো সিমানতে শেষ হৈছিল।

**১৮.৪.৮৬ :** ...ছাৰজাহত ভাৰত-পাকিস্তানৰ ফাইনেল (এদিনীয়া ক্ৰিকেটৰ) খেল। বৰ উত্তেজনামূলক...। শেষলৈ খেলখন ভাৰত বনাম ডাভেদ মিয়াদাঁদৰ খেল বুলিব পাৰি। এটা বল বাকী, জিকিবলৈ পাকিস্তানক চাৰি ৰান লাগে। মিয়াদাঁদে অ'ভাৰ বাউণ্ডেৰি মাৰিলে। উত্তেজনাটো বহু পৰলৈ মনত লাগি থাকিল। ৰাতিও। ...

**২৮.৪.৮৬ :** ... এটা হিচাপ কৰি চালো,—আজি ফিল্মৰ National Award ঘোষণা হ'ব পাৰে। দিল্লীলৈ ট্ৰাংক কল কৰিলো। হয়, আজি ৩-৩০ বজাত ঘোষণা কৰা হ'ব। স্বাভাৱিকতে, সময়খিনি বৰ উৎকণ্ঠাৰে পাৰ হ'বলৈ ধৰিলে। আবেলি ঘৰৰ চাৰিওটা তাচ (bursting) খেলিবলৈ বহিলো। টুকুৰা-টুকুৰকৈ খবৰবোৰ আহিবলৈ ধৰিলে। শেষত বুজিলো —মই Best Screenplayৰ পুৰস্কাৰ পাইছোঁ আৰু অগ্নিস্নানে Best Regional Film-অৰ পুৰস্কাৰ ৰজত কমল পাইছে।

**৩০.৪.৮৬ :** ...সদৌ অসম ছাত্ৰ সন্থাৰ নেতা কেশৱ মহন্ত আৰু ধ্ৰুব বৈশ্য আহিল। তেওঁলোকে ড. ভূপেন হাজৰিকাৰ চিঠি এখন লৈ আহিছে। তেখেতেও মোক অভিনন্দন জনাইছে। লিখিছে,—"তুমি অসমৰ গৌৰৱ।"

... কিন্তু ধাৰ মাৰিবলৈ ইমিডিয়েটলি মোক টকা লাগে। সেইটোহে ডাঙৰ কথা হৈছে।

**৮ মে', ১৯৮৬ :** ... নিপন গোস্বামী, সঞ্জীৱ হাজৰিকা* আৰু নলিন দুৱৰা আহিল গাড়ী এখনত। তেওঁলোকে ক'লে,—ভবেন দাস ঢুকাল। হতবাক হ'লো। লগে-লগে দাসৰ

ঘৰলৈ গ'লো। সৰল-সহজ, ফিল্মৰ কাম জনা মানুহ। আকৌ ছবিৰ কামত লাগিবলৈ ময়েই তেখেতক কিমান জোৰ দিছিলো! —নাই বুলিয়েই মানুহজন নাইকিয়া হৈ গ'ল!

* সঞ্জীৱ হাজৰিকা অগ্নিস্নানৰ লগত অভিনেতা আৰু সহকাৰী পৰিচালকৰূপে জড়িত আছিল।

**১৩.৫.৮৬ :** ...প্ৰবন্ধবোৰ ঠিক কৰোঁতে লাহে-লাহে বেছি পৰিশ্ৰমৰ প্ৰয়োজন হৈ আহিছে। বানানৰ কথা বাদ, বক্তব্যৰ কথা বাদ, কিন্তু বাক্য ৰচনা শুদ্ধকৈ কৰিব পৰা মানুহ ৰাজ্যখনত ইমান কম! পুৰণিসকলৰ যেন-তেন, কিন্তু নতুনসকলৰ অৱস্থা ইমান বেয়া! ...ভাগ্য ভাল,—অইনবোৰ কামে মোক এটা বৈচিত্ৰ্য দিছে কাৰণে মনটো ঠিকে ৰাখিব পাৰিছোঁ। যেতিয়াই এবিধ কাম গতানুগতিক হৈ পৰে, তেতিয়াই মোৰ ভাল নলগা হয়।

**১৫.৫.৮৬ :** ...বজৰং ফিল্মছৰ ওমপ্ৰকাশ চৌধুৰীৰ লগত অগ্নিস্নানৰ আৰ্থিক দিশৰ আলোচনা। ...কুমুদ দাসলৈ (অসম চৰকাৰৰ বিক্ৰিকৰ বিভাগৰ বিষয়া; মোৰ বাল্যবন্ধু) ফোন কৰিলো— আমোদকৰৰ বিষয়ে কথা এটা জানিবলৈ; তেওঁ খবৰ দিলে,—মোক বোলে অসম চৰকাৰে Assam State Film Finance Corporation-অৰ Chairman পাতিছে! অইনে শুনে, মইহে একো নুশুনো। মোকতো সুধিব লাগে! কথাটো সঁচা বা মিছা?

**১৭.৫.৮৬ :** ... অসম চৰকাৰৰ Education Commissioner কমলেশ্বৰ বৰাই ফোন কৰি সুধিলে,—Film Finance Corporation-অৰ Chairmanship মই গ্ৰহণ কৰিম নে? তেখেতে লগতে সুধিলে,—শংকৰদেৱৰ বিষয়ে ফিল্মখন পৰিচালনা কৰিম নে? ...

**২০.৫.৮৬ :** ৰাইন' ট্ৰেভেলছৰ অফিছত গোপাল বৰুৱা আৰু সুৰজিত বৰুৱাৰ* লগত টেবল টেনিছ খেলৰ বিষয়ে আলোচনা কৰিলো। মোৰ ব্যক্তিগত মত হৈছে, আমাৰ যে ল'ৰা-ছোৱালীহঁতে ইমান ভাল খেলিছে, সেইটো আচলতে খেলুৱৈ, অভিভাৱক আৰু ক'চজনৰ কাৰণেহে সম্ভৱ হৈছে। এছ'ছিয়েশ্যনে যি কৰিব লাগিছিল, তাৰ সামান্য অংশও কৰা নাই বুলিব লাগে। এছ'ছিয়েশ্যনক active কৰিব লাগে, চৰকাৰক সজাগ কৰিব লাগে,—যাতে খেলুৱৈসকলে প্ৰয়োজনীয় সকলো সুবিধা পায়। ইয়াৰ বাবে অভিভাৱকসকলে interest ল'ব লাগে। কোনেও খেলৰ নামত পলিটিকছ কৰিব নালাগে।

* গোপাল বৰুৱা এসময়ৰ খেলুৱৈ আৰু ক্ৰীড়া-সংগঠক; প্ৰসিদ্ধ টেবল টেনিছ খেলুৱৈ মনালিছা বৰুৱাৰ (মেহতাৰ) দেউতাক। সুৰজিৎ বৰুৱা আৰ্য বিদ্যাপীঠ কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক, ক্ৰীড়া-সংগঠক আৰু ধাৰাভাষ্যকাৰ। সেই সময়ত অসমীয়া টেবল টেনিছ খেলুৱৈৰ মান সৰ্বভাৰতীয় ক্ষেত্ৰত উল্লেখযোগ্য আছিল।

**২৮.৫.৮৬ :** ... Assam State Film (Finance & Development) Corporation - অৰ Chairman হিচাপে মোক নিযুক্তি দিয়া ন'টিছখন পালো। বোম্বাইৰ পৰা Uma da Cunha নামৰ চলচ্চিত্ৰ-ব্যৱসায়ৰ লগত জড়িত মহিলা এগৰাকীয়ে চিঠি দিছে, —Art Circle নামৰ সংগঠন এটাৰ নামত, আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু কানাডাৰ কাৰণে 'অগ্নিস্নান'ৰ ১৬ মিলিমিটাৰ প্ৰিন্টৰ পৰিবেশন স্বত্ব লাগে। ...

**২৯.৫.৮৬ :** ...দিলীপ শৰ্মা (গায়ক) আৰু তেখেতৰ পৰিবাৰ সুদক্ষিণা শৰ্মা আহিল। বহু দিনৰ মূৰত দুয়োকে ভালকৈ লগ পালো। এখেতসকলৰ প্ৰতি মোৰ ভাল ভাব আছে। মানুহহালক ভাল পাওঁ। সেই কলিকতাৰ (প্ৰেছিডেন্সি কলেজৰ) হোষ্টেলত থাকোঁতে এদিন (দিলীপ শৰ্মাৰ ভায়েক) দীপক শৰ্মাই খবৰ দিছিলগৈ,—আমাৰ দিলীপ দাদাই বুইনী হাজৰিকাক বিয়া কৰালে। আজি তেওঁলোক কলিকতালৈ আহিছে। বলক, আমাৰ ঘৰলৈ যাওঁ।*

* সম্ভৱ ১৯৫৪ চনৰ কথা।

**৩ জুন, ১৯৮৬ :** ... আবেলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ কাৰ্যালয়ৰ ছজন কৰ্মচাৰী আহিল। তেওঁলোকে তেওঁলোকৰ চাকৰিৰ অৱস্থাৰ কথা আৰু প্ৰতিষ্ঠানটোৰ অৱস্থাৰ কথা কলে। ...

**৪.৬.৮৬ :** ... বাৰ বজাত জালুকবাৰীলৈ। পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ কৰ্মচাৰীসকলৰ চাকৰিৰ অৱস্থা সম্পৰ্কে আলোচনা কৰিবলৈ পতা এখন সমিতিৰ সভা। মই বিশেষভাৱে নিমন্ত্ৰিত সদস্য। সভাত মই ক'লো,—এওঁলোকে সুদীৰ্ঘকাল ধৰি কাম কৰিছে। এওঁলোকক ইউনিভাৰ্ছিটিৰ অংগ বুলি ধৰিব লাগে। পাঠ্যপুথি হ'ল শিক্ষাৰ এবিধ প্ৰধান আহিলা।*

* ১৯৬৯ চনত প্ৰতিষ্ঠিত পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ মই প্ৰথম চাকৰিয়াল আছিলো। সেই সময়ত বিশ্ববিদ্যালয়ৰ গাড়ী এখন দীঘলীয়া সময়ৰ কাৰণে গেৰেজত দিয়া হৈছিল। গাড়ীখনৰ ড্ৰাইভাৰজনক মোৰ লগত পিয়ন হিচাপে কাম কৰিবলৈ দিয়া হৈছিল। ভালেমান দিনলৈ তেওঁ প্ৰতিষ্ঠানটোৰ দ্বিতীয় চাকৰিয়াল আছিল। ১৯৭৯ চনত মই যেতিয়া প্ৰতিষ্ঠানটোৰ পৰা বিদায় লওঁ, তেতিয়া সেইটোত প্ৰায় একুৰি বিষয়া-কৰ্মচাৰী আছিল। ...

**৬.৬.৮৬ :** ...প্ৰান্তিকলৈ। তাত ড. নাৰায়ণ শৰ্মাক* লগ পালো। তেওঁৰ আগত এম. এল. এ.সকলৰ প্ৰতি বিৰাগ, ক্ষোভ (ঘৃণা!) প্ৰকাশ কৰিলো। সকলোকেমন্ত্ৰী হ'বলৈ লাগে? লুভীয়া, স্বাৰ্থপৰ, অশিক্ষিত, দেশদ্ৰোহীৰ দল! ...পাছবেলা নাটক লিখা কাম। সঁফুৰাৰ কাম।

...ৰাতি ১১-৩০ বজাত উঠি বিশ্বকাপৰ (ফুটবল) খেল চালো। ব্ৰাজিল বনাম আলজিৰিয়া। হাফ টাইমত শুবলৈ গ'লো। বৰ কষ্ট হৈছে।

* ড. শৰ্মা গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ শিক্ষক। লেখক। সমাজ আৰু শিক্ষা সম্পৰ্কে

সচেতন ব্যক্তি আৰু এই ক্ষেত্ৰৰ সক্ৰিয় কৰ্মী।

**১০ জুন, ১৯৮৬ :** ৪-৫০। ঘৰৰ কাম। প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। ...প্ৰান্তিকলৈ গ'লো। ঘৰৰ পৰা প্ৰীতিয়ে ফোন কৰিলে—১১ বজাত কাহিলিপাৰাত (জ্যোতি চিত্ৰবনত) মিটিং আছে; চেয়াৰমেন (শ্ৰী কমলেশ্বৰ বৰা) আৰু অন্যান্য সদস্যসকল বহি আছে। হাঁ! মিটিং এক বজাত বুলিহে মোৰ মনত আছে! বৰ বেগেৰে গাড়ী চলালো। বাৰ বজাত জ্যোতিচিত্ৰবন পালোহি। (এই ঘটনাটোত মই বৰ লাজ পাইছিলো।)

আজি শ্ৰী কমলেশ্বৰ বৰাই ক'লে,—মই বোলে জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰো সভাপতি হ'ব লাগে। ...

**১১.৬.৮৬ :** ...দিল্লীলৈ। ...এয়াৰপ'ৰ্টলৈ ফিল্ম ফেষ্টিভেল ডাইৰেক্টৰেটৰ গাড়ী আহিল। অশোক হোটেলত আমাৰ কাৰণে কোঠালি ঠিক কৰা আছে; কিন্তু আমি অসম ভৱনতে (পুৰণিটোত) থাকিম বুলি ঠিক কৰিলো। অসম ভৱনলৈ আহিলো। এক নম্বৰ কোঠালি...। বহু দিনৰ মূৰত অংকৰ ছাৰ দুৰ্গেশ্বৰ বুজৰবৰুৱাক লগ পালো। তেখেত দিল্লীলৈ চিকিৎসাৰ কাৰণে আহিছে।*

* দুৰ্গেশ্বৰ বুজৰবৰুৱা ছাৰে নগাঁও গৱৰ্নমেণ্ট হাইস্কুলত আমাক অংক পঢ়াইছিল। সেয়া ১৯৪৭-৪৮ চনৰ কথা।

**১২.৬.৮৬ :** ১০-১৫ বিজ্ঞান ভৱনলৈ। ৰিহাৰ্ছেল।* অৰবিন্দনৰ* লগত কথা পাতিলো। বিপ্লৱ ৰায়চৌধুৰীক পালো। ৰিহাৰ্ছেল শেষ কৰি ১২-৩০ বজাত অসম ভৱনলৈ। ৪-৩০ বজাত আকৌ বিজ্ঞান ভৱনলৈ। ৫-৩১ বজাত ৰাষ্ট্ৰপতি আহিল। Function শেষ হওঁতে ৭-১০। ৰাষ্ট্ৰপতিয়ে দীঘল বক্তৃতা দিলে। হিন্দীত। কিছু কৌতুকপূৰ্ণ কথা আৰু কেইটামান দৰকাৰী কথা। বিষয় ঃ মহিলাৰ অৱস্থা, ছিনেমাৰ কমদামী টিকেট, গাঁৱত ছিনেমা হল নিৰ্মাণ,—ইত্যাদি। ফাংছনৰ পাছত 'চিদাম্বৰম' চালো। তাৰ পৰা অশোক হোটেলৰ ডিনাৰলৈ। বিন্দু বাট্ৰা, খ্বামীম* আদিক পালো। খ্বামীমৰ মতে অগ্নিস্নানে best film award পাব লাগিছিল। ১১ বজাত অসম ভৱন।

* দিল্লীলৈ গৈছিলো ৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱৰ বঁটা বিতৰণী অনুষ্ঠানলৈ। অনুষ্ঠান-গৃহত ক'ত বহিব লাগিব, ঘোষক-ঘোষিকাই কোনটো বাক্য কওঁতে উঠিব লাগিব, ক'ত গৈ থিয় হৈ থাকিব লাগিব, আৰু কোনটো বাক্য কওঁতে মঞ্চলৈ উঠি গৈ ৰাষ্ট্ৰপতিৰ পৰা বঁটাটো ল'ব লাগিব,—এইবিলাকৰ কাৰণে এটা আখৰাৰ ব্যৱস্থা কৰা হয়।

* অৰবিন্দন মালয়ালম চলচ্চিত্ৰ-ক্ষেত্ৰৰ একৰাকী বিশিষ্ট পৰিচালক আছিল। তেখেতৰ অকালমৃত্যু ভাৰতীয় চলচ্চিত্ৰৰ কাৰণে ডাঙৰ ক্ষতি।

* খ্বামীম টাইমছ অব ইণ্ডিয়া কাকতৰ চলচ্চিত্ৰ-সাংবাদিক আৰু সমালোচক।

**১৩.৬.৮৬ :** ...ডাইৰেক্টৰেটঅৱ ফিল্ম ফেষ্টিভেলছৰ বিষয়া শংকৰ বাসুক লগ পালো। তেওঁৰ পৰা জানিলো,—অগ্নিস্নান আৰু চিদাম্বৰম, আৰু সুহাসিনী আৰু মলয়া গোস্বামীক লৈ বিচাৰক মণ্ডলীৰ টনা-আঁজোৰা হৈছিল। শেষত ভোটৰ ব্যৱস্থা। দক্ষিণ ভাৰতৰ লবিটো শক্তিশালী।* ...

**১৪.৬.৮৬ :** ...হিন্দী কাগজ এখনত লিখিছে,—চুটি হোৱা হ'লে অগ্নিস্নান এই মহোৎসৱৰ শ্ৰেষ্ঠ ছবি হ'লহেঁতেন। এখন কাগজত লিখিছে,—ৰাখী, মলয়া আৰু সুহাসিনীয়ে তিনিখন ছবিত একেধৰণৰ চৰিত্ৰৰ অভিনয় কৰিছে; —তেওঁলোকৰ ভিতৰত মলয়া শ্ৰেষ্ঠ।*

* অগ্নিস্নান চলচ্চিত্ৰখন আৰু ইয়াৰ মুখ্য অভিনেত্ৰী মলয়া গোস্বামীয়ে কেনেকুৱা স্বীকৃতি প্ৰাপ লাগিছিল, সেই বিষয়ে সেই সময়ত সৰ্বভাৰতীয় পৰ্যায়ত কিছু আলোচনা-বিলোচনা হৈছিল। বিচাৰক-মণ্ডলীৰ এগৰাকীয়ে লিখা প্ৰবন্ধও পঢ়িবলৈ পাইছিলো। সেইবোৰ আমাৰ কাৰণে আনন্দদায়ক আছিল। কিন্তু বিচাৰক-মণ্ডলীৰ মাজত থকা 'লবি' সম্পৰ্কীয় কথাৰ ওপৰত ব্যক্তিগতভাৱে মই গুৰুত্ব দিয়া নাছিলো, আৰু বিচাৰৰ ফলাফল মুক্ত মনেৰে গ্ৰহণ কৰিছিলো।

**১৯.৬.৮৬ :** ...প্ৰচণ্ড গৰম। ৰাইজকুৰ্ণী বৰা, প্ৰাঞ্জল শইকীয়া আৰু উৎপল দত্ত* আহিল। অসমীয়া ফিল্ম সম্পৰ্কে (আলোচনা আৰু) দিহা-পৰামৰ্শ। ... ৰাতি ভাত খোৱাৰ পাছত (৯-১০ বজাত) ললিত হাজৰিকা* আৰু চাৰিজন ভদ্ৰলোক আহিল। তেখেতসকলে শংকৰদেৱৰ ফিল্মখন সম্পৰ্কে মোৰ সহায় বিচাৰিলে।

* ৰাইজকুৰ্ণী বৰা চলচ্চিত্ৰ প্ৰযোজক আৰু পৰিচালক, প্ৰাঞ্জল শইকীয়া চলচ্চিত্ৰ আৰু মঞ্চ উভয়ৰে অভিনেতা আৰু উৎপল দত্ত ঘাইকৈ চলচ্চিত্ৰ আৰু সংস্কৃতিৰ অন্যান্য ক্ষেত্ৰৰ সমালোচক আৰু লেখক।
* ললিত কুমাৰ হাজৰিকা অসম চৰকাৰৰ বন বিভাগৰ মুখ্য বিষয়া আছিল। সেই সময়ত শ্ৰী মন্ত শংকৰদেৱৰ বিষয়ে এখন চলচ্চিত্ৰ নিৰ্মাণ কৰাৰ যি আয়োজন চলিছিল, হাজৰিকা সেই আয়োজনৰ লগত জড়িত আছিল।

**২৩.৬.৮৬ :** ...হীৰালাল ফুকনক* পইচা দিবলৈ (তেখেতৰ ধাৰ মাৰিবলৈ) গৈছিলো; লগ নাপালো। ...পুষ্পা ভূঞা* আহিল। অষ্ট্ৰেলিয়াৰ ছোৱালী এজনীক তেওঁ সত্ৰীয়া নাচ শিকাবলৈ অসমলৈ আনিব খোজে। তাৰ বাবে তেওঁক অসম চৰকাৰৰপৰা পঁচিছ হাজাৰ টকাৰ অনুদান এটা লাগে। ...

* হীৰালাল ফুকন অসম প্ৰশাসনিক সেৱাৰ বিষয়া আছিল। পাছলৈ তেখেতে সেই বাব

এৰি স্বাধীনভাৱে ব্যৱসায়ত মনোনিবেশ কৰিলে। চলচ্চিত্ৰ নিৰ্মাণৰ কামত লগাবলৈ তেখেতে মোক পাঁচ হাজাৰ টকা ধাৰলৈ দিছিল।

* পুষ্পা ভূঞা অসমৰ আগশাৰীৰ নৃত্যশিল্পী। ১৯৫৭ চনত শিৱসাগৰৰ পৰাগধৰ চলিহাই 'সোণ-ৰূপ নেওচি' নামৰ চলচ্চিত্ৰ এখন নিৰ্মাণৰ আঁচনি হাতত লৈছিল। সেইখনৰ বাবে নৃত্যশিল্পী, অভিনেতা আৰু অভিনেত্ৰীৰ খবৰ কৰিবলৈ শ্ৰী চলিহাই মোক লগত লৈ যোৰহাট, নগাঁও আৰু তেজপুৰ ভ্ৰমণ কৰিছিল। সেই তেতিয়াই শ্ৰীমতী ভূঞাৰ লগত মোৰ প্ৰথম দেখা-দেখি। তাৰ একৈছ বছৰৰ পাছত, ১৯৭৮ চনত আমি 'সন্ধ্যাৰাগ' চলচ্চিত্ৰখনৰ লগত মাদ্ৰাজত অনুষ্ঠিত ভাৰতৰ আন্তৰ্জাতিক চলচ্চিত্ৰ মহোৎসৱলৈ যাওঁতে শ্ৰীমতী ভূঞাৰ লগত ভালকৈ পৰিচয় হৈছিল। তেতিয়া তেওঁ শ্ৰী নৱকমল ভূঞাৰ পত্নী। নৱকমল ভূঞাক আমি সৰুতে নগাঁৱত ক্ৰিকেট খেলুৱৈ হিচাপে দেখিছিলো। এই ভূঞা দম্পতীয়ে মাদ্ৰাজত 'সন্ধ্যাৰাগ'ৰ লগত যোৱা ৰুণু দেৱী আৰু আমাৰ পৰিয়ালটোক সম্বৰ্ধনা জনোৱাত আগ ভাগ লৈছিল।

**২৫.৬.৮৬ :** ৯-৪৫ বজাত প্ৰান্তিকলৈ। তাৰ পৰা ভুতোৰ* তালৈ। অন্তৰীপৰ শেষ ফৰ্মাৰ প্ৰুফটো দিলো। ...ভুতোক ক'ভাৰৰ কথা বুজাই ক'লো। চন্দন চুতীয়াক* ফোনত ক'লো,—(বেটুপাতৰ ডিজাইনটো)—কাইলৈকে লাগে।

* ভুতো ঃ খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা। ১৯৬৩ চনৰ আগভাগত প্ৰফুল্ল শইকীয়াই এদিন মোক ক'লেহি,—লয়াৰ্ছ বুক ষ্টলৰ ভুতোৱে মোৰ গল্প সংকলন এখন প্ৰকাশ কৰিব খোজে। মই প্ৰস্তাৱটোত মান্তি হৈছিলো। সেই বছৰৰে শেষৰ ফালে ভুতোৱে মোৰ প্ৰথম চুটিগল্প সংকলন 'প্ৰহৰী' প্ৰকাশ কৰিছিল। সেয়াই আৰম্ভ। তাৰ পাছত, যোৱা আঠত্ৰিছ বছৰে ভুতোৱে মোৰ ভালেমান কিতাপ প্ৰকাশ কৰিছে, আৰু কেইবাখনো কিতাপ প্ৰকাশ কৰাৰ কথা কৈ আছে। যোৱা পাঁচ জুলাইৰ (২০০১ চনৰ) দিনা মই তেওঁৰ লগত ফোনত দীঘলীয়াকৈ কথা পাতিছিলো। তেওঁৰ গাটো বেয়া, চকুৰ অসুখ বেয়ালৈহে গৈছে, —এই দুটা কথা শুনাৰ পাছত মই ঘাইকৈ তেওঁৰ প্ৰতিষ্ঠানটোৰ বিষয়েই কথা পাতিছিলো। তেওঁক কোনে সহায় কৰিছে; তেওঁৰ পৰিবাৰ, জী-জোঁৱাইহঁতে দোকানলৈ আহি কামৰ কিছু দায়িত্ব লৈছেনে বা ল'বনে? শেষত মই মোৰ শিশু-ন্যাস সম্পৰ্কীয় আঁচনিৰ কথা, আৰু কেতিয়া তেওঁৰ সহায় লাগিব, সেই কথা কৈছিলো, আৰু তেওঁ মোক নিশ্চিন্ত হৈ থাকিবলৈ কৈছিল।

দহ জুলাইৰ ৰাতিপুৱাই প্ৰদীপ বৰুৱাই ফোন কৰি খবৰ দিলে,—আগনিশা ভুতো ঢুকাল।

মই এটা দিশত শূন্যতা অনুভৱ কৰিছোঁ। পাণবজাৰৰ লয়াৰ্ছ বুক ষ্টলত ভুতো নাই; ভাবিলেই কষ্ট অনুভৱ কৰোঁ।

* প্ৰফুল্ল শইকীয়া সম্পৰ্কত মোৰ ভাগিন। এওঁ এসময়ত আকাশবাণীৰ দিল্লী কেন্দ্ৰৰ পৰা অসমীয়া বাতৰি পঢ়িছিল। অসমলৈ আহি প্ৰথমতে তেনেই কম দিনৰ কাৰণে ৰাজনীতিত

যোগ দিছিল। পাছত তেওঁ ব্যৱসায়, পূৰ্ণদৈৰ্ঘ্য চলচ্চিত্ৰ (পানী) আৰু ঘাইকৈ তথ্যচিত্ৰ নিৰ্মাণৰ কামত নিজকে নিয়োগ কৰিছিল। সদৌ শেষত তেওঁ দূৰদৰ্শনৰ কাৰণে অনুষ্ঠান প্ৰস্তুত কৰিবলৈ লৈছিল। তেওঁৰ অকালমৃত্যু মোৰ কাৰণে বৰ দুঃখজনক ঘটনা।

* চিত্ৰশিল্পী চন্দন চুতীয়াই ঘাইকৈ 'সঁফুৰা' আলোচনীখনৰ ছবি আঁকা কামত মোক বৰ সহায় কৰিছিল।

**২৬.৬.৮৬ :** ... নেহৰু ষ্টেডিয়ামলৈ গ'লো। আজি ৰশ্মি বৰ আচৰিত ধৰণে দুখন মেচত হাৰিল। কল্পনাতীত। তাইক আজি খেলৰ শেষত প্ৰথম কন্দা দেখিলো। ময়ো মনে-মনে বৰ দুখ পালো। ...একোবাৰ ভাবোঁ,—কি দৰকাৰ ইমান কষ্ট কৰাৰ? আজি তাই দুয়োবেলা পৰীক্ষা (আগবেলা হিন্দী, পাছবেলা ছায়েন্স) দি আহিছে। কালি ৰাতি প্ৰায় শোৱাই নাই। পঢ়া আৰু খেল,—দুয়োটাতে সমানে ভাল কৰাটো সম্ভৱনে? ...

**২৮.৬.৮৬ :** ... নেশ্যনেল বুক ট্ৰাষ্টে* মোৰ 'আকাশ' নামৰ কিতাপখনৰ ছপা শেষ কৰিলে; কিন্তু প্ৰায় সাত বছৰৰ আগতে ড. মহেশ্বৰ নেওগ ছাৰে লিখি দিয়া পাতনিখন হেৰুৱালে। ছাৰে এতিয়া মোৰ পৰা আকৌ মোৰ কিতাপবোৰ আৰু সংকলনটোৰ বিষয়ে কিছু কথা জানিবলৈ বিচাৰিছে। সংকলটোত কি কি গল্প আছে এতিয়া ময়ো সঠিককৈ মনত পেলাব পৰা নাই।

* নেশ্যনেল বুক ট্ৰাষ্টে 'আদান-প্ৰদান' ছিৰিজৰ অধীনত 'আকাশ' কিতাপখন সংবিধান-স্বীকৃত সকলো ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ বাবে গ্ৰহণ কৰিছিল।

**২৯.৬.৮৬ :** ...নাটক লিখা কাম। দিনটো অইন কাম বিশেষ একো নকৰিলো। ৰাতি ৯-৩০ বজাত শুলো। ১১-৩০ বজাত জিণ্টিয়ে জগাই দিলে। বিশ্বকাপ ফুটবলৰ আৰ্জেণ্টিনা আৰু পশ্চিম জাৰ্মেনিৰ খেল চালো। আৰ্জেণ্টিনা জিকিল।

**৭ জুলাই, ১৯৮৬ :** কালি জগজীৱন ৰাম (ভাৰতৰ আগশাৰীৰ ৰাজনৈতিক নেতা) ঢুকাল। সেইকাৰণে উইম্বলডন টেনিছ প্ৰতিযোগিতাৰ পুৰুষৰ ফাইনেল খেলখন টিভিয়ে নেদেখুৱালে। কথাটো ঠিক হ'লনে?

**৮.৭.৮৬ :** ... আকাশবাণীত আজি ৰাতি মই লিখা কথিকা এটা প্ৰচাৰ হোৱাৰ কথা। লিখিবলৈ আৰম্ভ কৰিলো। ডেৰ ঘণ্টাত শেষ হ'ল। ... দুৰ্গেশ্বৰ বৰঠাকুৰক ক'লো, —আপোনাৰ যদি অসুবিধা নহয়, তেনেহ'লে এই লেখাটো ব্ৰডকাষ্ট নকৰোঁ। (লেখাটো সম্পৰ্কে) মোৰ মনটো খোলা হোৱা নাই। তেখেত মান্তি হ'ল। আবেলি অসম বাণীৰ অজিত ভূঞা আহিল,—এটা 'ইণ্টাৰভিউ'ৰ কাৰণে।

* অভিনেতা আৰু লেখক দুৰ্গেশ্বৰ বৰঠাকুৰ সেই সময়ত আকাশবাণী গুৱাহাটীৰ কথিকা

প্ৰচাৰৰ এটা ভাগৰ দায়িত্বত আছিল। যোৱা শতিকাৰ পঞ্চাছৰ দশকৰ শেষ ভাগতে তেখেতৰ লগত মোৰ বন্ধুত্ব আৰম্ভ হৈছিল। তেখেতৰ মৃত্যু মোৰ কাৰণে অভাৱনীয় আছিল।

* অজিত ভূএগ বৰ্তমানে 'আজি' নামৰ দৈনিক কাকত আৰু 'নতুন সময়' নামৰ সাপ্তাহিক কাকতৰ সম্পাদক।

**৯.৭.৮৬ :** ৪-১৫। ঘৰৰ কাম। প্ৰান্তিকৰ কাম। শেষপৃষ্ঠা। ৯-৩০ বজাত ওলালো। প্ৰান্তিকত সোমালো। কুলদীপ নায়াৰৰ লেখাটোৰ ... টোকাটো সলালো। ১২-৩৫ বজাত পাঠশালা। আখৰাৰ আৰম্ভণিৰ মাংগলিক কাৰ্য (আৱাহন থিয়েটাৰৰ।) ১-৪০ বজাত গুৱাহাটীলৈ। ৪ বজাত দূৰদৰ্শন কেন্দ্ৰ। ধীৰেন্দ্ৰ নাথ বেজবৰুৱাই ('অগ্নিস্নান'ৰ ৰাষ্ট্ৰীয় প্ৰচাৰৰ লগত ব্যৱহাৰ কৰিবলৈ) এটা ইণ্টাৰভিউ ল'লে। ৬-১০ পাঠশালালৈ। ৮-৩৫ পাঠশালা। ...তাত তেতিয়া অতিথি-আপ্যায়নৰ কাম চলি আছে। ...

**১৭.৭.৮৬ :** ...বহু 'পাৰ্টি' হোৱাৰ কাৰণে ভাল ভ্ৰাম্যমাণ থিয়েটাৰ দল এটা গঢ়াত কিমান অসুবিধা হৈছে, সেইটো থিয়েটাৰৰ লোকসকলে বুজিছে, আৰু তাৰ কুফল প্ৰত্যেকে অনুভৱ কৰিছে। শিল্পী নাই, নাটক নাই, টকাৰ যোগান নাই! আনকি আৱাহনৰ অৱস্থা দেখিয়েই মই হতবাক। শুদ্ধভাৱে অসমীয়া ক'ব পৰা অভিনেতা-অভিনেত্ৰী নাই।

**১৮.৭.৮৬ :** ... শোৱাৰ পৰা উঠি লগে-লগে চাহ একাপ খোৱাটো—অভ্যাস—প্ৰায় নিচাত পৰিণত হৈছে। গতিকে প্ৰবাসত অসুবিধা হয়। আনকি কলিকতাৰ অসম ভৱনতো* আজিকালি এপিয়লা চাহৰ বাবে ৬-৩০ বজালৈ ৰ'ব লাগে। মই ৫ বজাত ওলাই গৈ পাঞ্জাবীৰ দোকানত (ফুটপাথৰ) চাহ খাওঁ। ইয়াত (পাঠশালাত) চাহ-ভাতৰ ৰান্ধনিহঁত ৰাতি ইমান পলমকৈ শোৱে যে—কাকো জগুৱাবলৈ মন নাযায়। ফলত মোৰ পুৱাই মেজাজটো বেয়া হৈ যায়।* ...

* কলিকতাৰ অসম-ভৱনৰ চাহ দিয়া ল'ৰাহঁতক এবাৰ কৈছিলো,—আগতে পুৱা পাঁচ বজাত বুলিলে পাঁচ বজাত, চাৰে পাঁচ বজাত বুলিলে চাৰে পাঁচ বজাত চাহ পাইছিলো। আজিকালি দেখোন ছাৰে ছয় বজাৰ আগতে তোমালোকৰ দেখাদেখিয়েই নাই! কিয় এনে অৱস্থা? তেওঁলোকে কৈছিল,—বাবুসকলে ৰাতি বাৰ বজাত, এক বজাত শুবলৈ লয়হে। ৰাতিপুৱা চাহ দিবলৈ সোনকালে দুৱাৰত টুকৰিয়ালে আমাক তেখেতসকলে বৰ গালি পাৰে।

* পাঠশালাৰ চাহ পিয়লাৰ কথাটো পোন্ধৰ বছৰৰ আগৰ। আজিকালি অৱস্থাটো একেবাৰে বেলেগ হ'ল।

**২৩.৭.৮৬ :** ... পুৱা বেলা ছোৱালী এজনী আহিছিল। তেওঁ এম. এ. পাছ। দেউতাকে আকৌ বিয়া কৰাই অইন ঠাইত থাকিবলৈ ল'লে। ছোৱালীজনীয়ে এঠাইত চাকৰি কৰিছিল;

ওপৰৱালাই বেয়া ব্যৱহাৰ কৰিলে; —চাকৰি এৰি গুচি আহিল। তেওঁৰ অভিনয় কৰাৰ চখ। ... কবিতা লিখে।

**৫ আগষ্ট, ১৯৮৬ :** 'অন্তৰীপ' উপন্যাসখনৰ বিক্ৰি আৰম্ভ হৈ গ'ল, কিন্তু ১৩৭ নম্বৰ পৃষ্ঠাত এটা ডাঙৰ ভুল থাকি গ'ল। প্ৰান্তিকত ছপা হোৱা বাৰ নম্বৰ খণ্ডটো বাদেই পৰি গ'ল। ...ভুতোৰ পৰিবাৰ ৰীণা আৰু কম্পজিটৰ দুজনক মাতি আনি, শুদ্ধিপত্ৰখন কেনেকৈ কৰিব লাগে বুজাই ক'লো।

পাছবেলা জনতা ভৱনত সাংস্কৃতিক উপদেষ্টা সমিতিৰ প্ৰথম মিটিং। মুখ্যমন্ত্ৰী (সমিতিৰ সভাপতি) ...। সদস্যসকলৰ মাজৰ পৰা মোক প্ৰথমে ক'বলৈ দিয়াত মই অসমৰ সংস্কৃতিৰ চৰ্চা, প্ৰসাৰ, সৃষ্টি,—এই সকলোৰে বাবে—এক বিৰাট কেন্দ্ৰীয় প্ৰতিষ্ঠান—কলা-কেন্দ্ৰ—Cultural Complex গঢ়াৰ কথা ক'লো। আজি বহু বছৰে যিটো বস্তু মই সপোনত দেখি আছোঁ, তাৰ কথা ক'লো। সকলোৱে কথাটো সমৰ্থন কৰিলে।

**১৮.৮.৮৬ :** নিজৰ নাটকখনৰ কথা মই বুজোঁ। কিন্তু অইনে লিখা নাটকৰ যিখিনি অসুবিধা পাওঁ, সেইখিনি নাতৰোৱাকৈ ৰিহাৰ্ছেল কৰাব নোৱাৰোঁ। বিবেক আৰু ৰুচিয়ে নকয়। আটাইতকৈ ভাল কথাটো হ'ল,—ভৱিষ্যতলৈ নিজে লিখা নাটকৰ বাহিৰে অইনে লিখা নাটক পৰিচালনা কৰিবলৈ দায়িত্ব নোলোৱা। (আগতে পঢ়ি চাই ভাল পালেহে দায়িত্ব ল'ব লাগে; মাজতে সোমাব নালাগে।)

**৫ ছেপ্টেম্বৰ, ১৯৮৬ :** ...পাছবেলা মিটিং এখন আছে; কথাখিনি জুকিয়াই ল'লো। —এদিন দৰমহা, সা-সুবিধা,—সকলো শিক্ষকসকলে বিচৰামতেই হ'ল। (ধৰি ললো)। আৰু একো দাবী নাই, একো অসুবিধা নাই। তাৰ পাচত কি থাকিল? থাকিল শিক্ষক মানুহজন। এই মানুহজনৰ ভাবমূৰ্তি মেঘাচ্ছন্ন হৈ থাকিলে বৰ অপকাৰ হয়। ছাত্ৰ-শিক্ষকৰ পাৰস্পৰিক মৰম-শ্ৰদ্ধাৰ ভাব আজি বৰ বেয়া অৱস্থাত আছে। এই অৱস্থা টকা-পইচা, ইটা-ছিমেণ্ট, আইন-আদালতে নাইকিয়া কৰিব নোৱাৰে। গতিকে শিক্ষকসকলৰে এটা চামে এই দিশটোৰ ওপৰত চকু ৰাখিব লাগে। এই কামৰ বাবে তেখেতসকলৰ সংগঠনৰ এটা সুকীয়া sub-committee থাকিব লাগে।

আবেলিৰ সভাত ড. মহেশ্বৰ নেওগ, ড. দেব প্ৰসাদ বৰুৱা, মই, মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, আয়ুক্ত কমলেশ্বৰ বৰা আদি। বিজুলী নাই। মমবাতিৰেই কাম চলিল।

**৮.৯.৮৬ :** ... Film Fareখন আনি চালো। মলয়াই কিয় best actressঅৰ বঁটা নাপালে, সেই বিষয়ে এজন বিচাৰকে নিজে লিখিছে।

**১০.৯.৮৬ :** ... নিজৰ কাম আৰু চৰকাৰী কামৰ মাজত যে কিমান পাৰ্থক্য! মোৰ ঘৰৰ কাম মই যি আগ্ৰহ আৰু উদ্যমেৰে কৰোঁ, তেনেকৈয়ে মোৰ দায়িত্বত থকা চৰকাৰী বা ৰাজহুৱা কামো কৰোঁ। কিন্তু যিসকলে হাতে-কামে কামটো কৰিব লাগে, তেওঁলোকৰ গা নলৰিলে মই কি কৰোঁ? জ্যোতি চিত্ৰবনৰ বাথৰুম-লেট্ৰিনবোৰ তেওঁলোকৰ ঘৰৰ বস্তু হোৱা হ'লে এনেকৈ থাকিলহেঁতেন নে?

**১৫.৯.৮৬ :** ... মুখ্যমন্ত্ৰীৰ লগত সৰু ছিনেমা হল* সম্পৰ্কে এম.এল.এ.সকলৰ মতামত লোৱা, সাংস্কৃতিক কেন্দ্ৰটোৰ বাবে মাটিৰ ব্যৱস্থা কৰা, জ্যোতি চিত্ৰবন ষ্টুডিঅ' ছছাইটিৰ নিয়মাৱলী সংশোধন কৰা, ছছাইটিখনৰ কাৰণে সুকীয়া ছেক্ৰেটেৰিৰ* ব্যৱস্থা কৰা, চলচ্চিত্ৰ বিত্তীয় নিগমৰ বাবে সুকীয়া মেনেজিং ডাইৰেক্টৰৰ ব্যৱস্থা কৰা,—এইবোৰ বিষয়ৰ আলোচনা। ৪৫ মিনিটমান।

* সেই সময়ত অসমৰ এশটামান সৰু ছিনেমা হল নিৰ্মাণ কৰাৰ কথাটো ওপৰলৈ উঠিছিল। মই ব্যক্তিগতভাৱে এটা কথাত জোৰ দিছিলো ঃ ছিনেমা হলবিলাক যেতিয়া হয় হ'ব; কিন্তু তাৰ বাবে মাটিবোৰ এতিয়াই আছুতীয়াকৈ থোৱাটো প্ৰয়োজনীয়। কাৰণ পাছলৈ উপযুক্ত ঠাইত মাটি পোৱাটো টান হ'ব। কিন্তু আমি লক্ষ্য কৰিছিলো,—কোনো কোনো ঠাইৰ মানুহে—"আমাৰ ইয়াত ছিনেমা হল নালাগে; ল'ৰা-ছোৱালী নষ্ট হ'ব"—বুলিও কয়। গতিকে আমি মুখ্যমন্ত্ৰীক পৰামৰ্শ দিছিলো,—এম.এল.এ.সকলে যদি তেখেতসকলৰ নিজ-নিজ সমষ্টিৰ কোন ঠাইত ছিনেমা হল এটা হোৱাটো বাঞ্ছনীয় সেই বিষয়ে পৰামৰ্শ দিয়ে, তেনেহ'লে সেই পৰামৰ্শ বিবেচনা কৰি একোটা সিদ্ধান্তত উপনীত হ'ব পৰা যায়, আৰু সংশ্লিষ্ট উপায়ুক্ত বা মহকুমা-অধিপতিৰ হতুৱাই উপযোগী মাটি অধিগ্ৰহণ কৰাব পৰা যায়। 'ছিনেমা হলৰ বাবে নিৰ্বাচিত ঠাই' বোলা একোখন ছাইনব'ৰ্ডো যদি অসমৰ এশডোখৰ ঠাইত পুতি থ'ব পৰা গ'লহেঁতেন, সেইটোৱেই এখন ডাঙৰ আঁচনিৰ শুভাৰম্ভ বুজালেহেঁতেন।

সেইবোৰৰ একো নহ'ল।

* জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ৰ ছেক্ৰেটেৰি আৰু চলচ্চিত্ৰ বিত্তীয় নিগমৰ মেনেজিং ডাইৰেক্টৰৰ কাম ৰবীন্দ্ৰ ভৱনৰ পৰা অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালকগৰাকীয়েই চলাইছিল। মই উক্ত প্ৰতিষ্ঠান দুটাৰ কাৰ্যনিৰ্বাহক বিষয়া দুজন (বা বিষয়াজন) নিয়মীয়াকৈ জ্যোতি চিত্ৰবন চৌহদত বহি কাৰ্যনিৰ্বাহ কৰা সুকীয়া বিষয়া হোৱাটো বিচাৰিছিলো। সেই পৰিবৰ্তনটো ঘটিছিল। মোৰ মতে সেই দুয়োটা বাব একেজন বিষয়াই বহন কৰাটো যুক্তিযুক্ত আছিল।

**১৮.৯.৮৬ :** ... মোক বিজয় বাবুৱে (বিজয় চাটাৰ্জীয়ে) অমিতাভ চৌধুৰীৰ তালৈ লৈ

গ'ল। (দৰ্পহৰণ) গল্পটোৰ দুটামান কথা আলোচনা কৰিবলৈ। সৌমিত্ৰ চাটাৰ্জীও সেই সময়তে ওলালহি। ভালেমান কথাৰ আলোচনা হ'ল। ফিল্মৰ hero বুলিলে যেনেকুৱা মানুহৰ কথা মনলৈ আহে, সৌমিত্ৰ চাটাৰ্জী তেনেকুৱা মানুহ নহয়। Sensible ভদ্ৰলোক। যুক্তিপূৰ্ণ মন আৰু চিন্তাৰ অধিকাৰী।

এঘৰত video-অত 'দাদাজী' (ঠাকুৰদা) চালো। তাৰ পাছত বালিগঞ্জত moviola-ত 'মাল্যদান'ৰ তিনি ৰিল চালো। অভিনেতা-অভিনেত্ৰী বাছিবলৈ। সন্ধিয়া উষা গাংগুলীৰ লগত দেখা। তেখেতে দৰ্পহৰণৰ সংলাপখিনি হিন্দীলৈ অনুবাদ কৰিব। তেখেত নাটকৰ মহিলা। 'ৰংগকৰ্মী' নামৰ প্ৰতিষ্ঠান এটাৰ গুৰি ধৰোঁতা। নাটকৰ বিষয়ে বহু কথাৰ আলোচনা হ'ল। ৰাতি অসম ভৱনত অৰুণ বাবুৰ (অৰুণ গুহঠাকুৰতাৰ) লগত আলোচনা কৰি অভিনেতা-অভিনেত্ৰীৰ তালিকা এখন কৰিলো।

দিনত বিজয় বাবুৱে outdoor shooting-অৰ কাৰণে চাৰিটা ঘৰো দেখুৱালে।*

* ইতিমধ্যে মই 'দৰ্পহৰণ' গল্পটোৰ চিত্ৰনাট্য আৰু সংলাপ লিখি উলিয়াইছিলো। কামটো বাংলা ভাষাতে কৰিছিলো। সেই কাকত-পাতিবোৰ লৈ ১৭.৯.৮৬ তাৰিখে কলিকতালৈ গৈছিলো। চলচ্চিত্ৰখন হিন্দী ভাষাত নিৰ্মাণ কৰা হ'ব; গতিকে বিজয় বাবুৱে আগতীয়াকৈ উষা গাংগুলীৰ লগত বন্দবস্ত কৰি থৈছিল। 'দাদাজী' আৰু 'মাল্যদান' নামৰ দুটা খণ্ড ইতিমধ্যে অন্য পৰিচালকে নিৰ্মাণ কৰি উলিয়াইছিল।

**২২.৯.৮৬ :** কোহিমা। প্ৰান্তিকলৈ অহা গল্প কেইটামান পঢ়িলো। আঠ বজাত দুজনমানে আমাক খোৱা ঘৰটোলৈ নিলে। চাহ-তাহ খাই সভাঘৰলৈ গ'লো। কেন্দ্ৰৰ মন্ত্ৰীগৰাকী (শ্ৰীমতী কৃষ্ণা শ্বাহী) আৰু Cultural Dept.-অৰ Secretary-গৰাকী সভাখনৰ বাবে একেবাৰে সাজু হৈ অহা নাছিল। পিছপৰা ...ঠাইত সভা হৈছে কাৰণে তেওঁলোকৰ মনত এটা অৱহেলাৰ ভাবো আছিল হ'বলা। গৱৰ্নৰগৰাকীয়ে কিন্তু বুজি-বাজি কাম কৰিছিল। আমি (শ্ৰী পৰাগধৰ চলিহা, ড. নগেন শইকীয়া, ড. বীৰেন্দ্ৰ নাথ দত্ত, শ্ৰী কমলেশ্বৰ বৰা আৰু মই) ভুল কথাবোৰ ধৰিলো। সভাৰ আধাখিনি কাম বন্ধ হৈ গ'ল। গোটেই দিন হ'বলগা মিটিং বাৰ বজাতে শেষ। কাইলৈ Executive Committeeৰ মিটিং হোৱাৰ প্ৰশ্নই ন'ই; কাৰণ কমিটিখন গঠিত নহ'লৈই।

দুপৰীয়া মুখ্যমন্ত্ৰীয়ে দিয়া ভোজ। বেণ্ড পাৰ্টি, মিউজিক পাৰ্টি, ভাল-ভাল খাদ্য। তাৰ পৰা সৈনিকৰ 'মৰিশালি' চাবলৈ গ'লো। মনটো গধুৰ হৈ পৰিল। মিউজিয়াম চালো। গধূলি ডনবস্ক'ত সাংস্কৃতিক অনুষ্ঠান। ৰাতি খোৱাৰ পাছত কোহিমা সাহিত্য সভাৰ সভাপতিৰ ঘৰত কথা-বতৰা।

**২৩.৯.৮৬ :** ৬ বজাত কোহিমাৰ পৰা ডিমাপুৰলৈ। গাড়ীৰে। ১১-১৫ —গুৱাহাটীলৈ। প্লেনেৰে। ... কোহিমা-ডিমাপুৰ এই বাটছোৱাত ড. নগেন শইকীয়াৰ লগত ৰাইজ আৰু

দেশৰ কিছু কথা আলোচনা কৰিলো। বিশেষকৈ cultural complex-অৰ প্লেনটোৰ কথা ক'লো।*

* কোহিমাত North Eaet Zone Cultural Centre-অৰ সাধাৰণ পৰিষদৰ সভা পতা হৈছিল। আমি অসমৰ সদস্য হিচাপে তালৈ গৈছিলো।

**২৫.৯.৮৬ :** ... বাতৰিকাকতত পালো—যতীন দেৱ (যতীন্দ্ৰ নাৰায়ণ দেৱ) ঢুকাল। তেখেতৰ ঘৰলৈ গ'লো। ইমান ওচৰতে থাকোঁ,—অথচ কালি কথাটোৰ গমকে নাপালো। বিদেশৰ পৰা আহি বিশ্ববিদ্যালয়ত চাকৰি লোৱাৰ পাছতে তেখেতে (শ্ৰী দেৱে) 'নৱযুগ'ৰ বাবে মোৰ লগত যোগাযোগ কৰিছিল। সেই লক্ষ্মী প্ৰিণ্টিং প্ৰেছত তেখেতৰ কোঠাত বহি আলোচনা কৰাৰ কথা মনত পৰে। ...মানুহজন আৰু নাই।*

গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলৰ সভাত ময়ে পৰামৰ্শ দিছিলো,—(অসম চৰকাৰৰ) সংগীত মহাবিদ্যালয়খনৰ খবৰ বিশ্ববিদ্যালয়ে ৰাখিব লাগে,—কাৰণ (ছাত্ৰ-ছাত্ৰীসকলক) ডিগ্ৰি বিশ্ববিদ্যালয়েহে দিব। একাডেমিক কাউন্সিলে সেই পৰামৰ্শ অনুসৰি এখন কমিটি গঠন কৰি দিছিল। আজি সংগীত মহাবিদ্যালয়ৰ অধ্যক্ষৰ কোঠাত সেই কমিটিৰ বৈঠক বহিল। ড. মুকুন্দ মাধৱ শৰ্মা, ড. বীৰেন্দ্ৰ নাথ দত্ত আৰু মই সদস্য। ...

* যতীন্দ্ৰ নাৰায়ণ দেৱ আৰু তেখেতৰ ভায়েক ৰাজেন্দ্ৰ নাৰায়ণ দেৱে লগ লাগি 'নৱযুগ' নামৰ সাপ্তাহিক আলোচনীখন উলিয়াবলৈ লৈছিল। সেয়া ১৯৬১ চনৰ কথা। কবি শ্ৰী হীৰেন ভট্টাচাৰ্যই মোক প্ৰথমে দেৱসকলৰ ওচৰলৈ লৈ গৈছিল। মোৰ লগত বন্দবস্ত হৈছিল— মই প্ৰতি সংখ্যাত এটা শিতানত কিছু কথা লিখিব লাগিব। লিখিছিলো। শিতানটোৰ নাম দিছিলো 'দৃষ্টিপাত' আৰু লিখিছিলো 'প্ৰহৰী' ছদ্মনাম লৈ। এই কামৰ বাবে মোক দেৱসকলে মাহে দুশ টকাকৈ দিছিল। মই বিশ্ববিদ্যালয়ত 'ফুলটাইম' চাকৰি কৰি মাহে পাওঁ মুঠতে চাৰিশ ত্ৰিছ টকা, আৰু সপ্তাহত চাৰিটা লেখা লিখিয়েই পাওঁ দুশ টকা; —এইটো মোৰ কাৰণে বিস্ময়জনক ঘটনা আছিল। আলোচনীখনৰ সম্পাদক আছিল ড. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু সহকাৰী সম্পাদক আছিল কবি নীলমণি ফুকন।

**২৬.৯.৮৬ :** ...ৰাতি দিল্লীৰ ড. নগেন শইকীয়ালৈ ফোন কৰিলো। তেখেতক অগ্নিস্নানৰ feesখিনিৰ খবৰ কৰিবলৈ অনুৰোধ কৰিছিলো।* তেখেতে খবৰ কৰিলে। চে'কখন বোলে ১২।৯।৮৬ তাৰিখেই লিখা হৈছে।

আজিলৈ প্ৰায় ১৫০০ টকা ট্ৰাংক কলত খৰচ কৰিলো;—কিমানক যে কিমান অনুৰোধ কৰিলো;—শেষত আচল কামটো ড. শইকীয়াইহে কৰিলে। কৃতজ্ঞ । পৰহি (মৰিগাঁৱৰ) অশোক ডেকা আহিছিল। তেওঁক পাঁচ হাজাৰ টকা দিবলৈ আছে। কিমান বেয়া লাগে! অথচ মই পাঁচ লাখ টকা পাবলৈ আছে! মুখৰ প্ৰশংসা, সহানুভূতিৰে পেট নভৰে। চে'কখন পোৱাত যি মোক দিল্লীত সহায় কৰিলে তেওঁহে মোৰ কাৰণে কামৰ মানুহ।

* দূৰদৰ্শনে 'অগ্নিস্নান' চলচ্চিত্ৰখন প্ৰচাৰ কৰাৰ বাবদ পাবলগীয়া টকাখিনিৰ বাবে অধীৰ আগ্ৰহেৰে বাট চাই আছিলো। ড. নগেন শইকীয়া সেই সময়ত ভাৰতৰ ৰাজ্যসভাৰ সদস্য আছিল। লিখা-মেলা ক্ষেত্ৰখনৰ জৰিয়তে তেখেতৰ লগত মোৰ এটা ভাল সম্পৰ্ক স্থাপিত হৈছিল। দূৰদৰ্শনৰ চে'কখনৰ কাৰণে অৱশেষত মই ড. শইকীয়াৰ সহায় বিচাৰিছিলো।

**১ অক্টোবৰ, ১৯৮৬ :** ...আজি দূৰদৰ্শনৰ চে'কখন পালো। পাঁচলাখ টকাৰ চেক,— ইমান বেয়া হাতৰ-আখৰেৰে লিখা! ইমান বেছি টকাৰ চে'ক (মোৰ নামত) ইমান বেয়া আখৰেৰে লিখা আগতে কেতিয়াও দেখা নাই। গধূলি হিচাপ কৰিলো,—দিবলগীয়া আছে (মোৰ পাৰিশ্ৰমিক ধৰি) পাঁচলাখ উনৈশ হাজাৰ টকা। হ'ব। বৰ ডাঙৰ উশাহ। ...শ্ৰী হিতেশ্বৰ শইকীয়াৰ (আগৰ মুখ্যমন্ত্ৰীৰ) কাঠৰ পাৰমিট সম্পৰ্কীয় কে'ছটোৰ অভিযোগনামা আৰু শ্ৰী শইকীয়াৰ স্পষ্টীকৰণৰ কপি এটা পালো। তেখেতে মোলৈ পঠিয়াইছে। মোৰ মতে সকলো কাম নীতিমতে, সন্মানজনকভাৱে হ'ব লাগে।*

* শ্ৰীহিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী হৈ থাকোঁতে কাঠৰ পাৰমিট দিয়া সম্পৰ্কীয় এটা ঘটনা দূৰ্নীতিমূলক আছিল বুলি পাছৰ অসম গণ পৰিষদ চৰকাৰে কিছুমান কাৰ্যব্যৱস্থা হাতত লৈছিল। পাছৰ চৰকাৰৰ অভিযোগবোৰ খণ্ডন কৰি শ্ৰী শইকীয়াই কিছু কথা তেখেতৰ স্পষ্টীকৰণ-কাকতত লিপিবদ্ধ কৰিছিল। সেইখিনি পঢ়াৰ পাছত হোৱা মোৰ প্ৰতিক্ৰিয়াটো আছিল,—পাছৰ চৰকাৰখনে কামবোৰ নীতিমতে, সন্মানজনকভাৱে কৰিব লাগে।

**২.১০.৮৬ :** ...ফ্ৰান্সৰ নণ্ট্ (Nantes) ফেষ্টিভেলৰ (চলচ্চিত্ৰ মহোৎসৱ) পৰা নিমন্ত্ৰণ আহিছে।*

* 'অগ্নিস্নান' চলচ্চিত্ৰখন সেই মহোৎসৱৰ বাবে নিৰ্বাচিত হৈছে। গতিকে মহোৎসৱ কৰ্তৃপক্ষই পৰিচালক হিচাপে মোক মহোৎসৱলৈ নিমন্ত্ৰণ কৰিছে।

**৪.১০.৮৬ :** ...দিল্লীৰ শংকৰ বাসুলৈ (ভাৰত চৰকাৰৰ চলচ্চিত্ৰ মহোৎসৱ সঞ্চালকালয়ৰ বিষয়া) ফোন কৰিলো। তেওঁ ক'লে— নণ্ট্ ফেষ্টিভেলে অগ্নিস্নানৰ ফ্ৰেঞ্চ ছাবটাইটল থকা প্ৰিন্ট বিচাৰিছে। মই ভাবিলো,—এইবিলাক কথা এওঁ আগতে নকয় কিয় ?...

**৯.১০.৮৬ :** ... 'শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰ'ৰ আঁচনিখনৰ আৰু এটা কপি কৰিবলগীয়া হ'ল। কৰিলো। মুখ্যমন্ত্ৰীৰ অফিছ। মই চিঠিখন P.A.ৰ হাতত দিয়েই গুচি আহিম বুলি ভাবিছিলো; মুখ্যমন্ত্ৰীয়ে ৰ'বলৈ ক'লে। তেওঁ আঁচনিখন পঢ়িলে। ...মই ক'লো,— আজি ৰামকৃষ্ণ মিশ্যন বুলিলে সমগ্ৰ পৃথিৱীত সকলোৱে কিবা এটা অনুভৱ কৰে। শংকৰদেৱৰ নামত ডাঙৰকৈ কিবা এটা পাতিব লাগে।

**১২.১০.৮৬ :** ...ৰশ্মিক লৈ ওলাই গ'লো। এজন ৰিক্সাৱালাক গণেশগুৰিত থৈ আহিবলৈ কওঁতে তেওঁ নোৱাৰিব বুলি ক'লে। বৰ খং উঠিল। এইটো ৰাজ্যখনৰ এটা বেমাৰত পৰিণত হৈছে। মই ৰিক্সাখনত উঠি বহি ল'লো। —তই নাযাবি কিয়? বিপদত পৰিছোঁ, পইচা দিম, তই নাযাবি কিয়? কিয় নাযাবি মোক বুজা। —মোৰ মূৰ্তি দেখি ৰিক্সাৱালা একেবাৰে চেঁচা হৈ গ'ল। তেওঁ আমাক গণেশগুৰিত থৈ আহিলগৈ। ... তেওঁ বাৰে-বাৰে মোক সুধিলে,— বেয়া পাইছে নে কি বাবু? মই ক'লো, —নাই পোৱা। কিন্তু তোমালোকৰ অভ্যাসবোৰ বৰ বেয়া হৈছে।

**১৩.১০.৮৬ :** ... দিল্লীৰ উৰ্মিলা গুপ্তাৈলে ফোন কৰিলো। তেওঁ ক'লে, —মই (অগ্নিস্নানৰ) প্ৰিন্ট এটা দিব লাগিব, ইংৰাজী spotting sheet দিব লাগিব, তেওঁলোকে ফ্ৰেঞ্চ subtitle কৰাই ল'ব। ভাল পালো।*...

কালি ভবেন বৰুৱা আহিছিল। তেতিয়া টিভিত মৃণাল সেনৰ 'এক দিন প্ৰতিদিন' চলি আছিল। বৰুৱাকো বহিবলৈ ক'লো। (প্ৰস্তাৱিত) 'সাংস্কৃতিক কেন্দ্ৰ'টো সম্পৰ্কে আলোচনা। বৰুৱাৰ মতে,—কেন্দ্ৰটোৰ 'সাংস্কৃতিক মান' ৰক্ষা কৰাটো এটা ডাঙৰ কথা হ'ব। চৰকাৰৰ ৰাজনীতিৰ লগে-লগে সি উঠা-নমা কৰিবলৈ ল'লে উদ্দেশ্য সফল নহ'ব।

* পাছত বোম্বাইলৈ গৈ ফৰাছী ভাষাত ছাবটাইটল কৰা কামটোত সঞ্জীৱ হাজৰিকাই (চলচ্চিত্ৰ পৰিচালক) সহায় কৰি দিছিল।

**১৫.১০.৮৬ :** ... দেওবাৰৰ ষ্টেটছমেন কাকতত...যশোধৰা দাশগুপ্তাই 'অগ্নিস্নান' আৰু 'পৰমা'ৰ (অপৰ্ণা সেনে পৰিচালনা কৰা বাংলা ভাষাৰ চলচ্চিত্ৰ) তুলনামূলক প্ৰবন্ধ এটা লিখিছে। পৰমাতকৈ মেনকাৰ চৰিত্ৰাংকন আৰু সামগ্ৰিক ট্ৰিটমেণ্ট তেখেতে বেছি justified আৰু consistent বুলি ভাবিছে। ...

**২১.১০.৮৬ :** পাছবেলা State Libraryলৈ। জ্যোতিৰূপাৰ একাংক নাটক প্ৰতিযোগিতা উদ্বোধন কৰিলো। পাঁচ মিনিটমান কথা ক'লো। এটা কথা মন কৰিলো। মই কৈছিলো, —বহুতে দুৰ্বোধ্য বুলিলেও প্ৰকৃত আধুনিক কবিতা, আধুনিক চিত্ৰকলা সুন্দৰ আৰু মহান। কোনোবাই এই কাম সহজ বুলি ফাঁকি মাৰিব পাৰে; চুটি-দীঘল শাৰীৰে 'আধুনিক কবিতা' লিখিব পাৰে, আঁকবাঁক কৰি 'আধুনিক' চিত্ৰ আঁকিব পাৰে; কিন্তু সেইবোৰ তিষ্ঠি নাথাকে, সময়ত ধৰা পৰে। চিন্তাৰ সততা আৰু প্ৰতিভাৰ লগত প্ৰকৃত আধুনিকতাৰ সম্পৰ্ক আছে। —ইত্যাদি। অলপ পাছতে স্মৃতিগ্ৰন্থ মুকলি কৰা বক্তৃতাত ...ক'লে,—ড. শইকীয়াই কৈ গৈছে, —আধুনিক কবিতা ভাল বস্তু নহয়। —মই জাঁপ মাৰি উঠিলো। ... সেইটো কথা মই কেতিয়া ক'লো?

**২৩.১০.৮৬ :** ...আবেলি সংগীত নাটক একাডেমিয়ে পতা নাট সমাৰোহ। উদ্বোধন অনুষ্ঠান আৰু নাটক। ন বজাত ছাৰ্কিট হাউছত ডিনাৰ। ...কিয় জানো যাবলৈ উৎসাহ অনুভৱ নকৰিলো। ...মানুহৰ সংশ্ৰৱ, মানুহৰ আগত দেখা দিয়া,—এইবোৰৰ প্ৰতি জন্ম হোৱা বিকৰ্ষণ এতিয়া বাঢ়িছে। ক'লৈকো নগ'লো। দীপক বেজবৰুৱা আহিল।* তেওঁক ২২০ টকা দিবলৈ বাকী আছিল। অসমীয়া ছিনেমাৰ উন্নতি আৰু ভাল ছবিৰ কথা ওলাল। এবাৰ ক'লো,— চোৱা দীপক, টিভিৰ পইচাখিনি নোপোৱা হ'লে আজি হয়তো তোমাক মই এই ২২০ টা টকাও দিব নোৱাৰিলোহেঁতেন।

* দীপক বেজবৰুৱাই তোলা ভালেমান ফটো প্ৰান্তিকত ছপা হৈছিল; সেই সূত্ৰেই তেওঁৰ লগত মোৰ প্ৰথম পৰিচয়। ফট'গ্ৰাফিৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিভা প্ৰশংসনীয়। তেওঁ 'অগ্নিস্নান' চলচ্চিত্ৰখনৰ ষ্টিল ফট'গ্ৰাফিৰ কিছু কাম কৰি মোক সহায় কৰিছিল।

**৫ নৱেম্বৰ, ১৯৮৬ :** ...আগৰ বহুত কথা লিখি নথ'লো। কিছুমান কথা মাজে-মাজে মনত পৰে। আজি হঠাতে মনত পৰিল,—বেণুধৰ শৰ্মাৰ (বুৰঞ্জীবিদ, সাহিত্যিক) লগত এদিন ৰামপুৰ-ছয়গাঁৱৰ ফালে এখন সভালৈ (বিশিষ্ট অতিথি, নিৰ্দিষ্ট বক্তা—এনেকুৱা কিবা হৈ) গৈছিলো। মই বক্তৃতা দিয়াৰ পাছত তেখেতে মোক কৈছিল,—খৰ হৈছে। লাহে লাহে ক'বা। ...

**৬.১১.৮৬ :** ...আজি অসম বন্ধ। নলবাৰীত এজন যুবক পুলিছৰ গুলীত মৰিল। ৰাতি দুইমান বজাত। তাৰে প্ৰতিবাদত। কিন্তু চৰকাৰে ছাত্ৰসন্থাৰ সকলো দাবী মানি লৈছিল; তথাপি কিয় অসম বন্ধ পালন কৰা হ'ল বুজি নাপালো। লক্ষণবোৰ ভাল নহয়। লোভ আৰু স্বাৰ্থই বেছি সক্ৰিয় হৈ কাম কৰিছে। ৰাজ্যৰ উন্নতি, অসমীয়া মানুহৰ উন্নতি,—এইবোৰৰ কাৰণে কাম কৰিবলৈ বেলেগ ধৰণৰ তেজৰ প্ৰয়োজন। ...

**৮.১১.৮৬ :** ... প্ৰান্তিকৰ অফিছত নলবাৰী হত্যাকাণ্ডৰ বিষয়ে অহা ৰিপ'ৰ্ট কিছুমান আলোচনা কৰিলো। ধাৰণা হ'ল,—মূলত আছে জুৱা, মদ, অনৈতিকতা, লোভ। ইয়াত কোনো ৰাজনীতি নাই। পাছত ইয়াক ৰাজনৈতিক সুবিধা আদায়ৰ বাবে ব্যৱহাৰ কৰা হৈছে। ...

**৯.১১.৮৬ :** ...একোজন মানুহে অসমীয়া ভাষা লিখা কামটো ইমান নাজানে,—কি ক'ম! এজনৰ প্ৰবন্ধ এটা ঠিক কৰোঁতে আজি পাঁচ ঘণ্টা লাগিল। *

* কেৱল ভাষাৰ দুৰ্বলতাৰ কাৰণেই আমি প্ৰান্তিকলৈ অহা প্ৰবন্ধ নাকচ কৰা নাছিলো। বিষয়বস্তু ভাল হ'লে ভাষাৰ ক্ষেত্ৰত নিজে পৰিশ্ৰম কৰিছিলো।

**১৪.১১.৮৬ :** ... শেষপৃষ্ঠা লিখা কাম। ইমান বেছি কামৰ জুমুৰিত আছোঁ যে—এই কামটোৰ কাৰণে ভয়েই লাগিছিল। এই কামটো মই মোৰ জ্ঞানেৰে, বৰ সাৱধানে কৰোঁ। আমাৰ মানুহখিনিৰ মনত প্ৰয়োজনীয়, তেওঁলোকে কৰিব পৰা, বলে পৰা কামৰ চিন্তা সুমুৱাই দিয়াটোৱেই মোৰ মূল উদ্দেশ্যে! ...

এই যে কামৰ জুমুৰিৰ কথা লিখিছিলো, জুমুৰিটো সৃষ্টি হৈছিল ঘাইকৈ চাৰিটা কামৰ কাৰণে ঃ আমি ফ্ৰান্সৰ নণ্ট্ চলচ্চিত্ৰ মহোৎসৱলৈ যোৱাৰ আয়োজন কৰিব লাগে; অন্ততঃ দুটা সংখ্যাৰ প্ৰান্তিকৰ কাম আগবঢ়াই থৈ যাব লাগে; ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'দৰ্পহৰণ' গল্পটো লৈ যে চলচ্চিত্ৰ এখনৰ কাম কৰিম, তাৰ আয়োজন সম্পূৰ্ণ কৰি থৈ যাব লাগে, আৰু অসম চলচ্চিত্ৰ (বিত্ত আৰু উন্নয়ন) নিগমে গুৱাহাটীত ইণ্ডিয়ান পেনোৰামা চলচ্চিত্ৰৰ উৎসৱ এটা পতিছে,—নিগমৰ চেয়াৰমেন হিচাপে মই ভালেমান কাম কৰিব লাগে। ১৭.১১.৮৬ তাৰিখে লিখিছিলো ঃ এজন সহায়ক নহ'লে মই বলে নোৱাৰাত পৰিছোঁ।

অৱশেষত, এইবোৰ জুমুৰিৰ মাজৰ পৰা ওলাই, ১৯.১১.৮৬ তাৰিখে ফ্ৰান্সলৈ বুলি ঘৰ এৰিলো। লগত পৰিবাৰ প্ৰীতি, আৰু যোৰহাটৰ বন্ধু প্ৰদীপ দত্তৰ পৰিবাৰ নানু দত্ত। কলিকতাৰ ফ্ৰেঞ্চ আৰু বৃটিছ দূতাবাসৰ কাৰ্যালয়ৰ কামখিনিৰ বাহিৰে প্ৰধান কাম আছিল দৰ্পহৰণৰ প্ৰযোজক বিজয় চট্টোপধ্যায়, সহকাৰী পৰিচালক অৰুণ গুহঠাকুৰতা, সম্পাদক নিকুঞ্জ ভট্টাচাৰ্য, সংলাপ হিন্দীলৈ অনুবাদ কৰা মহিলা উষা গাংগুলী আদিৰ লগত নানা ধৰণৰ আলোচনা-বিলোচনা আৰু কামৰ আঁচনি প্ৰস্তুত কৰা। বন্দবস্ত হ'ল,—মই ১২.১২.৮৬ তাৰিখৰ পৰা ইন্দ্ৰপুৰী ষ্টুডিঅ'ত শ্যুটিং আৰম্ভ কৰিব লাগিব। আছিলো অসম ভৱনত। তাতে ২২.১১.৮৬ তাৰিখে প্ৰান্তিকৰ পাঁচটা প্ৰবন্ধ সম্পাদনা কৰিলো। পাছদিনা এজন বন্ধুৰ হাতত পেকেটটো প্ৰান্তিকলৈ পঠাই পাছবেলা দিল্লীলৈ গ'লোগৈ। পাছদিনা পুৱাই ভাৰত এৰিলো। দিল্লীতে যে বৃটিছ এয়াৰৱে'জৰ প্লেনৰ ইঞ্জিনৰ বিজুতি ঘটাৰ কাৰণে প্ৰায় চাৰি ঘণ্টা পলম হৈছিল, সেই চাৰি ঘণ্টাৰ কাৰণেই যাত্ৰাটোত পাছলৈ ভালেমান খেলি-মেলি লাগিল। মানুহ পালোগৈ পেৰিছ, বস্তু-বাহানি থাকিল লণ্ডনত; হাতত থাকিল কেৱল একোটা সৰু-সৰু বেগ। বৃটিছ এয়াৰৱে'জে ওচৰৰে Hotel Arcade-অত ৰাতিটো থকাৰ বন্দবস্ত কৰি দিলে। পাছদিনা পুৱা লণ্ডনৰ পৰা আমাৰ বাকছবোৰ আহিল। ডাঙৰ বাকছ এটা ইমানকৈ ভাগিল যে কোনোৱাই ফিটা এডালেৰে মেৰিয়াই-মেৰিয়াই বান্ধি সেইটোক অনা-নিয়া কৰিব পৰা অৱস্থালৈ উন্নীত কৰি পঠিয়াই দিছে। এগৰাকী অচিনাকি মহিলাই হোটেলত সোমোৱাৰ পৰা মোৰ লগত ফোনেৰে যোগাযোগ কৰিবলৈ লৈছিল। তেওঁৰ নাম ব'ৰি

(Bory)। তেওঁ নণ্ট্ মহোৎসৱৰ হৈ পেৰিছত কাম কৰে। তেওঁ ফোনত ক'লে,—তোমালোক Gare Montparnasse (উচ্চাৰণ জ্ঞাঁ ছ মপানাছা!) ৰে'ল-ষ্টেছনলৈ আহাঁ। মই তাতে ৰৈ থাকিম। মই এনেকুৱা ৰঙৰ, এনেকুৱা কাপোৰ পিন্ধি আছোঁ।

ব'ৰিয়ে আমাক ৰে'লেৰে নণ্টলৈ লৈ গ'ল। চাৰি ঘণ্টামানৰ বাট। ৫-৩০ মান বজাত (২৫.১১.৮৬ তাৰিখে) মহোৎসৱ কৰ্তৃপক্ষৰ মানুহে আমাক Hotel des Colonies নামৰ হোটেল এখনলৈ লৈ গ'ল। প্ৰীতিয়ে ভগা বাকছটো খুলি দেখে,— কাপোৰৰ মাজত সুমুৱাই নিয়া ফৰাছী পইচাখিনি নাই। কোনোবা এয়াৰপ'ৰ্টত কোনোবাই নিলে। অসমৰ এসময়ৰ মন্ত্ৰী, সমাজকৰ্মী মহেন্দ্ৰ নাথ হাজৰিকাৰ কন্যা ড. অমৃত হাজৰিকা পেৰিছত থাকে। নৱেশ্বৰ মাহত তেওঁ নগাঁৱৰ ঘৰত আছিলগৈ। মই তেওঁৰ পৰা ভাৰতীয় মুদ্ৰা দি দুহাজাৰ ফ্ৰাংক লৈছিলো। সেইখিনি বাকছৰ পৰা অন্তৰ্ধান হ'ল।

সেই ৰাতিয়েই Apolo নামৰ ছিনেমা হলৰ এক অনাড়ম্বৰ অনুষ্ঠানত মহোৎসৱ আৰম্ভ হ'ল।

২৯।১১।৮৬ তাৰিখলৈকে নণ্টত থাকিলো। পেৰিছৰ লেখক বিজয় সিং, তেওঁৰ পৰিবাৰ মন্দাকিনী, বিজয়া মেহতা, বাংলাদেশৰ পৰিচালক শেখ নিয়ামত আলি, ইংলেণ্ডৰ চলচ্চিত্ৰ সাংবাদিক জন ৰেৰিংটন আদিৰ লগত ঘনিষ্ঠভাৱে কথা-বতৰা পাতিলো। ৰেৰিংটনে কোৱা এটা কথাত মই দুখ পালো। তেওঁ ক'লে,—লণ্ডন ফেষ্টিভেলৰ ডাইৰেক্টৰ ডেৰেক মেলকমে বোলে বৰ দুখ পাইছে। কিয়? তেওঁ তোমালৈ চাৰিখন চিঠি আৰু ভাৰতৰ নেশ্যনেল ফিল্ম ডেভেলপমেণ্ট কৰপ'ৰেশ্যনলৈ (NFDC লৈ) বাৰে-বাৰে লিখিলে—'অগ্নিস্নান' ছবিখন লণ্ডন ফেষ্টিভেলৰ কাৰণে লাগে; —কিন্তু তোমালোকৰ পৰা তেওঁ একো উত্তৰ নাপালে। He is totally upset.

মই ক'লো,—মই এখনো চিঠি পোৱা নাই।

৩০।১১।৮৬ তাৰিখে দুই বজাত Ariel-2 ছিনেমাহলত অগ্নিস্নান চালো। ক'ৰ পৰ্দাত যে বিজু ফুকন-মলয়া গোস্বামীহঁত ওলাইছে—অসমীয়া মাত ফুটিছে! সন্ধিয়া ৮ বজাৰ শ্ব'টোত মোক মহোৎসৱৰ ডাইৰেক্টৰ জালাদুৱে দৰ্শকৰ লগত পৰিচয় কৰাই দিলে। House full. বৰ ভাল লাগিল। পাছদিনা মোক লৈ প্ৰেছ কনফাৰেন্স। বিশেষকৈ অসমৰ কথা আৰু (আমাৰ দেশৰ) তিৰোতাৰ কথা। প্ৰশ্নবোৰ বৰ ভাল।

সেইদিনা আবেলিয়েই আমি পেৰিছলৈ উভতি আহিলো। জালাদুৱে কৈছিল,—ফেষ্টিভেলৰ প্ৰতিযোগিতাৰ ফলাফল নোলোৱালৈকে পেৰিছতে

থাকিবা। কিবা এটা বঁটা পোৱাৰ সম্ভাৱনা আছে। গুৱাহাটীৰ ভৰলুমুখৰ ড. মহেন্দ্ৰ গোস্বামী পেৰিছত থাকে। আমি তেখেতৰে আলহী হ'লো। তেখেতৰ সহায়তে প্ৰথমতে Hotel des Avenir নামৰ হোটেল এখনত এৰাতি থাকি চালো; ভাল নালাগিল। পাছৰ তিনি ৰাতি তেখেতৰ ঘৰতে থাকিলো। গোস্বামী অবিবাহিত লোক; ফৰাছী চৰকাৰৰ এটা বিজ্ঞান-বিভাগত তেখেতে বিজ্ঞানী হিচাপে কাম কৰে। কামৰ মাজে-মাজে তেখেতে, আৰু হায়দৰ নামৰ তেখেতৰ বন্ধু এজনে আমাক পেৰিছ দেখুৱালে। তেখেতসকলৰ কৃপাতে 'লুভ' মিউজিয়ামত 'মনালিছা'ৰ মূল ছবিখন চাবলৈ পালো।

নণ্টৰ বৰিৰ পৰা ২.১২.৮৬ তাৰিখে খবৰ পালো,—আমি একো বঁটা নাপালো। ছবিখন মানুহে ভাল পাইছে, কিন্তু too long!

৩।১২।৮৬ তাৰিখে পেৰিছৰ পৰা লণ্ডনলৈ। হিথৰ' এয়াৰপ'র্টৰ পৰা আমি গ'লো ড. চিদা দাসৰ ঘৰলৈ, নানু দত্ত গ'ল ৰমেন গোস্বামীৰ ঘৰলৈ। এই লণ্ডনযাত্ৰা আছিল মূলতঃ ফুৰা-চকা আৰু অৱসৰ বিনোদনৰ বাবে। প্ৰীতিহঁতে চিদা দাস আৰু তেওঁৰ পৰিবাৰ প'লিৰ সহায়ত লণ্ডন মহানগৰৰ চাবলগীয়া ঠাই আৰু বস্তুবোৰৰ যিমানখিনি চাব পাৰে চালে। এদিন আমি উইণ্ডছৰ কেছ্‌ললৈ গ'লো। এদিন প্ৰায় ৬৫ মাইল দূৰত থকা ড. অনিল বৰঠাকুৰৰ ঘৰলৈ গ'লো। এখেত অসমৰ এগৰাকী গুণী লোক, আমাৰ শিক্ষক ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ পুতেক। ড. বৰঠাকুৰে নিজে অঁকা ছবিৰে ঘৰটো সজাই থৈছে। হাতত থকা কামৰ চিন্তাত মইহে এই সময়খিনি মন খুলি উপভোগ কৰিব নোৱাৰিলো। ৮.১২.৮৬ তাৰিখে ডায়েৰিত লিখি থোৱা আছে,—"এইবোৰ সময় কেনেকৈ ঘূৰাই পাম?"

সেইদিনাই লণ্ডন এৰিলো। পাছদিনা ঢাকাত নামিলোহি। কলিকতালৈ যোৱা প্লেনখন তেতিয়াও মাটিতে আছিল; কিন্তু আমাৰ টিকেটকেইখন বোলে অইন কাৰোবাক দি দিলে। বৃটিছ এয়াৰৱে'জে আমাক ৰাতিটো জাকাৰিয়া হোটেলত থৈ দিলে। পাছদিনা কলিকতালৈ অহাৰ সময়ৰ ঢাকা এয়াৰপ'র্টৰ বৰ্ণনা এটা মই প্ৰান্তিকৰ শেষপৃষ্ঠাত দি থৈছোঁ।

কলিকতাৰ পৰা প্ৰীতি আৰু নানুক যথাক্ৰমে গুৱাহাটী আৰু যোৰহাটলৈ পঠাই দি মই কলিকতাত থাকি গ'লো। ১২.১২.৮৬ তাৰিখৰ পৰা 'দৰ্পহৰণ'ৰ শ্বুটিং আৰম্ভ কৰিলো। চলচ্চিত্ৰ-দৰ্শকৰ বাবে পৰিচিত অভিনেতা-অভিনেত্ৰীৰ ভিতৰত দৰ্পহৰণত অভিনয় কৰিছিল উৎপল দত্ত আৰু শতাব্দী ৰয়ে। শ্বুটিঙৰ কামৰ বৰ্ণনালৈ যোৱাৰ প্ৰয়োজন নাই। মাত্ৰ এদিনৰ কথা উল্লেখ কৰিলো।

**১৫.১২.৮৬ : ...আজি উৎপল দত্তৰ (প্ৰথম) অভিনয় আছিল। অভিনয়ৰ ক্ষেত্ৰত**

মানুহজন capable. জনা কথা। কিন্তু নানান ধৰণৰ অভিনয় কৰোঁতে-কৰোঁতে তেখেতে গভীৰতাৰ কথা কিছুমান পাতল কৰি পেলাইছে।

মোৰ জীৱনত—মোৰ ছবিত তেখেতক অভিনয় কৰোৱাতকৈ আজিৰ উল্লেখযোগ্য কথাটো হ'ল,— এটা ভাল শ্বট কমল নায়কে লৈ দিলে। প্ৰায় চাৰিমাহৰ আগতে visu-alize কৰা এই শ্বটটো লব পৰা যাব নে নাযায়, তাকে লৈ চিন্তা কৰি আছিলো; আজি নায়কে কামটো কৰিব পাৰিলে। গতিকে ভাল লাগি আছে। ...

**১৯.১২.৮৬ :** ...গুৱাহাটীলৈ আমাৰ প্লেনখন আঠ বজাত উৰিব। ...উৰিল ৯-৩০ বজাত। ...ইমান দীঘলীয়া যাত্ৰা,—ক'তো এখন প্লেন সময়মতে উৰা নাপালো। দেশতো, বিদেশতো। কিমান শক্তি আৰু সময়ৰ ক্ষতি!

সেই যে লণ্ডন-পেৰিছৰ মাজত ক'ৰবাত আমাৰ ডাঙৰ চুটকে'ছ এটা ভাগিছিল আৰু তাৰ পৰা দুহাজাৰ ফ্ৰাংক নোহোৱা হৈছিল, সেই বিষয়ে মই কাৰো ওচৰত ওজৰ-আপত্তি উত্থাপন কৰা নাছিলো। কাৰণ, ভ্ৰমণকালত চুটকে'ছ ভাগেই বুলি ধৰি লৈছিলো। আৰু সেই দুহাজাৰ ফ্ৰাংক তেনেকৈ লৈ যোৱাটো কিজানি বে-আইনী কামেই আছিল!—সেইকাৰণে লেঠা বঢ়াই নল'লো। কিন্তু ভ্ৰমণকালত, এয়াৰলাইনছৰ জিম্মাত থকা চুটকে'ছ ভাগিলে কি হ'ব পাৰে, পাছলৈ সেই বিষয়ে মোৰ নতুন অভিজ্ঞতা হ'ল। সৰু কথা, কিন্তু আমোদজনক। ১৯৮৭ চনৰ কথা। আলজিয়াৰ্ছৰ পৰা আহি পেৰিছত নামিছোঁহি। চকুত পৰিল—চুটকে'ছটোৰ এটা চুকৰ অলপমান ঠাইৰ চিলাই এৰাই গৈছে। আপত্তি কৰা নাছিলো; কিন্তু ওচৰতে থকা মহিলা এগৰাকীক এনেয়ে দেখুৱাই ক'লো, "চাওকচোন, মোৰ চুটকে'ছটো...।"

মানুহগৰাকীয়ে মোক অলপ দূৰত থকা কাউণ্টাৰ এটালৈ যাবলৈ ক'লে। হাতত সময় আছিল; গতিকে গ'লো। সেইটো কাউণ্টাৰত থকা মহিলাগৰাকীয়ে মোক এখন কাগজ দি ক'লে,—"আপুনি য'তে ইচ্ছা, ত'তে চুটকে'ছটো ৰিপেয়াৰ কৰি ল'ব, আৰু ৰিপেয়াৰ কৰোৱাৰ খৰচৰ পৰিমাণটো ইয়াতে লিখি কাগজখন আমালৈ পঠাই দিব। আমি পইচাখিনি আপোনালৈ পঠাই দিম।"

সেইটো চুটকে'ছেৰেই গুৱাহাটী পালোহি। ইয়াত কাৰোবাৰ হতুৱাই চুটকে'ছ ভাল কৰাম, তাৰ খৰচৰ কাগজখন এয়াৰ ফ্ৰান্সলৈ পঠাম, মোৰ দ্বাৰা সেই কাম সম্পন্ন নহ'ল। এনেকুৱা যে নিয়ম এটা আছে, সেই কথাটোকে জানি থ'লো।

কিন্তু পাছত জানিলো, সেই নিয়মেই শেষ নিয়ম নহয়। নিয়ম বিচাৰিব জনাৰ ক্ষমতা থাকিলে বহুতো নিয়ম আবিষ্কাৰ কৰিব পৰা যায়। উদাহৰণ ঃ প্ৰায় দহ বছৰৰ পাছৰ কথা। আমেৰিকা যুক্তৰাষ্ট্ৰৰ হিউষ্টন ইণ্টাৰনেশ্যনেল এয়াৰপ'ৰ্টত নামিলোগৈ। আমাক নিবলৈ জী-জোঁৱাই আহিছিল। আমাৰ চুটকে'ছকেইটাৰ

এটাৰ চুক এটা ফাটিল। কিয় জানো এনেকুৱা হয়! কিনিবৰ সময়ততো বিদেশ-ভ্ৰমণৰ উপযোগী, ভাল বস্তুৱেই কিনো! কথাটো জোঁৱাই প্ৰশান্তৰ কাণত পৰিল। আমাক এয়াৰপ'ৰ্টৰ বাহিৰৰ বাৰাণ্ডাত ৰ'বলৈ কৈ তেওঁ ভিতৰ সোমাই গ'ল। ইমান দীঘলীয়া ভ্ৰমণ; এক মিনিটো থিয় হৈ থাকিবলৈ মন নাই; অথচ আমাক এনেকৈ থৈ প্ৰশান্ত গ'ল ক'লৈ? বিছ মিনিটমানৰ মূৰত তেওঁ হাতত, —আমাৰ যিটো ছুটকে'ছৰ চুকটো ফাটিছিল ঠিক সিমান ডাঙৰ খালী, নতুন ছুটকে'ছ এটা লৈ ওলাই আহিল। তেওঁৰ মতে সংশ্লিষ্ট এয়াৰ-লাইন কম্পেনিৰ ভগা ছুটকে'ছৰ সলনি নতুন ছুটকে'ছ দিয়াৰ নিয়ম আছে। নিয়ম খুচৰিব জানিব লাগে।

ঠিক ছুটকে'ছ ভগাৰ কথা নহয়, কিন্তু মোৰ অভিজ্ঞতাৰ মাজত 'বিমানেৰে ভ্ৰমণ আৰু ছুটকে'ছ',—এই সম্পৰ্কীয় আৰু কেইটামান সৰু-সৰু আমোদজনক ঘটনা-আছে। ডায়েৰিৰ পাতত সেইবোৰ ঘটনা কেতিয়া ওলাব তালৈ বাট নাচাই, একে ধৰণৰ ঘটনাকেইটাৰ কথা একেলগে কৈ থ'ব খুজিছোঁ। ১৯৯৩ চনৰ কথা। পৰিবাৰ প্ৰীতি গ'ল হিউষ্টনলৈ। বিমানৰ বিজুতিৰ কাৰণে ভ্ৰমণৰ বাটটো হ'ল দিল্লী-আমষ্টাৰডাম-হিথৰ' (লণ্ডন)-বাছেৰে গেটউইক এয়াৰপ'ৰ্ট,—তাৰ পৰা হিউষ্টন এয়াৰপ'ৰ্ট,—এইখিনি তেওঁ অকলে। তাৰ পৰা প্ৰশান্তৰ লগত গাড়ীৰে হাবি এয়াৰপ'ৰ্ট,—তাৰ পৰা প্লেনেৰে ছেইণ্ট লুই নগৰ,—তাৰপৰা গাড়ীৰে প্ৰায় দুশ মাইল দূৰৰ মিছৌৰি নগৰ। তাত থাকে আমাৰ ছোৱালী। সেইখিনি পাওঁতে প্ৰীতি লবেজান। তাৰ ওপৰতে ঘটা ঘটনাটো হ'ল,—এটা ছুটকে'ছ ক'ৰবাত থাকি আহিল। পাছদিনা এখন গাড়ীৰে নি ছুটকে'ছটো এজন মানুহে ছোৱালীৰ ঘৰৰ দুৱাৰমুখত দি আহিলগৈ। লগত ক্ষতিপূৰণ হিচাপে দিলে নগদ পঞ্চাছ ডলাৰ। তেতিয়াৰ দিনত প্ৰায় দুহাজাৰ টকা।

১৯৯৭ চনৰ নৱেম্বৰ মাহ। ছোৱালীৰ কোলাত তিনিমহীয়া নাতি, মই, পৰিবাৰ—দলে-বলে, ঢেৰ বস্তুৱে-বাহানিয়ে গৈছোঁ সেইখন দেশলৈকে। আকৌ বিমানৰ যোগাযোগৰ খেলি-মেলি। অযথা ইখনৰ পৰা নামি সিখনত। শেষত যেতিয়া হিউষ্টনত থকা জী-জোঁৱাইৰ ঘৰ পালোঁগৈ, তেতিয়া দেখা গ'ল,—কেমকৰ্ডাৰ (ভিডিঅ' কেমেৰাটো) নাই। অলপ পাছতে এয়াৰপ'ৰ্টৰ পৰা এজনে ফোন কৰিলে—আপোনালোকে কেমকৰ্ডাৰটো প্লেনতে এৰি থৈ গৈছে; আমি নমাই আনি থৈ দিছোঁ। লৈ যাবহি। পাছদিনাই জী-জোঁৱাই গ'ল এয়াৰপ'ৰ্টলৈ। সংশ্লিষ্ট বিভাগত থকা মানুহজনে দুখ প্ৰকাশ কৰি তেওঁলোকক ক'লে,—কেমকৰ্ডাৰটো আমি আনি ইয়াতে থৈছিলো; কিন্তু ইয়াৰ পৰা কোনোবাই লৈ গ'ল। আমি অনুসন্ধান কৰোঁ, কিন্তু যদি নাপাওঁ তেনেহ'লে আপোনালোকক নতুন কেমেৰা এটা কিনিবলৈ পইচা দিম। ছোৱালীয়ে বোলে,—কিন্তু মইয়ে দেউতাৰ ভালেমান ছবি তুলি আনিছিলো, সেইবোৰৰ কি হ'ব? জোঁৱায়ে ক'লে,—আমাক আকৌ ভাৰতলৈ গৈ ছবি তুলি অনাৰ খৰচ দিব লাগিব। কেইদিনমানৰ পাছত

কম্পেনিটোৱে নতুন কেমকৰ্ডাৰ এটাৰ দাম দিলে,—আৰু জী-জোঁৱাইক ক'লে,— কম্পেনিয়ে সকলো নিয়ম বিচাৰ কৰি চাই পাইছে যে তেওঁলোকে প্ৰশান্তহঁতৰ দুজনক পেৰিছলৈ অহা-যোৱাৰ বাবে প্লেনৰ টিকেট দিব পাৰে। প্ৰশান্তহঁতে যেন গ্ৰহণ কৰে। প্ৰশান্তহঁতে গ্ৰহণ কৰিলে।

১৯৯৮ চনৰ কথা। আমাৰ দ্বিতীয় ছোৱালীজনীৰ বাহিৰে গোটেই পৰিয়ালটো লছ এঞ্জেলছ, ছানফ্ৰান্সিস্ক', ছানডিয়েগ' আদি ফুৰি আহিলোঁগৈ। উভতি আহি এয়াৰপ'ৰ্টত নমাৰ পাছত দেখা গ'ল,—এটা ছুটকে'ছ নাই। কম্পেনিৰ মানুহে ক'লে,— ছুটকে'ছটোৰ খবৰ পোৱা গৈছে; কিন্তু সেইটো আপোনালোকক দিওঁতে চাৰিঘণ্টামান পলম হ'ব। সেইটো হ'লে কেনেকৈ হ'ব? সংগীতাৰ গধূলি এটা অনুষ্ঠানলৈ যাবলগীয়া আছে; ইফালে তাইৰ ভাল-ভাল কাপোৰ চব সেইটো ছুটকে'ছতে আছে। কি হ'ব এতিয়া? কম্পেনিৰ মানুহে ক'লে, 'আপুনি এশ পঞ্চাছ ডলাৰৰ কাপোৰ কিনি ৰছিদখন আমাক দিব; পইচাখিনি আমি দি দিম।' তেতিয়াৰ দিনত এশ পঞ্চাছ ডলাৰ মানে প্ৰায় ছহাজাৰ টকা।

কিহৰ কাৰণে কিমান পইচা দিলে, সেই কথাৰ কাৰণে নহয়, কিমান কম সময় আৰু কম কথাৰ খৰচত এই লেনদেনবোৰ সমাপ্ত হৈছিল, সেই কথাৰ ওপৰত গুৰুত্ব দিবলৈহে মই ঘটনাকেইটা উল্লেখ কৰিছোঁ।

আকৌ ডায়েৰিলৈ উভতি আহোঁ।

**২১.১২.৮৬** তাৰিখে আকৌ দৰ্পহৰণৰ কামত কলিকতালৈ গ'লো। ২২ আৰু ২৩ তাৰিখে শ্যুটিং, ২৪ তাৰিখে আউটডৰ'ৰ শ্যুটিং।...বিশ্বভাৰতীৰ* কোনোবাই বোলে কৈছে, — মোৰ চিত্ৰনাট্যখনত নায়কৰ চৰিত্ৰ— "seems to have slightly deviated." — অথচ তেওঁলোকৰ কোনেও চিত্ৰনাট্যখন দেখাই নাই; সংলাপবোৰৰ হিন্দী অনুবাদহে দেখিছে। কি কাৰবাৰ! বিশ্বভাৰতীয়েও এনে কাম কৰে!

* ৰবীন্দ্ৰনাথ ঠাকুৰৰ ৰচনা লৈ যেয়ে য'তে যি কৰে, সকলোৰে ওপৰত চোকা দৃষ্টি ৰখাটো বিশ্বভাৰতীৰ কৰ্তব্য।

**২৫.১২.৮৬ :** ... ১১-৪০ —ঘৰ পায়েই প্ৰান্তিকৰ শেষপৃষ্ঠাৰ কাম। হোটেলত সৰু-সৰু আখৰেৰে লিখি আনিছিলো।(Hotel Bliss নামৰ হোটেলখনত লিখা মেজ নাছিল। বিছনাতে লিখিছিলো। মই বিছনাত লিখিলে সেয়া প্ৰেছলৈ পঠাব পৰা লেখা নহয়।) কপি কৰিলো। তাৰ পাছতহে ৰে'ষ্ট। দুই বাজিল। ...

**২৮.১২.৮৬ :** ...বিশ্বভাৰতী বিশ্ববিদ্যালয়ৰ ভাইছ চেঞ্চেলৰ প্ৰফেছাৰ নিমাই সাধন বোসলৈ চিঠি লিখিলো।...পাছবেলা গা অসুখ। দিলীপ মহন্ত আহিল। ...

**২৯.১২.৮৬ :** ৰাতি ভিতৰি-ভিতৰি জ্বৰেই উঠিছিল। দিলীপ মহন্তক কৈছিলো,— মন্ত্রীসকলে নতুন বছৰৰ প্রথম দিনা শপত খাব লাগিব— অনাহকত যেন বক্তৃতা দি, ফিটা কাটি নুফুৰে। ৰাইজৰ লগত সম্পর্ক কেনেকৈ ৰাখিব লাগে, সেইটো তেওঁলোকে নিজে ঠিক কৰিব; কিন্তু ৰাইজৰ মাজৰ কিছুমান বদমাছৰ হেঁচাত যেন ফিটা কাটি নুফুৰে। আৰু কৈছিলো,—বছৰৰ প্রথম তিনিমাহত যেন প্রতিজন মন্ত্রীৰ একমাত্র কাম হয়,—তেওঁৰ ভাগৰ টকা ঠিকমতে আৰু সম্পূর্ণকৈ খৰচ হৈছে নে নাই? ৩১ মার্চৰ পাছত তেওঁৰ ভাগৰ টকা কেন্দ্রলৈ উভতি যাব নে কি? ...

**৩০.১২.৮৬ :** ...তৰুণ গোস্বামী আহিল। বহু সময় ধৰি কথা পতা হ'ল। বিশেষকৈ সংগীতৰ কথা। তেখেতে কুকিসকলৰ বিষয়ে লিখা কিতাপখনৰ কপি এটা দিলে। ইংৰাজীতে লিখা। —গাটো ভাল পোৱা নাই। কাম কৰিবলৈ উৎসাহ নাপাওঁ। মেডিকেল কলেজৰ ল'ৰা, তিনিচুকীয়া কলেজৰ ল'ৰা, বেলতলাৰ ল'ৰা—সভালৈ মাতিবলৈ আহিল। সকলোকে ক'লো—মই গুৱাহাটীত নাথাকিম। কমার্ছ কলেজৰ ল'ৰাই প্রশ্ন দি গ'ল; উত্তৰ লাগে। সন্ধিয়া মুখ্যমন্ত্রীক লগ পালো। মোৰ বক্তব্য, —সভা-সমিতি-বক্তৃতা সকলো মন্ত্রীয়ে কমাব লাগে। বাজেটমতে কাম হ'ব নে নহয়? প্রতিজন মন্ত্রীয়ে এই তিনিমাহ সষ্টম হৈ কাম কৰিব লাগে। সাংস্কৃতিক দিশৰ কামবোৰ এনে হ'ব লাগে যে টকা আৰু সময়খিনিৰ পৰা যেন এটা নহয় এটা concrete ফল পোৱা যায়। ৰাইজে চকুৰ আগত, নিজৰ জীৱনত উপলব্ধি কৰিব লাগে—যে চৰকাৰে কাম কৰিছে। বাট-পথ, খোৱা পানী, স্কুল, হস্পিটেল—।

**৩১.১২.৮৬ :** ... গাটো আজি কালিতকৈ ভাল। ...দহ বজাৰ পাছতে প্রান্তিকলৈ। প্রদীপৰ লগত কথা পাতি থাকোঁতে দৈনিক অসমৰ সম্পাদক কীর্তি হাজৰিকা সোমাই আহিল। তেখেতে সকলোকে উদ্দেশ্যি ক'লে, "মাত লগালো।" মই প্রথমতে বুজি পোৱা নাছিলো; অলপ পাছতহে গম পালো, —আজি দৈনিক অসমত তেখেতৰ শেষ দিন। মই তেখেতক নতুন বছৰ আৰু নতুন জীৱনৰ বাবে শুভেচ্ছা জনালো। এজন মানুহ আৰু এখন কাকতৰ এটা অধ্যায় শেষ হ'ল।

... ইন্দোৰৰ পৰা (টেবল টেনিছ খেলি) ৰশ্মি আহিল। ... হোষ্টেলৰ পৰা জিণ্টি আহিল। তাইক ক'লো,—আজি বছৰটোৰ শেষ দিন; ঘৰতে থাকি যোৱা। তাই থাকিল। বজাৰ কৰি আনিলো। সকলোৱে মিলি এটা ব্যস্ত বছৰক বিদায় দিলো। প্রতি বছৰে এই দিনটোত কিবা দুখ-দুখ লাগে। কিহৰ দুখ—বুজি নাপাওঁ। উভতি চাই দেখিলো,—(পাৰ হৈ যোৱাটো) সঁচাকৈয়ে বৰ ব্যস্ত বছৰ আছিল। অবাবত সময় নষ্ট কৰা নাছিলো। তথাপি বহু কাম বাকী থাকিল। অহা বছৰটোত আৰু বেছি কাম কৰিব লাগিব।

**১ জানুৱাৰি, ১৯৮৭ চন :** ...আন্তৰিকতাৰে আশা কৰোঁ—আমাৰ সকলোৰে বাবে

এই বছৰটো মংগলময়, শান্তিময়, সমৃদ্ধিময় হওক।

...পাছবেলা ষ্টেডিয়ামলৈ গ'লো। Sports Directorate-অৰ নতুন ডাইৰেক্টৰ নীলিময় চৌধুৰীক* লগ পালো। তেওঁ মোক এটা সৰু ছেণ্টৰ বটল উপহাৰ দিলে। ...ক্রিকেট গ্রাউণ্ডলৈ গ'লো (১১।১।৮৭ তাৰিখে ভাৰত-শ্রীলংকাৰ এদিনীয়া খেল আছে।) বাদল ঠাকুৰে* এজাক বনুৱা লৈ হাতে-কামে ফিল্ডৰ কাম কৰি আছে। Dedicated man.

* নীলিময় চৌধুৰী অসমৰ ক্রিকেট খেলুৱৈসকলৰ ভিতৰত লেখত ল'বলগীয়া খেলুৱৈ আছিল। তেওঁৰ লগত মোৰ এক মধুৰ বন্ধুত্বমূলক সম্পর্ক আছিল। তেওঁৰ বুদ্ধিদীপ্ত, কৌতুকপূর্ণ কথা মোৰ কাৰণে বৰ উপভোগ্য আছিল। অসম চৰকাৰৰ প্রশাসনিক (A.C.S) বিষয়া হিচাপে কর্মজীৱন আৰম্ভ কৰি শেষত পর্যটন বিভাগৰ সঞ্চালক পদৰ পৰা তেওঁ অৱসৰ গ্রহণ কৰিছিল; কিন্তু কর্মজীৱনৰ সকলো সময়তে খেল-জগতৰ লগত ঘনিষ্ঠ সম্পর্ক ৰাখিছিল। তেওঁৰ মৃত্যুক মই অকাল মৃত্যু বুলি দুখ কৰোঁ।

* বাদল ঠাকুৰ অসমৰ আগশাৰীৰ ক্রিকেট খেলুৱৈ। (বর্তমানৰ নতুন চামৰ বহুতে এইসকল লোকৰ কথা নাজানে বুলিহে মই টোকা লিখিছোঁ। আচলতে অসমৰ ক্রীড়ানুৰাগীৰ বাবে বাদল ঠাকুৰ আৰু নীলিময় চৌধুৰীৰ বিষয়ে টোকাৰ এতিয়াই প্রয়োজন হোৱা নাই বুলি ভাবিবলৈহে ভাল লাগে।) বাদল ঠাকুৰে কেইবছৰমানৰ আগতে সঁচা কাহিনীৰ আশ্রয় লৈ লিখা কেইখনমান ৰসাল ৰচনা প্রান্তিকত প্রকাশ পাইছিল। তেখেতৰ এইটো গুণৰ কথা মই আগতে নাজানিছিলো।

**৩.১.৮৭ :** ... ১১ বজাত জ্যোতি চিত্রবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ Executive Council-অৰ মিটিং। ...প্রায় দুই বজাত শেষ। (মিটিঙৰ শেষত) পীযূষ ৰয়ক ক'লো, —কোনোবাই যদি মদ খাই তেওঁৰ কোঠাত (Sound Studio-অত) গণ্ডগোল কৰিছিল, তেনেহ'লে তেওঁ লিখিত আপত্তি নিদিলে কিয়? তেওঁলোকেই যদি কথা লুকুৱায়, তেনেহ'লে আমি step লওঁ কেনেকৈ? এই মদৰ কাৰণেইতো studio-টোৰ ইমান বদনাম আৰু ক্ষতি!

* পীযূষ ৰয় সেই সময়ত জ্যোতি চিত্রবনৰ মুখ্য শব্দযন্ত্রী আছিল। তেওঁ ভালেমান অসমীয়া চলচ্চিত্র আৰু অডিঅ' কেছেটৰ শব্দযন্ত্রী হিচাপে কাম কৰি গৈছে। চাকৰি কৰি থকা কালতে, ভৰ বয়সতে তেওঁৰ মৃত্যু হয়।

**৪.১.৮৭ :** ...বজৰং ফিল্মছৰ ওমপ্রকাশ চৌধুৰী আহিল। তেওঁ অগ্নিস্নানৰ হিচাপ দিলে। প্রায় এবছৰত, প্রায় সকলো হলত চলাৰ পাছত,—মোৰ ভাগলৈ আহিব—এক লাখ ৫৮ হাজাৰ টকা! যদি মই T.V.ৰ টকা আৰু Awardঅৰ টকা নাপালোহেঁতেন, তেনেহ'লেতো আর্থিক দিশৰ পৰা মহা সংকটত পৰিলোহেঁতেন! তথাপি, মই মৰসাহ নেৰোঁ।

**৫.১.৮৭ :** জিন্টিহঁতৰ কলেজত (গুৱাহাটী মেডিকেল কলেজত) 'কলেজ-সপ্তাহ' চলিছে। আজি তাই আবেলিতে অহাৰ কথা; ৮ বজাত ফোন কৰি ক'লে,—গুৰু নামৰ

ছোৱালীজনীও আহিব; কিন্তু তাইৰ খেল আছে; শেষ হ'লেহে আহিব। দহ বাজি গ'ল, সিহঁত অহা নাই। এওঁ (প্ৰীতিয়ে) চিন্তা কৰিছে, ভয় কৰিছে। মই কওঁ, কিহৰ চিন্তা? কিহৰ ভয়? সিহঁত ডাঙৰ ছোৱালী, basically ভাল ছোৱালী। সিহঁতেহে আমাৰ কাৰণে চিন্তা কৰিব লাগে!

**৬.১.৮৭ :** ...বিজু ফুকনে খবৰ দিলে, — Film Fare-অত ডেৰেক মেলকমৰ প্ৰবন্ধ এটা ওলাইছে। একপি কিনি আনিলো। তেওঁ অগ্নিস্নানৰ কথা ভালকৈ লিখিছে। (December 16-31, 1986)। প্ৰবন্ধটো Sight and Sound নামৰ International Film Quarterly ৰ Summer '86 issueত ওলোৱা এটা প্ৰবন্ধৰ reprint. তেওঁ লিখিছে,— marvellousy grave performance from Malaya Goswami, amazingly an amateur actress in the central role. ...

**৮.১.৮৭ :** ... কলিকতালৈ বুলি ওলাই আহিলো। ... প্লেনত ফণীন্দ্ৰ দেৱ চৌধুৰীয়ে* প্ৰাপ্তিকলৈ পঠিউৱা উপন্যাসৰ খণ্ডকেইটা পঢ়িলো। প্ৰায় ৭ বজাত গড়িয়াহাটৰ Hotel Bliss. অৰুণগুহ ঠাকুৰতাই হোটেলতে মোলৈ বাট চাই আছিল। তেওঁ ক'লে— (দৰ্পহৰণৰ) শ্বটবোৰ ছিৰিয়েল কৰি, sound-অৰ লগত মিলাই থোৱা আছে। কাইলৈৰ পৰা কটা-কুটা কাম আৰম্ভ হ'ব। ...

* উপন্যাসখনৰ নাম আছিল 'অনুৰাধাৰ দেশ'।

**১০.১.৮৭ :** ...দুপৰীয়া এখন সৰু হোটেলত ভাত খাওঁ। কাঁহীৰ ওপৰত কলপাত পাৰি তাত ভাত দিয়ে। মাটিৰ গিলাছ। মানুহৰ ভিৰ। খাই থাকোঁতে ওচৰত ছিটৰ কাৰণে মানুহ থিয় হৈ থাকে। "মাছৰ মূৰ" বুলিলেই ৰৌ (পোনা) মাছৰ মূৰ। প্ৰায় এক কেজি ওজনৰ মাছৰ গোটা মূৰ।* কলপাতৰ ওপৰত সেইটো পৰিলে বৰ আচৰিত যেন লাগে। ঘৰত এবাৰ এনেকৈ 'মূৰ' খাব লাগিব। তাহানি ইয়াৰ প্ৰেছিডেন্সি কলেজৰ হোষ্টেলত বজাৰ কৰা ল'ৰাজনে গোটা মূৰ খাবলৈ পাইছিল। ...

* মূৰটোৰ ওজন এক কেজি নহয়। মূৰটো যিটো মাছৰ, সেই মাছটোৰ ওজন এক কেজি।

**১১.১.৮৭ :** ...দহমান বজাত আৰম্ভ। ৰাতি ৮-০৫ বজাত শেষ। নায়িকাৰ custume -অৰ continuity-ত ভুল হোৱা বাবে এটা দৃশ্য জোৰকৈ সলাব লগীয়া হ'ল। বেয়া পালো। আজিৰ দিনত এনে ভুল অক্ষমণীয়। ...

**১২.১.৮৭ :** ...গুৱাহাটীলৈ বুলি আঠ বজাৰ অলপ আগতে হোটেল এৰিলো। পাঞ্জাবী ডেকা এজনে টেক্সি চলাইছে। চলাবলৈ লৈয়েই তেওঁ দুজন বাটৰুৱাক C.I.T. Road -অলৈ কেনি যাব পাৰি সুধিলে। তাৰ পাছত তেওঁ মোক ক'লে,— "I am a bit con-

fused. I drive occasionally." তাৰ পাছত তেওঁৰ লগত কথা পাতি বুজিলো,—যোৱা তিনি বছৰে তেওঁ ছিনেমা চোৱা নাই। হিন্দী ফিল্মে তেওঁৰ মন নষ্ট কৰে। তেওঁ তেজপুৰত কিছুদিন আছিল। তেওঁৰ এজন ককায়েকে জাৰ্মান ছোৱালী বিয়া কৰালে; তেওঁ পশ্চিম জাৰ্মেনিতে থাকে। তেওঁৰ (টেক্সিচালকজনৰ) অসমত ব্যৱসায় কৰিবলৈ মন।

বহুত দিনৰ মূৰত এজন টেক্সি ড্ৰাইভাৰ পালো—যিজনে পইচা ঠিকমতে ল'লে। মোৰ হিচাপ মতে যি দিলো, তাৰ পৰা কিছু পইচা তেওঁ ওভোতাই দিলে।

তিনি বজাত মুখ্যমন্ত্ৰীৰ কোঠাত সাংস্কৃতিক উপদেষ্টা সমিতিৰ Executive Committeeৰ সভা।...

**১৩.১.৮৭ :** ... পৃথিৱীৰ ১৫ খন দেশৰ ৫০জনমান বিখ্যাত 'বুদ্ধিজীৱী'য়ে দিল্লীত সন্মিলন পাতিছে,—মানুহৰ শান্তিৰ বিষয়ে 'আলোচনা' কৰিবলৈ। কিমান নিৰৰ্থক 'সন্মিলন'! পৃথিৱীৰ কোনটো শক্তিয়ে এওঁলোকৰ কথা শুনে? এইবোৰ সন্মিলন একেধৰণৰ holidaying-অত পৰিণত হৈছে— দুখীয়াৰ ধনৰ বিনিময়ত।

**১৪.১.৮৭ :** ... সেই সৰু কালৰ মাঘবিহু,—কিমান পাৰ্থক্য! বৌৱে (মাই) অকলে গোটেই নিশা পিঠা কৰে। (আমি পিঠা ভাজে বুলি নকওঁ।) শেষ নিশা গোটেই ঘৰটো—পিৰালিৰে সৈতে মচে। অকলে। ...সঁফুৰাৰ কাম। ৰাতি প্ৰান্তিকৰ কাম। পৰাগ দাসে লিখা—চৰ-অঞ্চলৰ প্ৰবন্ধ। নিৰ্বাচনৰ পাছত প্ৰথমবাৰ প্ৰফুল্ল মহন্তৰ (মুখ্যমন্ত্ৰীৰ) লগত দেখা হওঁতেই কৈছিলো,—ঘনে-ঘনে চৰ আৰু চাহ-বাগান অঞ্চললৈ যাবা। আগতে CID পঠিয়াবা, মানুহৰ মন বুজি আহিব; তাৰ পাছত যাবা। লাহে-লাহে ভিতৰলৈ সোমাবা। —এখন স্কুল আৰু এজন অসমীয়া শিক্ষক এটা ৰাজনৈতিক অফিছতকৈ বহুত বেছি কাৰ্যকৰী হ'ব। —কথাবোৰ তেওঁলোকে মনত ৰাখেনে? ...

**১৬.১.৮৭ :** ... প্ৰান্তিকৰ অফিছত ভুতোক লগ পালো। তেওঁ ক'লে, —'অন্তৰীপ' ছমাহত ৩০০০ কপি বেচা গৈছে। ৩৫ টকীয়া কিতাপ হিচাপে (বিক্ৰি) বৰ বেয়া নহয়।

...গধূলি দিপীপ মহন্ত আৰু উৎপল দত্ত (মন্ত্ৰী) আহিল। ...ক'লো, ...সাংস্কৃতিক কেন্দ্ৰটোৰ কাৰণে তিনিমাহৰ ভিতৰতে মাটি উলিয়াব লাগে।

**১৯.১.৮৭ :** ...কাগজত পঢ়িলো—দিল্লীৰ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ উৎসৱ হতাশজনক হৈছে। মোৰ ধাৰণা আমাৰ বিচাৰ-বিবেচনা, আৰু প্ৰকৃত ৰস বিচাৰৰ ক্ষেত্ৰত থকা দুৰ্বলতাৰ বাবেই এনে হৈছে।

মুনীন নবিশ নামৰ ডেকা এজনক পুলিছে ধৰাৰ বাবে সদৌ গুৱাহাটী ছাত্ৰসস্থাই ২১ তাৰিখে গুৱাহাটী বন্ধৰ আহ্বান জনাইছে।

**২১.১.৮৭ :** ... জ্যোতি চিত্ৰবনলৈ। আজি অৱনী কুমাৰ গোহাঞিবৰুৱাই* Director, Cultural Affairs হিচাপে কাৰ্যভাৰ ল'লে। তেওঁ আনন্দমোহন ভাগৱতীৰ লগত ষ্টুডিঅ'লৈ আহিল। তেতিয়া তাত ময়ো আছিলো। কেইবছৰমানৰ পৰা এই বিভাগটো বৰ বিচিত্ৰ ধৰণে চলিছে। কত মানুহ আহিল, কত মানুহ গ'ল! দেখা যাওক এইবাৰ কি হয়। ...

* অৱনী কুমাৰ গোহাঞিবৰুৱা ছাত্ৰ হিচাপে কটন কলেজত আমাৰ সমসাময়িক আছিল। তেওঁ এ.ছি.এছ. বিষয়া হিচাপে চাকৰি-জীৱন অতিবাহিত কৰিছিল। অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক হৈ থকা কালতে তেওঁৰ মৃত্যু হৈছিল। আনন্দমোহন ভাগৱতী তেতিয়া সেই বিভাগটোৰ যুটীয়া সঞ্চালক আছিল।

**২২.১.৮৭ :** ...বৰঝাৰ এয়াৰপ'ৰ্টত Education Secretary ভুবনেশ্বৰ ভট্টাচাৰ্য, DPI ড. ভৰালী, আৰু আনন্দমোহন ভাগৱতীক লগ পালো। ৰাছিয়ালৈ এটা বিহুদল পঠিওৱাৰ কথা হৈছে। মই ক'লো,—এই দলটোক যেন এমাহ গুৱাহাটীত ৰাখি, কঠোৰ প্ৰশিক্ষণ দি, কেইটামান শ্ব' পতাৰ পাছতহে পঠিওৱা হয়। ঘোষণা আৰু ঘোষকৰো ৰিহাৰ্ছেল হ'ব লাগিব। আন্তঃৰাষ্ট্ৰীয় মঞ্চৰ কথা ভাবি কাম কৰিব লাগিব।

ভুবনেশ্বৰ ভট্টাচাৰ্যক পতিয়ন নিয়ালো, —সৰু-সৰু ল'ৰা-ছোৱালীহঁতৰ বাবে স্থাপিত প্ৰাইভেট স্কুলবিলাকৰ বাবে অন্ততঃ কিছু চৰকাৰী নিয়ম থাকিব লাগে। ৰিক্সা এখনৰ ওপৰতো কৰপ'ৰেশ্যনৰ বাধা-নিষেধ আছে; ল'ৰা-ছোৱালীহঁতৰ দায়িত্ব লোৱা স্কুলবোৰৰ ওপৰত একো নাথাকিবনে?

**২৩.১.৮৭ :** ... সন্ধিয়া আলোক বাবু* আহিল। তেখেতে ক'লে— (বেকগ্ৰাউণ্ড মিউজিক ৰেকৰ্ডিঙৰ বাবে) ২৭ তাৰিখে Recording Threatre বুক কৰা আছে। গতিকে মই ২৫ তাৰিখে গুৱাহাটীলৈ গৈ ২৬ তাৰিখে আকৌ (কলিকতালৈ) আহিবই লাগিব। প্ৰান্তিকৰ এটা পৃষ্ঠাৰ (শেষপৃষ্ঠাৰ) কাৰণেই। যাবই লাগিব। ...

* অলোক দে'ক 'দৰ্পহৰণ'ৰ সংগীত পৰিচালক হিচাপে নিযুক্ত কৰা হৈছিল। এখেত কলিকতাৰ বৰ জনপ্ৰিয় বাঁহীবাদক।

**২৫.১.৮৭ :** ... ৮ বজাত দমদমলৈ। তাত ড. যোগেন বৰুৱা (Director, আঞ্চলিক গৱেষণাগাৰ, যোৰহাট) আৰু C.N. Saikiaক (টোকোলাই) লগ পালো। প্ৰান্তিকৰ শেষপৃষ্ঠাৰ কথা ওলাল। তেখেতসকল দুয়ো ক'লে এক শ্ৰেণী ডেকাৰ অতপালিৰ কথা। 'ললিত'ৰ নামত, 'ভৃগু'ৰ* নাম উদ্ভুগুলি। অসমীয়া জাতিটোৰ ভৱিষ্যত সম্পৰ্কে ড. বৰুৱা সন্দিহান।

ড. ভূপেন হাজৰিকাক পালো। তেখেতৰ মুখত শুনিলো,—তেখেতে ৰেকৰ্ড কৰা প্ৰথম গানটো আছিল,—'উলাহেৰে নাচি-বাগি হ'লি বিয়াকুল।—' মোৰ সুৰটো মনত পৰিল।

* ললিত —ছাত্ৰনেতা, পাছলৈ মন্ত্ৰী—ললিত ৰাজখোৱা।
ভৃগু—ছাত্ৰনেতা, পাছলৈ মন্ত্ৰী—ভৃগু কুমাৰ ফুকন।

**২৬.১.৮৭ :** ... শেষপৃষ্ঠা লিখিলো। দুটা প্ৰবন্ধও চালো। ১-৩০ বজাত কলিকতালৈ বুলি ওলালো।...

... ৰেডিঅ'ত পদ্মবিভূষণ, পদ্মভূষণ, পদ্মশ্ৰী আদিৰ ঘোষণাটো শুনিলো। হঠাতে মোৰ ধাৰণা হ'ল,— ... যোৱা কেইবছৰমানত যি দেখিছোঁ, এইবোৰ ৰাষ্ট্ৰীয় সন্মানৰ বাবে বিচাৰ-পদ্ধতিটো ভাল নহয়। এনে বিচাৰে ৰাষ্ট্ৰীয় সন্মানৰ মৰ্যাদা কমাব পাৰে।

**২৭.১.৮৭ :** ... ১০-১৫ Vibration Studio-অলৈ। বেলেঘাটাৰ ফালে। ... উষা উত্থুপৰ Scoring Threatre. কামৰ বাবে ভাল। আয়োজন নিয়াৰি। ...অগ্নিস্নানৰ বাবে সৰোদ বজাবলৈ যোৱা শ্ৰীকুমাৰ বাবুক লগ পালো। তেওঁ দৰ্পহৰণৰ বাবেও বজাবলৈ আহিছে। সংগীতৰ ৰচনাত মই সুখী নহ'লো। "চলি যাব!" ...

**২৯.১.৮৭ :** ...কল্পনা লাজমী আৰু ড. ভূপেন হাজৰিকাই ক'লে—মোৰ ৰত্নদাহ গল্পটো তেখেতসকলৰ T.V. serial-অৰ* কাৰণে লাগে। মই ড. হাজৰিকাক (তেখেতক মই ককাইদেউ বুলি মাতোঁ।) বেলেগে মাতি নি ক'লো।—এই কথাটো মই আজিহে শুনিলো; কিন্তু মই আগতেই নিজৰ serial এখনৰ কাৰণে এই গল্পটো বাছি থৈছিলো। তথাপি কাইলৈ ক'ম। (কাইলৈ লাজমী ১০-৩০ বজাত আমাৰ ঘৰলৈ অহাৰ কথা।)

* ছিৰিয়েলখনৰ নাম আছিল 'লোহিত কিনাৰে'।

**৩০.১.৮৭ :** ... দুপৰীয়া কল্পনা লাজমী আহিল। মই ৰত্নদাহ গল্পটোৰ বাবে অনুমতি দি দিলো। বহুত কথা ভাবি। মোৰ বাবে গল্প বহুত আছে। কিন্তু অইনে handle কৰিব পৰা গল্প কম। সেইবোৰৰ ভিতৰত ৰত্নদাহো এটা। ...

পাছবেলা ষ্টুডিঅ'লৈ। বিজু ফুকন, প্ৰাঞ্জল শইকীয়া আৰু ৰাইজকুৰী বৰাই মোক লগ ধৰিলে। তেওঁলোকে কিছু পৰামৰ্শ আগবঢ়ালে। মই ক'লো,—তোমালোকৰ এনেকুৱা এটাও পৰামৰ্শ নাই—যিটোৰ বিষয়ে মই ভবা নাই। আচল কথা হৈছে —কামবোৰ কৰোঁৱা যায় কেনেকৈ? কোনে কৰিব? দেখাততো মানুহ বহুত আছে! ...

**২ ফেব্ৰুৱাৰি, ১৯৮৭ :** ৯-৫০ প্ৰান্তিকলৈ। তাত (আগতে ঠিক কৰা মতে) ফণীন্দ্ৰ দেৱ চৌধুৰী আছিল। তেওঁক (প্ৰস্তাৱিত) উপন্যাসখনৰ বিষয়ে ক'লো। তথ্য-বৰ্ণনা সকলোকে কাহিনী, চৰিত্ৰ আৰু ৰচনাকৌশলে সুন্দৰকৈ গাঁঠিব লাগিব,—এই মূল কথাটোকে বহলাই ক'লো। উদাহৰণো দিলো। তাতে হীৰেন ভট্টাচাৰ্যৰ মুখৰ পৰা আজিহে গম পালো,—দধি মহন্তক গাড়ীয়ে চেপি মাৰিলে। দুখ পালো। কলেজত পঢ়া দিনৰে পৰা তেখেতক চিনি পাইছিলো। শান্ত, শ্ৰদ্ধেয় মানুহ।

৪.২.৮৭ : ...প্ৰান্তিকলৈ যাবলৈ ওলাইছোঁ, এনেতে ফোনত খবৰ পালো দিলীপ চেতিয়াৰ* অসুখ; —বৰ বেছি; খুলশালীয়েক মাইনুৱে আতুৰ হৈ কৈছে, আপোনালোক এতিয়াই আহক। মই প্ৰদীপক ফোনত খবৰটো দি হস্পিটেললৈ (GMC) গ'লো। ইতিমধ্যে ৰোগীক অপাৰেশ্যন থিয়েটাৰলৈ নিয়া হৈছে। ...সময়খিনি মানুহ-দুনুহ, বেমাৰী, ডাক্তৰ, নাৰ্চ-ছাত্ৰ-ছাত্ৰী, জমাদাৰ,—সকলোকে চাই কটালো। ৰোগীক ভাত দিয়া পদ্ধতিটো চালো। আগতেও উপলব্ধি কৰিছোঁ, এতিয়াও কৰিলো,—মাজে-মাজে হস্পিটেলৰ জেনেৰেল ৱাৰ্ডবোৰত কিছু সময় কটাই যাব লাগে। জীৱন সম্পৰ্কে বহু কথা বুজিব পাৰি। মৃত্যু সম্পৰ্কেও। ...

* দিলীপ চেতিয়া এসময়ৰ অসমৰ মন্ত্ৰী পূৰ্ণানন্দ চেতিয়াৰ পুতেক আৰু কেন্দ্ৰীয় মন্ত্ৰী মুহিৰাম শইকীয়াৰ জোঁৱায়েক। তেওঁ বৃত্তিত ইঞ্জিনিয়াৰ।

৬.২.৮৭ : ...পুৱাবেলা ড. বেজ* আহিল। তেখেত আজিকালি NEHU বিশ্ববিদ্যালয়ৰ Economics Department-অৰ Reader. তেখেতে বহু কথা ক'লে। শিক্ষা আৰু 'শিক্ষিত'ৰ পৰিবেশ ক'তো নাই। ডক্টৰেটৰ বাবে লিখা থিছিছৰ কোনো standard নাই। শিক্ষানুষ্ঠানতো সৎ লোকৰ বাবে উপযুক্ত ঠাই নাই। তেখেতৰ পত্নী বিদেশিনী। নিঃসন্তান। তেখেতসকলে এখন স্কুল খুলিছে। জেপৰ পইচা দি শিক্ষয়িত্ৰী ৰাখে। ড. বেজে শ্ৰীমতী বেজক দেশলৈ পঠিয়াই দিব খুজিছে। তেখেতে কষ্ট পাইছে। মাজুলীৰ ঘৰৰ বাঁহৰ বিছনাত শুই ডাঙৰ হোৱা এই সৎ মানুহজনৰ কথা ভাবি মই চিন্তিত হ'লো।

* ড. বেজৰ সম্পূৰ্ণ নামটো খৰ্গেশ্বৰ বেজ আছিল। মই তেখেতক কেইদিনমানহে লগ পাইছিলো। সেইদিনাৰ পাছত তেখেতক আৰু লগ পোৱা নাই। বহু মানুহৰ বহু কথা ডায়েৰিৰ পাতত লিখা আছে; বহু পাত আঁতৰাই থৈছোঁ; কিন্তু এই পাতটোৰ এইকণ কথা আঁতৰাই থ'বলৈ মন নগ'ল।

১০.২.৮৭ : ...Education Secretaryৰ অফিছলৈ। তেখেতক ক'লো,—টকাখিনিৰ ব্যৱস্থা কৰি দিয়ক,—যাতে ফিল্ম ফাইনেন্স কৰপ'ৰেশ্যন আৰু জ্যোতি চিত্ৰবনৰ কাম কৰাব পাৰোঁ। কাম নোহোৱাকৈ দিন গৈ থাকিলে বৰ বেয়া লাগে। তেখেতে ব্যৱস্থা কৰিব বুলি ক'লে। ...

১১.২.৮৭ : ...অসম সাহিত্য সভাৰ পাঠশালা অধিবেশনৰ সাংস্কৃতিক কাৰ্যসূচী উদ্বোধন কৰোঁতে যিখিনি কথা ক'ম, সেইখিনি বোলে ছপা কৰাবই লাগিব। লিখিবলৈ ল'লো। ...

...মুখ্যমন্ত্ৰীক কামৰ তালিকা এখন দিলো। ক'লো,—যদি জ্যোতিচিত্ৰবন আৰু ফিল্ম ফাইনেন্স কৰপ'ৰেশ্যনৰ ভাল কাম হ'ব লাগে, তেন্তে চৰকাৰে যেন তালিকাত থকা কামকেইটা সোনকালে কৰে। তাৰ বাহিৰেও,—documentary film-অৰ purpose আৰু principle (চৰকাৰে ধন খৰচ কৰাৰ ক্ষেত্ৰত), অসমীয়া ফিল্মৰ প্ৰদৰ্শনৰ ব্যৱস্থা, আমোদ কৰৰ ধনেৰে অনুদান দিয়াৰ ক্ষেত্ৰত সীমা ইত্যাদিৰ বিষয়ে কোনে ব্যৱস্থা ল'ব,—সেই বিষয়ে আলোচনা কৰিলো।

**১৩.২.৮৭ :**... 'শেষপৃষ্ঠা' আৰু 'অহা সংখ্যাত' লৈ ৯-৩০ বজাত প্ৰাপ্তিকলৈ। তাৰ পৰা পাঠশালালৈ। পাঠশালা পোৱাৰ পাছত পুলিছে চহৰৰ মাজত সোমাবলৈ নিদিলে। এঠাইত গাড়ী ৰাখি পথাৰৰ মাজে-মাজে খোজ ল'লো দূৰৰ ৰভাখন অভিমুখে। তাত কৃষ্ণ ৰয়ক* লগ পালো। তেওঁ সাংস্কৃতিক শাখাৰ সম্পাদক। তেওঁ car pass-অৰ ব্যৱস্থা কৰি মোক তেওঁৰ ঘৰলৈ লৈ গ'ল।

...চহৰখন মানুহেৰে ভৰি পৰিছে। ... ৬ বজাৰ অলপ পাছতে সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন চলিল। এটা সমবেত সংগীতৰ পাছতে মই ফাইনেল প্ৰুফটোৰ পৰা কথাখিনি পঢ়িলো। (ছপা কাগজখিনি এতিয়াও আহি পোৱা নাই।) প্ৰদৰ্শনীৰ কিতাপৰ ভাগটো চালো। অন্তৰীপ ১০০ কপি বিক্ৰি হৈছে। ...

* কৃষ্ণ ৰয় আৱাহন থিয়েটাৰৰ মালিক।

**১৪.২.৮৭ :** ... ছয় বজাত পাঠশালা এৰিলো। কৃষ্ণ ৰয়ৰ ঘৰৰ সকলো শুই আছে। কালিয়েই কৈ থৈছিলো,—তোমালোক বহু ৰাতিলৈকে সাৰে থাকা; মোৰ কাৰণে ইমান সোনকালে উঠিব নালাগে। তাতে মহেন্দ্ৰ বৰঠাকুৰ আছিল; তেওঁ উঠিছিল। তেওঁৰ লগতে কথা পাতি গুচি আহিলো। ৯-০৫ ঘৰ। ঘৰ সোমায়েই প্ৰান্তিকৰ কামত লাগিলো। আজি কম্পজিটৰৰ হাত খালী। মই প্ৰবন্ধ-পাতি চাই দিলেহে কাম চলিব। সেই কাৰণেই পাঠশালাৰ পৰা ইমান লৰালৰিকৈ আহিলো। ১০-৩০ বজাত এক কিস্তি বস্তু অজিতৰ হাতত পঠালো। দ্বিতীয় কিস্তি ২ বজাত কাজেনৰ হাতত পঠালো। ...

পাছদিনা কলিকতালৈ গ'লো দৰ্পহৰণৰ ৰি-ৰেকৰ্ডিঙৰ কামত। সেই দিনটোৰ উল্লেখযোগ্য কথা বিশেষ নাই। পৃষ্ঠাটোৰ আধাখিনি ঠাই খালী হৈ থাকিল। সেই খালী ঠাইখিনিত এই কথাখিনি লিখি থৈছিলো ঃ স্বৰ্গীয় শব্দটো ব্যৱহাৰ কৰিলেও মই ভাল নাপাওঁ। স্বৰ্গ কি? কিন্তু Late —মৃত— শব্দৰ অৰ্থ বুজাবলৈ সভ্ৰান্ত শব্দ এটা লাগে। সেয়েহে এই শব্দটো মই মোৰ কিতাপৰ 'উচৰ্গা'ত ব্যৱহাৰ কৰিছোঁ। ই মই স্বৰ্গৰ অস্তিত্ব বা ধাৰণা মানি লোৱাটো নুবুজায়।

**২২.২.৮৭ :** ... ল'ৰা-ছোৱালীৰ গল্পৰ ভাল কাহিনী এটা পৰহি মনলৈ আহিছিল— পাহৰি গ'লো। এইযে পাহৰিলো—গ'ল। এটা ভাল গল্প গ'ল। এনেকুৱা হ'লে বৰ বেয়া লাগে। মনত পৰাৰ সময়ত ভাবোঁ—ঠিক মনত আছে, নাপাহৰোঁ। কিন্তু পাহৰি যাওঁ।*

* এনেকৈয়ে বহু কাহিনী চিৰদিনৰ বাবে হেৰুৱাইছোঁ। বহুদিন ঠিক কৰিলো,—মনলৈ অহাৰ লগে-লগে অন্ততঃ দুটামান বাক্যৰে কাহিনীটো লিখি থ'মেই থ'ম। কিন্তু কামৰ সময়ত ভাবোঁ, —এঃ! এইটো কাহিনীনো মই পাহৰিম নে? পাছত ন'টবুকত লিখি থ'ম।

কিন্তু কেতিয়াবা এঘণ্টাৰ পাছতো, বহুপৰ ভাবিও মনত পেলাব নোৱাৰোঁ— কাহিনীটো কি আছিল! সি গ'ল যে গ'লেই!

**৪ মাৰ্চ, ১৯৮৭ :** ... আমি (জ্যোতি চিত্ৰবন) ছছাইটিয়ে বাজেট সম্পৰ্কে যি কৰিলো, সকলো মিছা হ'ল। সেইবোৰ কাগজ ৰবীন্দ্ৰ ভৱনতে পৰি থাকিল। আজি Accountant আলিৰ পৰা সেই কথা জানিলো। Education Secretaryলৈ ফোন কৰিলো। তাৰ পাছত আজিয়েই তেখেতলৈ চিঠি লিখিলো। ছছাইটিৰ বাজেট চৰকাৰৰ বাজেটত reflected হ'ব লাগে। ...

আজিকালি ডায়েৰিৰ পাত সম্পাদনা কৰোঁতে দিনটোত কি কামত কেনেকৈ ব্যস্ত থাকোঁ, সেইবোৰ কথা, —নিতান্ত প্ৰয়োজনীয় বুলি অনুভৱ নকৰিলে বাদ দিবলৈ লৈছোঁ। জীৱন-ৰেখা প্ৰকাশ কৰিবলৈ লোৱাৰ প্ৰথম অৱস্থাতে দিনটোৰ কামৰ কিছুমান খতিয়ান দি থৈছোঁ। সেইবোৰেই পেটাৰ্নটোৰ আভাস দিয়ে। গতিকে আজিকালি সেইবোৰ খুটিনাটিলৈ নাযাওঁ। তথাপি, মাজে-মাজে কেনেকুৱা সময়ত কেনেকুৱা ভাব মনলৈ আহে, তাৰ এটা নমুনা মাজতে দি থওঁ।

**৬.৩.৮৭ :** ৫-৩৫। ঘৰৰ কাম।* প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। ১২-৩০ বজাত কামৰ পৰা উঠিলো। ১-২০—আকৌ প্ৰান্তিকৰ কাম। ৩-৩০ শেষ। ৪-৩০—৫-০০ কুলদীপ নায়াৰৰ অনুবাদ—ইমৰানে কৰা, চাবলৈ ল'লো। ইংৰাজীখিনি পঢ়ি ল'লো। ৰাতি সেই কামতে লাগি থাকিলো।

আজিৰ এইখিনি কামৰ কথাকে ধৰোঁ। চৰকাৰী অফিছৰ কাম হিচাপে কেইঘণ্টাৰ কাম? তিনি দিনৰ কাম। কমেও। মোৰ এই কামৰ ফলাফল হিচাপে যি ছপা হ'ব, সেয়া হাজাৰ-হাজাৰ মানুহে পঢ়িব। মোৰ কামৰ ত্ৰুটি ধৰা পৰিব। গতিকে এই কামৰ দায়িত্ব কিমান!

মই আণ্ডাৰপেইড মানুহ হিচাপে, বেছি কষ্ট কৰি কম ফল পোৱা মানুহ হিচাপে দিন কটাইছোঁ। কোনো দুখ নাই। প্ৰান্তিকে মোক কম পইচা দিছে বুলি কোৱা নাই। ৰাইজে। ৰাজ্যখনে। প্ৰান্তিক মোৰ নিজৰ মেগেজিন। দৰকাৰ হ'লে প্ৰান্তিকৰ পৰা মই আৰু কম পইচা ল'ম।

* ঘৰত, সুস্থ অৱস্থাত থকা দিনবোৰত মোৰ ডায়েৰিত বিছনা এৰাৰ সময়টোৰ পাছতে 'ঘৰৰ কাম' বুলি লিখা থাকে। এই ঘৰৰ কাম মানে,—সাধাৰণতে,—দুৱাৰ-খিৰিকি খোলা, গে'টৰ তলা খোলা, পানীৰ মেছিন চলাই দিয়া, আৰু দুকাপ চাহ কৰা।

**৭.৩.৮৭ :** ...টিভিত দেখিলো—গাভাছকাৰে ১০,০০০ (দহ হাজাৰ) ৰান (টে'ষ্টত) সম্পূৰ্ণ কৰিলে। পাছবেলা প্ৰান্তিকৰ কাম। ইমান চিঠি! তাৰ ভিতৰত ইমান ভাল-ভাল

চিঠি। আচলতে প্ৰান্তিকত আঠ পৃষ্ঠামান চিঠি থাকিলে চিঠিবোৰৰ প্ৰতি অধিক ন্যায় কৰিব পাৰিম।

**১২.৩.৮৭ :** ... ১-১৫ ষ্টুডিঅ'লৈ। তাৰ পৰা—কাগজ এখন লৈ—Director, Small Savings—শ্ৰী বিমল পণ্ডিতৰ ওচৰলৈ। তেখেতক মই এই documentary filmখনৰ বুৰঞ্জী ক'লো। ক'লো,—যিমান কম খৰচত সম্ভৱ, সিমান কম খৰচত কামটো হ'ব; কিন্তু কামটো হোৱা কৰিব লাগে। চাৰি বছৰ এখন ডকুমেণ্টেৰি ফিল্ম অসম্পূৰ্ণ হৈ পৰি থকাটো লাজৰ কথা। মোৰ কাৰণে। সেইকাৰণে মই চৰকাৰীমাৰ্কা কাম কৰিব খোজা নাছিলো। মোক কৰিবলৈ জোৰ কৰা হৈছিল। এতিয়া কিয় মই স্মল ছেভিংছৰ ডাইৰেক্টৰৰ অফিছলৈ আহিব লগা হ'ল? ...*

* ৩০।৬।৮৩ তাৰিখে প্ৰকাশ পোৱা 'জীৱন-ৰেখা'ত অজান বৰুৱাৰ বিষয়ে লিখোঁতে এই তথ্যচিত্ৰখনৰ কথাও লিখিছিলো।

**১৩.৩.৮৭ :** ... ৩-৩০ বজাত ষ্টুডিঅ'লৈ। আজি অৰনী গোহাঞিবৰুৱা (Secretary, Jyoti Chitraban) ১ মাহ ১২ দিনৰ পাছত ষ্টুডিঅ'লৈ আহিল। তেওঁ ক'লে,—সময়ৰ অভাৱৰ কথা। দিনে তিনিবাৰমানকৈ দিছপুৰলৈ যাব লাগে। এইজন মন্ত্ৰীয়ে মাতে, সেইজন মন্ত্ৰীয়ে মাতে! —মই ক'লো,—সপ্তাহত দুদিন ষ্টুডিঅ'লৈ অহাটো নিয়ম কৰক। সেই সময়খিনিত মুখ্যমন্ত্ৰীয়ে মাতিলেও নাযাব। ছেক্ৰেটেৰিজন যদি নিয়মীয়াকৈ নাহে, তেনেহ'লে এই প্ৰতিষ্ঠানটো চায় কোনে?*

* মই জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ সভাপতিৰ পদ লোৱাৰ দিনৰে পৰা এই ছছাইটিখনৰ কাৰণে এজন সুকীয়া ছেক্ৰেটেৰি লাগে, আৰু তেওঁ জ্যোতি চিত্ৰবনৰ চৌহদৰ অফিছত নিয়মীয়াকৈ বহিব লাগে বুলি দাবী কৰি আছিলো; আৰু এসময়ত সেই দাবী চৰকাৰে পূৰণ কৰিছিল।

**১৪.৩.৮৭ :** ...পাছবেলা ষ্টুডিঅ'লৈ গ'লো। ইন্দুকল্প হাজৰিকা, মুনীন বৰুৱা* আদিৰ লগত কথা পাতিলো। ইন্দুৱে ক'লে বৰুৱাৰ (চলচ্চিত্ৰ নিৰ্মাণ সম্পৰ্কীয়) চিন্তা-ভাবনাবোৰ ভাল। (আলোচনা প্ৰসংগত) মই ক'লো,—ব্যৱসায়িকেই হওঁক, পুৰস্কাৰ পোৱা ধৰণৰেই হওক,—সঘনে কিছু ভাল ছবি ওলাই থাকিলে দৰ্শকৰ মন অসমীয়া ছবিৰ ফালে ঘূৰি থাকিব। কিন্তু তুমি অযোগ্যজনক ছবিৰ পৰিচালক হ'বলৈ উৎসাহ দিয়া কেনেকৈ? চকুৰ আগতে টকা, শক্তি, সময়ৰ অপব্যয় সহ্য কৰা কেনেকৈ? অথচ তেনেকুৱা ক্ষেত্ৰত কিবা এষাৰ ক'লেও ক'ব,—"বৰ ডাঙৰ পৰিচালক ওলাইছে!" কিন্তু আমি সকলোৱে পৰাপক্ষত নতুন মানুহক অপব্যয়, ক্ষতিৰ পৰা বাচিবলৈ আগতীয়াকৈ সহায় কৰা উচিত।

* ইন্দুকল্প হাজৰিকা জ্যোতি চিত্ৰবনৰ স্থায়ী কেমেৰামেন। মুনীন (মুনিন) বৰুৱা চলচ্চিত্ৰ পৰিচালক।

**১৫.৩.৮৭ :** ...টিভিত 'মীৰা' নামৰ ফিল্মখন চালো। ভজন কেইটামানৰ সুৰ সম্পৰ্কে মনলৈ কিছু ভাব আহিল। একেটা ভজনকে কেইবাটাও সুৰত গোৱা শুনিছোঁ। কিন্তু সৰুৰে পৰা একোটা ভজন যিটো সুৰত শুনি আহিছোঁ, সেইটোৰ বাহিৰে অইন এটা সুৰে মনটোক সাধাৰণতে আকৃষ্ট নকৰে। 'জনপ্ৰিয়' বস্তুৰে খেলা কৰি অধিক জনপ্ৰিয়তা অৰ্জন কৰিবলৈ চেষ্টা কৰাটো প্ৰশংসনীয় নহয়। আনহাতে ইচ্ছা কৰি, জিদ কৰি 'জনপ্ৰিয়' বস্তুক বিসৰ্জন দিয়াও যুক্তিযুক্ত কাম নহয়।

**১৬.৩.৮৭ :** ...চুবুৰিৰ ল'ৰা-ছোৱালীহঁত আজিও ৰং খেলিবলৈ আহিল। আমিতো কালিয়েই ৰং খেলা হৈ গ'ল বুলি আজি নিজ-নিজ কামত ধৰিছোঁ।

ল'ৰা-ছোৱালীহঁতক 'ফোঁট' এটাকে দিবলৈ ক'লো। ৰাজহুৱাভাৱে ৰং খেলাটো এদিনীয়া ঘটনা কৰিলে ভাল হয়। (বিশেষকৈ) ধৰ্মৰ লগত জড়িত উৎসৱবোৰ, মেলাবোৰ যেতিয়ালৈকে নিয়ন্ত্ৰিত কৰিব পৰা নাযায়, ধৰ্মৰ প্ৰকৃত ৰূপ সম্পৰ্কে যেতিয়ালৈকে মানুহক শিক্ষিত কৰিব পৰা নাযায়, তেতিয়ালৈকে দেশৰ উন্নতিৰ গতি ব্যাহত হৈয়েই থাকিব।...

**১৭.৩.৮৭ :** ... আজি Directorate of Film Festivals-অৰ পৰা আৰু এখন টেলিগ্ৰাম আহিছে,—(ছেক'শ্ল'ভেকিয়াৰ) প্ৰাগৰ ভাৰতীয় কথাছবি মহোৎসৱ ৩১ মাৰ্চৰ পৰা। সুধিছে,— মই ইংৰাজী সংলাপৰ (অগ্ৰিম্নানৰ) তালিকা পঠালোনে? টেলিগ্ৰাম কৰিলো,—পঠালো।

**২৭.৩.৮৭ :** ... ১০-৩০ বজাত Guest House no.-1. Planning Commission-অৰ ছেক্ৰেটেৰি Mr. J. S. Baijal আৰু Adviser (State Plan) Dr. (Mrs.) I.K.Barthakur আহিছে Assam Accord-অৰ ৭ নম্বৰ দফাৰ কিছু কথা আলোচনা কৰিবলৈ। ১১ বজাৰ ঠাইত প্ৰায় ১২ বজাত সভা আৰম্ভ হ'ল। ইন্দ্ৰজিৎ বৰুৱা, প্ৰদীপ ভূঞা, পৰমেশ্বৰ শৰ্মা, ড. প্ৰভাস গোস্বামী আদি উপস্থিত আছিল। মই Film-অৰ Training-cum-Production Centre-টোৰ কথা ক'লো। দুই বজাত জনতা ভৱনত সাংস্কৃতিক বিভাগৰ উপদেষ্টা সমিতিৰ সভা। কংক্ৰিট, স্থায়ী ধৰণৰ কামৰ ওপৰত জোৰ দিয়া হ'ল। মেলামুখী, ব্যয়বহুল কাম বাদ দিবলৈ কোৱা হ'ল। অহা বছৰটোত কি কৰিব তাৰ তালিকা এখন অহা সভাত দিবলৈ কোৱা হ'ল। ... বৰগীত সম্পৰ্কে আকৌ ক'লো।*

* বৰগীতসমূহৰ শুদ্ধ স্বৰলিপি প্ৰস্তুত কৰা কামটোৰ ওপৰত মই আগৰ সভাত গুৰুত্ব দিছিলো।

**২৮.৩.৮৭ :** ... Film Finance Corporation-অৰ মিটিং। চেয়াৰমেন হিচাপে মই বোলে কৰপ'ৰেশ্যনৰ ১০.০০০ টকাৰ share ল'ব লাগে। এতিয়া ৫,০০০ টকা দিব লাগে। কিন্তু আগৰ চেয়াৰমেনে ৫০০ (পাঁচশ) টকাৰ Share কিনিছিল। সেয়া বোলে irregular আছিল। অৰ্থাৎ আৰম্ভণিৰ পৰা এতিয়ালৈকে irregular-এই! ঠিক আছে, মই ৫,০০০ টকা দি regular কৰোঁ!

...শ্ৰী ভাস্কৰ বৰুৱাক* লগ ধৰি NECৰ (Film Studio-Training Centre সম্পৰ্কীয়) schemeখনৰ কথা ক'লো। ড. আই. কে বৰঠাকুৰলৈ কপি এটা তেখেতৰ হাততে দিলো। মাজে-মাজে চিন্তা হয়,—কিহত সোমালো! দেখা যাওক, এবাৰ নিস্বাৰ্থভাৱে যুঁজি চাওঁ।

* আই. এ. এছ বিষয়া ভাস্কৰ বৰুৱা সেই সময়ত অসম চৰকাৰৰ পৰিকল্পনা আৰু উন্নয়ন বিভাগৰ আয়ুক্ত আছিল।

**২৯.৩.৮৭ :** ... ৰাতি কিছুমান মানুহৰ কথা মনলৈ আহিল। কিছুমান চৰিত্ৰ। সেই তাহানি লগ পোৱা সাধাৰণ মানুহ। মোমাই, বৰপিতাই, মুনীনৰ বাপেক,—এইজাতীয় মানুহ। কি যে সুন্দৰ, কি যে আমোদজনক চৰিত্ৰ! একোটা বাক্য কোৱাৰ ভংগী, থিয় হৈ থকাৰ একোটা ভংগী,—মনৰ গতি,—কিযে বিচিত্ৰ! সেইবিলাক চিন্তাৰ মাজতে গভীৰভাৱে সোমাই লিখি যোৱা হ'লে! এইযে জ্যোতি চিত্ৰবন, ফিল্ম ফাইনেন্স কৰপ'ৰেশ্যন, চৰকাৰৰ সমিতিবিলাক— এইবিলাকত সোমাই ভুল কৰিছোঁ নে কি? চব এৰি দিওঁ নে কি?

**১.৪.৮৭ :** ...প্ৰদীপে ক'লে, Photo composing-অৰ মেছিনটো গুৱাহাটী পাইছেহি। ভাল খবৰ। আখৰবিলাক ভাল হ'লে আমাৰ আলোচনীখন দেখিবলৈ ভাল হ'ব। কলিকতাৰ বাংলা আলোচনীবোৰৰ লগত, একে বৰ্ণমালা কাৰণে, ... আমাৰখনৰ পাৰ্থক্য জ্বলজ্বল-পটপটকৈ ওলাই পৰে। Photo compose হ'লে পাৰ্থক্যটো কমিব। ভবেন বৰুৱালৈ ফোন কৰিলো। প্ৰায় পাঁচ মাহৰ মূৰত তেখেতৰ লগত যোগাযোগ হ'ব। চাৰিওফালৰ অৱস্থা (অসমীয়া জাতি আৰু মানুহ সম্পৰ্কীয়) দেখি তেখেত উদ্বিগ্ন। ময়ো। কিন্তু মোৰ approach-টো অলপ বেলেগ। মোৰ কথা হ'ল, —কি কৰিলে অন্ততঃ কিবা এটা হ'ব, সেইটো ঠিক কৰা।

ডিফুৰ মামনি আৰু মণি নামৰ দুজনী ছোৱালীয়ে (B.A. 2nd Year আৰু Class X -অত পঢ়া) চিঠি লিখিছে,—তেওঁলোকক কাৰোবাৰ ঘৰত চাকৰণী হৈ হ'লেও থাকিবলৈ লাগে। থাকিবলৈ ঠাই নাই। যাক বোলে বৈৰাগ্য ভাব,—তেনেকুৱা এটা ভাবে মনটো আগুৰি ধৰিলে। সকলো বাদ দি যেন ক'ৰবাত লুকাই থাকিম! এটা অদ্ভুত দুখৰ চিন্তাই কষ্ট দিবলৈ ধৰিলে।

**৩.৪.৮৭ :** ...সন্ধিয়া টি. কে. কামিল্লা নামৰ বিষয়াগৰাকী (I.A.S. বিষয়া। Commissioner, Hills etc.) আহিল। এওঁ উৰিষ্যাৰ সীতাকান্ত মহাপাত্ৰৰ* চিনাকি। বহু সময় কথা পাতিলো। এওঁ Mechanical Engineering Graduate, Record break কৰা result (Benaras Hindu Universityৰ) দেখুৱাই থৈছে। অসমত ২০ বছৰতকৈও বেছি দিন হ'ল। এওঁ মই বিশ্বাস কৰা কথা এটা ক'লে। ভাল কাম কৰিবলৈ, সাধনা কৰিবলৈ— detachment লাগে।

* সীতাকান্ত মহাপাত্ৰ ওড়িয়া ভাষাৰ এগৰাকী বিখ্যাত কবি। এওঁ জ্ঞানপীঠ বঁটা পাইছে। I.A.S. বিষয়া হিচাপে এওঁ ভাৰতৰ বিভিন্ন ঠাইত বিভিন্ন গুৰুত্বপূৰ্ণ পদবীত কাৰ্যনিৰ্বাহ কৰিছে। সাহিত্য একাডেমি আৰু চলচ্চিত্ৰ মহোৎসৱৰ জৰিয়তে এওঁৰ লগত মোৰ ব্যক্তিগত বন্ধুত্ব স্থাপিত হৈছিল।

**৪.৪.৮৭ :** ...আজি প্ৰদীপৰ লগত পতা কথাৰ সাৰাংশ ঃ পৰিষ্কাৰ চিন্তা, সততা, কামৰ এটা নীতি,—সেইবোৰ ঠিক কৰি নোলোৱাকৈ লুটি-বাগৰ মাৰি-মাৰি কাম কৰি আৰু কথা কৈ থকাৰ ফলত আমাৰ কিছুমান সম্ভাৱনাপূৰ্ণ মানুহৰ জীয়াই থাকোঁতেই মৃত্যু হ'ল। তেওঁলোকে একো দিবতো নোৱাৰিলেই, বৰঞ্চ ৰাজ্যখন লেতেৰা কৰিলে।...

**৫.৪.৮৭ :** ৫-২০। ফুৰিলো। হাতীগাঁৱৰ ৰাস্তাটোলৈ গ'লো। মানুহে চৌহদৰ সীমা এফুট-আধাফুট বঢ়াবলৈ যে কিমান চেষ্টা কৰে! এই মানুহবোৰ যে এদিন মৰিব, এইবোৰ যে ইয়াতে পৰি থাকিব, তেওঁযে এফুট মাটি বেদখল নকৰিলে ৰাইজৰ কিমান সুবিধা হয়,— এইবোৰ একো নাভাবে।...

**৭.৪.৮৭ :** ...শিক্ষা সচিব শ্ৰী ভুবনেশ্বৰ ভট্টাচাৰ্যক ফোনত ক'লো,—আপুনি অলপ সময় উলিয়াই অন্ততঃ ৪৫ মিনিট-এঘণ্টা মোৰ লগত ষ্টুডিঅ'টো সম্পৰ্কে কথা পাতক। তেখেতে ক'লে "কাইলৈ আবেলি ময়ে যাম। ষ্টুডিঅ'লৈ।" মই ক'লো,—ঠিক আছে। আমি অকলে কথা পাতিব খোজোঁ।

প্ৰাগজ্যোতিষ কলেজৰ গৱৰ্নিং ব'ডিৰ মিটিঙলৈ মতা চিঠি আকৌ এখন। বৰ্তমান দায়িত্বত থকা বেদ বৰুৱাক ফোন কৰি কলো, — কেতিয়াবাই মই DPI ক চিঠি যোগে জনালো, আগৰ প্ৰিন্সিপালক ফোন কৰি ক'লো,—মই সেই বাব গ্ৰহণ কৰিব নোৱাৰোঁ বুলি। তথাপি চিঠি আহি থাকে কিয়? আজি আপোনাকো ক'লো,—মোৰ নামটো গৱৰ্নিং ব'ডিত নাৰাখিব।

পুৰণি কাগজ-পাতি থকা আলমাৰিটোৰ ঠাই সলালো। তাকে কৰোঁতে কাগজবোৰ উলিয়াব লগা হৈছিল। কিমান যে কাগজ! এইবোৰ কেতিয়াবা কোনোবাই চিজিল লগাবনে?

**৮.৪.৮৭ :** ...সুমিত্ৰা হাজৰিকা নামৰ ছোৱালী এজনী প্ৰান্তিকৰ অফিছলৈ আহিল। এসময়ত ময়ো তেওঁৰ লগত কথা পাতিলো। তেওঁৰ বক্তব্য,—প্ৰান্তিকত মহিলা-শিতান এটা খুলিব নোৱাৰিনে? প্ৰদীপে ক'লে,—গোটেই প্ৰান্তিকখনেই মহিলাৰ বুলি ভাবিব লাগে।

আজিকালি কাজেনে* গাড়ী চলায় কাৰণে মই গাড়ীত বহি চিঠি-পত্ৰ-প্ৰবন্ধ আদি পঢ়িব পাৰোঁ। অন্ততঃ প্ৰদীপে দিয়া পেকেটটোত কি আছে, সেয়া ঘৰ পাওঁ মানে মোটামুটি চোৱা হৈ যায়। শিক্ষা-সচিবে ফোন কৰি জনালে—তেখেত কাইলৈ পুৱা ষ্টুডিঅ'লৈ যাব। আজি অফিছৰ এজনৰ farewell অনুষ্ঠান আছে। হ'ব! কামৰ কথাবোৰ পিছুৱাই গৈ থাকক!

* কাজেন ঠাকুৰীয়া চলচ্চিত্ৰ (বিত্ৰ আৰু উন্নয়ন) নিগমৰ চেয়াৰমেন আৰু জ্যোতি চিত্ৰবন

ছছাইটিৰ সভাপতিৰ গাড়ীখনৰ চালক আছিল। সেই দুটা প্ৰতিষ্ঠানৰ কামৰ বাহিৰে অইন কামত মই আমাৰ নিজৰ গাড়ী ব্যৱহাৰ কৰিছিলো; কিন্তু এটা বন্দবস্ত কৰি আজৰি সময়ত কাজেনক আমাৰ গাড়ী চলাবলৈ দিছিলো।

**৯.৪.৮৭ :** ... ৯-৫০ ষ্টুডিঅ'লৈ। শিক্ষা সচিব (ভুবনেশ্বৰ ভট্টাচাৰ্য) আহিল। তেখেতক বুজাই ক'লো—জ্যোতি চিত্ৰবন নামৰ এই প্ৰতিষ্ঠানটো কিয় এনে অৱস্থাত আছে, আৰু ইয়াক ভাল কৰিবলৈ কি কি কৰিব লাগে। সদ্যহতে এনে এজন মানুহ (Secretary) লাগে, যাৰ জ্যোতি-চিত্ৰবনেই একমাত্ৰ কৰ্মস্থলী। ষ্টুডিঅ'টো কৰ্মক্ষম হ'ব লাগে; ইয়াৰ উপাৰ্জন হ'ব লাগে।

তাৰপৰা বাহিৰে-বাহিৰে ৰবীন্দ্ৰ ভৱনলৈ। অসমীয়া সংস্কৃতিৰ ৰক্ষণাবেক্ষণ সম্পৰ্কীয় টোকা প্ৰস্তুত কৰা সমিতিৰ সভা। (অসম চুক্তিৰ লগত জড়িত)। ড. বীৰেন্দ্ৰনাথ দত্ত, মই, ভুবনেশ্বৰ ভট্টাচাৰ্য, ডেপুটি (শিক্ষা) ছেক্ৰেটেৰি শ্ৰী চাংকাকতী, অৱনী কুমাৰ গোহাঞিবৰুৱা (সঞ্চালক)। মোৰ চিন্তাধাৰা হ'ল,—সাংস্কৃতিক ৰক্ষণাবেক্ষণৰ লগত ৰাজনৈতিক ৰক্ষণাবেক্ষণৰ প্ৰশ্নটো জড়িত হৈ আছে। জনগাঁথনিৰ যি কোনো অৱস্থাত যদি অসমীয়াৰ সংখ্যাগৰিষ্ঠতা ৰক্ষিত হয়, তেনেহ'লে সংস্কৃতি আমি নিজে ৰক্ষা কৰিব পাৰিম। ...

**১০.৪.৮৭ :** ... (জ্যোতি চিত্ৰবনত Executive Council-অৰ সভা।)

ম'ভিৱলাটো* কিনা সম্পৰ্কে আলোচনা। এই কামটো, একমাত্ৰ ষ্টুডিঅ'ৰ ভালৰ কাৰণে, সকলো নিয়ম-নীতি ৰক্ষা কৰি, অতি সৎভাৱে কৰা হৈছে। কিন্তু আজি সভাত এনে এটা সুৰ শুনা গ'ল,— ...পাছত যেন কোনোবাই কিবা বেয়া কথা, দুৰ্নীতিৰ কথা ক'ব! মই বৰ দুখ পালো। মই সকলোকে ক'লো,—এতিয়াও ম'ভিৱলাটো কিনা হোৱা নাই;—গতিকে নিকিনাৰে সিদ্ধান্ত লওক। কিন্তু মই সভাপতি থকা কালছোৱাত—মোৰ নিজৰ কথাটো বাদেই,—জ্যোতি চিত্ৰবনকো কোনো ভুল কামত জড়িত হ'বলৈ দিব নোৱাৰোঁ। সকলো clean থাকিব লাগিব। ...

* ম'ভিৱলা হ'ল চলচ্চিত্ৰ সম্পাদনা কৰা যন্ত্ৰ। সেই সময়ত নতুন ম'ভিৱলা এটাৰ দাম প্ৰায় ছয় লাখ টকা আছিল। আমি কলিকতাত ভাল অৱস্থাত থকা ম'ভিৱলা এটা তিনি লাখ টকাত পাইছিলো। সেইটো ম'ভিৱলাতে নিকুঞ্জ ভট্টাচাৰ্যই মই পৰিচালনা কৰা 'দৰ্পহৰণ' (পাছলৈ 'অহংকাৰ') নামৰ চলচ্চিত্ৰখন সম্পাদনা কৰিছিল। লগতে ময়ো আছিলো। গতিকে মই যন্ত্ৰটোৰ অৱস্থা ভালকৈ দেখাৰ সুবিধা পাইছিলো। শেষ পৰ্যন্ত যন্ত্ৰটো কিনা নহ'ল।

**১৪.৪.৮৭ :** ...ভবেন বৰুৱাৰ তালৈ গ'লো। ৰাজ্যখনৰ কথা। তেখেতে ক'লে, —অসমীয়া সংস্কৃতি ৰক্ষণাবেক্ষণৰ কথা যে কোৱা হয়,—কাৰ পৰা? (অৰ্থাৎ কাৰ পৰা ৰক্ষা কৰাটো সমস্যাৰ কথা হৈছে?) কিছুমান অসমীয়াৰ পৰা।

... মোৰ কথা হৈছে ঃ মই বুজোঁ শংকৰদেৱৰ গুৰুত্ব। মই বুজোঁ বেজবৰুৱাৰ গুৰুত্ব। বুজোঁ—বৰ্তমানৰ মানুহবিলাকৰ কিমান ভুল হৈছে; কিমানে স্থিৰ হৈ থাকি, শুদ্ধ পথত কাম কৰিছে। বুজোঁ,—আমাৰ ৰাজনীতি, সংস্কৃতি প্ৰায় সকলো ক্ষেত্ৰতে কথাবোৰ কিমান গ্ৰাম্য, ট্ৰাইবেল হৈ আছে। কিন্তু এইবোৰকে খুচৰি থাকিম, নে অন্ততঃ এশ বছৰৰ আগতে বংগদেশত যি অৱস্থা আছিল, সেই অৱস্থাৰ কথা ভাবি কিবা এটা কংক্ৰিট কাম কৰিম? কিবা এটা,—কিবা এটা! এই অৱস্থাত একেজাঁপে কিমান ওপৰলৈ উঠিব পাৰোঁ? কবিতাৰ ক্ষেত্ৰত যিটো পৰা যায়, সমাজৰ ক্ষেত্ৰত সেইটো সম্ভৱ নে? ...

**১৬.৪.৮৭ :** ... ৯-৩০ যোৰহাটলৈ বুলি ওলাই গ'লো। বৰঝাৰ। জয়ন্ত বৰুৱাক * লগ পালো। চাহপাতৰ বিষয়ে কিছু কথা শিকি ল'লো। প্লেন সময়মতে এৰিলে। ওপৰতে গম পালো,—মই বৰঝাৰত যে নতুন ফিল্মখনৰ বিষয়ে ন'ট কৰিবলৈ ন'টবহীখন উলিয়াইছিলো, সেইখন নিশ্চয় বহা চকীখনতে এৰি থৈ আহিলো। এয়াৰ হ'ষ্টেছক ক'লো। তেওঁ অলপ পাছত খবৰ দিলেহি,—গুৱাহাটীৰ ছিকিউৰিটিয়ে কৈছে,—তেওঁলোকে বোলে বহীখন পোৱা নাই। যোৰহাটত কেবিন-ক্ৰুক আকৌ ক'লো,—আপোনালোকতো এতিয়াই উভতি যাব; গুৱাহাটীত মুখেৰেও এবাৰ ক'বগৈ। (কিন্তু কথা হ'ল—মই এনেকৈ বস্তু হেৰুৱাওঁ কিয়? ...মনটো দমি গ'ল।)

প্ৰদীপ দত্ত এয়াৰপ'ৰ্টলৈ আহিল। এইবাৰ সিহঁতৰ যোৰহাটৰ নিজা ঘৰত থাকিবলৈ গ'লো। বিহু সমিতিৰ হেমন্ত কলিতাও এয়াৰপ'ৰ্টলৈ আহিছিল। সন্ধিয়া মিটিং প্ৰায় ৭-৩০ বজাত আৰম্ভ হ'ল। ড. যোগেন বৰুৱা, ড. ধীৰেন বৰঠাকুৰ, শ্ৰীমতী অবলা গোহাঁই আদিক সম্বৰ্ধনা জনোৱা হ'ল। ললিত ৰাজখোৱা (মন্ত্ৰী) সভাপতি। মইনো কি ক'লো?—সেই একেসোপা কথা। ...

মণ্টু, ৰণ্টু, পৰাগ বৰুৱা আৰু ৰীণা বৰাক লগ পালো। (এওঁলোকক ভ্ৰাম্যমাণ থিয়েটাৰ 'আৱাহন'ৰ শিবিৰত অভিনেতা-অভিনেত্ৰী হিচাপে ঘনিষ্ঠভাৱে লগ পাইছিলো।)

* জয়ন্ত বৰুৱা শিৱসাগৰৰ চাহ-খেতিয়ক আৰু চাহ-ব্যৱসায়ী। আজিকালি তেখেতক গুৱাহাটীতে বেছিকৈ লগ পাওঁ। তেখেতক মই প্ৰথমে বেহেলা-বাদক হিচাপেহে চিনি পাইছিলো।

**১৭.৪.৮৭ :** ... এইডোখৰ ঠাইৰ নাম বঙাল-পুখুৰী। (প্ৰদীপ দত্তৰ পৰিবাৰ) নানুৱে ক'লে,—ৰূপসিং চিপাহীয়ে বোলে বদন বৰফুকনক জে. বি. কলেজৰ ওচৰত মাৰি ইয়াত তৰোৱাল ধুইছিল। পুখুৰীটোত ঘাঁহ-জংঘলহে আছে।

...বৰঝাৰত ন'টবুকখন বিচাৰিলো। এজন ডেকা অফিছাৰৰ (Security ৰ) লগত কথা পাতিলো। তেওঁ বোলে 'সন্ধ্যাৰাগ'ৰ ক'ৰাছটো গাইছিল। প্ৰথমতে চিনি পোৱা নাছিলো। তেওঁ খবৰ কৰি ন'টবুকখন নাই পোৱা বুলি ক'লে। কিন্তু মই টেক্সিৰ ওচৰলৈ আহোঁতে তেওঁ,—লগতে আৰু এজন,—লৰালৰিকৈ মোৰ ওচৰলৈ আহিল। ন'টবুকখন

এজনে পাইছিল। মনটো বৰ ভাল লাগিল। সন্ধিয়া লতাশিল পথাৰৰ বিহু চাবলৈ গ'লো। এঘণ্টামান চালো। বড়োসকলে উন্নত মানৰ অনুষ্ঠান পৰিবেশন কৰিবলৈ লৈছে। এই কথাটো কিছুদিন ধৰি লক্ষ্য কৰিছোঁ। ...

**১৮.৪.৮৭ :** ...শ্ৰী হিতেশ্বৰ শইকীয়া আৰু তেখেতৰ পৰিবাৰে আইজলৰ ৰাজভৱনৰ পৰা নতুন বছৰ আৰু ৰঙালী বিহুৰ শুভেচ্ছা জনাই দিয়া কাৰ্ডখনৰ উত্তৰ দিলো। শ্ৰী প্ৰফুল্ল কুমাৰ মহন্তই পঠোৱা কাৰ্ডখনৰো উত্তৰ দিলো। ...শ্ৰী অৱনী কুমাৰ গোহাঞিবৰুৱাক পাঁচ পৃষ্ঠাৰ চিঠিখন হাতে-হাতে দিলো। Moviola সম্পৰ্কে। সেইটো কিনাৰ আগতেই সকলো কথা পৰিষ্কাৰ হ'ব লাগিব। মই এই 'কিনা' কামৰ দায়িত্ব নলওঁ। লেতেৰা কাৰবাৰ। একোটা ভাল কাম কৰিবলৈ মনটোক সাজু কৰি লৈ কামটো আৰম্ভ কৰিব, তুচ্ছ, লেতেৰা কথাইহে প্ৰাধ্যান্য লাভ কৰে। যোৰহাটত যে ড. যোগেন বৰুৱাই লগ পায়েই তিনি-চাৰিবাৰ কৈছিল,—''অসমীয়া জাতিটো নাথাকে'', কম দুখত কোৱা নাছিল। মাটি-শিলগুটিৰ টকা খোৱা মহৰীৰ মনোবৃত্তিৰে সংস্কৃতিৰ সেৱা কৰিবলৈ ওলালে কেনেকৈ হয়? ...

**১৯.৪.৮৭ :** ...টিহুৰ সভা এখনলৈ মাতিবলৈ ল'ৰা চাৰিজন আহিল। মিটিং ৬।৫। ৮৭ তাৰিখে। মই তেওঁলোকক ক'লো,—এই কামটো মই কিমান বোয়া পাওঁ। যোৰহাটৰ মিটিঙত সাত-আঠ মিনিট কথা ক'লো, —তাৰ বাবে মুঠতে ত্ৰিছ ঘণ্টা খৰচ! এওঁলোকে বোলে মই যে মিটিঙলৈ যাবলৈ বেয়া পাওঁ, সেইটো শুনিছে; তথাপি জোৰ কৰিলে।

**২২.৪.৮৭ :** (জাপিসজীয়া; উত্তৰ লক্ষীমপুৰ)

৫-২০। গছ-গছনিৰ মাজে-মাজে ঠেক বাট। ফুৰিলো। আগতে নুশুনা নতুন চৰাইৰ মাত। বৰ নিজান। বিভাগীয় বিষয়াৰ দুটা ঘৰ;—T.V.ৰ এণ্টেনাও আছে। তেওঁলোকৰ ঘৰৰ সীমা পাৰ হৈয়েই গাঁৱৰ ভিতৰুৱা ঠাইৰ ঘৰৰ নিচিনা এটা ঘৰ আৰু চোতাল। মানুহ এজনীয়ে ঘৰুৱা কাম কৰিছে। জীয়েক নে পুতেকক গৰু-পোৱালিটোৰ কথা কৈছে। মাত-কথাবোৰ ইমান ভাল শুনি! অইন নহ'লেও এই মাত-কথাৰ কাৰণেই মাজে-মাজে এইবোৰ ঠাইলৈ আহি থাকিবলৈ মন যায়। ...

**২৩.৪.৮৭ :** (ৰাতি উত্তৰ লক্ষীমপুৰৰ ছাৰ্কিট হাউছত আছিলো। ওচৰৰে সভাস্থলীত কালি আবেলি সভা বহিছিল। তালৈকে আহিছিলো।)

৫-৩০ : ...ফুৰিলো। সভাস্থলীত এগৰাকী তিৰোতাই কিবা বিচাৰি ফুৰিছে। এনেকুৱা লাগিল যেন (কালি সাংস্কৃতিক অনুষ্ঠান চাবলৈ আহোঁতে) তেখেতৰ কাণফুল এপাতহে পৰিল! কথাটো ভাবি, দৃশ্যটো দেখি বৰ ভাল লাগিল। শুদা চাহ একাপৰ অভাৱ বৰকৈ অনুভৱ কৰিলো। জয়কান্ত গন্ধীয়াই ক'লে,—ৰাতিপুৱা চাৰি বজাৰ সময়তহে 'ফাংছন' শেষ হৈছে। সেইকাৰণে সকলো শুই আছে।

... হেমেন গগৈ, বকুল (ঘন হাজৰিকা) ... আদিক লগ পাই ভাল পালো।*

* হেমেন গগৈয়ে উ. লক্ষীমপুৰ কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰিছে। এওঁ মোৰ ছাত্ৰ আছিল। ঘন হাজৰিকা 'সুৰংগৰ শেষত' নামৰ জনপ্ৰিয় অনাতাঁৰ নাট্মালা আৰু ভ্ৰাম্যমাণ থিয়েটাৰৰ মঞ্চৰ বাবে যুগুত কৰা একে নামৰ নাটকৰ লেখক। এওঁ এতিয়া টেলিভিশ্যনৰ বাবে চলচ্চিত্ৰ নিৰ্মাণত হাত দিছে।

**৪ মে', ১৯৮৭ চন :** ... ১-৩০ বজাত ষ্টুডিঅ'লৈ। অৱনী গোহাঞিবৰুৱালৈ ফোন কৰিলো;—কাইলৈ যে টকা-পইচা সম্বন্ধীয় মিটিং হ'ব,—ষ্টুডিঅ'ৰ বিষয়ে কিবা কৰিছে নে? তেখেতে ক'লে,— আৰ্ট কলেজৰ ষ্ট্ৰাইক-পিকেটিং আৰম্ভ হৈছে।

মই কল্পনা কৰিব নোৱাৰোঁ,—এটা প্ৰতিষ্ঠানৰ ছেক্ৰেটেৰিৰ দায়িত্বত থাকিবলৈ ইমান ব্যস্ত, ইমান কামৰ জুমুৰিত থকা মানুহ এজনক কিয় দিয়া হৈছে? ষ্টুডিঅ'টোৰ একো কাম নহয়। প্ৰেছিডেণ্ট হিচাপে মই বৰ হতাশ হৈছোঁ। কেনেকৈ যে ৰাইজৰ ধন কেৱল কাম-বন নোহোৱা কৰ্মীৰ দৰমহাত খৰচ হৈ আছে! ...

**৫.৫.৮৭ :** ... ফিল্ম ষ্টুডিঅ'ৰ কাম। ১১ বজাত বিষয়াসকলৰ মিটিং এখন আছে। তালৈ বুলি দুখন চিঠি/তালিকা নিজে type কৰি উলিয়ালো। —জ্যোতি চিত্ৰবন আৰু নিগমৰ কাৰণে কিমান টকা লাগে—তাৰ হিচাপ দিলো। ৯ বজাত খবৰ পালো — মিটিংখন postpone কৰা হ'ল। আগলৈ কাম এটা আগবাঢ়ি থাকিল; কিন্তু এই সময়খিনি, —পুৱাৰ ভাল সময়খিনি নষ্ট হ'ল। ৫ তাৰিখে কলিকতাৰ NFDC-ৰ মিটিঙলৈ নোযোৱাৰ এটা কাৰণ আছিল এই মিটিংখন। কামৰ মিটিং আছিলতো, সেইকাৰণে postponed হ'ল!

**৭.৫.৮৭ :** ...দুপৰীয়া (কালি) মুখ্যমন্ত্ৰীলৈ ফোন কৰিলো। ক'লো,— জ্যোতি চিত্ৰবনৰ ছেক্ৰেটেৰি এজনৰ ব্যৱস্থাটোৰ কি কৰিলা? মই Education Secretary, Deputy Secy., P.P.S. to C.M.—এই সকলোকে যোৱা সপ্তাহত বাৰম্বাৰ কৈ আছোঁ। তুমি interest লোৱা। চিত্ৰবনৰ একো কাম কৰিব পৰা নাই; কাম হোৱা নাই। এনেকৈ দায়িত্ব লৈ থাকিবলৈ মই বৰ বেয়া পাইছোঁ। ...

**৮.৫.৮৭ :** ... ৪-১৫ মিনিট। জিণ্টি আৰু ৰশ্মিয়ে তিনিমান বজাৰ পৰা পঢ়ি আছে। জিণ্টিৰ শোৱাৰ লক্ষণেই নেদেখিলো। তাই বোধকৰোঁ চকীতে মাজে-মাজে টোপনিয়াইছে। সিহঁতক গাখীৰ গৰম কৰি খাবলৈ দিলো।

... যোৱা মঙলবাৰে আমাৰ গাড়ীখনৰ লগত South Point School -অৰ বাছ এখনৰ লাহেকৈ খুন্দা এটা লাগিছিল। কাজেনে চলাইছিল। তেওঁৰ গাত দোষ নাছিল। ...বুধবাৰে প্ৰান্তিকলৈ যাওঁতে পোটোকা পৰাকণ ঠিক কৰিবলৈ গাড়ীখন গেৰেজত দিছিলো। আজি গাড়ীখন ভাল হৈ আহিল। কালি আৰু আজি আগবেলা কৰপ'ৰেশ্যনৰ গাড়ীখন ব্যক্তিগত কামত দুবাৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছোঁ। এই কামটো মই একেবাৰে ভাল নাপাওঁ। ...

**১১.৫.৮৭ :** ...প্ৰীতি আৰু ৰশ্মি স্কুলৰ পৰা উভতি আহিল। শ্ৰেণী বৰ্জন। ছাত্ৰসন্থাৰ আহ্বান। নিমাতীঘাটত ই-কংগ্ৰেছৰ নেতা এজনৰ দেহৰক্ষীয়ে গুলী চলোৱাৰ ফলত দুজন লোক মৰিল। তাৰ প্ৰতিবাদত। প্ৰতিবাদ কৰা; কিন্তু শ্ৰেণী বৰ্জন কিয়? 'শ্ৰেণী বৰ্জন' কৃতকাৰ্য কৰিবলৈ আটাইতকৈ সহজ কাৰণে? আৰু অইন একো ধৰণে তোমালোকে প্ৰতিবাদ-অনুষ্ঠান সংগঠিত কৰিব নোৱাৰা কাৰণে? স্কুল-কলেজ বাদ দি ফূৰ্তি কৰাৰ বাহিৰে অইন একোলৈকে তোমালোকে ছাত্ৰ-ছাত্ৰীক উদ্বুদ্ধ কৰিব নোৱাৰা? তোমালোকে এটা টোৰ পিঠিত বহি আছা কাৰণে গম পোৱা নাই; কিন্তু ভৱিষ্যতৰ বাবে গুণী অসমীয়া গঢ়ি, জাতিটোক শক্তিশালী কৰিবৰ কাৰণে তোমালোকে বহুত কাম কৰা নাই। সেই কাৰণে বহুলোক ক্ষুব্ধ হৈ আছে।...

**১৪.৫.৮৭ :** ...পাছবেলা জনতা ভৱন অঞ্চললৈ। Deputy Secretary (P.W.D.) শৈলেন শীলক সুধিলো,—জ্যোতি চিত্ৰবনৰ সামান্য কাম এটা কৰাবলৈ ইমান মেৰপাক, ইমান সময়ৰ অপব্যয়;—এইবোৰ নাইকিয়া কৰিব নোৱাৰিনে? মই তেখেতৰ লগত পৰামৰ্শ কৰিলো,— জ্যোতি চিত্ৰবনৰ আটাইতকৈ ওচৰৰ P.W.D. অফিছটোৰ লগত জ্যোতি চিত্ৰবনৰ সম্পৰ্ক কেনেকৈ কৰিব পাৰি? ফাঁচীবজাৰৰ অফিছটো বহু দূৰ হয়। তাৰ পাছত Education -অৰ Deputy Secretary চাংকাকতীৰ ওচৰলৈ গ'লো। Secretary নাই। তেওঁক জ্যোতি চিত্ৰবনৰ Secretary appointment-অৰ কি হ'ল সুধিলো। পৰিষ্কাৰভাৱে ক'লো,—মোকেই বাদ দিয়ক। এনেকুৱা inefficient ব্যৱস্থাৰ মাজত মোক সুমুৱাই বদনামৰ ভাগী নকৰিব। ৰাতি Guest House 1-অলৈ গ'লো। উপৰাষ্ট্ৰপতিৰ সন্মানাৰ্থে মুখ্যমন্ত্ৰীয়ে ভোজৰ আয়োজন কৰিছে। তাত D.C. চন্দ্ৰ দাসৰ লগত Cultural Centre-অৰ মাটি আৰু Corporation-অৰ Cinema Hall এটাৰ কাৰণে মাটিৰ কথা আলোচনা কৰিলো। ভাস্কৰ বৰুৱা আৰু ধীৰেন চক্ৰৱৰ্তীৰ লগত N.E.C.ৰ Film Complex সম্পৰ্কে আলোচনা কৰিলো।*

* শ্ৰী ধীৰেন চক্ৰৱৰ্তী জন সম্পৰ্কৰক্ষী বিষয়া আছিল।

**১৬.৫.৮৭ :** ... বেংকৰ পৰা নিয়া ৪৬ লাখ টকাৰ ৩৫ লাখ পুলিছে উদ্ধাৰ কৰিছে। টকা লুকুৱাই থোৱা ঠাইডোখৰ যিজনে পুলিছক দেখুৱাই দিলে, তেওঁ হেনো ছাত্ৰসন্থাৰ এটা শাখাৰ উপদেষ্টা! এইবোৰ বৰ দুখৰ কথা। ৰাইজে ভাৰসা কৰিব পৰা এটা সৎ সংগঠন নোহোৱাই হ'ব নে কি?

**১৮.৫.৮৭ :** ...গধূলি ৮ ৫০ মানত কৃষি মন্ত্ৰী নীলমণি দাস আহিল। লগত ড. বণিক্য আৰু ঋতুপৰ্ণ শৰ্মা। আবেলি এওঁলোক দুজনে সুধি গৈছিলহি,—মন্ত্ৰীজনে মোক লগ পাব পাৰিবনে? মই পাৰিব বুলি কৈছিলো। আহিল। তেওঁক সাধাৰণ (general) পৰামৰ্শ লাগে; political and legal (বিশেষকৈ) পৰামৰ্শ লাগে। মই কামৰ কথা সুধিলো।

নতুন আঁচনি কি কি লৈছা? তেওঁ দুখনমান আঁচনিৰ কথা ক'লে। লগতে ক'লে,—আঁচনি কাৰ্যকৰী কৰাত বহুত বাধা। বাধা আহে প্ৰধানকৈ বুৰ'ক্ৰেছিৰ পৰা। কাম আগ নাবাঢ়ে। মই ক'লো,—নিজকে assert নকৰা কিয়? তুমিহে ৰাইজক কৈফিয়ৎ দিব লাগিব!

**২০.৫.৮৭ :** ... ১-১০ কলিকতালৈ বুলি ৰাওনা। শিক্ষা সচিব ভুবনেশ্বৰ ভট্টাচাৰ্যই অসম ভৱনত তেখেতৰ কোঠাতে থাকিবলৈ ক'লে। ১০৩ নম্বৰ কোঠা। ...

ভট্টাচাৰ্যৰ লগত বহু কথা পাতিলো। তেখেতৰ পৰা বহু কথা শুনিলো। একোজন Secretary—ৰাজ্যখনৰ শাসনৰ ক্ষেত্ৰত অতি দায়িত্বপূৰ্ণ বিষয়া,—(IAS) । অফিছত প্ৰগ্ৰাৱ কৰিবলৈ হ'লে তেওঁৰ দুশ্চিন্তা হয়,—ইমান দূৰ যাব লাগিব!

অকল্পনীয়।

**২১.৫.৮৭ :** ... ১১ বজাৰ পৰা 'নন্দন'ত মিটিং। Eastern Regional Cultural Centre-অৰ Programme কমিটি। মন্ত্ৰী বুদ্ধদেৱ ভট্টাচাৰ্য কিছু সময় থাকি গুচি গ'ল। গুৱাহাটীত এখন প্ৰদৰ্শনী হ'ব,—মৃত বা মৃত্যুমুখী কলা (dying art) সম্পৰ্কীয়। আমি ক'লো,—সবিশেষ আলোচনা কৰিবলৈ গুৱাহাটীত এখন সভা পাতক। তেওঁলোক সন্মত হ'ল। মই সত্ৰীয়া নাচৰ প্ৰচাৰৰ ওপৰত জোৰ দিলো।

**২৩.৫.৮৭ :** ...পুৱা ৪-৪৫—গাড়ীৰে ডিমাপুৰলৈ। ...১০-১০ বজাত ডিমাপুৰ। ছাৰ্কিট হাউছ। তাত বাকছটো থৈ আকৌ ১৫ কিল'মিটাৰ দূৰৰ এটা Rest House-অলৈ গ'লো। তাতে মিটিং। মুখ্যমন্ত্ৰী হকিছে ছেমা আহিল। পৰাগ চলিহা আৰু ময়েই বেছি কথা ক'বলগীয়া হ'ল। কিছু কথাৰ লাইন লগাই দিয়া হ'ল। (এইখন Executive Board-অৰ মিটিং;— North-Eastern Regional Cultural Centre-অৰ) ১-৩০ মান বজাত মিটিং শেষ। তাৰ পাছত? ডিমাপুৰত মই সহজে পোৱাত T.V. ছে'ট নাই। ৰাতিলৈ দূৰদৰ্শনে মোৰ 'দৰ্পহৰণ' (অহংকাৰ) ফিল্মখন দেখুৱাব। ...৩-৩০ বজাত ডিমাপুৰ এৰিলো। ডবকাত একাপ চাহ। ৯-৩০ বজাত ঘৰ। বৰষুণ।

৯-৫০—ছবিখন চালো। দিনটো যে কেনেকৈ গ'ল! কঁকাল-পিঠি বিষাই গৈছে।

**২৯.৫.৮৭ :** ... (আগতে বন্দবস্ত কৰি থোৱামতে মুখ্যমন্ত্ৰীক লগ ধৰিলো।) তেওঁক ক'লো, —মই ১০-১৫ বছৰমান active হৈ থাকিব পাৰিম বুলি ভাবোঁ। এই সময়ছোৱাত কৰিবলৈ মই বহুত কাম লৈছোঁ। তাৰে কিছুমান ডাঙৰ কাম বুলি ভাবোঁ। মই সেইমতে সময় উলিয়াই-উলিয়াই দুই-এটা বাহিৰা কাম কৰোঁ। সেইবোৰ দক্ষতাৰে সম্পূৰ্ণ কৰাটো প্ৰয়োজনীয়। নষ্ট কৰিবলৈ মোৰ সময় নাই। জ্যোতি চিত্ৰবন আৰু চলচ্চিত্ৰ নিগমৰ বাবে মই কষ্ট কৰি সময় উলিয়াব লাগে। যদি মই কাম কৰিব লাগে, তেন্তে এজন full time

Secretary দিয়া। নহ'লে—মোক অপবাদত পেলোৱা হ'ব। তেনে কাম নকৰিবা। তেওঁ অহা সপ্তাহত যেনেতেনে কামটো হ'ব বুলি ক'লে। ...

**১ জুন, ১৯৮৭ :** সন্ধিয়া Principal Private Secretary শ্ৰী চলিহাই গাড়ী পঠালে;—মোৰ লগত কিবা জৰুৰী কথা এটা আছে বোলে। গ'লো। অসমৰ সাংস্কৃতিক দলটোৰ 'নেতা' হৈ ৰুছিয়ালৈ যাব লাগে। তেওঁ মোক ফাইলটো দেখুৱালে। দুমাহ বিদেশতে থাকিব লাগিব। নোৱাৰিম বুলি জানো; কিন্তু কাইলৈ পুৰা ক'ম বুলি ক'লো।*

* পাছদিনা লিখিতভাৱে নোৱাৰিম বুলি জনাইছিলো।

**৫.৬.৮৭ :** ...আজি অসম বন্ধ। অসম চুক্তিৰ ৰূপায়ণ আশানুৰূপভাৱে নোহোৱাৰ বাবে সদৌ অসম ছাত্ৰ সন্থাই এই আহ্বান দিছে। বৰষুণ। গোটেই দিনটো বৰষুণ নেৰিলেই। প্ৰান্তিকৰ কাম। মহিলা/নাৰীনিৰ্যাতন সম্বন্ধে কুসুম হাজৰিকাৰ (ছদ্ম) নামত প্ৰবন্ধ এটা লিখিবলৈ আৰম্ভ কৰিলো। দিনত ৭ পৃষ্ঠা লিখিলো। ৰাতি কুলদীপ নায়াৰৰ প্ৰবন্ধৰ অনুবাদ শুদ্ধ কৰিলো। কাম কৰি থকাতো দিনটো নাযায়-নুপুৱায় লাগিল। অসম বন্ধ আৰু বৰষুণ লগ লগাৰ বাবে। ...

**৮.৬.৮৭ :** ... ১১-০৫ প্লেন এৰিলে ডিমাপুৰলৈ বুলি। এঘণ্টামান উৰাৰ পাছত প্লেনৰ মানুহে ঘোষণা কৰিলে —বেয়া বতৰৰ কাৰণে প্লেন ডিমাপুৰত নামিব নোৱাৰিব; প্লেনখন গুৱাহাটীলৈ উভতি যাব।

২ বজামানত ঘৰ পালোহি। ...মিটিং দুখনলৈ* মই যোৱা উচিত আছিল কাৰণেই গৈছিলো; কিন্তু হ'ল সেয়া!

ভাৰত চৰকাৰৰ পৰা টেলিগ্ৰাম আহিছে—আলজেৰিয়াৰ স্বাধীনতাৰ ২৫ বছৰীয়া উৎসৱলৈ 'অগ্নিস্নান' ফিল্মখন যাব। তেওঁলোকে মোকো মাতিছে।

* সেই দুখন North East Zone Cultural Centre-অৰ মিটিং আছিল।

**১০.৬.৮৭ :** ...মানুহ এজনে চিঠি এখন দি গ'ল। শ্ৰীশ্ৰী কমলাকান্ত দেৱ সত্ৰাধিকাৰ গোস্বামীয়ে (উত্তৰ কমলাবাৰী সত্ৰ ঃ ডাক-কমলাবাৰী, মাজুলী) লিখিছে। তেখেত গুৱাহাটীৰ পল্টন বজাৰৰ শ্ৰীমন্ত শংকৰদেৱ কীৰ্তনঘৰত আছেহি। মোৰ লগত চিনাকি হ'ব খোজে। মোক মাতি পঠাইছে। ...

**১১.৬.৮৭ :** ... ছাৰ্কিট হাউছলৈ। Eastern Zone Cultural Centre-অৰ Working Group এটাৰ মিটিং। বিহাৰ, উৰিষ্যা আৰু অসমৰ প্ৰতিনিধি। জুলাই মাহৰ শেষত অসমত এখন প্ৰদৰ্শনী হ'ব। তাত কি কি দেখুউৱা হ'ব তাৰে আলোচনা। ১-৩০ বজাত মিটিঙৰ পৰা

আহি পল্টন বজাৰৰ নামঘৰত শ্ৰী শ্ৰী কমলাকান্ত দেৱ সত্ৰাধিকাৰক লগ ধৰিবলৈ সোমালোঁ। ... কঠ এখন পাৰি দিলে, তাতে বহিলোঁ। ... তেখেতে মাধৱদেৱৰ জন্মস্থান সম্পৰ্কে তেখেতৰ বক্তব্য সবিস্তাৰে ক'লে। (আবিষ্কাৰৰ কাহিনীটো)। মহানন্দ বৰাই লিখা যিখন চিঠি প্ৰাপ্তিকৃত (১।৫।৮৭) ওলাইছে, তেখেতে সেইখনৰ কথাবোৰৰ বিৰোধিতা কৰিলে।*

* সত্ৰাধিকাৰদেৱৰ থকা কোঠাটোৰ বৰ্ণনা মই বাদ দিছোঁ। কোঠাটোৰ অৱস্থাই মোক দুখ দিছিল।

**১৪.৬.৮৭ :** ...জনমভূমি কাকতৰ ৰবিশংকৰ বৰুৱা আহিল। তেওঁ কথা-প্ৰসংগত সুধিলে,—মই দৈনিক জনমভূমিৰ সম্পাদক হ'ম নে কি? এই প্ৰস্তাৱটো হেনো জনমভূমিৰ প্ৰকাশক-কৰ্তৃপক্ষৰ মাজত ওলাইছে। মই ক'লো,—মই দহ-পোন্ধৰ বছৰৰ কাৰ্যসূচী ঠিক কৰি থোৱা আছে। এতিয়া আৰু লৰচৰ কৰিব নোৱাৰোঁ। ...

**১৭.৬.৮৭ :** ...পশ্চিম জাৰ্মেনিৰ বিষয়াৰ লগত অসম চৰকাৰৰ সাংস্কৃতিক সম্পৰ্কৰ বিষয়ে আলোচনা হ'ব। কি-কি কথা বিবেচনা কৰিব পাৰি (সেই আলোচনাত) সেই বিষয়ে এটা টোকা তৈয়াৰ কৰিলোঁ।* ...শিক্ষা সচিবক সেই টোকা আৰু জ্যোতি চিত্ৰবনৰ (NEC) আঁচনিৰ ফাইল চমজাই দিলোঁ। ...PPS শ্ৰী চলিহাৰ কোঠাত সোমাই জ্যোতি চিত্ৰবনৰ খবৰ ল'লোঁ। তেওঁ মোক— "পুৰণি ছিষ্টেম; কিছুমান নিয়ম মানিবই লাগিব; ধৈৰ্য ধৰিবই লাগিব"—এইজাতীয় কথা ক'লে। প্ৰত্যেকেই যদি এইজাতীয় কথা কয়, তেনেহ'লে ছিষ্টেম সলনি কৰিব কোনে? এওঁ মোক উপদেশ দিলে? মই উত্তেজিত হ'লোঁ।

... First MBBS-অৰ ৰিজাল্ট ওলাল। জিন্টি দ্বিতীয় হৈছে। আনন্দৰ কথা। গধূলিতে কান্ধুলি মাছ ভজা খালোঁ।

* এই টোকাটোৰ বাবে সাংস্কৃতিক সঞ্চালকালয়ৰ পৰা এখন কাগজ পাইছিলোঁ। আগদিনা শিক্ষা সচিবেও মোক ব্যক্তিগতভাৱে অনুৰোধ কৰিছিল।

**১৯.৬.৮৭ :** ...পাছবেলা ওমপ্ৰকাশ চৌধুৰীৰ ঘৰলৈ গ'লো— বিয়া খাবলৈ। আগতে তেওঁলোকৰ ঘৰৰ কেইবাখনো বিয়ালৈ মাতিছিল, যাব পৰা নাছিলোঁ। কালি ফোনত জোৰ কৰাত আজি ওলালোঁ। এটা লাভ হ'ল। বিয়া ঘৰৰ decoration-এ অসমতো যে এনে এটা পৰ্যায় পাইছেহি, সেইটো মই জনা নাছিলোঁ। এনেকুৱা পেণ্ডেল আজি প্ৰথম দেখিলোঁ। সুন্দৰ, গৰ্জিয়াছ। কিমান টকা বা খৰচ কৰে? জালুকবাৰীৰপৰা ছাত্ৰ দুজন আহিল—গল্প লিখাৰ বিষয়ে কথা পাতিবলৈ। মই তেওঁলোকক প্ৰচুৰ পৰিমাণে পঢ়াশুনা কৰি, ভাল গল্প চিনি পোৱাৰ চেষ্টা কৰাৰ কথা ক'লোঁ। কোনটো গল্প ভাল, সেইটো চিনি নাপালে ভাল গল্প লিখিবা কেনেকৈ? লগতে পৰিবেশৰ কথা ক'লোঁ। দুৰ্নীতি, হেন-তেন—এইবোৰে আমাৰ মন এনেধৰণে আচ্ছন্ন কৰি পেলাইছে যে আমি মুক্ত মনেৰে

জীৱন, প্ৰকৃতি আদি চাব নোৱৰা হ'লো। বাটেদি গুৱালটো গ'লে আজিকালি আমি "মানুহটো" নেদেখোঁ, তেওঁৰ বাচনত থকা গাখীৰত মিহলি হৈ থকা পানীখিনিহে দেখোঁ।

**২১.৬.৮৭ :** ...শ্ৰীদেব বৰা (MLA) আহিল। ৰাজ্যখনৰ কথা ওলাল। নতুন MLAসকলৰ কথা ওলাল। মই আন্তৰিক সদিচ্ছা (ৰাজ্যখনৰ মংগলৰ বাবে), সততা, আৰু পৰিশ্ৰমৰ কথা ক'লো। চৰকাৰী যন্ত্ৰটোৰপৰা যে সহজে কাম পোৱা নাযায়, তাৰ নমুনা দেখি, চৰকাৰৰ পক্ষৰ MLA হৈও তেওঁ নিজেই হতাশ। তেওঁ আহিছিল,—(যোৰহাটৰ চাহ-খেতিয়ক) শ্ৰী হেমেন বৰুৱাৰ পৈতৃক ঘৰ-মাটিৰ সম্পত্তি ৰাজহুৱা কামত লগোৱাৰ কথা ওলাইছে। কেনেকৈ কি কৰা যায়, সেই বিষয়ে পৰামৰ্শ বিচাৰি।...

**২৮.৬.৮৭ :** ৪-০৫। ঘৰৰ কাম। সঁফুৰাৰ কাম। প্ৰান্তিকৰ কাম। ৮-১০—মেজৰ পৰা উঠিলো। বাকছ ঠিক কৰিলো। ...সাধাৰণতে যোৰহাট-ডিব্ৰুগড়লৈ যাবলৈহে মানুহে (মতা মানুহে) এনেকৈ আয়োজন কৰে। ...গুৱাহাটীৰ পৰা ওলাই গ'লেই মোৰ অফুৰন্ত সময়; কিন্তু ওলাই যাবলৈকে ইমান টান!...

২৮।৬।৮৭ তাৰিখে আলজেৰিয়াৰ ৰাজধানী আলজিয়াৰ্ছলৈ বুলি ঘৰ এৰিলো। ৯।৭।৮৭ তাৰিখে উভতি ঘৰ পালোহি। মাজৰ দিনখিনিৰ কিছুমান কথা সৰু বহী এখনত লিখি ৰাখিছিলো। সেইখিনিৰ সহায়তে বৰ্ণনা এটা দি থওঁ। (এতিয়া মনলৈ অহা দুটামান কথাও যোগ দিম।)

দিল্লীত সেই সময়ত অসম চৰকাৰৰ ৰে'ছিডেণ্ট কমিশ্যনাৰ আছিল ভবেশ চন্দ্ৰ ঠাকুৰীয়া। কটন কলেজত আমি সহপাঠী আছিলো। ছেকেণ্ড মেছৰ বাসিন্দা হিচাপে আমি ঘনিষ্ঠ বন্ধু আছিলো। তেওঁ মোৰ আলজেৰিয়াৰ ভিছাৰ ব্যৱস্থা আগতে কৰি থৈছিল, আৰু দিল্লীত থকা সময়খিনিত ভ্ৰমণসম্পৰ্কীয় অন্যান্য কথাত সহায় কৰিছিল। তেওঁৰ অফিছ কোঠাতে এদিন ছেকেণ্ড মেছৰে অইন এজন ঘনিষ্ঠ বন্ধু ঘন দত্তৰ লগতো দেখাদেখি হৈছিল। ঘন দত্ত তেতিয়া অসমৰ পি. ডব্লিউ. ডি.ৰ চিফ ইঞ্জিনিয়াৰ আছিল। অসমৰ সাম্প্ৰতিক অৱস্থাৰ কথা ওলাওতে ঘন দত্তই এজন যুৱনেতাই তেওঁৰ অফিছৰ টেলিফোনটোৰ পৰা মন্ত্ৰী অতুল বৰালৈ ফোন কৰাৰ কাহিনী এটা কৈছিল। (সেই সময়ত কথাই-কথাই 'প্ৰফুল্ললৈ ফোন কৰোঁ', 'ভৃগুলৈ ফোন কৰোঁ'—বুলি টেলিফোনৰ ৰিছিভাৰ তুলি লোৱাটো এচাম যুৱনেতাৰ শক্তি আৰু ক্ষমতাৰ পৰিচয়সূচক ঘটনা আছিল। ঘন দত্তই তাৰ এটা উদাহৰণ দিছিল।)

**১.৭.৮৭** তাৰিখে সন্ধিয়া চাৰিজন ছাত্ৰ মোক লগ পাবলৈ আহিল।

তেওঁলোকৰে এজন শ্ৰী অৰ্ণৱজান ডেকাই মোৰ ইণ্টাৰভিউ এটা লোৱাৰ কথা ক'লে। মই ক'লো,—এনেধৰণৰ কামৰ পৰা মই এতিয়া আঁতৰি থাকিব খোজোঁ। মই জানো মই কি কৰিছোঁ; কি কৰি আছোঁ। কথা হ'ল, এইখিনি কামে জাতিটোৰ মেৰুদণ্ডলৈ কিমান জোৰ আগবঢ়াব? আৰু কিমান কি কৰিবলৈ থাকিল? মোক মনে মনে কাম কৰিবলৈ দিয়া। অসমীয়া জাতিটোক ভাৰতত সন্মানজনক অৱস্থাত প্ৰতিষ্ঠা কৰিবলৈ আমি সকলোৱে চেষ্টা কৰোঁ আহা।

তেওঁৰ লগত অহা চোকা ছাত্ৰ তিনিজনক ক'লো,—এই দিল্লীৰ, —ভাৰতৰ ৰাজধানীৰ ডাঙৰ-ডাঙৰ অফিছবিলাকত ঘূৰা;— কেইজন অসমীয়াই গুৰুত্বপূৰ্ণ আসনত বহি চাকৰি কৰিছে চোৱা।

সেই সময়ত আমাৰ সৰু ছোৱালী ৰশ্মি ইন্দিৰা গান্ধী ইনড'ৰ ষ্টেডিয়ামৰ টেবল টেনিছ কেম্পত আছিলগৈ। তাইৰ দুখনমান খেল চালো। এদিন ৰাতি অসম ভৱনত শিক্ষামন্ত্ৰী বৃন্দাবন গোস্বামীক Reception Counter-অৰ ওচৰতে লগ পালো। থিয়ৈ-থিয়ৈ আধাঘণ্টামান কথা। ৰাজ্যখনৰ শিক্ষা-বিষয়ক কথা। সৰু-সৰু গোষ্ঠীসমূহৰ ভাষাৰ ক্ষেত্ৰত ভাৰতৰ অইন ৰাজ্যত কি হৈছে,তাৰ খবৰ ল'ব লাগে; statistics গোটাব লাগে বুলি ক'লো। তেওঁ Children Trust-অৰ সভা আৰু উদ্দেশ্যৰ বিষয়ে ক'লে।

২.৭.৮৭ তাৰিখে ৰাতি দহমান বজাত পেৰিছ অভিমুখে প্লেন উৰিল। পেৰিছৰ পৰা মাৰ্ছাই; মাৰ্ছাইৰ পৰা আলজিয়াৰ্ছ। বিমান বন্দৰত ভাৰতীয় দূতাবাসৰ বিষয়া ৰাম প্ৰকাশে মোক লগ ধৰিলে। বিমান বন্দৰৰ বস্তু-বাহানি আৰু মানুহবোৰ দেখি দেশখন বেচিজিল যেন লাগিল। চহৰ প্ৰায় চল্লিছ কিল'মিটাৰৰ দূৰত। চহৰ পাৰ হৈ আৰু ত্ৰিছ কিল'মিটাৰমান আহিলো। সাগৰৰ পাৰৰ Zeralda নামৰ ঠাই এখন পালোহি। তাৰে Mazafran (মাজাফ্ৰোঁ) নামৰ হোটেল এখনত মোৰ থকাৰ ব্যৱস্থা কৰা হৈছে। কিছুমান ডাঙৰ হোটেলৰ লাউঞ্জত যিটো গাম্ভীৰ্য আৰু সৌন্দৰ্য দেখা যায়, সেইটো ইয়াত নাই। মোৰ কোঠালিৰ নম্বৰ ৭২০৫। কোঠালিটোত সোমাই অলপ হতাশ হ'লো। ...ৰাম প্ৰকাশ আৰু ড্ৰাইভাৰজন যোৱাৰ পাছত দেখোঁ,—মোৰ মূল ছুটকে'ছটো খুলিব নোৱাৰোঁ। বয় এজনৰো সহায় ল'লো। লাভ নহ'ল। দিল্লীতে পিন্ধা কাপোৰেৰেই ৰাতিটো পৰি থাকিলো। পুৱা ফৰিদ নামৰ ল'ৰা এজনক মাতি আনিলো। তেওঁ আৰ্কিটেকচাৰ পঢ়ি আছে। ইয়াত ভলণ্টিয়াৰি কৰিছে। পুৱাই তেওঁৰ মুখত মদৰ গোন্ধ। দুয়ো যুঁজি-যুঁজি ছুটকে'ছটো খুজিলো।

ইংৰাজী বুজা মানুহ বৰ কম। বহুত চেষ্টা কৰি কিবা এটা বুজালে ছোৱালীকেইজনীয়ে (মহোৎসৱৰ ভলণ্টিয়াৰ) উত্তৰটো বুজাই দিব নোৱাৰে। মাবৰুকি নামৰ মহোৎসৱৰ শীৰ্ষস্থানীয় কৰ্মকৰ্তাজনৰ লগত মোৰ ভাৰততে চিনাকি হৈছিল। তেওঁক লগ পাবলৈ বেচ কষ্ট কৰিবলগীয়া হ'ল। ভাৰতীয় দূতাবাসলৈ টেলিফোন কল এটা কৰিবলৈ প্ৰায় ডেৰ ঘণ্টা সময় খৰচ কৰিলো। ডাঙৰ হোটেল

হিচাপে টেলিফোনৰ ব্যৱস্থা জঘন্য। মানুহৰ সাজ-পাৰ কি বিচিত্ৰ! কোনো বিশেষ দেশৰ বৈশিষ্ট্যপূৰ্ণ সাজ-পাৰ কমেইহে দেখিছোঁ। বেছিভাগেই 'খুচীমতে' কাপোৰ পিন্ধিছে। বিশেষকৈ ছোৱালীবোৰে। হাফ পেণ্ট, লং পেণ্ট, পায়জামা, —কিবা এটা পিন্ধিলেই হ'ল। সাজ-পাৰবোৰ তেওঁলোকে নিজে ডিজাইন কৰি লোৱা যেন লাগে। এইখনক দুখীয়া দেশেই বুলিব পাৰি। তেলৰ দাম কমি যোৱাৰ কাৰণে এওঁলোকৰ আৰ্থিক অৱস্থা বেয়া হৈছে। গতিকে এই হলিডে' হোটেল, হলিডে' অঞ্চলটোৰে এওঁলোকৰ সংস্কৃতি জুখিব নোৱাৰি। তথাপি, ইয়াত কিন্তু সমগ্ৰ আফ্ৰিকাৰে এটা আভাস পাইছোঁ। কাউণ্টাৰত কাম কৰা মানুহবোৰৰ কামৰ প্ৰতি শ্ৰদ্ধা নাই। সকলোৱে যেন ফাং-ফুং কৰি আছে। কিছু ক্ষেত্ৰত আমাৰ দেশৰে নিচিনা। দুটামান কথাত আমাতকৈ বেয়াহে।

ভাৰতীয় দূতাবাসৰ বিষয়া শ্ৰী প্ৰণৱ মুখোপাধ্যায় আৰু ৰাম প্ৰকাশৰ মুখে শুনিলো, স্বাধীনতা যুদ্ধত বহু লোকৰ মৃত্যু হোৱা বাবে এতিয়া দেশখনৰ বিভিন্ন বিভাগৰ মুখিয়ালসকল ডেকা মানুহ। জনসাধাৰণৰ দৈনন্দিন জীৱনযাত্ৰাক সকাহ দিবলৈ চৰকাৰে ৰুটী আৰু চেনি,—এই দুটা বস্তু বৰ কম দামত যোগান ধৰে। নগৰখনৰ ঘৰ-দুৱাৰত পেৰিছৰ ঘৰ-দুৱাৰৰ নিৰ্মাণশৈলী স্পষ্ট। কিন্তু দাৰিদ্ৰ্যৰ চিনো বহু ঠাইত স্পষ্ট।

পাছতহে গম পালো,—ইয়াত এটা ডাঙৰ ক্ৰীড়া-প্ৰতিযোগিতা চলি আছে। তালৈ বিভিন্ন দেশৰ এথলিট আহিছে। তেওঁলোকৰ সমাগমে হোটেলখন বিচিত্ৰ কৰি ৰাখিছে।

শেষৰ ফালে হাৰুনি জাকিয়া নামৰ ইংৰাজী কোৱা আৰু বুজা ছোৱালী এজনী লগ পোৱাত মোৰ সুবিধা হ'ল। এওঁ ইংৰাজীৰ ছাত্ৰী। ইয়াৰ পৰা দুশ কিল'মিটাৰমান দূৰত এওঁৰ ঘৰ।

৬.৭.৮৭ তাৰিখে 'আফ্ৰিকা' নামৰ ছিনেমা হলত 'অগ্নিস্নান' (ফৰাছী ছাব টাইটল থকা) প্ৰদৰ্শিত হ'ল। দৰ্শক তেনেই কম।

আলজেৰিয়াৰ স্বাধীনতাৰ ৰূপালী জয়ন্তী মহোৎসৱলৈ ভাৰতৰ পৰা যোৱা সকলোকে এদিন তাৰ ভাৰতীয় দূতাবাসে গোট খুৱাই ভোজ খুৱালে।

৮.৭.৮৭ তাৰিখে ঘৰলৈ বুলি আলজিয়াৰ্ছ এৰিলো। সেই দিনটোৰ দুৰ্ভোগৰ কথা মই প্ৰান্তিকৰ শেষপৃষ্ঠাত সবিস্তাৰে লিখি থৈছোঁ।

**১১.৭.৮৭ :** ...Concentration /মনটো চৰিওফালৰ পৰা withdraw কৰি আনি কেৱল কাগজ আৰু কলমত নিবদ্ধ কৰিব পাৰিলে ভাল হয়। এক ধৰণৰ সাধনা আৰম্ভ কৰিবৰ মন। কিন্তু ৰাজ্যখন আৰু জাতিটোৰ কাৰণে ইমানবোৰ কথালৈ মন যায় যে কোনটো কৰোঁ, কোনটো এৰোঁ,—ঠিক কৰিব নোৱৰা হৈ পৰোঁ। ...

**১২.৭.৮৭ :** ...পাঁচ বজাৰ পৰা কাৰেণ্ট নাই। ন বজাৰ পাছত আহিল। বনকৰা ল'ৰা অজয়ে গোটেই সপ্তাহটো বাট চাই থাকে আজিৰ (দেওবাৰে দূৰদৰ্শনে দেখুউৱা) ফিল্মখনৰ কাৰণে। সি বৰ দুখ পাইছে।* (তাৰ কাৰণে) আমিও।

* কোনোবা এটা দেওবাৰে এনে ঘটনা ঘটোতে অজয়ে খণ্ডতে দীঘল বাঁহ এডাল লৈ ৰাস্তাৰ ইলেকট্ৰিছিটিৰ তাঁৰত কোবাবলৈকে ওলাইছিল।

**১৬.৭.৮৭ :** ... মেডিকেল কলেজ হস্পিটেললৈ। ...ড. অমলা দাসে মাতিছিল—পেয়িং কেবিনৰ কথা লৈ।* ... পেয়িং কেবিনৰ কাৰণে বহু প্ৰাৰ্থী। মই ছুপাৰিনটেনডেন্টকো দেখা কৰিলো। মনে-মনে ঠিক কৰিলো,—চেষ্টা কৰিম, কিন্তু জোৰ নিদিওঁ। বেমাৰৰ বেলিকা সকলোৰে অৱস্থা একে। ইয়াত ছিট নাপালে বাহিৰৰ নাৰ্ছিং হোমতে কৰাম। আজি এটা ছিট খালী হৈছিল, সেইটো এজনে পালে। ...তাত বহি থাকোঁতে ছাত্ৰসন্থাৰ (GMCৰে) ল'ৰা এজনৰ লগত কথা পাতিলো। কালি চতুৰ্থ বৰ্গৰ (?) কৰ্মচাৰীয়ে strike কৰাৰ কাৰণে এই চৌহদটোত কোনেও, —আনকি হস্পিটেলৰ বেমাৰিয়েও,—ভাত নাপালে। বেমাৰীবোৰ লঘোনে থাকিল,—এনেকুৱা কাণ্ডও হয়?

* মোৰ পৰিবাৰৰ এটা অপাৰেশ্যন কৰাব লাগে। আমাৰ ছোৱালী মেডিকেল কলেজৰ ছাত্ৰী। সেই কাৰণে তাতে কৰালে সুবিধা হ'ব বুলি ভাবিছিলো।

**১৮.৭.৮৭ :** ...প্ৰান্তিকৰ কাম। প্ৰায় এঘণ্টা। তাৰ পাছত এওঁক লৈ হস্পিটেললৈ গ'লো। কেবিন নম্বৰ ছেভেন। দুডাল বাঢ়নী কিনাই অনালো। বেৰ, মজিয়া, খিৰিকি চাফা কৰিলো। বাথৰুম চাফা কৰিলো। বেছিনটোত পানী বন্ধ হৈ থাকে; ঠিক কৰোৱাৰ ব্যৱস্থা কৰিলো। প্ৰান্তিকলৈ।...

(সেইদিনা সন্ধিয়া আমি কেবিনটোতে ইটো-সিটো কৰি আছোঁ। জিণ্টি এবাৰ আহে; আকৌ বহুত সময়ৰ কাৰণে নাইকিয়া হয়। শেষত যিবাৰ তাই আহিল, তেতিয়া জানিব পাৰিলো ঃ হোষ্টেলৰ পৰা আমাৰ কেবিনলৈ আহোঁতে, কলেজৰ চৌহদৰ ভিতৰতে, বাটৰ কাষত গা-মূৰ কাপোৰ এখনেৰে ঢাকি কোনোবা শুই আছে। আমাক মাত লগাই জিণ্টি কোন শুই আছে চাবলৈ গ'ল। কাপোৰ দাঙি দেখে, বেমাৰী এজন। মুমূৰ্ষু অৱস্থা। এসময়ত তেওঁ এইখন কলেজৰে ছুইপাৰ আছিল। কেনছাৰৰ দ্বাৰা আক্ৰান্ত হৈ বহুদিন ঘৰতে পৰি আছিল। আজি চুঁচৰি-চুঁচৰি এইখিনি পাইছেহি। আৰু আগুৱাবলৈ শক্তিয়ে নুকুলালে। গতিকে এইখিনিতে শুই থাকিল। জিণ্টিয়ে দেখিলে,— মানুহজনৰ অৱস্থা অতি বেয়া। কিন্তু সেই বুলি তেওঁ এনেকৈ মৰিব কিয়? তাই কাগজ-পাতি ঠিক-ঠাক কৰি, এখন বিছনা আৰু কাপোৰ-কানিৰ ব্যৱস্থা কৰিলে। তাৰ পাছত বেমাৰীক দঙাই নি তাত শুৱাই, তেতিয়াই খুৱাবলগীয়া ঔষধ কিছু খুৱাই আমাৰ ওচৰলৈ আহিল।)

**২৪.৭.৮৭ :** ...প্ৰদীপজ্যোতি মহন্তই (প্ৰান্তিকত প্ৰকাশৰ বাবে) দূৰদৰ্শনত শংকৰী কলাৰ অনুষ্ঠানৰ বিষয়ে লিখিছে। হস্পিটেলতে চালো। পঢ়ি দেখিলো,—মাজতে কিছু অংশ যেন বাদ পৰিছে। সেইখিনিতে এটা টোকা লিখিলো। ঘৰলৈ আহিলো (১২ বজাত)। ...উক্ত প্ৰবন্ধটোৰ মাজৰ দুটা পৃষ্ঠা ঘৰতে ৰৈ গৈছিল। ...

**৩১.৭.৮৭ :** ...৩-৩০ বজাত বি. বৰুৱা কলেজলৈ। আখৰ-জোঁটনি সম্পৰ্কে বক্তৃতা। সদায় সন্মুখীন হৈ থকা সমস্যা কেইটামানৰ কথা ক'লো। মোৰ কথা দীঘলীয়া হোৱা বুলি নিজে অনুমান কৰি টোকাখিনিৰ এক পৃষ্ঠামান থাকোঁতেই সামৰিলো। ...

**১ আগষ্ট, ১৯৮৭ :** কৃষ্ণ ৰয় (আবাহন থিয়েটাৰৰ) ...প্ৰাঞ্জল শইকীয়া ...আহিল। নাটকখনৰ গল্পটো ক'লো। ইমান অসুবিধাৰ মাজতো মই সেইখন লিখি দিম বুলি কথা দি আছোঁ। জিণ্টিৰ ক্লাছৰ হেঁচা বেছি হৈছে। কিছুমান বেমাৰীৰ বেমাৰৰ প্ৰতি তাইৰ আগ্ৰহো বেছি হৈছে। তাইক আজৰি কৰি দিব পৰা হ'লে ভাল আছিল। পিছে মোকো আজৰি লাগে। চলি থাককচোন আৰু চাৰি পাঁচদিন। ...

**২.৮.৮৭ :** ... কোঠালিটোত মিস্ত্ৰিবোৰে কাম কৰি আছে।* সেইবোৰৰ ওপৰতো চকু ৰাখিলো। একে সময়তে বহুত লেঠা গোট খালেহি।

* মোৰ লিখা-পঢ়া কামৰ কাৰণে ঘৰটোত কোঠালি এটা বঢ়াইছিলো। বেয়া সময়ত কামটো লগাই ল'লো।

**৫.৮.৮৭ :** ...হস্পিটেলত কেইদিনমানৰ আগতে এজনী মানুহৰ নতুনকৈ জন্ম হোৱা কেঁচুৱাটো (ল'ৰা) হেৰাইছিল। আজি ৰে'লৰে কলনিৰ এজনী মানুহক পুলিছে কেঁচুৱাটোৰে সৈতে ধৰি আনিছে। সেই লৈ নাৰ্ছ, বাইহঁতৰ উত্তেজনা। ...

**৭.৮.৮৭ :** ...আজি পুৱা প্ৰথমতে নাটক লিখিবলৈ লোৱাত কামৰ খেলিমেলি হ'ল। আগতে প্ৰান্তিকৰ কাম শেষ কৰি ল'ব লাগিছিল। কষ্ট বেছি হ'ল। খং বেছি উঠিল। ...

**৮.৮.৮৭ :** ...সন্ধিয়া হস্পিটেললৈ। এওঁৰ আজি শেষ চিলাইটো (সীয়নীটো?) খুলিলে। ভালে আছে। হস্পিটেললৈ মায়াও আহিল। তেওঁৰ লগতো স্বাস্থ্যৰ কথা পাতিলো। মই ক'লো,—ডাক্তৰ-ঔষধৰ বাহিৰেও জীয়াই থকাৰ অকৃত্ৰিম হেঁপাহ আৰু ইচ্ছাশক্তিয়ে আমাক সহায় কৰে। ঔষধ-পাতিৰ ওপৰত গুৰুত্ব শতকৰা ২৫ ভাগ, বাকী ৭৫ ভাগ মনৰ জোৰ, আনন্দ, অভ্যাস, আহাৰ আদিৰ ওপৰত। Tension, খং সমূলঞ্চে বাদ দিয়াৰ চেষ্টা কৰিব লাগে। ঘৰুৱা কাম যিমান বলে পাৰা সিমানৰেই ব্যৱস্থা ৰাখিব লাগে; বাকীসোপা বিসৰ্জন দিব লাগে। কাম যি বঢ়ায়. তাকে বিসৰ্জন দিব লাগে।

**১০.৮.৮৭ :** ...ভাত খাইছোঁ, কাজেনে আহি খবৰ দিলেহি,— অজি এওঁক হস্পিটেলৰ পৰা ঘৰলৈ আহিবলৈ দিছে। মই এতিয়াই যাব লাগে। বেংক, হস্পিটেল। এওঁক লৈ প্ৰায় ৩-৩০ বজাত ঘৰ। নতুন কোঠালিটোত সোমাই ল'বলৈ চেষ্টা কৰিছোঁ। কাইলৈ পুৱাই বস্তুবোৰ নতুন কোঠালিটোলৈ নিব লাগিব। শেষপৃষ্ঠা আজি লিখিবই লাগিছিল; নহ'ল। কাইলৈ পুৱা। ...

**১২.৮.৮৭ :** নাটকৰ কাম। ... নতুন কোঠালিটোত কাম আৰম্ভ কৰিছোঁ। ...

অসম সাহিত্য সভাৰ চিঠি এখন পালো;—কাৰ্যনিৰ্বাহক সমিতিয়ে অহা বছৰৰ সভাপতিৰ বাবে মোৰ নাম প্ৰস্তাৱ কৰিছে। পুৱা প্ৰদীপ বৰুৱাই ফোনত খবৰ দিছিল,— যোৰহাটৰ অমল ৰাজখোৱাই টেলিগ্ৰাম কৰিছে,—২৯ জুলাইৰ চিঠিৰ উত্তৰ ১৫ আগষ্টৰ আগতে লাগে। (চিঠিখন পাছবেলাহে পালো।)

**১৩.৮.৮৭ :** ...দিল্লীৰ Film Festival Directorate-অৰ পৰা Telegram আহিছে,— অগ্নিস্নান উত্তৰ কোৰিয়াৰ পিয়ং-য়ঙৰ ফেষ্টিভেলৰ Information Section-অৰ কাৰণে নিৰ্বাচিত হৈছে। মোক publicity materials পঠাবলৈ অনুৰোধ কৰিছে।...

**১৪.৮.৮৭ :** ১-২০—ষ্টুডিঅ'লৈ। মনটো হতাশাৰে ভৰি যাবলগীয়া কথা। Sound ষ্টুডিঅ'ৰ ফ্ল'ৰত পানী পৰি কাৰ্পেট গেলি গৈছে। তাৰ পৰা বাহিৰে-বাহিৰে Ecucation Secretary ৰ তালৈ গ'লো। সিদিনা যে মুখ্যমন্ত্ৰীয়ে কৈছিল,—"শিক্ষা সচিবক... দহ লাখ টকাৰ proposal এটা দিবলৈ কৈছোঁ",—সেই কথাটো তেখেতক ক'লো। তেখেতে তেতিয়া শ্ৰীদাস নামৰ Under Secretary এজনক ... মতাই আনি কামটো কৰিবলৈ ক'লে। ...

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকলৈ চিঠি আৰু টেলিগ্ৰাম পঠালো,—মই অহা বছৰ সভাৰ সভাপতি হ'ব নোৱাৰিম।*

* কাৰণ অহা বছৰৰ কাৰণে মোৰ কাম ইতিমধ্যে ঠিক কৰি থোৱা আছিল।

**১৫.৮.৮৭ :** ... নাটকৰ কাম। মাজে-মাজে কাঠমিস্ত্ৰি-ৰাজমিস্ত্ৰিৰ ওচৰলৈ গ'লো। কিন্তু আজি সন্ধিয়া ৮ বজালৈকে নাটক লিখিলো (গোটেই দিনটো বুলিব পাৰোঁ)। এনেকৈ যদি লিখিব পাৰোঁ,—তেনেহ'লে বহু কাম হয়। কিন্তু যোৱা ডেৰমাহ যে কেনেকৈ গৈছে!

**১৬.৮.৮৭ :** ...১-৪৫—পাঠশালাৰ গাড়ী আহিল (আৱাহন থিয়েটাৰৰ)। প্ৰান্তিকৰ অফিছৰ ফুটাইদি পেকেটটো সুমুৱাই দি পাঠশালালৈ। ...প্ৰায় ৫ বজাত আৱাহন থিয়েটাৰ কেম্পাছ পালোগৈ। ৬.৩০ বজাত ৰিহাৰ্ছেল। তিনিটা দৃশ্য লিখি নিছিলো; তাৰে ৰিহাৰ্ছেল কৰালো। অভিনেতা-অভিনেত্ৰীসকলক বুজাই ক'লো,—যোৱা ডেৰটা মাহত মোৰ অৱস্থাৰ কথা। তেওঁলোকে যেন সাদিন ৰিহাৰ্ছেল কৰি নাটকখন মঞ্চত অভিনয় কৰিব পৰা অৱস্থালৈ নি দিয়ে। ...

**২৮.৮.৮৭ :** ...পাঠশালালৈ যাবলৈ সাজু হৈ নাটক লিখাৰ কাম আৰম্ভ কৰিলো। আধা ঘণ্টামান শুলোও। ৩-৪০ পাঠশালাৰ গাড়ী আহিল। চলি থকা গাড়ীত লিখিব পৰা ডাঠ ডায়েৰি এখন ল'লো। বাটে-বাটে কিছু সংলাপৰ (নাটকখনৰ) note লিখি গ'লো। প্ৰায় ৬.৩০ বজাত পাঠশালা। ফিস্ডত নাটক হৈ আছে। মই নগ'লো। চাহ খায়েই লিখিবলৈ বহিলো। কাৰেণ্ট আহে, যায়। প্ৰায় ৯-৩০ বজাত লিখা শেষ হ'ল। ১০৪ পৃষ্ঠা। ...

**৩১.৮.৮৭ :** ...লৰালৰিকৈ ওলাই ডিমাপুৰলৈ। ...৪-১৫ বজাত। ১০-১০ বজাত ডিমাপুৰ। ...মিটিং ১১ বজাৰ পৰা। কথা কোৱাৰ ভিতৰত মই আৰু অৰুণাচলৰ গৃহ সচিব মহিলা গৰাকী। অসমৰ Cultural Centre সম্পৰ্কে মোৰ যি ধাৰণা আছিল, তাৰে North East Zone Cultural Centre টো গঢ়াৰ ক্ষেত্ৰতো পৰামৰ্শ দিলো। কথাবোৰ লিপিবদ্ধ কৰিবলৈ ক'লো। অৰুণাচলৰ গৃহ সচিব (আৰু ডাইৰেক্টৰগৰাকীয়েও) আহিবৰ আগতে ক'লে,—"আপুনি সকলো মিটিঙলৈ আহিব। বহুত ভাল পৰামৰ্শ পোৱা যায়। মই NEZCC ৰ যিমান মিটিং আজিলৈকে কৰিলো, তাৰ ভিতৰত এইখনেই আটাইতকৈ ভাল মিটিং হৈছে।"

তিনি বজাত ডিমাপুৰ এৰিলো। ৯-০৫ বজাত ঘৰ। আহোঁতে-যাওঁতে প্ৰান্তিকৰ যিমান গল্প আৰু 'দৈনন্দিন' পঢ়িবলৈ আছিল, সকলো পঢ়ি শেষ কৰিলো। ডাঙৰ কাম এটা শেষ হ'ল। এইফালৰ পৰা (চাবলৈ গ'লে) এনেকুৱা জার্নি মোৰ কাৰণে বৰ লাভজনক। ঘৰত থকা হ'লে মই এনেকৈ সাত ঘণ্টা পঢ়িব পাৰিলোহেঁতেন নে?

**১ ছেপ্টেম্বৰ, ১৯৮৭ :** ...প্ৰান্তিকলৈ। প্ৰদীপ কেনিবা গৈছে। হীৰেন ভট্টাচাৰ্যৰ লগত কথা পাতিলো। অহা সংখ্যাৰ বাবে তিনিটা কবিতাৰ বিষয়ে কথা পাতিলো।

ভট্টাচাৰ্যই ক'লে, —কিতাপ পঢ়িবলৈ ভাল পোৱা যাত্ৰী এজনে বোলে বাছত কণ্ডাক্টৰক complaint বুকখন দিবলৈ ক'লে। কণ্ডাক্টৰে সুধিলে, "কিয়?" যাত্ৰীজনে ক'লে, "পঢ়িবলৈ একো নাই। সেইখনকে পঢ়োঁ।"

ভট্টাচাৰ্যৰ এনেকুৱা কথাবোৰ বৰ ইণ্টাৰেষ্টিং। সেই তাহানিৰে পৰা (১৯৫৫-৫৬?) ভাল পাই আহিছোঁ।*

* এইবোৰ ভট্টাচাৰ্যৰ নিজৰ মগজৰ পৰা ওলোৱা কথা বুলি মই বিশ্বাস কৰোঁ।

**৪.৯.৮৭ :** ...৫ বজাত ষ্টেডিয়ামলৈ গ'লো। নীলিময় চৌধুৰী আৰু লীলা গগৈৰ লগত Sports Hostel সম্পৰ্কে কথা পাতিলো। বিশেষকৈ Girls' Hostel সম্পৰ্কে। খেলুৱৈৰ খেলা, পঢ়া, শৃংখলা, আচৰণ—এই সকলো দিশলৈ লক্ষ্য কোনে ৰাখিব? স্কুলত শিক্ষয়িত্ৰীয়ে খেলৰ খবৰ নলয়; ষ্টেডিয়ামত খেলৰ কৰ্মকৰ্তাসকলে পঢ়া-শুনাৰ খবৰ নলয়; —এইবোৰ কেনেধৰণৰ 'সমন্বয়'? ...

**৭.৯.৮৭ :** ...পাঠশালা। আজি নিশা মোৰ নাটকখন মঞ্চস্থ কৰা হ'ব। ৰিহাৰ্ছেল ইমান কম হৈছে যে মোৰ ভয়েই লাগি আছে। সকলোৰে ক'লে,—মই উপস্থিত থকা উচিত। ইফালে গুৱাহাটীত প্ৰান্তিকৰ কাম আছে। 'বিশ্বপৰিক্ৰমা'টো আজি সুনীল পৱনে (ড. সুনীল পৱন বৰুৱাই) দিয়াৰ কথা; মই চাই দিব লাগে। গুৱাহাটীলৈ গুচি আহিলো। ...খবৰ ল'লো,—সুনীল পৱনে বিশ্বপৰিক্ৰমা দিয়া নাই। ৩-১৫ বজাত...আকৌ পাঠশালালৈ। ৬ বজামানত পাঠশালা। মঞ্চলৈ গ'লো। Set-অৰ দিহা-পৰামৰ্শ দিলো। ৭-৩০ মানত নাটক আৰম্ভ। সৰু-সুৰা ভুলৰ বাহিৰে সকলোৰে ঠিকেই কৰিছে। আজিহে মঞ্চত নাটকখন সম্পূৰ্ণকৈ দেখিবলৈ পালো। ধাৰণা হ'ল,— নিখুঁতভাৱে মঞ্চস্থ কৰিলে নাটকখন চাবলৈ ভাল হ'ব।*

* নাটকখনৰ নাম আছিল 'জন্মভূমি'। মুখ্য অভিনেতা আছিল প্ৰাঞ্জল শইকীয়া আৰু হেমন্ত দত্ত; মুখ্য অভিনেত্ৰী আছিল জুৰি শৰ্মা।

**৯.৯.৮৭ :** ...দুপৰীয়া দিল্লীৰ Directorate of Film Festivals -অৰ নাৰায়ণন নামে এজনে ফোন কৰি ক'লে,—ভাৰত চৰকাৰে মোক ইণ্ডিয়ান পেনোৰামাৰ ছবিৰ বাবে বিচাৰক মনোনীত কৰিছে। ১০ অক্টোবৰমানৰ পৰা ১০ দিন ধৰি দিল্লীত ছবি দেখুউৱা হ'ব। মই এই বাব গ্ৰহণ কৰিমনে,—তেওঁ সুধিলে। মই পৰহিলৈ ক'ব পাৰিম বুলি ক'লো।...

**১১.৯.৮৭ :** ...ৰাতি প্ৰান্তিকৰ কাম। পৰহি এখন নটিছ পালো,—শিক্ষকক জ্ঞানাশ্ৰয়ী বঁটা দিবলৈ নিয়োগ কৰা নিৰ্বাচনী-সমিতিৰ (তিনিজনীয়া) মোক সদস্য কৰা হৈছে।*

* মই জনাত এই বঁটাটোৰ কাম বিশেষ আগ নাবাঢ়িল।

**১২.৯.৮৭ :** ...আজি শ্ৰী অনিল কুমাৰ বৰুৱা নামৰ এ. ছি. এছ. বিষয়া এজনে ফোন কৰিলে। তেওঁক জ্যোতি চিত্ৰবনৰ সচিব নিযুক্ত কৰা হৈছে। তেওঁৰ কথাৰ পৰা যি বুজিলো,—তেওঁক বৰ্তমানৰ ডিপাৰ্টমেণ্টে ৰিলিজ কৰি দিলেই তেওঁ জ্যোতি চিত্ৰবনৰ কামত যোগ দিব। ...ইমান দিনৰ মূৰত অন্ততঃ এবাৰ আশাৰ কথা শুনিলো।...

**১৩.৯.৮৭ :** ...দহমান বজাত অনিল কুমাৰ বৰুৱা আহিল। তেওঁৰ ঘৰ ক'ত, কেতিয়া ক'ত কি চাকৰি কৰিছিল—সকলো সুধিলো। তেওঁ জ্যোতি চিত্ৰবনৰ সচিব হিচাপে কামত যোগ দিব নে সুধিলো। দিব বুলি কোৱাত,—চমুকৈ ষ্টুডিঅ'টোৰ ইতিহাসৰ কথা কৈ,— সচিবৰ দায়িত্বৰ এটা আভাস দিলো। বিশেষকৈ —এইটো যে এটা প্ৰতিষ্ঠান গঢ়াৰ চাকৰি,— ত্যাগ কৰি কাম কৰিবলগীয়া চাকৰি,—সেই কথাটো ক'লো। ক'লো,—জইন কৰক,— ষ্টুডিঅ'টোত ঘূৰি-পকি কামৰ কথা পাতিম। ...

**১৪.৯.৮৭ :** ...দিল্লীলৈ টেলিগ্ৰাম কৰিলো (নাৰায়ণন Filmotsav)। —ইণ্ডিয়ান পেনোৰামাৰ জুৰিৰ সদস্য হ'ব নোৱাৰিম। মোৰ নিজৰ হাতত থকা কামৰ কাৰণে।...

**১৬.৯.৮৭ :** ...হিন্দ ছেণ্ট্ৰেল ষ্ট'ৰছৰ পৰা এখন বহী আৰু এটা ফাইল কিনিলো। বহীখন ফিল্মৰ স্ক্ৰিপ্ট লিখিবলৈ। যোৱা তিনিওখন ফিল্মৰে স্ক্ৰিপ্ট লিখিবলৈ বহী সেইখন দোকানৰ পৰাই কিনিছিলো। প্ৰথম ফিল্ম সন্ধ্যাৰাগ কৰাৰ সময়ত এই দোকানখনৰ মালিক শ্ৰী শৰ্মাই মোক প্ৰায় চাৰে তিনিশ টকাৰ বস্তু (stencil, cyclostyling paper আদি) বাকীকৈ দিছিল, আৰু এটা Wing Sung pen উপহাৰ দিছিল।

**১৮.৯.৮৭ :** ... যোৰহাটৰ কিৰণ দেৱীৰ পৰা পৰহি যিখন চিঠি পালো, তাত তেওঁ নিতান্ত ঘৰুৱা সমস্যাৰ কথা লিখিছে। চিনা নাই জনা নাই—তেওঁ সেই সমস্যাৰ সমাধান বিচাৰি মোলৈ লিখিছে। কিন্তু কথা হ'ল, এনেকুৱা চিঠি মই বহুত পাওঁ। একেবাৰে ব্যক্তিগত সমস্যা, একেবাৰে ঘৰুৱা সমস্যা; —অৰ্থাভাৱ, প্ৰেম, বৈবাহিক জীৱন, মদৰ কুফল আদি বিভিন্ন বিষয়ে দীঘলীয়া চিঠি লিখি মানুহে মোৰ পৰামৰ্শ বিচাৰে। অচিনাকি মানুহ। মই অবাক হওঁ; চিন্তিত হওঁ; মনটো এক অজান দুখত ভৰি পৰে। কিয় মানুবোৰে মোলৈ লিখে? মই দেখোন সভা-সমিতিও এৰিলো, ঘূৰা-পকাও এৰিলো, কেৱল সোমাই থাকোঁ। মই যদি সঁচাকৈয়ে এই সকলো মানুহকে পৰামৰ্শ দিব পাৰিলোহেঁতেন! এনেকুৱা এটা পৰামৰ্শকেন্দ্ৰ খুলিব পাৰিলোহেঁতেন!

**১৯.৯.৮৭ :** ...ডিমাপুৰত NEZCC (North East Zone Cultural Centre) উদ্বোধন কৰিব প্ৰধানমন্ত্ৰীয়ে ২৮।৯।৮৭ তাৰিখে। যোৱা ৩১ তাৰিখৰ মিটিঙলৈ মই কষ্ট কৰি সময় উলিয়াই গৈছিলো;—কাৰণ সেয়া কামৰ কথা আছিল। উদ্বোধন উৎসৱলৈ মই নগ'লেতো NEZCCৰ একো ক্ষতি নহয়? বৰং সেই সময়খিনিত মই ইয়াত বহুত কাম কৰিব পাৰিম। গতিকে কালি জনালো,—যদি অসমৰ পৰা অইন কোনোবাই প্ৰতিনিধিত্ব কৰে (অৰ্থাৎ যদি বাকী সদস্যসকলৰ কোনোবা যায়) তেনেহ'লে মই নাযাওঁ।

কালি লক্ষ্মী লহকৰৰ তালৈ গ'লো। ফোন কৰি ঠিক কৰি থোৱা আছিল। তেওঁ Sibson -অৰ dam বন্ধা কামৰ গণ্ডগোলৰ কথা ক'লে। তেওঁৰ কোম্পানিৰ বিৰুদ্ধে লিখা কথাৰ প্ৰত্যুত্তৰ কাগজে বিজ্ঞাপন হিচাপেও নোতোলে! তেওঁৰ versionটো শুনি চিন্তিত হ'লো। কোনে কাৰ অন্যায় কৰিছে ধৰিবই নোৱাৰি।...

**২২.৯.৮৭ :** ...১১-৩০ ষ্টুডিঅ'লৈ। গৱৰ্নৰৰ ছেক্ৰেটেৰি H.P. Sinha আহিল। ১-৫০ বজালৈকে আলোচনা। তেওঁক ষ্টুডিঅ' দেখুৱালো। NECক আমি Training-cum-Production Centre -অৰ বাবে ৪ কোটিটকীয়া এখন আঁচনি দিছোঁ। এতিয়া এওঁ সেই বিষয়ে কথা পাতিছে। কামটো যে হ'ব লাগে, তাৰ ওপৰত জোৰ দিলো।

দুই বজাৰ পৰা অসমৰ ফিল্মৰ লগত জড়িত ছজন মানুহৰ লগত বিভিন্ন সমস্যা সম্পৰ্কে আলোচনা কৰিলো।...

**২৩.৯.৮৭ :** ...পাছবেলা ফাইনেন্স ছেক্ৰেটেৰি শ্ৰী প্ৰণব বৰা (তেখেত কমিছনাৰো) আৰু প্লেনিং এণ্ড ডেভেলপমেন্ট কমিছনাৰ শ্ৰী ভাস্কৰ বৰুৱালৈ ফোন কৰিলো। ঠিক কৰিলো—কাইলৈ তেখেতসকলক মই লগ ধৰিম।

ফিল্ম কৰপ'ৰেশ্যনটোৰ টকা সম্পৰ্কে, কৰপ'ৰেশ্যনটোৰ গাঁথনি সম্পৰ্কে তেখেতসকলৰ লগত এবাৰ আলোচনা কৰোঁ আৰু মোৰ ফালৰ পৰা ক'বলগীয়াখিনি কৈ দিওঁ!

সন্ধিয়াৰ পাছত মনে-মনে বহি মোৰ ফিল্মখনৰ কথা ভাবিলো। Script-খনৰ কথা। বিশেষকৈ ক'ত আৰম্ভ কৰিলে ভাল হ'ব, সেই কথাটো লৈ কেইবাফালৰো পৰা চিন্তা কৰিছোঁ।...

**২৪.৯.৮৭ :** ...প্ৰণব বৰাই ফোন কৰিলে,—অৱনী গোহাঞিবৰুৱা* ঢুকাল! অবাক হ'বলগীয়া কথা। দিছপুৰত থকা তেওঁৰ ঘৰলৈ লগে-লগে গ'লো। পৰহি দিল্লীৰ পৰা আহিছে; কালি ৰাতি GMC হস্পিটেলত ঢুকাল! এঘণ্টামান তাত থাকি ঘৰলৈ আহিলো। (মুখ্যমন্ত্ৰীয়ে হেনো কৈ গ'ল,— পুলিছৰ এম্বুলেন্স এখনৰ ব্যৱস্থা কৰিব লাগে। শৱদেহ নগাঁৱলৈ নিবলৈ। ডেৰঘণ্টা-দুঘণ্টা হ'ল, এম্বুলেন্সৰ খবৰ নাই। মন্ত্ৰী চন্দ্ৰ আৰন্ধৰাই গৰ্জি আছে। —"মুখ্যমন্ত্ৰীৰ কথামতে ব্যৱস্থা লওঁতেই যদি মানুহে এনেকুৱা কৰে, তেনেহ'লে আমাৰ অৱস্থা কি ভাবি চাওক।"—আমাৰ মানে অইন মন্ত্ৰীৰ!) জ্যোতি চিত্ৰবনলৈ গ'লো। কৰ্মীসকলক লৈ এখন শোকসভা পাতিলো। ছেক্ৰেটেৰিয়েটলৈ। ভাস্কৰ বৰুৱা...আৰু প্ৰণব বৰাৰ... লগত Film Finance-অৰ টকাৰ বিষয়ে দীঘলীয়া আলোচনা কৰিলো। এই আলোচনাৰপৰা মই বহুত কথা বুজিলো। এইমতে মই এবাৰ শেষ চেষ্টা কৰি চাওঁ।

* অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক শ্ৰী গোহাঞিবৰুৱাৰ কথা আগতে কেইবাবাৰো উল্লেখ কৰিছোঁ।

**২৫.৯.৮৭ :** ...লক্ষী লহকৰলৈ ফোন কৰিলো। তেখেতে ক'লে,—"ফিল্মখন আৰম্ভকৰা কামটো postpone কৰিব নোৱাৰিনে কি? মই free feel কৰা নাই।" —Free মানে তেখেতে Sibson-অৰ ASEB-ৰ contract সম্পৰ্কীয় গণ্ডগোলৰ পৰা free হোৱাৰ কথা বুজালে। মই ক'লো,—মোৰ জীৱনৰ সময়ৰ লগত কামৰ planning-অৰ সম্বন্ধ আছে। এই শীতৰ দিনত ছবিখনৰ shooting কৰিব নোৱাৰিলে কামটো আৰু এবছৰ পিছুৱাই যাব। মোৰ অসুবিধা হ'ব।* ...

* তেজপুৰৰ শ্ৰী লক্ষী লহকৰ আগশাৰীৰ ঠিকাদাৰ আছিল। তেখেতৰ প্ৰতিষ্ঠানটোৰ নাম Sibson আছিল। (আৰু অইন নামৰ কিবা প্ৰতিষ্ঠান আছিল যদিও মই নাজানিছিলো।) তেখেতে অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ এটা ডাঙৰ যোজনাৰ (লাংহিং যোজনা নামে

খ্যাত) কাম লৈছিল। তেখেতে মোক কোৱা মতে সেইটো পাঁচ কোটি টকাৰ ঠিকা আছিল। কি সূত্রে তেখেতৰ লগত মোৰ চিনাকি হ'ল মোৰ মনত নাই; কিন্তু ধনবান লোক বুলি জনাৰ পাছত মই চলচ্চিত্র নির্মাণৰ বাবে অর্থসাহায্য বিচাৰি তেখেতৰ কাষ চাপিছিলো। 'অগ্নিস্নান'ৰ বাবে তেখেতে মোক মুঠতে পইত্রিছ হাজাৰ টকা ধাৰলৈ দিছিল। দূৰদর্শনৰ পৰা পইচা পোৱাৰ লগে-লগে সেইখিনি মই তেখেতক ঘূৰাই দিছিলো। সেই তেতিয়াই তেখেতে মোৰ পাছৰ চলচ্চিত্রখন প্রযোজনা কৰিব বুলি কৈছিল। কিন্তু যেতিয়া সময় আহিল, তেতিয়া তেখেতৰ ঠিকাৰ কামত নানা ধৰণৰ বিজুতিয়ে দেখা দিলে। গতিকে তেখেতে মোক কামটো পিছুউৱাৰ কথা কৈছিল। মোৰ তেনে কৰাৰ উপায় নাছিল; গতিকে ধনৰ অন্য উৎসৰ খবৰ কৰি মোৰ আঁচনিমতে কামত আগ বাঢ়িছিলো। শ্রী লহকৰৰ অকালমৃত্যু মোৰ কাৰণে বেদনাদায়ক আছিল।

২৭.৯.৮৭ : ... ASEB -ৰ Assam State Electricity Workers' Union-অৰ Silver Jubilee Conference-অৰ Reception Committee-ৰ Chairman-অৰ (আৰু কেইটা -অৰ আৰু -ৰ?) ভাষণ লিখিছোঁ।* হ'ঠাতে এটা এলাহে দেখা দিছে। এলাহতকৈও ডাঙৰ কথা,—কামত মন বহা নাই। যোৱা কিছুদিন এটা সাংঘাতিক ধৰণৰ হেঁচা গ'ল কাৰণেই নে কি? ইমান কাম আছে, তথাপি সুবিধা (চেলু) পালেই উঠি ইগিল-দিগিল কৰি ফুৰিছোঁ। নাচাবলগীয়া ফুটবল খেলো (TV ত) চাইছোঁ। ...

* অসম ৰাজ্যিক বিদ্যুৎ-কর্মী সংঘৰ বিষয়ববীয়া কেইগৰাকীমানে মোক এই বাবটোৰ বাবে অনুৰোধ কৰিছিল। তেখেতসকলৰ ভিতৰত মোৰ চিনাকি লোকো আছিল। এই বাবটো ল'লে মই বিশেষ একো কৰিব নালাগিব; কেৱল উদ্বোধনী-সভাত বক্তৃতা এটা দিব লাগিব;—এইবুলি জনোৱাত মই বাবটো গ্রহণ কৰিছিলো। চাবলৈ গ'লে এই বাবটোৰ লগত মোৰ সম্পর্ক ঘটাৰ কোনো যুক্তিযুক্ত কাৰণ নাছিল। কেৱল অনুৰোধটো প্রত্যাখ্যান কৰিব নোৱৰা বাবেই বাবটো গ্রহণ কৰিছিলো।

৩০.৯.৮৭ : ...দুর্গাপূজাৰ অষ্টমী। ... মাজতে এবাৰ ওলাই গৈ ঢেকীয়া, নেমুটেঙা আৰু মোৰ ঔষধ এবিধ কিনি আনিলো। ডিঙি চেৰচেৰাই কাহ আৰম্ভ হ'লেই এই ঔষধটোৰে চিকিৎসা আৰম্ভ কৰোঁ। এনেকৈ নিজে চিকিৎসা কৰা,—বিশেষকৈ ঔষধ খোৱা কামটো কোনে ভাল বুলি ক'ব? ময়ো নকওঁ। কিন্তু কাৰ পৰামর্শ ল'ম? লোৱাটো সহজ কাম নে?

পেৰিছত থকা ড. মহেন্দ্র নাথ গোস্বামী* আহিল। তেখেত পৰহিলৈ যাবগৈয়ে। দুর্গপূজা উপলক্ষে তেখেত উগ্রতৰা মন্দিৰলৈ যাব! আবেলি ভাৰত-পাকিস্তানৰ এদিনীয়া ক্রিকেট। ৰিলায়েন্স কাপৰ উদ্বোধনী খেল। মোৰ কাৰণে এই উৎসৱৰ দিনকেইটাৰ একমাত্র উপভোগ কৰিবলগীয়া প্রগ্রেম। ভালকৈ আয়োজন কৰি বহি ল'লো। ভাৰত ১৪ ৰানত জিকিল। ৰিলায়েন্স কাপৰ আগে-আগে এইটো ভাৰতৰ কাৰণে বৰ ভাল কথা হ'ল।

* ড. গোস্বামীৰ কথা আগতে কৈছোঁ। ফৰাছী চৰকাৰৰ এটা বিভাগৰ বিজ্ঞানী। পেৰিছত থাকে।

**১ অক্টোবৰ, ১৯৮৭ :** ... সন্ধিয়া 'পূজাৰ মানুহ' চাবলৈ ওলাই গ'লো। পাণবজাৰ, উজানবজাৰ, শিলপুখুৰী, চানমাৰি আদি। লতাশিল পথাৰত পূজাৰ লগতে typical মেলা বহিছে। মেৰি গ' ৰাউণ্ড, বাচন-বৰ্তন, খাৰু ইত্যাদি। মোৰ আঁচনিখনেই ভাল হ'ব। বছৰত দুখনমান ডাঙৰ ৰাজহুৱা মেলা পাতিব লাগে; সকলোৱে দলে-দলে ওলাই আহি আনন্দ কৰক; কিন্তু ধৰ্মকৰ্ম (পূজা!) সম্পূৰ্ণ indoor activity হওক। দুয়োটাৰে এনে বজৰুৱা সংমিশ্ৰণ হ'ব নালাগে।

**২.১০.৮৭ :** ... T.V.ত খেলা চাবলৈ বহিলো। ৰমেশ কৃষ্ণন আৰু বিজয় অমৃতৰাজে ভাল খেলিছে। খেল আকৰ্ষণীয় হৈছে; ভাৰতীয়ৰ কাৰণে উত্তেজনাপূৰ্ণ হৈছে। মই T.V.ৰ আগৰ পৰা আঁতৰিব নোৱাৰিলো। ধীৰু ভূঞাৰ ফিল্মখন চাবলৈ ১২-৩০ বজাত যোৱাৰ কথা আছিল। * বৰ অসুবিধাত পৰিলো। শেষত ভাবিলো,—এই খেল আৰু দেখা নাপাওঁ। ছবিখন পাছতো চাব পাৰিম। ধীৰুলৈ চিঠি এখন লিখি পঠাই দিলো। ভাৰত দুয়োখন ছিংগলছত জিকিল। ...

...সন্ধিয়া প্ৰফুল্ল গোবিন্দ বৰুৱাৰ* জীয়েকৰ বিয়ালৈ গ'লো। আজি অভ্যৰ্থনা। ডাঙৰ আয়োজন। বহুত মানুহক লগ পালো। গুৱাহাটীত আজিকালি সাধাৰণতে যিটো হয়। বহুত দিন লগ নোপোৱা মানহক বিয়াই-সবাহে লগ পোৱা যায়। ...

* শ্ৰী ধীৰু ভূঞা আৰু শ্ৰী সুৰেন বৰা 'প্ৰথম ৰাগিণী' নামৰ চলচ্চিত্ৰখনৰ যথাক্ৰমে পৰিচালক আৰু প্ৰযোজক আছিল। তেওঁলোকে মোক চলচ্চিত্ৰখন আৰম্ভণিৰ প্ৰদৰ্শনীটো চাবলৈ এটা বিশেষ কাৰণত অনুৰোধ কৰিছিল। পাছত মই চলচ্চিত্ৰখন চাইছিলো। ধীৰু ভূঞাৰ অকাল মৃত্যুৱে মোক অসহনীয় দুখ দিছিল।
* বৰ্তমানে The Assam Tribune কাকতৰ সম্পাদক আৰু 'ট্ৰিবিউন গোষ্ঠী' বুলি জনাজাত প্ৰতিষ্ঠানটোৰ স্বত্বাধিকাৰীসকলৰ এজন।

**৩.১০.৮৭ :** ...দিছপুৰ বিদ্যাপীঠৰ আলোচনীখনৰ সম্পাদকলৈ চিঠি এখন লিখিলো। তেওঁ এটা 'সাক্ষাৎকাৰ'ৰ বাবে প্ৰশ্ন কেইটামান দিছিল। ...মই ক'লো,—প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিম। চিঠি এখনকে লিখিম। সম্পাদক হিচাপে তেওঁ আখৰ-জোঁটনিৰ কথা কি ভাবে? তেওঁ কি সাৱধানতা অৱলম্বন কৰিছে? সেয়ে চিঠিৰ মৰ্ম। লগতে দুটামান পৰামৰ্শ। T.V.ত India-Australiaৰ (Davis cup) doubles matchখন চালো। ভাৰত হাৰিল। পাছবেলা প্ৰান্তিকৰ কাম। সন্ধিয়াৰ পাছত হেম বৰা ('সংকল্প' নামৰ চলচ্চিত্ৰৰ পৰিচালক) আহিল। ...কথা প্ৰসংগত তেওঁ সৰ্বভাৰতীয় প্ৰতিযোগিতাবোৰত (চলচ্চিত্ৰৰ) lobbying -অৰ কথা সুধিলে। মই ক'লো,—মোৰ সেইবোৰ কথা চিন্তাৰ বাহিৰত।

**৫.১০.৮৭ :** ... ১-৫৩—কামৰূপ একাডেমিলৈ গ'লো। অসম ৰাজ্যিক বিদ্যুৎ কর্মী সংঘৰ ৰূপালী জয়ন্তীৰ অধিবেশনৰ আজি উদ্বোধনী সভা। কর্মকর্তাসকলে মোক ২ বজাত বুলি খবৰ দিছিল। ১-৫০ বজাত পালোঁগৈ। শ্রী গৌৰীশংকৰ ভট্টাচার্য আহিছে। তেখেতৰ ব্যক্তিগত খা-খবৰ ল'লো। ২-২০ ঃ এজন কর্মকর্তাই ক'লে,—মুখ্যমন্ত্রী ২-৩০ বজাত পাবহি; মই পদূলিলৈ যাব লাগে, তেওঁক আদৰিবলৈ। মই অলপ থতমত খালো। তাৰ পাছত গ'লো। এক মিনিটমান গে'টখনৰ ওচৰত থিয় হৈ থাকোঁতে মোৰ চিন্তা হ'ল,—মই কৰিছোঁ কি? সংঘৰ সভাপতিক ক'লো,— আপোনালোকৰ অধিবেশন, আপুনিহে তেখেতক আদৰিব লাগে। মুখ্যমন্ত্রীয়ে মোক চিনি পায়; কিন্তু মোক যে আপোনালোকে অভ্যর্থনা সমিতিৰ সভাপতি পাতি থৈছে, সেইটোতো তেওঁ নাজানে!— মই ভিতৰলৈ গুচি আহি সমুখৰ শাৰীৰ একেবাৰে বাঁওফালৰ চকীখনত বহিলো। ওচৰত ASEBৰ Chairman শ্রী চাৰৱান। তেওঁৰ লগত বহুত কথা পাতিলো। ...কর্মীসকলৰ ২০খনমান Union. এইখন অৱশ্যে একমাত্র স্বীকৃত Union. দাবী বহুত। কিন্তু কাম? আঠ ঘণ্টাৰ চাৰি ঘণ্টাও সততাৰে কাম নকৰে। Work Culture-অৰ কিযে অৱস্থা! ৩-১০ —মুখমন্ত্রী আহিল। ...

মঞ্চত সকলোৱে আসন গ্রহণ কৰাৰ পাছত মই আগৰ ঠাইতে বহি থাকিলো ২ বজাৰ সলনি ৩ বাজি ১৫ মিনিটত সভা আৰম্ভ হ'ল। সম্পাদকে উদ্দেশ্য ব্যাখ্যা কৰোঁতে এজন কর্মীয়ে শ্রোতাসকলৰ মাজত কাগজ বিলাই আছিল। সভাপতিয়ে তেওঁক বাৰণ কৰিলে। কাৰণ তেওঁৰ সেই কামটোৰ কাৰণে সভাঘৰত গণ্ডগোলৰ সৃষ্টি হৈছিল। মুখ্যমন্ত্রীৰ লিখিত ভাষণখন ভাল।

...বিশেষকৈ সময়ৰ অপচয়ৰ কাৰণে মই বৰ বিৰক্ত হৈ উঠিলো। এসময়ত মোৰ 'ভাষণ'ৰ পাল পৰিল। কথাখিনি ঘৰতে সময় খৰচ কৰি লিখিছোঁ; আনকি proof ও চাই দিছোঁ। এতিয়া সেইখিনি পঢ়িবৰ সময়ত এজন কর্মীয়ে শ্রোতাসকলৰ মাজত কিবা কাগজ বিলাই আছে। মোৰ ভাষণ ছপোৱা কাগজ নহয়; অইন কাগজ। গণ্ডগোলৰ সৃষ্টি হৈছে। মই ভাষণ বন্ধ কৰি, —"কাগজ বিলাই লওক; তাৰ পাছত মই কথা ক'ম।"—বুলি কৈ বহি থাকিলো। সভাপতিৰ অনুৰোধত কাগজ বিলোৱা বন্ধ হ'ল। তাৰ পাছত মই ক'লো, ...মই বুদ্ধি, আয়ুস, কর্মশক্তিৰ বিনিময়ত মোৰ মাতটো দি দিবলৈও ৰাজি আছোঁ। দেশখনত বৰ বেছি কথা কোৱা হৈছে। কন্তু যেতিয়া মই কিবা কওঁ, I mean it. প্রতিটো শব্দ শ্রোতাই শুনাটো বিচাৰোঁ; বুজাটো বিচাৰোঁ। অপব্যয় কৰিবলৈ মোৰ সময় নাই।

—মই বোধহয় খণ্ডত অস্থিৰ হৈছিলো। (মুখ্যমন্ত্রী তেওঁৰ ভাষণৰ পাছতে গুচি হৈছিল। বিধান সভা বহি আছে। বার্কি প্রসাদ তেলেংগা আৰু বিৰাজ শর্মা,—এই দুজন মন্ত্রী আছিল।)

তাৰ পাছত মোৰ 'ভাষণ'ৰ বাকীখিনি শেষ কৰিলো। ৫-৩০ বজাত ঘৰ পাবহি লাগিব

বুলি হিচাপ কৰি গৈছিলো। ৫-১০ বজাত সভাঘৰৰ পৰা ওলালো।

মিটিং বুলিলেই মোৰ বৰ অস্বস্তি লাগে। বহুত কষ্ট কৰি এই বস্তুটোৰ পৰা আঁতৰিবৰ চেষ্টা কৰিছোঁ। আজি সেই প্ৰবৃত্তি আৰু প্ৰবল হ'ল।

**৬.১০.৮৭ :** ...গধূলি মুখ্যমন্ত্ৰীক লগ ধৰি ক'লো,—টকা পাঁচ লাখৰ ব্যৱস্থা হ'ল বুলি ক'লা,—নাই। ছেক্ৰেটেৰি দিলা বুলি ক'লা, এতিয়াও কোনেও জইন কৰা নাই। —কথাটো কি? মই তেওঁক ক'লো,—নতুন বাজেটত নতুন ছিনেমা হলৰ কাৰণে অন্ততঃ ২০ লাখ টকাৰ ব্যৱস্থা কৰিবই লাগে। পৰিষ্কাৰকৈ ক'লো,—এনেকৈ, একো কাম নকৰাকৈ চেয়াৰমেন হৈ থকাটো বৰ লাজৰ কথা। মোৰ কাৰণে।

লক্ষ্মী পূজা। ৰাতি দূৰৰ পৰা তিৰোতাৰ নাম আৰু হাত- চাপৰিৰ শব্দ ভাহি আহিছে। তাৰ পাছত বিহুগীতৰ ৰেকৰ্ড। ...লক্ষ্মীপূজাত ৰাতি ১১ বজাত চাপৰি বজাই, মাইকত, নাম।

**৭.১০.৮৭ :** ...পাছবেলা জ্যোতি চিত্ৰবনলৈ গ'লো। সাধাৰণ সভাৰ কাৰ্যবিৱৰণী টাইপ কৰিবলৈ দিলো। আজি গম পালো— অৱনী কুমাৰ গোহাঞি বৰুৱাই কৰ্মচাৰীসকলৰ দৰমহাৰ চে'কখনত চহী কৰি থৈ যাব নোৱাৰিলে। তেওঁ পিয়নজনক--"আজি গাটো ভাল লগা নাই, কাইলৈ আহিবা; কাইলৈ কৰিম" —বুলি কৈছিল। পিছে সেই ৰাতিয়েই তেওঁ ঢুকাল। কৰ্মচাৰীসকলে আজিলৈকে দৰমহা পোৱা নাই। ছেক্ৰেটেৰিৰ দায়িত্ব কোনেও লোৱা নাই। আজি যদি এইটো এহেজাৰ কৰ্মচাৰীৰ অফিছ হ'লহেঁতেন! তাতে 'দুৰ্গাপূজা'ৰ মাহৰ দৰমহা! আচৰিত হ'বলগীয়া কথা। ...

**১০.১০.৮৭ :** ...ঘৰলৈ আহি নিউজিলেণ্ড-জিম্বাবৱেৰ খেল চালো। পাছবেলা প্ৰান্তিকৰ কাম। চিঠিপত্ৰ পঢ়িলো। ধৰ্মৰ নামত মানুহ ইমান বেছি sensitive হৈ আহিছে! প্ৰকৃত ধৰ্মৰ নামত হোৱা হ'লেও এক কথা। কিন্তু কিছুমান মানুহৰ চিঞৰ-বাখৰবোৰ লুঙি-লেংটি-লগুণ ইত্যাদি লৈহে। এওঁলোক প্ৰকৃত পাপী। নেতৃত্বৰ অভাৱ আৰু দুৰ্নীতিৰ বাবেই এনে হৈছে। চিঠি- পত্ৰবোৰত মানুহে 'ধৰ্ম'ৰ নামত এনে উত্তাপ প্ৰকাশ কৰে। যদি আৰু অলপ বয়স থাকোঁতেই মোৰ চকুৰ আগত এই অৱস্থাটো উন্মুক্ত হ'লহেঁতেন, তেনেহ'লে মই এটা চেষ্টা কৰিলাহেঁতেন; —ধৰ্মৰ নামত সকলো কাম indoor হওক। পূজা-পাতল আদি গা-ধোৱাৰ নিচিনা নিতান্ত ব্যক্তিগত কাম হওক।

**১১.১০.৮৭ :** ...চিঠি-পত্ৰ বহুতো পঢ়িলো। প্ৰায় দুটামান সংখ্যাৰ জোখাৰে সম্পাদনাও কৰিলো। এই কামটো কষ্টকৰ। অন্ততঃ মই এই কামটো পৰিশ্ৰম কৰি কৰোঁ। মূল কথাবোৰ ৰাখি চিঠিবোৰ চুটি কৰোঁ। কেইবাটাও বাক্য গোটাই এটা বাক্য লিখোঁ। খং-ৰাগৰ সুৰ বাদ দিওঁ। মাৰ্জিতভাৱে বক্তব্য উত্থাপন কৰাৰ চৰিত্ৰ বজাই ৰাখোঁ। দিনটো এই কামতেই গ'ল। সন্ধিয়া এইবাৰ পুৰস্কাৰ পোৱা 'ইয়ে ৱহ মঞ্জিল তো নহী' নামৰ ছবিখন

(TVত) চালো। কেইবাটাও কথা ভাল লাগিল।

মাজতে ২০ মিনিটমান বন্ধ হওঁতে Fire Brigade-অৰ অফিছৰ পৰা ৰাজ পাটোৱাৰীলৈ ফোন কৰিলো। তেওঁলোকে নিজেই আহি মোক কৈছিল,—ছবিখন তেওঁলোকে produce কৰিব। মই তেওঁলোকক চিনিয়েই নাপাইছিলো। তেওঁলোকে কথাটো মোক ঘৰতে কৈছিলহি। আজি পাটোৱাৰীয়ে ফোনত ক'লে,— দেউতাকে আপত্তি কৰিছে। গতিকে তেওঁ নিজৰ পৰা মোক এক লাখ টকা দিব,—কোনো চৰ্ত নোহোৱাকৈ। সুতো নালাগে, লাভৰ অংশও নালাগে।*

* লক্ষী লহকৰৰ পৰা পইচা পোৱাৰ আশা বাদ দিয়াৰ পাছত এদিন এজন ডেকা ডাক্তৰ আমাৰ ঘৰলৈ আহিল। তেওঁৰ লগত আনিছিল ৰাজ পাটোৱাৰী নামৰ এজন ল'ৰা। ডাক্তৰজনে পাটোৱাৰীক মোৰ লগত চিনাকি কৰি দি ক'লে,— এওঁ আপোনাৰ কাহিনী, আপোনাৰ পৰিচালনাৰে এখন অসমীয়া ফিল্ম কৰিব খোজে। মই ফিল্ম সম্পৰ্কে থকা মোৰ নিজা ধ্যান-ধাৰণাৰ কথা ক'লো, আৰু ইতিমধ্যে মই ভাবি থকা কাহিনীটোও ('এন্দুৰ' নামৰ গল্পটো) ক'লো। সেইদিনা আলোচনাৰ অন্তত থূলমূলভাৱে সিদ্ধান্ত কৰা হৈছিল,- মই যিমান পাৰোঁ কম খৰচত ছবিখন নিৰ্মাণ কৰিম, আৰু খৰচখিনি ৰাজ পাটোৱাৰীয়ে দিব।

**১৪.১০.৮৭ :** ...ঘৰলৈ আহোঁতে বাটতে বেংকত সোমালো। দেখিলো,—মোৰ একাউণ্টত ২২২ টা টকাহে আছে! ...

**১৯.১০.৮৭ :** ...ফিল্মৰ কাম। প্ৰথমতে সৰু বহীত লিখিছোঁ (script)। আজি কামৰূপ জিলা বন্ধ। সদৌ অসম ছাত্ৰ সন্থাৰ কামৰূপ জিলা সন্থাই এই বন্ধৰ আহ্বান দিছে। "শিলঘাট ৰাজধানীৰ উপযুক্ত ঠাই" বুলি এটা কমিটিয়ে প্ৰতিবেদন দাখিল কৰিছে। অসমৰ মুখ্যমন্ত্ৰীয়ে সেইখন বিধান সভাত দাখিল কৰিলে। সেই প্ৰতিবেদন নাকচ কৰিব লাগে,—দাবী সেইটোৱেই। এখন মিটিং নহ'ল, এটা শোভাযাত্ৰা নোলাল; এখন স্মাৰকপত্ৰ দি বাট চোৱা নহ'ল; মাত্ৰ দুদিনৰ পাছতে পোনে-পোনে কামৰূপ বন্ধ! কিমান লোকচান! কোনেও নুবুজে—বন্ধ মানে কি! ...

**২২.১০.৮৭ :** ...শ্ৰীমন্ত শংকৰ সমাজৰ মুখপত্ৰ 'একশৰণীয়া'ৰ কপি এটা লৈ শ্ৰী গোপাল দাস আহিল। T.V.ত ৰামায়ণত ৰামে যাতে দুৰ্গাপূজা কৰা দেখুউৱা নহয়, তাৰ বাবে অনুৰোধ কৰি তেখেতসকলে ভাৰতৰ ৰাষ্ট্ৰপতি, প্ৰধানমন্ত্ৰী আদিলৈ চিঠি লিখিছে। তেখেতসকলৰ যুক্তিৰ জোৰ আছে।

অষ্ট্ৰেলিয়াৰ বিৰুদ্ধে ভাৰত জিকিল।

সন্ধিয়া জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদৰ তিনিজন ল'ৰা আহিল। (তিনিও বেংকত কাম কৰে।) তেওঁলোক আহিছিল—তেওঁলোকৰ আলোচনী 'জাতীয় বাৰ্তা' আৰু

সংগঠনটো সম্পৰ্কে পৰামৰ্শ বিচাৰি। মাজে-মাজে তেওঁলোক নিৰাশ হয়। বেছিভাগ মানুহেই উদাসীন। মই academic, cultural আৰু intellectual দিশৰ কথা ক'লো। বিচাৰবুদ্ধি থকা ল'ৰা-ছোৱালীখিনিক উদ্বুদ্ধ কৰাৰ কথা ক'লো। ডকা-হকা দি, দলৰ নামত গুণ্ডামি কৰি দলক সহায় কৰা শ্ৰেণীটোক দমন কৰাৰ কথা ক'লো।

৮মান বজাত ৰশ্মিহঁতে দীপান্বিতা সামৰিলে।

**২৩.১০.৮৭ :** ...দুপৰীয়া ৰাজ পাটোৱাৰী নামৰ ল'ৰাজন আহিছিল। তেওঁ ২৮ তাৰিখৰ আগতে এক লাখ টকা (এবছৰলৈ ধাৰলৈ) দিব। ছমাহৰ কাৰণে আৰু এক লাখ টকা যোগাৰ কৰি দিব। তেওঁ কিয় সম্পূৰ্ণ টকা দি ছবিখন প্ৰযোজনা নকৰিলে, সেই বিষয়ে বহলাই ক'লে। তেওঁ ক্লাছ এইটত থাকোঁতে ছিনেমাৰ নামত বোম্বাইলৈ পলাইছিল। মাক-দেউতাকে এতিয়া ছিনেমাৰ নামেই নুশুনে।

**২৮.১০.৮৭ :** ...AASU-এ পিকেটিং কৰিছে। সকলো কাৰ্যালয়তে। অসম চুক্তি আৰু বানপানীৰ কথা লৈ। ...

এজন ল'ৰাই এখন দীঘলীয়া চিঠি লিখিছে। তেওঁ এটা "বেয়া" পৰিয়ালৰ এজনী ছোৱালী বিয়া কৰিলে। ঘৰখনে তেওঁক মৃত বুলি ঘোষণা কৰিলে। তেওঁৰ এজন ককায়েক বিলাত ফেৰৎ ডক্টৰেট। ইজন ককায়েক সুদীৰ্ঘকাল ধৰি মাৰ্ক্সবাদী কৰ্মী। ল'ৰাজনৰ প্ৰশ্ন,— এওঁলোকে তেওঁক ভাল চকুৰে নাচায় কিয়? তেওঁৰ শহুৰেকৰ পৰিয়ালৰ এজনে গণিকাৰ ব্যৱসায় চলায়; কিন্তু তেওঁৰ বৰদেউতাকৰ বিধবা জীয়েকেও দেহাৰ বিনিময়তেই সংসাৰ চলাই আছে!

**৩১.১০.৮৭ :** ...পৰাগ দাসে ফোন কৰিলে। তেওঁ আগতেও এবাৰ ফোন কৰি কৈছিল— Sibson-অৰ বিষয়ে তেওঁ এটা অনুসন্ধানমূলক প্ৰবন্ধ লিখিব। মই কৈছিলো,—লিখা। মোক Sibson-অৰ মালিকে যিখিনি কথা কৈছিল, সেইখিনিও ক'ম।

আজি তেওঁ ফোন কৰি ক'লে কাইলৈ মোক লগ ধৰিব।

মই পৰিষ্কাৰকৈ ক'ম,—এইটো প্ৰবন্ধৰ ক্ষেত্ৰত মই সম্পূৰ্ণ দায়িত্ব প্ৰদীপ বৰুৱাক এৰি দিম, আৰু অত্যন্ত সততা আৰু নিৰপেক্ষতাৰে 'ভাষা' আদি চাই দিম। কাৰণ Sibson -অৰ লক্ষী লহকৰে মোক 'অগ্নিস্নান' নিৰ্মাণ কৰাৰ সময়ত সহায় কৰিছিল। মই তেওঁৰ দোষ-গুণ দুয়োটাৰে আভাস পাই থৈছোঁ।*

* এইখিনি কথাৰ আঁৰৰ কথাখিনি হ'ল ঃ শ্ৰী লহকৰৰ Sibson নামৰ প্ৰতিষ্ঠান আৰু লাংহিং জলবিদ্যুৎ কেন্দ্ৰ সম্পৰ্কে ইতিমধ্যে নানা ধৰণৰ আলোচনা আৰম্ভ হৈছিল। পৰাগ দাসৰ কথাৰ সুৰৰ পৰা মোৰ ধাৰণা হৈছিল,—মই শ্ৰী লহকৰৰ কৰ্মপদ্ধতি বা অন্যান্য বিষয়ে কি জানো তেওঁ মোৰ পৰা সেই বিষয়ে জানিবলৈ বিচাৰিব। মই যি

জানো ক'মতো ক'মেই, কিন্তু সম্পাদনাৰ সময়ত পৰাগৰ বৰ্ণনা, তথ্য-পাতি আৰু বক্তব্যৰ ক্ষেত্ৰত তেওঁৰ আগৰ লেখাবিলাকত মই যেনেকৈ হাত ফুৰাইছিলো, এইটো প্ৰবন্ধৰ ক্ষেত্ৰত তেনেকৈ হাত নুফুৰাওঁ ; কেৱল ভাষা, বানান আদি চাই দিম।

**১ নৱেম্বৰ, ১৯৮৭ :** ...অৰুণবাবুৰ* লগত ফিল্মৰ আলোচনা। পাছবেলা shooting -অৰ ঠাই এডোখৰ চাবলৈ গ'লো। তাৰ পাছত ৰুণু দেৱীৰ ঘৰলৈ। তেওঁৰ চেহেৰা-পাতি আমাৰ চৰিত্ৰটোৰ* অনুকূল হৈ আছে। তেওঁৰ গৃহস্থ অঞ্জনকো* লগ পালো। তেওঁলোকক আমাৰ ছবিখনৰ আঁচনিখনৰ কথা ক'লো। মূল চৰিত্ৰটোত অভিনয়ৰ বাবে ৰুণুৰ 'সহায়' বিচাৰিলো। অঞ্জনে ক'লে, ''আপোনাক ছাৰ,—মই ব্লেংক চে'ক দি দিছোঁ।''

মোৰ মনটো ভৰি গ'ল—আনন্দ আৰু এক অবুজ বিশ্বাসৰ ভাবেৰে।

ৰাজ পাটোৱাৰী বোলা ল'ৰাজনে ঘৰতে নগদ এক লাখ টকা দি গ'ল। এই প্ৰথম এক লাখ নগদ টকা হাতত লৈ পালো। খবৰ কাগজেৰে বন্ধা টোপোলাটো দেখুৱাই জিণ্টি আৰু ৰশ্মিক ক'লো,— ইয়াত কি আছে ক'ব পাৰিলে এতিয়াই এটকা দিম। ৰশ্মিয়ে ক'লে,—কিতাপ। জিণ্টিয়ে ক'লে,—টেইপ ৰেকৰ্ডাৰৰ মাইক্ৰ'ফ'নৰ নিচিনা বস্তু।

* অৰুণ গুহঠাকুৰতাৰ বিষয়ে আগতে কৈইবাবাৰো কৈছোঁ।

* চৰিত্ৰটো আছিল 'এন্দুৰ' নামৰ গল্পটোৰ কিৰণ। চলচ্চিত্ৰখনৰ নাম হৈছিলগৈ 'কোলাহল'।

* ৰুণু দেৱীৰ ইতিমধ্যে অঞ্জন ঠাকুৰৰ লগত বিয়া হৈছিল।

**২.১১.৮৭ :** ...মুখ্যমন্ত্ৰীক ফোনত ক'লো,—দিল্লীত বিষয়াসকলে পৰিকল্পনাৰ কথা আলোচনা কৰাৰ সময় হ'ল। এটা আলোচনা চাৰি তাৰিখে আছেই বোলে। ফিল্ম কৰপ'ৰেশ্যন আৰু সাংস্কৃতিক কেন্দ্ৰটোৰ কাৰণে যেন টকা-পইচাৰ কথাটো ভবা হয়। তেওঁ যেন বিষয়াসকলক (দিল্লীলৈ ওলোৱা) কথাটো কয়। তেওঁ বাৰু বুলি ক'লে! লগতে তেওঁ খবৰ দিলে,—NEC-এ জ্যোতি চিত্ৰবনৰ বাবে দহ লাখ টকা দিছে।

**৯.১১.৮৭ :** ...ভবেন বৰুৱাই প্ৰায়েই কৈছিল, —ছিৰিয়াছ প্ৰবন্ধ-পাতি লিখা মানুহৰ অভাৱৰ কথা। সেই পৰ্যায়ৰ কথাটো বাদেই, বাকীবোৰ পৰ্যায়তো অভাৱ বাঢ়ি আহিছে যেন লাগিছে। বিশেষকৈ, সঁফুৰাৰ হিউমাৰৰ দিশটোৰ কাৰণে বৰ অভাৱ অনুভৱ কৰিছোঁ। মনত লাগি যোৱা original লেখাৰ ইমান অভাৱ! বৰ কষ্ট কৰি কাগজখনৰ এটা ষ্টেণ্ডাৰ্ড ৰাখিব লগা হৈছে।! তথাপি নেৰিছোঁ। কিছুমান ল'ৰা-ছোৱালীৰ ভৱিষ্যতৰ কথা ভাবিয়েই এই কষ্ট কৰি থাকিম। এদিন নহয় এদিন কষ্ট কমিব। টেলিফোনত কলিকতাৰ বসন্ত চৌধুৰীৰ (অভিনেতা) লগত কথা।

**১০.১১.৮৭ :** ..ফিল্মৰ কাম। ৯-৪০—ষ্টুডিঅ'লৈ। North Eastern Council-অৰ Information & Public Relations Officer শ্ৰী মুনীন হাজৰিকা আহিল আলোচনা

কৰিবলৈ,— জ্যোতি-চিত্ৰবনক কেন্দ্ৰ কৰি গঢ়ি তুলিব খোজা প্ৰতিষ্ঠানটোৰ বিষয়ে। N.E.C. -এ বোম্বাইৰ জগত মুৰাৰীক Project Report কৰিবলৈ দিছে। তেওঁ অলপতে আহিব। হাজৰিকাৰ লগত ধীৰেন চক্ৰৱৰ্তীও আহিছিল। হাজৰিকাৰ বক্তব্য শুনিলো আৰু মোৰ কথাখিনি ক'লো।

১২.৩০—ঘৰ। ভাত খাই উঠি প্ৰান্তিকৰ কামত ধৰিলো। 'অনুৰাধাৰ দেশ' উপন্যাসখনৰ ওঠৰ নম্বৰ খণ্ডটো পঢ়ি লেখকৰ উদ্দেশ্যে প্ৰদীপ বৰুৱালৈ এখন চিঠি লিখিলো। ...

সন্ধিয়া অম্বিকাপদ চৌধুৰী আহিল। সঁফুৰাৰ কাৰ্টুনৰ ছবি চাৰিখন চাই, ব্ৰে'ড আৰু ক'লা চিয়াহীৰে শুধৰাই দিলো। সঞ্জীৱ হাজৰিকা আহিল। তেওঁক ফিল্মৰ shooting -অৰ বিষয়ে ক'লো। ...

**১১.১১.৮৭ :** ...দুপৰীয়া খাই উঠি প্ৰান্তিকৰ কাম। আজি পোৱা প্ৰবন্ধকেইটা পঢ়ি চালো। ...এটা প্ৰবন্ধৰ ভাষা আৰু বানানৰ উদাহৰণ ঃ ''আন্তৰ্জাতী সন্মিলন, মাটীদড়াৰ পৰা পানীখিনি শোনকালে বাস্পিয়কৰণ ঘটে। শেইবাবে ...পানীখিনি শিচি দিয়াৰ... ।''

পাছবেলা সঞ্জীৱৰ লগত বিদ্যুৎ (চক্ৰৱৰ্তী) আহিল। তেওঁক ছবিখনত সহকাৰী পৰিচালক আৰু অভিনেতা হিচাপে সহায় কৰাৰ কথা ক'লো।*

* সঞ্জীৱ হাজৰিকা আৰু বিদ্যুৎ চক্ৰৱৰ্তী দুয়ো এতিয়া চলচ্চিত্ৰ পৰিচালক।

**১২.১১.৮৭ :** ...আজি অসম বন্ধ। নগালেণ্ড-অসম সীমা নিৰ্ধাৰণ নকৰা, অসমৰ ভিতৰত নগালেণ্ডে (নিৰ্বাচনৰ) polling booth পতা—আদিৰ প্ৰতিবাদত সদৌ অসম ছাত্ৰসন্থাই এই বন্ধৰ আহ্বান দিছে। ইপিনে নগালেণ্ডলৈ পেট্ৰল, ডিজেল, খাদ্যসামগ্ৰী আদি যোৱাটো বন্ধ কৰা কামো চলি আছে। ...

**১৩.১১.৮৭ :** ...১২মান বজাত তেজপুৰৰ অৰুণ নাথ আহিল। তেওঁক মই মাতিছিলো; তেৰোঁ আজি আহিব বুলি খবৰ দিছিল। তেওঁক ফিল্মখনৰ গল্পটো ক'লো; তেওঁৰ ভূমিকাৰ কথা ক'লো। তেওঁ সন্মত হ'ল।

পাছবেলা scriptখন লিখাৰ কামত মন নবহিল। প্ৰান্তিকৰ কামকে আগুৱাই থওঁ বুলি বহিলো। ...

**১৪.১১.৮৭ :** ... প্ৰায় ২-৩০ মান বজাত দিলীপ মহন্ত আহিল। তেওঁক ময়ে মাতিছিলো। ক'লো,—এতিয়া মোৰ মনপুতি কাম কৰাৰ বয়স। গভীৰভাৱে চিন্তা কৰি লিখাৰ বয়স। এতিয়া মই নিজে অৰ্জন নকৰা দুশ্চিন্তাই মোক আমনি কৰিবলৈ এৰি দিব নোৱাৰোঁ। এই জ্যোতি চিত্ৰবন ছছাইটিৰ প্ৰেছিডেণ্ট আৰু ফিল্ম কৰপ'ৰেশ্যনৰ চেয়াৰমেনৰ বাব এৰি দিম বুলি ভাবিছোঁ। কাৰণ—মই ভাবোঁ— একো কাম হোৱা নাই। আজি দহ মাহে এজন ছেক্ৰেটেৰিক চৰকাৰে জইন কৰাব নোৱাৰিলে। আজি ছমাহে পাঁচ লাখ টকাৰ কথা শুনি আছোঁ,—একো নহ'ল। এইটো মোৰ কাৰণে অপমানজনক হৈছে। কথাবোৰ মনত পৰিলে

অশান্তি হয়। ইমান কামৰ মাজত এই অশান্তি মোৰ কিয় হ'ব?

দিলীপক মুখ্যমন্ত্ৰীক কথাবোৰ ক'বলৈ ক'লো;—কাৰণ মই তেওঁৰ (মুখ্যমন্ত্ৰীৰ) দীঘলীয়া সময় ল'ব নোখোজোঁ। নগালেণ্ডৰ সমস্যা ইত্যাদি এতিয়া জীৱন্ত হৈ আছে। দিলীপে সময় উলিয়াই তেওঁক ক'ব পাৰিব।...

**১৫.১১.৮৭ :** ...কৃষ্ণ ৰয় আহিল। তেওঁলোকৰ ব্যৱসায় (ভ্ৰাম্যমাণ থিয়েটাৰ—আৱাহনৰ) এইবাৰ ভাল হৈছে। মই আকৌ ক'লো,—মই লিখা নাটকখন য'তে-ত'তে নকৰিবা। য'ত মানুহে কেৱল ওপৰে-ওপৰে পাতল আনন্দ পাবলৈ আহে, তাত নকৰিবা।...

**১৬.১১.৮৭ :** ... ফিল্মৰ কাম। ...CM-অৰ PPS-এ ফোন কৰিলে—৩-৩০ বজাত এখন মিটিং হ'ব; CM-এ Education Secretary, Finance Secretary, Personnel Secretary, Director, Cultural Affairs আৰু মোক লৈ Film Finance Corporation সম্পৰ্কে আলোচনা কৰিব। বুজিলো,—সিদিনা দিলীপৰ লগত পতা কথাৰ ফল। অলপ পাছত Cultural wing-অৰ Under Secretary শ্ৰী দাস বোলা এজনে ফোন কৰিলে,—আমি Corporation-অৰ Capital ৫০ লাখলৈ বঢ়াবলৈ লোৱা প্ৰস্তাৱটো তেওঁলোকে—মানে চৰকাৰে পোৱা নাই! দুই মিনিট তেওঁৰ লগত, আৰু দুই মিনিট Education Secretary-ৰ লগত কথা পতাৰ পাছত জানিব পাৰিলো,—কাগজখন তেওঁলোকে পাইছে।

৩-৩০—জনতা ভৱন। ৩-৫০—মিটিং। সকলো আহিছে। মই সমস্যাবোৰৰ কথা ক'লো। আলোচনাবোৰ যেনেকৈ হ'ল,—তাৰ পৰা দেখা যায়,—সমস্যা বিশেষ নাই। সমস্যা কেৱল কামৰ,—ফাইলবোৰৰ কামৰ। কলাকেন্দ্ৰ*, ছিনেমা আদিৰ আলোচনা; এঘণ্টা।

ৰাতি প্ৰান্তিকৰ কাম।

* কলাকেন্দ্ৰ ঃ এতিয়াৰ শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ।

**২৬.১১.৮৭ :** ...পত্ৰালাপৰ কাম। কালি প্ৰদীপে এইবাৰৰ পৰা নিৰ্বাচিত চিঠিৰ এটা বেলেগ শিতান খোলাৰ কথা কৈছিল। আচলতে মই 'দীঘলীয়া চিঠি'ৰ এটা বেলেগ ফাইল কৰিয়েই থৈছিলো;—এবাৰত এখনকৈ দি যাম বুলি। আজি নতুন শিতানটোৰ নাম 'চিন্তন' দি দুখন চিঠি এই শিতানৰ বাবে পঠাই দিলো। (এটা নতুন শিতান) আৰম্ভ (হ'ল)।

...প্ৰায় দুই বজাত scriptখন লিখা শেষ হ'ল। হয়তো অ'ত-ত'ত সালসলনি কৰিব লাগিব; কিন্তু লিখা শেষ হ'ল বুলি বৰ স্বস্তি অনুভৱ কৰিলো। গগৈয়ে সিটো কোঠালিত বহি কপি কৰি আছে। তেওঁ আজি কপি কৰিও শেষ কৰিলে।*

* 'সন্ধ্যাৰাগ'ৰ সময়ৰে পৰা শ্ৰী ইন্দু ভূষণ গগৈ মোৰ চলচ্চিত্ৰ নিৰ্মাণৰ কামত জড়িত হৈ আছিল। 'কোলাহল' চিত্ৰনাট্যখন কপি কৰিবলৈ তেওঁ তেওঁৰ ভায়েক এজনক মোৰ লগ লগাই দিছিল। মই যিমানখিনি লিখি উলিয়াব পাৰিছিলো, ইন্দুৰ ভায়েকে সেইখিনি অইন এটা কোঠালিত বহি লগে-লগে কপি কৰি গৈছিল। সময়ৰ নাটনি হোৱাত এই ব্যৱস্থা কৰি লৈছিলো।

**২৯.১১.৮৭ :** ...৮-১৫—ৰিক্সা এখন লৈ ফিল্মখনৰ কাৰণে উপযোগী ঠাই চাবলৈ গ'লো। ৰুক্মিণী গাঁৱৰ ভিতৰলৈ; বেলতলা-হাতীগাঁও অঞ্চলৰ কিছু ঠাইলৈ। (এদিন পুৱা ফুৰিবলৈ যাওঁতে খোজকাঢ়ি হাতীগাঁও ওলাইছিলোঁগৈ)। মোৰ পছন্দৰ ঠাই নাপালো; কিন্তু বৰ প্ৰায়োজনীয় অভিজ্ঞতা এটা হ'ল। মোক দুখীয়া মানুহৰ চুবুৰি এটা লাগে। শেষত এনেকুৱা হ'ল,—ৰিক্সাচালকক কওঁ,—সৌৱা তাত ওখ আমগছ, নাৰিকল গছ, তামোল গছ আছে; সেইখিনিলৈ ব'লা। গৈ দেখোঁ—ঠিক, পুৰণি গছ-গছনিৰ মাজত এটা বা দুটা জুপুৰি আছে; কিন্তু চাৰিওফালে পকীঘৰ উঠিছে। নিগাজি মানুহবোৰে মাটি বেচি-বেচি মাজতে নিজৰ কাৰণে অলপ ঠাই ৰাখিছে?*

* শেষত ২৮।১১।৮৭ তাৰিখে চাই থোৱা বেলতলাৰ ৰবীন্দ্ৰ প্ৰসাদ শৰ্মাৰ ঘৰ থকা চুবুৰিটোকে পছন্দ কৰিছিলো।

**৩০.১১.৮৭ :** ৰুণুৱে (ৰুণু দেৱী ঠাকুৰে) ফোন কৰিছিল। (মই ঘৰত নাছিলো)।—কেইটামান shot সম্পৰ্কে তেওঁ বুজি ল'ব খোজে। সন্ধিয়া তেওঁলোকৰ ঘৰলৈ গ'লো। লগ নাপালো। ৰাতি ৯-৩০ বজাত তেওঁ ফোন কৰিলে। যি বুজিলো,—এতিয়া তেওঁ পত্নী। পত্নী হিচাপে তেওঁ পৰপুৰুষৰ লগত যেন বেছি ঘনিষ্ঠ হৈ অভিনয় কৰিবলগীয়া নহয়। মই ক'লো,—সেই সম্পৰ্কে তোমাতকৈ মই বেছি সচেতন। তেওঁৰ স্বামী অঞ্জন ঠাকুৰে ফোনতে ক'লে,—মই দেউতাকৰ হাতত দিয়াৰ নিচিনাকৈ তেওঁক আপোনাৰ হাতত দিছোঁ।

...শ্ৰী গিৰিজা দাসক (Secretary, Jyotichitraban) চিঠি আৰু ফোনেৰে জনালো,—মই ছবিখন জ্যোতিচিত্ৰবনত কৰি থকাৰ সময়ত যেন মোক চেয়াৰমেন বুলি ধৰা নহয়; কিন্তু বাহিৰা নিৰ্মাতা হিচাপে যেন মই সকলো সুবিধা পাওঁ। Script-অৰ শেষ পাতকেইটা (দুটা) সলাই লিখিলো।

...ৰশ্মিয়ে অংকৰ পৰীক্ষা বেয়া হৈছে বুলি ক'লে। মোৰ সকলো কামৰ মাজতে সিহঁত দুয়োজনীৰ পৰীক্ষা সম্পৰ্কে যিমান পাৰোঁ ভাবিছোঁ আৰু কৰিছোঁ।

**২.১২.৮৭ :** ৪-০৫। ঘৰৰ কাম। আন্ধাৰ কাৰণে লাইট জ্বলাই কামবোৰ কৰিছোঁ। আগ ৰাতিৰ continuation যেনেই লাগিছে। ৫ বজাতে গা ধুলো। ফিল্মখনৰ কাৰণে বস্তু-বাহানিবোৰ গোটালো। ক্লেপ ব'ৰ্ড মচা ফটাকানিৰ পৰা Eastman colour film (negative) -অলৈকে। ৰশ্মিৰ পৰীক্ষা। তাইক লগত লৈ ওলাই গ'লো। আৰু (জিণ্টি আৰু মই) ষ্টুডিঅ'ত নামিলো।

Settings-অৰ বেৰ শুকুউৱা নাই। জুই, ফেন আদিৰে এটা কোঠালিত বেৰ শুকুউৱা কাম আৰম্ভ কৰিলো। প্ৰায় এক বজাত শ্বট লোৱা আৰম্ভ হ'ল।

ট্ৰলিখনৰ সামান্য জাৰ্ক আছে। দুটা শ্বটত অতি লাহে-লাহে ট্ৰলি কৰাৰ কথা। সিমান লাহে-লাহে কৰিলে জাৰ্ক হয়। বন্ধই কৰি দিলো। পাছত অইন ট্ৰলিৰে কৰিম বুলি। বেৰবোৰ ভালকৈ শুকুউৱা নাই, ট্ৰলিৰো গণ্ডগোল; গতিকে আজি ৬ বজাতে কাম বন্ধ কৰিলো। তাৰ পাছত কমল নায়ক, খাদু, লালু সকলোৱে মিলি ট্ৰলি ভাল কৰাত লাগিল। শেষৰ ফালেহে আমাৰ দৰমহা খোৱা ট্ৰলিমেনজন লগ লাগিলহি। ৭-৩০ ঘৰ। প্ৰান্তিকৰ কাম।

**৩.১২.৮৭ :** ৪-৩১। ঘৰৰ কাম। গা-পা ধুই প্ৰান্তিকৰ কাম। ৮ বজাত ষ্টুডিঅ'লৈ। ১০-৩০ বজাত প্ৰথম শ্বট লোৱা হ'ল। Voltage -অৰ fluctuation. প্ৰায় এঘণ্টা লোকচান। অৰুণবাবু আহিল। আজি কামৰ গতি আৰু গত ভাল হৈছে। এনেকুৱা হয়েই। প্ৰথম দিনা সকলোৰে অস্থিৰ অৱস্থা।

ফ্ল'ৰৰ চুকত পাতি লোৱা মোৰ 'অফিছ'ৰ* মেজত বহি—সুবিধা পালেই—প্ৰান্তিকৰ কাম কৰিলো। ৭-৩০ বজাত pack up. ৰাতি প্ৰান্তিকৰ কাম।

* এখন মেজ, এখন চকী, এটা লাইট, ঘৰৰ পৰা নিয়া 'আৰামী' চকীখন,— মোৰ সেই অফিছটোৰ বস্তু সিমানেই আছিল।

২।১২।৮৭ তাৰিখে আৰম্ভ কৰি ২৫।১২।৮৭ তাৰিখে 'কোলাহল' নামৰ ফিল্মখনৰ মূল শ্যুটিং শেষ কৰিছিলো। ২৬।১২।৮৭ তাৰিখে আবেলি পৰ্বতীয়া বাট, ৰঙা মেঘ, ৰে'ল গাড়ী আদিৰ উপৰুৱা শ্বট কেইটামান লৈ যন্ত্ৰ-পাতি সামৰিছিলো। পঁচিছ দিনৰ কামৰ আঁচনি কৰিছিলো; —এদিন আগতে কাম শেষ হ'ল। সেইখিনি দিনৰ কথাবোৰ যেনেকৈ লিখিছিলো, এতিয়া তেনেকৈ প্ৰকাশ নকৰি, কিছু বাক্য উদ্ধৃত কৰি আভাস এটা দিলেই হ'ব বুলি ভাবিছোঁ। ফিল্মখনৰ শ্যুটিঙৰ বাহিৰেও সেই সময়ছোৱাৰ অন্য কথা দুই-এটাও উল্লেখ কৰিম।

**৬।১২।৮৭ :** ৰুণুহঁতে আহোঁতে ডেৰ ঘণ্টা পলম কৰিলে। তেওঁলোকৰো বহুত ঘৰুৱা লেঠা। উপায় নাই।

**৮।১২।৮৭ :** দহ বজাৰ লগে-লগে প্ৰথম শ্বটটো লোৱা হ'ল। কিন্তু হ'লে কি হ'ব? ৰুণু দেৱীয়ে কাণফুল পিন্ধিবলৈ পাহৰিলে। লাইট সলনি কৰা হৈছিল; গতিকে আকৌ লাইট ঠিক কৰিব লগা হ'ল। তাৰ পাছৰ পৰা কিন্তু কাম ভাল ধৰণে আগ বাঢ়িল।

**৯।১২।৮৭ :** ৪ বাজি ১৫ মিনিট যাওঁতে শোৱাৰপৰা উঠি ঘৰুৱা কাম। প্ৰান্তিকৰ কাম। মই যেতিয়া প্ৰান্তিকৰ কাম কৰোঁ, বিশেষকৈ প্ৰবন্ধ সম্পাদনা কৰাৰ কাম কৰোঁ,— তেতিয়া মাজে-মাজে এটা কথা মনলৈ আহে ঃ —এইজন লেখকে কি লিখিছিল, আৰু কি ছপা হ'ল, সেইটো তেখেতে মিলাই চায় নে?

কাহিলিপাৰাত বিজুলী সৰবৰাহ বন্ধ থাকিব বুলি কালিয়েই নটিছ ওলাইছিল। গতিকে

গণেশগুৰি, বেলতলা, তেতেলীয়া জালুকবাৰী আদিত শ্বুটিং কৰি আবেলি পাঁচ বজাৰ পৰা ষ্টুডিঅ'ত কাম কৰিলোহি।

**১০।১২।৮৭ :** পুৱাবেলা শ্ৰী ধীৰেন চক্ৰৱৰ্তীয়ে (Director, DIPR) ফোনত সুধিলে,— ফিল্মৰ প'ষ্টাৰ censor, video piracy আদি ক্ষেত্ৰত কি কৰিব পৰা যায়? মই কেইটামান পৰামৰ্শ দিলো। চৰকাৰৰ এটা ইউনিট থাকিব লাগে,—যিটোৱে ফিল্ম সম্পৰ্কীয় সকলো কথাৰ ওপৰত চকু ৰাখে।

**১২।১২।৮৭ :** পুৱা শেষপৃষ্ঠা লিখিব লাগে। গতিকে আগদিনাই সকলোকে কৈ আহিছিলো,—মই ষ্টুডিঅ'লৈ যোৱাত অলপ পলম হ'ব। মই গৈ পোৱাৰ আগতে কি-কি কৰি থ'ব লাগিব, সেই বিষয়েও কৈ আহিছিলো। এঘাৰ বজাত শ্বট লোৱা কাম আৰম্ভ হ'ল।

**১৫।১২।৮৭ :** ৰাজ পাটোৱাৰীয়ে ৫০ হাজাৰ টকা ঘৰত দি থৈ গ'ল। ধীৰেশ চক্ৰৱৰ্তীৰ পৰা ৫০ হাজাৰ টকাৰ ড্ৰাফট এখন পালো। মানুহজনে নানান বিপদৰ কথা কৈ বাকী ৫০ হাজাৰ টকাৰ কাৰণে ৪৫ দিনৰ সময় বিচাৰিছে।*

* এই মানুহজনে আমাৰ অনিৰ্বাণ নামৰ চলচ্চিত্ৰখন দূৰদৰ্শন যোগে (দ্বিতীয়বাৰৰ কাৰণে) প্ৰচাৰ কৰাৰ বন্দবস্ত কৰিছিল। এওঁ দিবলগীয়া পইচাখিনিৰ ওপৰত মই যথেষ্ট পৰিমাণে ভাৰসা কৰিছিলো। বাকী ৫০ হাজাৰ টকা মানুহজনে কেতিয়াও নিদিলে।

**১৭।১২।৮৭ :** পলমকৈ অহা অভিনেতা-অভিনেত্ৰীসকলক বুজাই ক'লো,—পুৱাৰ প্ৰথম ৰ'দত শ্বুটিং কৰা আৰু পাছৰ চোকা ৰ'দত শ্বুটিং কৰাৰ লগত ছবিখনৰ mood-অৰ কি সম্পৰ্ক।

**১৯।১২।৮৭ :** ৰাতি সাংঘাতিক জাৰ। বতাহ বলিছে। সৰু-সৰু ল'ৰাকেইটাক গৰম কাপোৰ খুলি কেমেৰাৰ আগত থিয় কৰাবলৈকে বেয়া লাগে। একমাত্ৰ সেই কাৰণে ১০-৩০ বজাত শ্বুটিং সামৰিলো।

শ্বুটিঙৰ কথাৰ বাহিৰে ১৯।১২।৮৭ তাৰিখৰ পৃষ্ঠাটোত এইখিনি কথা লিখি থৈছিলো ঃ

হঠাতে এটা কথা মনত পৰিল। মোৰ ৰেকত কিছুমান সৰু-সৰু, অতি কম দামী লেফাফা আছে। কিছুমান কামত সেই লেফাফাবোৰ ব্যৱহাৰ কৰোঁ। সেই লেফাফাবোৰ 'অনিৰ্বাণ' ছবিৰ প্ৰে'ছ শ্ব'লৈ মানুহ মতাৰ কাৰণে কিনিছিলো। আজিকালি কিছুমান ফিল্মৰ 'মহৰত' বা বিশেষ প্ৰদৰ্শনীলৈ নিমন্ত্ৰণ জনোৱা চিঠিৰ লেফাফাবোৰ ইমান দামী।

**২১।১২।৮৭ :** আগবেলা ১০-৩৫ বজাত শ্যুটিং আৰম্ভ। প্ৰায় একৈছ ঘণ্টাৰ মূৰত, ২২ তাৰিখে পুৱা ৬-২০ বজাত শ্যুটিং শেষ হ'ল। আৱাহন থিয়েটাৰে, কৃষ্ণ ৰয়ে বৰ সহায় কৰিলে। মোক্ষম দৃশ্য এটাত তেওঁলোকৰ সহায়-সহযোগিতা মোৰ কাৰণে মূল্যবান উপাদান হ'ল।

**২৩।১২।৮৭ :** বশিষ্ঠপুৰত শ্যুটিং। প্ৰাকৃতিক দৃশ্য। বশিষ্ঠপুৰৰ চেহেৰা দেখি অবাক হ'লো। ঠাইখন যি ধৰণে সজাব লাগিছিল, তাৰ বিপৰীতে সজোৱা হৈছে।

**২৪।১২।৮৭ :** ৰে'লৰে ছাৰ্ভিছ কমিশ্যন এৰাৰ দিনা প্ৰতিজ্ঞা কৰিছিলো—(তেতিয়াৰ) ৰে'লমন্ত্ৰীজনৰ জীৱনকালত ৰে'লত নুঠোঁ। তাৰ পাছত প্ৰতিজ্ঞা কৰিছিলো,(তেতিয়াৰ) প্ৰধানমন্ত্ৰীজনৰ জীৱনকালত ৰে'লত নুঠোঁ। এই দুয়োজন কেতিয়াবাই স্বৰ্গী হ'ল। তথাপি ৰে'লত উঠা নাছিলো। (যোৱা ছবছৰে)। আজি শ্যুটিঙৰ কাৰণে উঠিলো। 27 UP passenger train. কি তাৰ গতি!

**২৫।১২।৮৭ :** ৮-৩০ বজাত ষ্টুডিঅ'লৈ। মুকুল বৰুৱাই বিভু চৌধুৰীক* গীতটোৰ সুৰ শিকাই দিলে। (দুষ্প্ৰাপ্য পুৰণি কিতাপ, 'অসমীয়া সংগীত-মালা',—দ্বিতীয় তাঙৰণ, ১।১।২৮ ঃ এই কিতাপখনৰপৰা দুৰ্গেশ্বৰ শৰ্মা বি.এ. ডাঙৰীয়াই লিখা এটা গীত মই বাছি উলিয়াইছিলো। মুকুল বৰুৱাৰ লগত কথা পাতি তেখেতে গীতটোৰ সুৰ মই ভবা মতে দিব পাৰিবনে—চাইছিলো। শেষত দীঘলীয়াকৈ সকলো বুজাই কামটো তেখেতৰ হাতত অৰ্পণ কৰিছিলো।) গীতটো ৰেকৰ্ড কৰা হ'ল। কেৱল হাৰমনিয়ামৰ সহায়ত। (ব'লা যাওঁ গধূলি হ'ল।...)

* মুকুল বৰুৱা গায়ক, সুৰকাৰ, সংগীত-প্ৰযোজক আৰু পৰিচালক আছিল। আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰত তেখেতে চাকৰি জীৱন আৰম্ভ আৰু সমাপ্ত কৰিছিল। মই নগাঁৱত মোৰ স্কুলীয়া দিনতে তেখেতক গায়ক হিচাপে পাইছিলো। আকাশবাণীয়ে প্ৰচাৰ কৰা, মই লিখা 'জোনাকীৰ বিয়া' নামৰ নাটকলানিত তেখেতে মদন খুৰা চৰিত্ৰটোত বৰ সুন্দৰ অভিনয় কৰিছিল।
* বিভু চৌধুৰী গায়ক আৰু সংগীত প্ৰযোজক। অসম ৰাজ্যিক চলচ্চিত্ৰ (বিত্ত আৰু উন্নয়ন) নিগমৰ কৰ্মচাৰী।

**২৬.১২.৮৭ :** অৰুণ নাথ আৰু কৃষ্ণা* আহিল। তেওঁলোক আজি যাবগৈ। সকলো ব্যৱস্থা কৰি দিলো। অৰুণে ছবিখনৰ নায়কৰ কাম কৰিছে। 'ফিল্ম দুনিয়া'ৰ নিয়ম মতে তেওঁক টেক্সিৰে ঘৰলৈ পঠাব লাগিছিল। কিন্তু তেওঁ বাছতে গৈছে। এইখিনি সুবিধা মই দিব পৰা নাই; কিন্তু অভিনয়ৰ যোগে তেওঁ ওলাই আহক,—তাৰ সুবিধা দিবলৈ চেষ্টা কৰিছোঁ। সেয়ে সন্তুষ্টি।

* কৃষ্ণা অৰুণ নাথৰ পৰিবাৰ। নৃত্যশিল্প আৰু অভিনয়ৰ লগত এওঁ ঘনিষ্ঠভাৱে জড়িত।

**২৮।১২।৮৭** তাৰিখে কেমেৰামেন কমল নায়ক, অংগসজ্জাৰ শিল্পী দেবী হালদাৰ, সহকাৰী পৰিচালক অৰুণ গুহঠাকুৰতা আৰু সহকাৰী কেমেৰামেন সুধাময় ঘোষক বিদায় দিলো। লগে-লগে 'কোলাহল' নিৰ্মাণৰ এটা পৰ্যায় সমাপ্ত হ'ল।

**২৯.১২.৮৭ :** ... অসম গণ পৰিষদৰ মণ্ডলদৈ অধিবেশনৰ বাবে মোক নিমন্ত্ৰণ জনাবলৈ অহা মানুহ দুজন আকৌ আহিল। এই বিষয়ে আজি ৰাতিপুৱা বহু সময় চিন্তা কৰিছিলো। মোৰ কোনো ৰাজনৈতিক মঞ্চৰ লগত জড়িত হোৱাৰ ইচ্ছা নাই; আজিলৈকে হোৱাও নাই। কিন্তু বৰ্তমানৰ সাংস্কৃতিক অৱস্থাটোৰ কাৰণে স.অ. ছাত্ৰ সন্থা আৰু অ.গ.প. দায়ী; আৰু এই অৱস্থাৰ পৰা ৰাজ্যখনক উদ্ধাৰ কৰাৰ বাবে এওঁলোকে যে চেষ্টা কৰিবই লাগিব, সেই কথাটো, তেওঁলোকৰ মঞ্চত থিয় হৈয়েই কৈ আহিম বুলি ঠিক কৰিলো। মানুহ দুজনক ক'লো, —হঠাতে অন্য অসুবিধা নোহালে যাম।

এসময়ত শ্ৰী শৰৎ চন্দ্ৰ সিংহ আৰু হিতেশ্বৰ শইকীয়াৰ সন্মুখত যি কৈছিলো, এওঁলোককো তাকে ক'ম। ইমাৰ্জেন্সিৰ সময়ৰ সেই সভাখনৰ কথাবোৰ মোৰ কাৰণে বৰ প্ৰয়োজনীয়। ...

**৩১.১২.৮৭ :** ...ট্ৰিবিউনৰ (সাহিত্য প্ৰকাশ শাখাৰ) ৰজনী শৰ্মাক ১৯৭৫ আৰু ১৯৭৬ চনৰ অসমবাণী আৰু দৈনিক অসমৰ বিশেষ সংখ্যা চাৰিটা দিবলৈ ক'লো। মই লিখা 'বাদুলি' নামৰ গল্পটোৰ কপি এটা লাগে। National Book Trust-অৰ কাৰণে। ... দৈনিক অসমৰ সম্পাদক প্ৰফুল্ল বৰুৱাক লগ পালো। তেওঁ ইয়াত জইন কৰা কাইলৈ এবছৰ হ'ব। 'কেনে পাইছা'—বুলি সোধোঁতে তেওঁ বহুত কথা ক'লে। ... ষ্টেডিয়ামত ৰশ্মিৰ কোঠালিটো চালো।* লীলা গগৈক...সুধিলো। —এমাহ হৈ গ'ল,—তাইৰ লিখা-পঢ়াৰ কাৰণে চকী-মেজ ক'তা? ...বছৰটোক বিদায় দিবলৈ সকলো ঘৰত গোট খালো।

* সেই সময়ত খেলুৱৈৰ 'সুবিধা'ৰ কাৰণে নেহৰু ষ্টেডিয়ামৰ ছিৰিৰ তলৰ কোঠালিত এটা হোষ্টেল খোলা হৈছিল। তেতিয়াৰ জুনিয়ৰ টেবল টেনিছ খেলুৱৈ ৰশ্মিক কিছুদিন তাত থৈ চাইছিলো। লীলা গগৈ তেতিয়া অসম চৰকাৰৰ ক্ৰীড়া বিভাগৰ বিষয়া আছিল।

১৯৮৭ চনৰ ডায়েৰিখনত তাৰিখৰ পাতবোৰ শেষ হোৱাৰ পাছত হিচাপ-পত্ৰ আদিৰ বাবে কেইখিলামান অতিৰিক্ত পাত আছিল। তাৰে এটা পৃষ্ঠাত 'প্ৰকাশন পৰিষদৰ বিশ্বকোষ'—শিৰোনামাৰে এই কথাখিনি লিখি থৈছিলো। ঃ

২৯।১২।৮৭ তাৰিখে অসমৰ মুখ্যমন্ত্ৰীয়ে প্ৰথম খণ্ডটো উন্মোচন কৰিলে বুলি শুনিলো। এই বিশ্বকোষৰ প্ৰণয়ন প্ৰণালীৰ ভেটিটো কোনে তৈয়াৰ কৰিছিল —আজি কোনোবাই জানেনে? পুনা, মহীশুৰ, বাংগালোৰ, মাদ্ৰাজ আদি ঘূৰি আহি (শ্ৰী চন্দ্ৰ প্ৰসাদ শইকীয়াৰ লগত) তালিকা, কাৰ্ড, ফৰ্ম, বহী আদিৰ প্ৰতিটো ডিজাইন মই কৰি দিছিলো। ... গোটেই গাঁথনিটোৰ কামৰ কথা ড. দীনেশ চন্দ্ৰ

গোস্বামী, তুলতুল বৰুৱা আদিয়ে অলপ-অলপ জানিছিল।

সেই সময়ত Editorসকলক মাননি দিয়া হৈছিল। মই কেইমাহমানৰ পাছতে মাননি নালাগে বুলি নিজৰ ফালৰ পৰাই (মাননি লোৱা) বন্ধ কৰিছিলো। কাৰণ কিছুমান মানুহৰ পইচাৰ খঁক আৰু বিশ্বকোষৰ নিচিনা কামৰ ক্ষেত্ৰত নিৰ্বুদ্ধিতা দেখি মোৰ অশ্ৰদ্ধা জন্মিছিল। মই সেই লাইনটো লগাই নিদিয়া হ'লে আজি এই প্ৰথম খণ্ডটোও নোলালহেঁতেন। এইবোৰ কথা আজি ফিটা-কটা, মালা পিন্ধোৱা, ফটো তোলাৰ দিনত তল পৰি যায়। ৩০।১২।৮৭

**১ জানুৱাৰি, ১৯৮৮ :** ... প্ৰান্তিকৰ অনুবাদ প্ৰবন্ধটোৰ মাত্ৰ এক পৃষ্ঠা শুধৰাব পাৰিলো। ৮-৩০ বজাত 'পিতা-পুত্ৰ' ফিল্ম চাবলৈ গ'লো। উৰ্বশী ছিনেমা হলত। ...২-৩০ — ষ্টুডিঅ'লৈ গ'লো। শ্ৰী অনিল বৰুৱাই ঘৰত নতুন বছৰৰ greetings card এখন দি গৈছে। ৰশ্মিৰ মুখে গম পালো, তেওঁ জ্যোতি চিত্ৰবনত join কৰিছে। সেই কাৰণে গ'লো। তেওঁক লগ পালো। ...এইটো জ্যোতি চিত্ৰবনৰ কাৰণে এক নতুন অধ্যায়ৰ সূচনাৰ দিন। এই প্ৰতিষ্ঠানটো কেনেকৈ চলিছে, তাৰ খবৰ যে কোনেও নাৰাখে—এইটো বৰ দুখৰ কথা।

...নতুন বছৰৰ প্ৰথম দিনটো ভালকৈ পাৰ হ'ল। কামো হ'ল, আনন্দও হ'ল।

**২.১.৮৮ :** ...প্ৰান্তিকৰ কাম। (কুলদীপ নায়াৰৰ লেখা)। সেয়া কৰি উঠি অলপ সময় টিভিত ক্ৰিকেট খেল চালো। ভাৰত-ৱেষ্ট ইণ্ডিজ;—এদিনীয়া খেল। কলিকতাত হৈছে।

ইজন-সিজন মানুহ আহিয়েই থাকিল। এওঁ পিকনিকলৈ গ'ল (স্কুলৰ শিক্ষয়িত্ৰীসকলৰ লগত)। খেলখন থকাৰ কাৰণেই নে, ঘৰত অকলশৰীয়া কাৰণেই,—আজি ছিৰিয়াছ কাম কৰিবলৈ মন নগ'ল। যেয়ে আহিল, তেওঁৰে লগতে কথা পাতি সময় কটালো। হওক, বহুত দিনৰ মূৰত এনেকুৱা দিন এটা কটালো।

অসম গণ পৰিষদৰ মুখপত্ৰ গণ বাতৰিৰ সহকাৰী সম্পাদকে মোৰ 'দুঃসম্বাদ' নামৰ শেষপৃষ্ঠাৰ কথাখিনিৰ বিষয়ে এখন চিঠি দিছে। Dishonest. বেয়া কাম কৰি ছালে-বেৰে কোবাই থকাৰ যি নীচ উপায় এটা আজিকালিৰ ৰাজনীতিত প্ৰচলিত হৈছে, সেই উপায়ৰে আশ্ৰয় লৈছে এই লোকসকলে। সততা, মাধুৰ্য—লোপ পালে। সেইকাৰণেই মানুহ ভাল নলগা হৈ আহিছে।

**৬.১.৮৮ :** ...ভাল 'দৈনন্দিন' নাই। সত্যপ্ৰিয় পাঠকৰ নাম লৈ 'শীতলা' নামৰ দৈনন্দিন এটা লিখিলো। ৯-৫৫—Education Secretaryৰ অফিছ পালোগৈ। অফিছবোৰৰ ক'তো কোনো নাই। কেৱল ঠাই-সৰা মানুহ দুই-এজন। ভুবনেশ্বৰ ভট্টাচাৰ্য (Education Secretary) আহিছে। তেওঁ কাম কৰি আছে। শান্তিৰে মোৰ কথাকেইটা ক'লো। জ্যোতি চিত্ৰবন

আৰু চলচ্চিত্ৰ নিগমৰ কথা। তেওঁ cultural কাৰবাৰৰ নামত টকা খৰচ কৰাৰ প্ৰসংগ উলিয়ালে। মই বৰগীতৰ স্বৰলিপি সম্পৰ্কীয় কিতাপ এখন প্ৰকাশ কৰাৰ কথাটো আকৌ ক'লো। তেওঁ মোক কথাখিনি লিখি দিবলৈ ক'লে। ...সন্ধিয়া আঠ বজাত মুখ্যমন্ত্ৰীক লগ ধৰাৰ কথা। ঘৰৰ পৰা ফোন কৰি খবৰ লৈ থাকিলো। তেওঁৰ মিটিংখন শেষ হ'ল ৯-১৫ বজাত। মই ইমান ৰাতি নাযাওঁ বুলি ক'লো।

**৭.১.৮৮ :** ...মুখ্যমন্ত্ৰীক ক'লো,—মই ফিল্ম এখন কৰিছোঁ। আকৌ টানি-আজুৰি পইচা গোটাইছোঁ। অগ্নিস্নানৰ বাবদ পাবলগীয়া টকাখিনি যদি মই এতিয়াই নাপাওঁ, তেনেহ'লে চৰকাৰৰ এই নীতিৰ সাফল্য ক'ত? মোক যেন টকাখিনি দিয়া হয়*।...

* এখন অসমীয়া চলচ্চিত্ৰই প্ৰথম বছৰটোত প্ৰেক্ষাগৃহৰ জৰিয়তে যিমান আমোদকৰ সংগ্ৰহ কৰে, সেইখিনি চলচ্চিত্ৰখনৰ প্ৰযোজকক অনুদান হিচাপে ওভোতাই দিয়াটো অসম চৰকাৰৰ নীতি। ১৯৮৫ চনত মুক্তি লাভ কৰা 'অগ্নিস্নান' নামৰ চলচ্চিত্ৰখনৰ নামত দুই লাখমান টকা আমোদকৰ হিচাপে গোট খাইছিল। 'কোলাহল'ৰ নিৰ্মাণ সম্পূৰ্ণ কৰিবলৈ ধনৰ নাটনি হোৱাত মই সাংস্কৃতিক বিভাগৰ সচিবৰ হাতত সেই টকাখিনি দিবলৈ দৰখাস্ত দিছিলো আৰু কথাটো মুখ্যমন্ত্ৰীক কৈছিলো। সচিবলৈ দিয়া দৰখাস্তখনত মই এই কথা পৰিষ্কাৰকৈ লিখিছিলো যে মোৰ বাহিৰেও আৰু ভালেমান প্ৰযোজকে এই ধৰণৰ অনুদান পাবলগীয়া হৈ আছে। সেইসকলৰ কথাও চৰকাৰে বিবেচনা কৰিব লাগিব। কিন্তু মই এখন চলচ্চিত্ৰ নিৰ্মাণ কৰি আছোঁ, আৰু কামটো আগবঢ়োৱাৰ ক্ষেত্ৰত অৰ্থসংকটত ভুগিছোঁ। ঠিক এই সময়তে চৰকাৰে মোক পাবলগীয়া পইচাখিনি দিলে চৰকাৰৰ নীতি আৰু মোৰ নিৰ্মীয়মান চলচ্চিত্ৰ—উভয়কে সহায় কৰা হয়।

কিছুদিন ঘূৰা-পকা কৰাৰ পাছত মোক চৰকাৰে এক লাখ পঁয়সত্তৰ হাজাৰ টকা দিছিল। কিন্তু এই ঘটনাটোক লৈ চলচ্চিত্ৰ মহলৰ এটা অংশত আলোড়নৰ সৃষ্টি হ'ল। মই যেন নাপাবলগীয়া সুবিধা এটাহে পালো! চৰকাৰে যেন অন্যান্য প্ৰযোজকক বঞ্চিত কৰিহে মোক টকাখিনি দিলে! কথাবোৰ কাণত পৰাত মই দুখ পাইছিলো। এই বিষয়ে দুজনমান জ্যেষ্ঠ সাংবাদিকে লিখা কথা পঢ়ি মৰ্মাহত হৈছিলো। কিন্তু মই এতিয়াও বিশ্বাস কৰোঁ,—চৰকাৰে অসমীয়া চলচ্চিত্ৰ প্ৰযোজকক আৰ্থিক সাহায্য দিয়াৰ সুস্পষ্ট নীতি থাকিব লাগে; আৰু সেই নীতিমতে এজন প্ৰযোজকে পাবলগীয়া ধনখিনিৰে যদি তেওঁ পিছৰ ছবিখনৰ নিৰ্মাণ সম্পূৰ্ণ কৰিবলৈ বিচাৰে, তেনেহ'লে তেওঁক অগ্ৰাধিকাৰ দি হ'লেও, ঠিক প্ৰয়োজনৰ সময়ত, সেই ধনখিনি দিব লাগে।

**১৩.১.৮৮ :** ...'বিহুৰ মাছ' আনিবলৈ বজাৰলৈ গ'লো। ...সন্ধিয়া চুবুৰিৰ যোগেশ ভূঞা আহিল। কাইলৈ হ'বলগীয়া ভোজৰ বাবে আমাৰ ঘৰৰ চাৰিজনৰ চান্দা আশী টকা দিলো। বাহিৰত একুৰা জুই ধৰি নতুন আলুগুটি পুৰিলো। কাজেনে দিনতে দুডাল শলা চাঁচি থৈ গৈছিল। সেই দুডালত সাতটুকুৰা মাছ খৰিকাত দিলো।

**১৪.১.৮৮ :** ...দুটা প্ৰবন্ধ চাই শেষ কৰিলো। আজি উৰুকা। এই বছৰ কিয়নো উৰুকাটো এদিন পিছুৱাই গ'ল ক'ব নোৱাৰোঁ। টিভিত ক্ৰিকেট। ভাৰতৰ অৱস্থা ভাল। ...মুখ্যমন্ত্ৰীয়ে ফোনত বিহুৰ ওলগ জনালে আৰু সাংস্কৃতিক কেন্দ্ৰটোৰ ভেটি স্থাপন কৰিবলৈ ১-২ তাৰিখে ৰাষ্ট্ৰপতি অহাৰ কথা ক'লে। (প্ৰতিষ্ঠানটো সম্পৰ্কে) কথাখিনি জুকিয়াই দিবলৈ অনুৰোধ কৰিলে। অলপ পাছতে Principal Private Secretary শ্ৰী চলিহাই ফোন কৰি একেটা কথাকে ক'লে। ...

**১৫.১.৮৮ :** ...অসমত প্ৰতিষ্ঠা কৰিব খোজা কলাক্ষেত্ৰখনৰ বিষয়ে কিছু কথা লিখিবলগীয়া হ'ল। তাৰ বাবে কাগজ-পাতি ঠিক ঠাক কৰি লৈ পঢ়া-শুনা কৰিলো। (এই ... কেন্দ্ৰটো কেনে হ'ব, সেই বিষয়ে এটা দীঘলীয়া টোকা ...মুখ্যমন্ত্ৰীৰ হাতত দিছিলো।) পিছে আজি বিহু; তাতে ক্ৰিকেটখেলখন বৰ interesting stage-অত আছে। গতিকে কামত মন নবহিল। মাজে-মাজে মেজত, মাজে-মাজে T.V.ৰ সমুখত। খেল শেষ হোৱাৰ পাছতহে যেন মুকলি হ'লো! (ভাৰত জিকিল। হিৰৱানি বোলা ডেকাজনে মুঠতে ১৬ টা উইকেট লৈ ৰেকৰ্ড চুলে।) ...

**১৬.১.৮৮ :** ...শংকৰদেৱ কলাকেন্দ্ৰ সম্পৰ্কীয় টোকাটো লিখি শেষ কৰিলো। জিণ্টিক টাইপ কৰিবলৈ দিলো। এঘাৰ বজাৰ পাছত শ্ৰী গিৰিজা দাস আহিল। তেখেতক আঁচনিখন (কলাকেন্দ্ৰৰ) দেখুৱালো। এইখন ৭।১০।৮৬ তাৰিখে মুখ্যন্ত্ৰীৰ হাতত দিছিলো। শ্ৰীদাসে মোক কলাকেন্দ্ৰৰ বাবে যোগাৰ কৰা মাটিখিনি দেখুৱাবলৈ নিলে। খানাপাৰাৰ ফালে নাৰেংগীলৈ যোবা বাটৰ কাষত। ভাল ঠাই। প্ৰায় ২০০ বিঘা মাটি পোৱা যাব।*

* অসম চৰকাৰে বৰ্তমান শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ বাবে উপযুক্ত ঠাইত মাটি বিচাৰি উলিয়াবলৈ এখন সমিতি পাতি দিছিল। সাংস্কৃতিক বিভাগৰ সচিব, কামৰূপ জিলাৰ উপায়ুক্ত, সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক (শ্ৰী গিৰিজা দাস) আৰু মই সেই সমিতিৰ সদস্য আছিলো। আমি যেতিয়া এই মাটিডোখৰ চূড়ান্তভাৱে নিৰ্বাচন কৰিছিলো, তেতিয়া প্ৰায় দুশ বিঘা মাটি কলাক্ষেত্ৰৰ বাবে পোৱা যাব বুলি আমাক জানিবলৈ দিয়া হৈছিল। কিন্তু পাছত যেতিয়া সীমা চমজি লোৱাৰ সময় আহিল, তেতিয়া অনুষ্ঠানটোৰ ভাগত ছয়সত্তৰ বিঘামানহে মাটি পৰিল।

**১৮.১.৮৮ :** ৫-২০ ঘৰৰ কাম। প্ৰান্তিকৰ কাম। এঘাৰ বজাৰ পৰা ফিল্মৰ কাম। এক বজাত ষ্টুডিঅ'লৈ। অসমৰ চলচ্চিত্ৰ উদ্যোগৰ উন্নয়ন সম্পৰ্কীয় উপ-সমিতিৰ সভা' প্ৰায় ২ বজাৰ পৰা চাৰি বজালৈ। চাৰে-পাঁচ বজাৰ পৰা প্ৰান্তিকৰ কাম। দুঘণ্টা।

শংকৰদেৱৰ নামত যিটো সাংস্কৃতিক কেন্দ্ৰ প্ৰতিষ্ঠা কৰাৰ কথা হৈছে, সেইটোৰ নাম কি হ'ব, সেই বিষয়ে শ্ৰী গিৰিজা দাসে দিল্লীৰ পৰা কাইলৈ বা পৰহিলৈ ট্ৰাংক কল কৰাৰ কথা আছে। মই ভাবোঁ,—কলা শব্দটোতকৈ সংস্কৃতি শব্দটোৰ ওপৰত জোৰ দিয়াহে

ভাল।* পৰিসৰ বহল হয়। এই শব্দটোৱে বহু কথা সামৰে। ...

* মই 'সংস্কৃতি' শব্দটোৰ সপক্ষে আহিলো যদিও ড. মহেশ্বৰ নেওগ ছাৰে 'কলা' শব্দটোৰ সপক্ষে কওঁতে মই তেখেতৰ কথা মানি লৈছিলো।

**১৯.১.৮৮ :** ...পাছবেলা নেহৰু ষ্টেডিয়ামলৈ। নীলিময় চৌধুৰীলৈ ঘৰৰ পৰা ফোন কৰিছিলো, এতিয়া লগ ধৰিলো। ৰশ্মি হোষ্টেললৈ যোৱা কিমান দিন হ'ল, —আজিলৈকে তাইৰ পঢ়া মেজ এখন নাই। পঢ়া-শুনা কামটোৰ ওপৰত এওঁলোকে গুৰুত্ব দিয়া নাই নে কি? চৌধুৰীয়ে মোৰ সন্মুখতে লীলা গগৈলৈ ফোন কৰিলে; এজনক মাতি আনি দিছপুৰ ষ্টেডিয়ামৰ পৰা মেজ আনিবলৈ ক'লে। চাওঁচোন কাইলৈ কি হয়। কোনো কথাতে মনটোত শান্তি নালাগে। খেলা-ধূলা, শাসন, লিখা-পঢ়া,—সকলোতে অনবৰত এটা অশান্তি, অন্যায়, অকৰ্মণ্যতা, অযোগ্যতাৰ ছাঁ পৰি থাকে। কাৰো লগত সম্পৰ্ক নাৰাখি,—ক'ৰ'বাত অকলে থাকিমগৈ যেন লাগে।...

**২০.১.৮৮ :** ...মঙলদৈত হোৱা অসম গণ পৰিষদৰ সাংস্কৃতিক অনুষ্ঠান 'উদ্বোধন' কৰিবলৈ যাব লাগে। কথাখিনি জুকিয়াই ল'লো। মোৰ প্ৰথম বক্তব্য ঃ মই ৰাজনীতিৰ মানুহ নহওঁ; ৰাজনৈতিক মঞ্চৰ লগত মোৰ সম্পৰ্ক নাই; কিন্তু বৰ্তমানে ৰাজনীতিয়ে এনে সৰ্বগ্ৰাসী প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিছে যে ৰাজনীতিৰ লগত প্ৰত্যক্ষ সম্পৰ্ক নথকা কথাও ৰাজনৈতিক মঞ্চৰ পৰাই ক'বলগীয়া হয়। আৰু সেই মঞ্চখনক যেতিয়া সাংস্কৃতিক ৰূপত অলপ সময়ৰ কাৰণে পোৱা যায়, তেতিয়া এই কাম কৰিবলৈ অধিক সুবিধা হয়।

আচলতে মোৰ এই সভাখনলৈ যাবলৈ মন নাছিল। কোনো সভালৈ যাবলৈকে মোৰ মন নাই; ৰাজনৈতিক সভালৈ যাবলৈ আৰু মন নাই। অনিচ্ছাসত্ত্বেও, কেৱল বাটে-ঘাটে ডেকাহঁতৰ পৰা ৰাইজে পোৱা অশান্তিৰ কথা ক'বলৈকে ওলাইছোঁ।...

**২১.১.৮৮ :** ...প্ৰান্তিকৰ কাম। পত্ৰালাপ। যুৱকৰ উদ্ভণ্ডালি সম্পৰ্কীয় চিঠিৰ সংখ্যা কমা নাই। কাৰণ উদ্ভণ্ডালিয়েই কমা নাই। সঁচাকৈয়ে চিন্তাৰ বিষয় হৈছে। এনে পৰিবেশত কি 'কালচাৰ' কৰিবা? মই এই একেটা কথাতে আজি চাৰি-পাঁচ বছৰে জোৰ দি আছোঁ। বাট-পথ সংস্কৃত (cultured) কৰা। ১ জানুৱাৰিত চিৰিয়াখানাত যি উদ্ভণ্ডালি হয়, ... সেইটো বন্ধ কৰিবই লাগিব। নহ'লে ই এটা ৰীতিত পৰিণত হ'ব।

... ৰশ্মি, আহিছিল। সুধিলো— তোমাক পঢ়া চকী-মেজ দিলেনে? —মেজখন দিলে, চকীখন দিয়া নাই। এইবোৰ কেনেকুৱা কথা? তাই মোক এইবোৰ কথাত ধৰি থাকিবলৈ মানা কৰে। ওপৰৱালাই তাইক বেয়া পাব। কিন্তু মোৰ কথা হ'ল,—নিজ চকুৰে দেখি থাকি ওপৰৱালাৰ এনে অকৰ্মণ্যতা ক্ষমা কৰিম?*

* নেহৰু ষ্টেডিয়ামৰ গেলেৰিৰ তলত কোঠালিত খেলুৱৈৰ বাবে স্থাপন কৰা সেই স্পৰ্টছ হোষ্টেল বেছি দিন টিকি নাথাকিল। থকাৰ অনুকূলে বিশেষ যুক্তিও নাছিল।

**২২.১.৮৮ :** ...আজি মোৰ ফিল্মখন সংক্ৰান্ত জৰুৰী কাম অলপ আছিল, বন্ধ হোৱাৰ কাৰণে কৰিব নোৱাৰিলো। আজি খান আবদুল গফৰ খানৰ মৃত্যুৰ বাবে বন্ধ। কাইলৈ সৰস্বতী পূজাৰ বাবে বন্ধ। মঙলবাৰে গণৰাজ্য দিৱস। কিমান বন্ধ! বিহুৰ উৰুকাৰ দিনা (১৪।১।৮৮) ঘৰলৈ যোৱা কেৰাণী-মহৰী-বিষয়া কিছুমান আজিও বোলে অফিছলৈ অহাই নাই। মহাবীৰ চিলাৰায়ৰ নামত এদিন বন্ধৰ দাবী উঠিছে। ...কামৰ প্ৰতি আগ্ৰহ ইমান কমিছে! শ্ৰম কৰি উপাৰ্জন কৰা মানুহখিনিক চাকৰি কৰা মানুহখিনিয়ে ইমান শোষণ কৰিছে! ...

**২৭.১.৮৮ :** ...আবেলিৰে পৰা প্ৰান্তিকৰ পুৰণি ফাইল চাবলৈ ল'লো। ভাত খোৱাৰ আগলৈকে। কামত লাগিব বুলি থৈ দিওঁ; শেষত কামত লগাব নোৱাৰোঁ; এনেকৈয়ে বহু লেখা গোট খাই আছে। ৮০ পৃষ্ঠাৰ আলোচনী হোৱা হ'লে ইয়াৰ বহু লেখা প্ৰকাশ হৈ গ'লহেঁতেন। ...

**৩০.১.৮৮ :** আজি দুপৰীয়া বিস্ময়-ৰংঘৰৰ সম্পাদক শশী ফুকন আহিছিল। কথাই-কথাই তেওঁ সুধিলে,—আলোচনী, বাতৰিকাকত—আৰু কি প্ৰকাশ কৰাৰ সম্ভাৱনা আছে, বা আৰু কি প্ৰকাশ কৰাটো যুক্তিযুক্ত? তেওঁলোকে আৰু কিবা এখন প্ৰকাশ কৰাৰ কথা ভাবিছে। মই ক'লো,—যুৱ আৰু শিশুৰ ক্ষেত্ৰত এটা gap আছে; কিন্তু সেই gap পূৰাব পৰাকৈ আলোচনী চলাবলৈ উপযুক্ত মানুহ লাগিব।। প্ৰখৰ বুদ্ধি, encyclopaedic জ্ঞান, drive থকা মানুহ লাগিব। পণ্ডিত হ'লেও নহ'ব। দৰকাৰ হ'লে ক্ৰিকেট, দৰকাৰ হ'লে থিয়েটাৰ, দৰকাৰ হ'লে ৰাজনীতি,—সকলো বিষয়ৰে একলম লিখিব পৰা হ'ব লাগে। তেনে মানুহ অসমত বৰ কম। প্ৰান্তিকখনৰ ক্ষেত্ৰতে মই মোৰ সাধাৰণ বুদ্ধিৰে অন্য নাম লৈ মাজে-মাজে কিমান কি কৰিবলগীয়া হয়! ফুকনে ক'লে,—"আপুনি যি নামেই নলওক, আমি কেইজনমানে পঢ়িয়েই গম পাওঁ—আপুনি কি কি লিখিছে।"

তাৰ পাছত ফুকনে তেওঁলোকৰ প্ৰস্তাৱিত আলোচনীৰ সম্পাদক হ'বলৈ উপযুক্ত মানুহৰ কথা পাতিলে। তেওঁলোকে এখন তালিকা কৰিছিল। সেই তালিকাৰ প্ৰথম আৰু তৃতীয়জন এদিন তেওঁলোকৰ অফিছত মাতাল হৈ ওলালগৈ। আন এজনে ফুকনে দিয়া বস্তু কিছুমান গোটাই প্ৰবন্ধ লিখি অইন এখন কাগজত প্ৰকাশ কৰিলে। আন এজনে এদিন আলোচনীৰ কথা পাতি-পাতি শেষত—এদিন কেনেকৈ তেওঁ এটা মদৰ বটল যোগাৰ কৰিলে, সেই কাহিনী বৰ্ণনা কৰিলে!

মই ক'লো, তোমালোকেও ভাবা, ময়ো ভাবোঁ; মনলৈ উপযুক্ত মানুহৰ কথা আহিলে জনাম।

গান্ধীৰ মৃত্যুদিৱস। পাছবেলা টিভিত গান্ধী (ইংৰাজী) ছবিখন চালো। আগতে হিন্দীখন চাইছিলো। এইবাৰ বহু কথালৈ মন কৰিলো। দান্দি যাত্ৰাৰ দৃশ্যটোৰ সময়ত,—কিয়

জানো,—মোৰ চকুপানী ওলাব খুজিছিল। কিতাপ নপঢ়া আজিৰ ল'ৰা-ছোৱালীহঁতে যদি এই ফিল্মখনকে মন দি চালেহেঁতেন!

কিমান নিঃস্বার্থভাৱে, কিমান গভীৰলৈ প্ৰবেশ কৰি কিছু ভাল কাম কৰিব পৰা যায়, সেই চিন্তাই আকৌ মনটো গধুৰ কৰিলে।

**১.২.৮৮ :** ...দহ বজাৰ আগে-আগে Education Secretaryৰ অফিছলৈ। ...আজি ৰাষ্ট্ৰপতিয়ে শংকৰদেৱ বঁটা প্ৰদান কৰিব। সেই প্ৰসংগত ছেক্ৰেটেৰিৰ লগত শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ কথা ওলাল। মই চমুকৈ কথাখিনি ক'লো। পোন্ধৰ বছৰমানৰ পৰা ভাবি থকা কথা কেনেকৈ প্ৰথম উপদেষ্টা পৰিষদৰ আগত কৈছিলো;—১৯৮৬ চনৰ শেষভাগত আঁচনিখন কৰি চৰকাৰক (মুখ্যমন্ত্ৰীক হাতে-হাতে) দিছিলো,—সেইখিনি কথা। ছেক্ৰেটেৰিয়ে গিৰিজা দাসে তৈয়াৰ কৰা আঁচনি এখন দেখুৱালে। তাত মোৰ আঁচনিখনৰ মূল বস্তু—স্কুলখনৰ কথাই নাই। ...আঁচনিখনত (প্ৰতিষ্ঠানটোৰ) আটাইতকৈ গুৰুত্বপূৰ্ণ অংগ হিচাপে উল্লেখ কৰিছিলো— এখন সুন্দৰ আদৰ্শ স্কুলৰ কথা। ...

**২.২.৮৮ :** ...দুই বজাত যাওঁ-নাযাওঁকৈ 'শ্ৰীশ্ৰী শংকৰদেৱ কলাক্ষেত্ৰ'ৰ আধাৰশিলা স্থাপন কৰা অনুষ্ঠানলৈ গ'লো। (মই ভাবিছিলো—আধাৰশিলা স্থাপন কৰা 'ৰাজহুৱা কাম' হৈ থাকক, মই পাছত 'কামৰ কাম' কৰিম। এই বিষয়ে এতিয়ালৈকে যি কৰিছোঁ, যেনেকৈ কৰিছোঁ, তেনেকৈ।) মুখমন্ত্ৰীয়ে ছপা ভাষণত মই আঁচনিত লিখা কথা ব্যৱহাৰ কৰিছে। ভাল লাগিল। ...ড. মহেশ্বৰ নেওগ আৰু সত্যপ্ৰসাদ বৰুৱাই ক'লে,—ধৰিবই পাৰি—এইবোৰৰ গুৰিতে তুমি আছা। ড. নেওগে ক'লে,—তুমি গুৰি ধৰিব লাগিব। ...

৩-৪৫—টেবল টেনিছ খেলুৱৈ মনজিত দুৱাৰ ইণ্টাৰভিউ ল'লো। গে'ষ্ট হাউছত।

**৮.২.৮৮ :** পুৱা ফুৰিবলৈ যাওঁতে বাটত দেখিলো, —এঘৰ মানুহে বাটৰ কাষৰ নৰ্দমাটো ভিতৰ কৰি, ৰাস্তাটোৰ ওপৰতে তৰজাৰে বেৰ দিছে। সৰহকৈ মাটি সামৰিছে। তেওঁলোকে যে এক বিন্দু মাটিও মৰিলে লগত নিব নোৱাৰে, এই কথাটো নুবুজে কিয়? কিয় বাটেদি অহা-যোৱা কৰা মানুহক ইমান অসুবিধাত পেলায়? ...

... প্ৰান্তিকৰ কাৰণে জ্যোতিষ শিকদাৰে লিখা গল্পটো ভাল পালো।

**১২.২.৮৮ :** ...মনজিত দুৱাৰ লগত পতা কথাৰ ওপৰত ভেটি কৰি 'ক্ৰীড়া'ৰ কাৰণে চাৰে পাঁচ পৃষ্ঠা লিখিলো। কলিকতালৈ যোৱাৰ আগতে ক্ৰীড়াৰ কাৰণে সৰ্বানন্দ দত্তৰ নামত তিনি পৃষ্ঠা লিখি দি গৈছিলো। দহ বজাত এটা কামত ওলাই যাওঁতে স্বাস্থ্যমন্ত্ৰী পাটোৱাৰীৰ ঘৰৰ সমুখতে ৰ'লো। গে'টৰ বাহিৰত বহু মানুহ। কাজেনক ক'লো,—তুমি গে'টত থকা

মানুহক কোৱাঁগৈচোন—মই আহিছোঁ বুলি। এজন মানুহে মোক মাতি নি ড্ৰইংৰুমত বহুৱালেগৈ। বাহিৰতেতো বহু মানুহ আছেই, ড্ৰইংৰুমতো ছজন বহি আছে। পোন্ধৰ মিনিট এজনৰ লগত কথা পাতি গুচি আহিলো। ৰাজনৈতিক (দলীয়) কাৰণত এটা অন্যায় কৰা হৈছে বুলি এজনে মোক খবৰ এটা দিছে। শুনি বেয়া পাইছোঁ। তাকে ক'বলৈ...আহিছিলো। ...এনেকুৱা মানুহৰ ভিৰৰ মাজত তেনেকুৱা কথা ক'ব নোৱাৰি; কৈ লাভ নাই।...

**১৩.২.৮৮ :** আজি ধনবাহাদুৰ সোণাৰ নামৰ 'আৱাহন' যুগৰ লেখক এজনৰ সৰু প্ৰবন্ধ এটা সম্পাদনা কৰিলো। নেপালী মানুহ; কিন্তু বহু অসমীয়া 'প্ৰখ্যাত' সাহিত্যিকতকৈ এখেতৰ লেখা প্ৰাঞ্জল, শুদ্ধ আৰু আকৰ্ষণীয়। লেখাটোত তেখেতে গোবিন্দ চন্দ্ৰ পৈৰা আৰু হৰিপ্ৰসাদ গোৰ্খাৰাইৰ কথা উল্লেখ কৰিছে। এখেত তেখেতসকলৰ সমসাময়িক। আচৰিত কথা, আজি শ্ৰী পৈৰাৰ লেখা এটাও সম্পাদনা কৰিবলৈ পালো। মনটো ভাল লগাত শ্ৰী সোণাৰলৈ এখন চিঠি লিখিলো। (চিঠি লিখা কামটো মই বৰ কম কৰোঁ।)।

**১৯.২.৮৮ :** ...৯-৩৫—অনুৰাধা ছিনেমা হললৈ। ৰুছ প্ৰতিনিধিৰ উপস্থিতিত 'ছোভিয়েট ফিল্ম ফেষ্টিভেল' উদ্বোধন কৰা হ'ব। খবৰ পালো,—লগতে Repentance নামৰ ফিল্ম এখন দেখুউৱা হ'ব। কলিকতাত পিনাকী মুখোপাধ্যায়ৰ মুখত ফিল্মখনৰ বৰ প্ৰশংসা শুনিছিলো। সেইকাৰণে—এই সুবিধাতে ফিল্মখন চাই লওঁ বুলি গ'লো। চালো। ভাল ছবি।...৩ বজাত ষ্টুডিঅ'লৈ। ৰুছ প্ৰতিনিধিসকল ৩-৩০ মান বজাত আহিল। এটাইকেইটা ভাগ তেওঁলোকে ঘূৰি-পকি চালে। চাহ খালে। আজি জ্যোতি চিত্ৰবন চৌহদটো বৰ চাফ-চিকুণ হৈছিল। শ্ৰী বৰুৱাক ক'লো,—এনেকুৱাই সদায় হৈ থাকিব লাগে। ...শ্ৰী বৰুৱাই বেচ চকু দিছে। Full-time Secretary ইয়াতে বহিবলৈ লোৱাৰ ফল দেখা গৈছে।*

* শ্ৰী অনিল কুমাৰ বৰুৱাই জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') ছছাইটিৰ ছেক্ৰেটেৰি হিচাপে কামত যোগ দিয়াৰ কিছুদিনৰ পাছতে তেওঁক অসম ৰাজ্যিক চলচ্চিত্ৰ (বিত্ত আৰু উন্নয়ন) নিগমৰ মেনেজিং ডাইৰেক্টৰৰ পদবীতো অধিষ্ঠিত কৰা হৈছিল। এই দুয়োটা পদবীত যে একেজন বিষয়াই থকাটো উচিত, মই সেই কথা সমৰ্থন কৰিছিলো, আৰু তাৰ হকে কাম কৰিছিলো।

**২০.২.৮৮ :** ...প্ৰদীপ বৰুৱাৰ লগত প্ৰান্তিকৰ কথা পাতিলো। সঁফুৰাৰ কথাও পাতিলো। এইখন আলোচনী আমাৰ জাতিটোৰ কাৰণে বৰ প্ৰয়োজনীয় বুলি ভাবোঁ; কিন্তু নিয়মীয়াকৈ উলিয়াব নোৱৰা কাৰণে দুখ পাইছোঁ।

...পাছবেলা ফোন কৰি গম পালো,—নতুন ফিল্মখনৰ rush print পালেহি। লগে-লগে অনালো। ৰাতি ৭-৪০ বজাৰপৰা ১০ বজালৈ জ্যোতি চিত্ৰবনত ১২ ৰিলৰ projection চালো।

আজি দিনৰ ভাগত জ্যোতি চিত্ৰবনৰ ছেক্ৰেটেৰি অনিল বৰুৱাই ফোন কৰি ক'লে,— Education Secretary-এ তেওঁক জৰুৰী কথা এটা ক'বলৈ মতাই নিলে। তেওঁ গ'ল। ছেক্ৰেটেৰিয়ে তেওঁক ক'লে,—কেবিনেটৰ সিদ্ধান্ত,—প্ৰমোদ শইকীয়াক জ্যোতি-চিত্ৰবনত এটা চাকৰি দিব লাগে। সোমবাৰলৈ appointment file মুখ্যমন্ত্ৰীৰ হাতত চহীৰ কাৰণে পৰিবই লাগে। গতিকে আজিয়েই জ্যোতি চিত্ৰবনৰ ছেক্ৰেটেৰিয়ে "মানুহ এজন লাগে" বুলি note এটা পঠাব লাগে।

Noteটো নিবলৈ তেখেতে Superintendentজনক বৰুৱাৰ লগতে জ্যোতি চিত্ৰবনলৈ পঠাই দিছে। মোলৈ বৰুৱাই ফোন কৰোঁতে তেওঁ ওচৰতে আছেই।

মই মোৰ মতামত জনালো ঃ প্ৰমোদ শইকীয়াক মই বহু বছৰ ধৰি চিনি পাওঁ।* তেওঁ মোৰ ঘনিষ্ঠ; ভাইৰ নিচিনা। যোৱা আন্দোলনৰ সময়ত তেওঁৰ চাকৰি গ'ল। (আকাশবাণীৰ পৰা) তেওঁৰ এটা সংস্থান হ'ব লাগে। এই ঘটনাটো যদি বৰ্তমান চৰকাৰে politically -ও লয়,—আমাৰ ক'বলগীয়া একো নাই। কিন্তু জ্যোতি চিত্ৰবনত তেওঁক কাম দিবলৈ আগতে সিদ্ধান্ত কৰা হ'ল কিয়? লেঙেৰাই-লেঙেৰাই খোজকঢ়া এই প্ৰতিষ্ঠানটোক যোৱা এবছৰ-ডেৰ বছৰে যুঁজি-যুঁজি ...অলপ পোন কৰা হৈছে। টকা-পইচাৰ সংকট। চাকৰিয়াল যিমান আছে, সেই অনুপাতে কাম নাই। এইখিনি মানুহকে ভালকৈ কামত লগাই প্ৰতিষ্ঠানটোক efficient কৰিব লাগে। এনে অৱস্থাতে,—full-time Secretary এজন হোৱাৰ পাছত,—কিয় এজন নতুন চাকৰিয়াল লাগিছে? তেওঁৰ কাম কি হ'ব?

বৰুৱাই ক'লে,—চৰকাৰে হেনো additional পইচাখিনি দিব। যদি পইচা চৰকাৰে দিয়েই, তেনেহ'লে আমাৰতো খৰচৰ আৰু ভালেমান প্ৰয়োজনীয় আৰু ভাল বাট আছিল! প্ৰমোদক সংস্থাপন কৰিবলৈ (তেওঁৰ অৰ্হতা আৰু প্ৰতিভা অনুসৰি) ৰাজ্যখনত আৰুতো বহু প্ৰতিষ্ঠান আছিল! এইবোৰ কথা জ্যোতি চিত্ৰবনৰ লগত আগতেতো আলোচনা কৰিব লাগে! একেদিনাই ছেক্ৰেটেৰিজনে note এটা দিব পাৰেনে? অন্ততঃ Executive Committee এ কথাটো আলোচনা কৰিবলৈ পাব লাগিছিল! মই চেয়াৰমেন হিচাপে অকলে এনে সিদ্ধান্ত ততাতৈয়াকে সমৰ্থন কৰিব নোৱাৰোঁ। এয়া মোৰ বিচাৰৰ কথা ক'লো। তাৰ ওপৰত ভেটি কৰি বৰুৱাই যি note দিয়ে দিয়ক।

* প্ৰমোদ শইকীয়া আৰু মোৰ সম্পৰ্কীয় ভাগিন প্ৰফুল্ল শইকীয়া দিল্লীত আকাশবাণীৰ বাতৰি-পঢ়োঁতাৰ চাকৰি কৰোঁতে কিছুদিন একেটা ঘৰতে আছিল। সেয়া ১৯৬৯ চনৰ কথা। এবাৰ আমি সপৰিয়ালে গৈ তেওঁলোকৰ আলহী হৈছিলোগৈ। (তেওঁলোক থকা ঘৰটো লোকসভাৰ সদস্য এগৰাকীয়ে পোৱা চৰকাৰী ঘৰ আছিল। ঘৰটো ডাঙৰ, আহল-বহল আছিল। সেয়া সংসদৰ অধিবেশন বন্ধ থকাৰ সময় আছিল আৰু গোটেই ঘৰটো প্ৰমোদ আৰু প্ৰফুল্লৰ দখলত আছিল। তেতিয়াৰ পৰাই প্ৰমোদৰ লগত আমাৰ সম্পৰ্ক ঘনিষ্ঠ হৈছিল। প্ৰফুল্লৰ লগতে প্ৰমোদেও আমাক মামা-মামী বুলি মাতিছিল; এতিয়াও মাতে। আকাশবাণীৰ বাতৰি-পঢ়োঁতা হিচাপে বহুদিন চাকৰি কৰাৰ পাছত,

অসমৰ বিদেশী বহিষ্কৰণ সম্পৰ্কীয় আন্দোলনৰ লগত জড়িত কৰি তেওঁক চাকৰিটোৰ পৰা আঁতৰোৱা হৈছিল। তেওঁৰ সংস্থাপনৰ এটা ব্যৱস্থা হ'বই লাগে বুলি ময়ো উপলব্ধি কৰিছিলো; কিন্তু জ্যোতি চিত্ৰবন ছছাইটিৰ সভাপতি হিচাপে মই একধৰণৰ বিচাৰ-বিবেচনাত বান্ধ খাই আছিলো। এই চাকৰিটোত সংস্থাপিত নোহোৱাৰ কাৰণে প্ৰমোদ বৰ বেছি বিপদত পৰা নাছিল; কিন্তু কৰ্ম-সংস্কৃতিৰ লগত জড়িত এবিধ বিচাৰ ৰক্ষা পৰিছিল।

**২২.২.৮৮ :** ...পুৱা আঠ বজাৰ পাছতে মুখ্যমন্ত্ৰীক লগ ধৰিলো। হঠাতে জ্যোতি চিত্ৰবনত প্ৰমোদ শইকীয়াক চাকৰি দিয়াটো বহুফালৰ পৰা ভাল কাম হোৱা নাই। তেওঁ ইয়াত কি কাম কৰিব? জ্যোতি চিত্ৰবনৰ পইচা আছেনে নাই? এজন non-technical মানুহৰ প্ৰয়োজন আছে নে নাই? প্ৰমোদ শইকীয়াক কেৱল দৰমহা দি 'পুতৌ' কৰিব খোজা হৈছে নেকি? তেওঁৰ job satisfaction বোলা কথা এটা আছে নে নাই? ১৫ বছৰৰ মূৰত জ্যোতি চিত্ৰবনক এটা নতুন গঢ় দিয়া হৈছে, full-time Secretary-জনে দায়িত্ব লোৱা মাত্ৰ ৭ সপ্তাহ হৈছে, এনে সময়ত এই কাম ভাল হ'বনে? এটা ডাঙৰ বিভাগত প্লেন কৰি এটা চাকৰি সৃষ্টি কৰিব নোৱাৰিনে? এনে এটা কাম কৰাৰ আগতে জ্যোতি চিত্ৰবনৰ লগত আলোচনা কৰিব নালাগেনে? কথাবোৰ মুখ্যমন্ত্ৰীক বহলাই ক'লো, আৰু ভাবি চাবলৈ ক'লো। দুপৰীয়া প্ৰমোদ শইকীয়া আহিল। কথাবোৰ তেওঁকো ক'লো।*

* প্ৰমোদৰ জ্যোতি চিত্ৰবনত চাকৰি কৰিবলগীয়া নহৈছিল।

**২৬.২.৮৮ :** ... শেষপৃষ্ঠা। স্কুল শিক্ষক আৰু কোকৰাঝাৰৰ ফালে পুলিছে মহিলাৰ প্ৰতি বেয়া ব্যৱহাৰ কৰা,-- --এই দুটা বিষয়ৰ কোনটোত ধৰোঁ, তাকে ভাবোঁতেই বহুত পৰ গ'ল। শেষত দ্বিতীয়টোকে বাছিলো। ১১ বজাত প্ৰান্তিকৰ কাম শেষ কৰিলো। এওঁ নগাঁৱৰ পৰা আহি পালেহি। "আহি পালেহি" বুলি লিখাটো ভুল? কিন্তু এনেকৈ লিখিলে বা ক'লেহে মই প্ৰকাশ কৰিব খোজা ভাবটো ঠিকমতে প্ৰকাশ পায়।

... ৰশ্মিয়ে কাইলৈ অসমীয়াৰ টেষ্ট দিব। শিৱাজীৰ বিষয়ে প্ৰশ্নোত্তৰ লিখি দিলো। ...

**২৯.২.৮৮ :** ... সন্ধিয়া ৰশ্মিয়ে তাইৰ লগৰ (টেবল টেনিছ খেলৰ জৰিয়তে লগ পোৱা বা লগ হোৱা) ল'ৰা কিছুমানৰ ব্যৱহাৰৰ কথা ক'লে। ভাল হৈ থকাটো, নিজৰ কাম কৰি এই বয়সত সংযত হৈ থকাটো যে কিমান টান! এই সৰু ছোৱালীজনীয়ে এই দুবছৰমানতে যে কিমান আমনি সহ্য কৰিছে! কাক ক'ম? কোনে পতিয়াব? কোনে সহায় কৰিব? ...

**১.৩.৮৮ :** ... ৯-৫০ ষ্টুডিঅ'লৈ। এঘাৰ বজাৰ পাছত North-East Council-অৰ I & PRO শ্ৰী মুনীন হাজৰিকা, Monitoring & Evaluation Director শ্ৰী যোগী আৰু

জগত মুৰাৰী (এসময়ৰ পুনা ফিল্ম ইনষ্টিটিউটৰ প্ৰিন্সিপাল) আহিল। জ্যোতি চিত্ৰবনক কেন্দ্ৰ কৰি যে এটা Film Training-Cum-Production Centre খোলাৰ বাবে প্ৰায় ৪ (চাৰি) কোটি টকাৰ এখন আঁচনি প্ৰস্তুত কৰি চৰকাৰক ধৰি আছিলো, তাৰ ফল এইখিনি হৈছেহি। জগত মুৰাৰীক NEC-এ project report প্ৰস্তুত কৰিবলৈ কৈছে। তেওঁ সেই কামৰ বাবে আহিছে। জ্যেতি চিত্ৰবন দেখুৱালো। কিয় এনে এটা প্ৰতিষ্ঠান লাগে,— ক'লো। ২-৩০ বজাত, Planning & Development কমিশ্যনাৰ ভাস্কৰ বৰুৱাৰ অফিছলৈ। (NECৰ ইচ্ছামতে)। তাতো আলোচনা হ'ল। আমাৰ ফালৰ পৰা Education Secreatryক লগ পোৱাই দিয়াৰ ব্যৱস্থা কৰিলো। ... সন্ধিয়া ফাঁচীবজাৰ, পাণবজাৰ, শিলপুখুৰী, ভঙাগড়। বৰষুণ, বতাহ, অন্ধকাৰ।

**২.৩.৮৮ :** ... ১০-৩০ ষ্টুডিঅ'লৈ। এঘাৰ বজাৰ পাছত জগত মুৰাৰী আহিল। ফিল্ম কমপ্লেক্সটোৰ আঁচনিৰ বিষয়ে সবিস্তাৰে অলোচনা। আমাক কি কি লাগে, সেইটো বিৱৰি ক'লো। Education Secretary শ্ৰী ভট্টাচাৰ্য আহিল। তেখেতৰ উপস্থিতিতো আলোচনা হ'ল। ২-১০ বজাত কথা শেষ। তাৰ পাছত জগত মুৰাৰীয়ে বিদায় ল'লে। মই জোৰ দিলো— তেখেতে project reportখন যেন সোনকালে কৰে; আৰু সেইখন যেন convincing হয়।

৩-১০ বজাত অৰুণ বাবু, নিকুঞ্জ বাবু আৰু Asst. editor অতীশ নন্দী আহিল।* ৪ বজাৰপৰা editing-অৰ কাম আৰম্ভ। আজি দুটা reel-অৰ picture আৰু sound parallel কৰা হ'ল। সেই দুটা ষ্টিনবেকত চালো। ৮ বজাত আজিলৈ কাম শেষ কৰিলো।

ঘৰ—৮-২০।

* নিকুঞ্জ ভট্টাচাৰ্য চলচ্চিত্ৰ সম্পাদক। অৰুণ গুহঠাকুৰতা মুখ্য সহকাৰী পৰিচালক। এওঁৰ কথা আগতে কৈছোঁ। অতীশ নন্দী বৰ্তমানে ভাৰত চৰকাৰৰ ফিল্ম ডিভিজনৰ সম্পাদক। কলিকতাৰ পৰা আহি ৩-১০ বজাত জ্যোতি-চিত্ৰবন পাই এওঁলোকে যে ৪ বজাতে কাম আৰম্ভ কৰে, এওঁলোকৰ লগত কাম কৰাৰ এইটো এটা ডাঙৰ আনন্দ।

**৩.৩.৮৮ :** ...আজি এওঁৰ জন্মদিন। ফাকুৱা। আজি প্ৰথম দিন। (আজিকালি প্ৰায়বোৰ উছৱেই দেখোন দুদিন-দুদিন হয়!) মই ৮ বজাৰ আগে-আগে ওলাই গ'লো। বজাৰ কৰিলো। বাহিৰে-বাহিৰে ষ্টুডিঅ'লৈ গ'লো। ইতিমধ্যে অৰুণ বাবু আৰু অতীশে কাম আৰম্ভ কৰিছে। এঘণ্টামানৰ পাছত কাৰেণ্ট গ'ল। ইলেকট্ৰিছিটি ডিপাৰ্টমেন্টৰ মিস্ত্ৰি কেইজনমানে ক'লেহি,—নিউট্ৰেলডাল ছিগি গ'ল। তেওঁলোকক বুজাই-বঢ়াই, (ফাকুৱাৰ দিনা জখলাত উঠি কাম কৰিব কাৰণে পইচা দি) লাইনটো ঠিক কৰাই ল'লো। আজি তিনি ৰিল marking কৰা হ'ল। এটা ৰিল কাটি-কুটি জোৰা লগাই চোৱা হ'ল। তাৰ মাজতে ড. নীলিমা দত্তৰ পাণ্ডুলিপিখন ভালকৈ চালো। ...৮-৩০ বজাত আহিলো। ফাকুৱা

বুলি আজি গাত ৰং নপৰিল।

**৪.৩.৮৮ :** ... ফাকুৱা বোলে আজিহে 'আচল!' এই বছৰ মোৰ গাত এক বিন্দুও ফাকুৱা নালাগিল। কাৰণ মই পুৱাৰ পৰা গধূলিলৈকে ষ্টুডিঅ'ত সম্পাদনাৰ কামত লাগি থাকিলো। (বিদেশত থকাৰ নিচিনা হ'ল।)

আজি ভাত খাবলৈ বুলি কাম এৰোঁতে দুই বাজি গ'ল। খবৰেই নাই। ভাত খাই উঠি নিকুঞ্জ বাবুহঁত এক মিনিটো নবহে। চাবলগীয়া দৃশ্য। ...

**৫.৩.৮৮ :** ... আজি ফিল্মখনৰ এক্সিডেণ্টৰ shotখিনি marking কৰা হৈছে। টান কাম। ৰাতি ৮-৩০ বজাত মই ঘৰলৈ বুলি ওলালো। নিকুঞ্জ বাবুহঁতে ক'লে,—আমিও আৰু আজি কাম নকৰোঁ। আজি intensive কাম হৈছে।। ড. নীলিমা দত্তৰ এখন বহীৰ ৩০ পৃষ্ঠা photostate কৰাই আনিলো। সেই copyটো সম্পাদনা কৰিম। তেখেতৰ পাণ্ডুলিপিত কটাকুটা নকৰোঁ। ...

**৮.৩.৮৮ :** ... আজি আমাৰ পোহনীয়া কুকুৰ 'কক' মৰিল। ১৯৭৯ নে ৮০ চনত কুকুৰ দুটা দাৰ্জিলিঙৰ পৰা লৈ আহিছিলো। 'বক' আগতে মৰিল। আজি ঘৰখন যেন খালী হৈ গ'ল।

৮ বজাতে কাম সামৰিলো। ককৰ কাৰণে।

ষ্টুডিঅ'ত অকণমান সময় পালেই—প্ৰান্তিকলৈ অহা গল্প পঢ়িলো।

**৯.৩.৮৮ :** ...কামৰ মাজতে জগত মুৰাৰীৰ লগত প্ৰায় এঘণ্টা। তেখেতক ক'লো, —মুঠ কথা,—দেশৰ, পৃথিৱীৰ উন্নতিৰ লগত উত্তৰ-পূৰ্বাঞ্চলে সমানে খোজ মিলাব লাগে;—এই কথাটোৰ প্ৰতি সমগ্ৰ দেশে আন্তৰিকতাৰে লক্ষ্য ৰাখিব লাগে, আৰু চৰকাৰসমূহে সেইদৰে কাম কৰিব লাগে। ...

**১০.৩.৮৮ :** ... সঁফুৰাৰ অলপ কাম আছিল, নকৰিলো। আজি কৰি লাভ নাই। উশাহ পোৱা নাই। এইকণ কাম পাছতো কৰিব পাৰিম। আচলতে মোৰ খং উঠিছে। এমাহৰ আগতে পদ্যৰ ছবি আঁকিবলৈ দিছিলো,—কালি খবৰ পাইছোঁ,—"দেৰি হ'ব!"

প্ৰান্তিকৰ কাম। ৮-৩০ ষ্টুডিঅ'লৈ। ...

**১১.৩.৮৮ :** ...৫-৪৫ —ডিমাপুৰলৈ যাত্ৰা কৰিলো। প্ৰান্তিকৰ ৰাজেনে গাড়ী চলাইছে। ১১-১০ ডিমাপুৰ। হোটেল ছাৰামতি। পৰাগ চলিহা আৰু নগেন শইকীয়া (এম. পি.) আগতে আহিল। মই এই (ফাইনেন্স) কমিটিখনৰ চেয়াৰমেন। লগে-লগে সভা আৰম্ভ কৰিলো। ১-৩৫ সভা শেষ।

গোটেই বাটটোত 'শেষপৃষ্ঠা'ৰ কথাখিনি জুকিয়ালো। ...

**১২.৩.৮৮ :** ...সম্পূৰ্ণ ফিল্মখন ষ্টিনবেকত চালো। কি কি ঠিক কৰিব লাগিব মনত ৰাখিলো। জিণ্টিয়ে tape recorder-অত dialogue-বোৰ record কৰি গ'ল। ৯-৪৫ তাত কাম শেষ।

...আজি ৰশ্মিক ক'লো,—মোৰ shortest taxi ride-টোৰ কথা।*

* কোন বছৰত ঘটনাটো ঘটিছিল পাহৰিলো। যোৱা শতিকাৰ পঞ্চাছৰ দশকৰ দ্বিতীয়াৰ্ধৰ কথাই হ'ব। গুৱাহাটী-কলকাতাত ভালেমান দিন কটালো যদিও ৰাস্তা-ঘাট চিনি পোৱা আৰু মনত ৰখা কামটোত মই কেঁচা আছিলো। কিবা কামত শ্বিলঙলৈ গৈছিলো। আবেলিৰ বাছত উভতি আহিম। শ্বিলঙত কৰিবলগীয়া কামখিনি শেষ হোৱাৰ পাছত কিছু সময় হাতত আছিল কাৰণে বন্ধু এজনে মোক বিধানসভাৰ ভিতৰখন দেখুৱাবলৈ গৈ গ'ল। মোক এঠাইত বহুৱাই থৈ বন্ধু নিজৰ চাকৰিৰ মেজলৈ উভতি গ'ল। আবেলিৰ বাছৰ সময় আণ্ডাজ কৰি এসময়ত মই বিধানসভা ভৱনৰ পৰা বাটলৈ ওলাই আহিলো। এতিয়া মোৰ গন্তব্যস্থান হ'ল অসম পৰিবহন নিগমৰ বাছ-ষ্টেছন। কোনফালে বা আছে সেইটো? চিনি নোপোৱা ঠাইলৈ যাবলৈ মই সাধাৰণতে ৰিক্সা বা টেক্সিৰ সহায় লওঁ। অলপ দূৰ খোজকাঢ়ি ৰৈ থকা টেক্সি এখনত উঠিলো। ক'লো, —আছাম ট্ৰেন্সপ'ৰ্টৰ বাছ ষ্টেছনলৈ লৈ ব'লক। গাড়ীচালকে মোৰ ফালে এবাৰ ভালকৈ চাই লৈ গাড়ী চলালে। চলালে মানে,—এঢলীয়া বাটটোৱেদি নমাই অলপ দূৰতে তেওঁ গাড়ীখন ৰখাই দিলে। কিয় ৰখালে জানিবলৈ বুলি মই তেওঁৰ মুখলৈ চালো। তেওঁ সোঁফালে দেখুৱাই ক'লে—সেইটোৱেই আছাম ট্ৰেন্সপ'ৰ্টৰ বাছ ষ্টেছন। তেতিয়াহে মোৰ ঠাইডোখৰ চিনি পোৱা যেন লাগিল। গাড়ীচালকে কোৱা মতে জেপৰ পৰা টকা এটা উলিয়াই দিলো। বৰ লাজ লাগিল। ক'লো,—মোৰ ভৰিখনৰ বিষ এটা আছে। এতিয়া বৰকৈ বিষাইছে। সেইকাৰণে এইকণ ৰাস্তাও টেক্সিত আহিলো। ভৰি এখন বিষাই থকাৰ ভাও জুৰি গাড়ীখনৰ পৰা নামিলো,—আৰু চালকজনৰ চকুৰ আঁৰ নোহোৱালৈকে লেঙেৰাই-লেঙেৰাই খোজ কাঢ়িলো। যিমানদূৰ বিশ্বাস,— প্ৰায় পঞ্চাছ মিটাৰ বাট টেক্সিত উঠিছিলো।

**১৪.৩.৮৮ :** ... কেইদিনমানৰ আগতে দিল্লীৰ Film Festival Directorate-অৰ শ্ৰী নাৰায়ণনে দুবাৰ ট্ৰাংক কল কৰিছিল। এবাৰত মোক পালে। চৰকাৰে মোক National Film Festival-অৰ জুৰিৰ মেম্বাৰ পাতিছে। ২৪ তাৰিখৰ পৰা ১৮ দিন দিল্লীত ছবি চাব লাগে। নোৱাৰিম বুলি ক'লো।

**১৬.৩.৮৮ :** ...চাৰি বজাত Directorate of Inf. & P. R. অফিছৰ অনুৰোধমতে ...এক ৰিলৰ ফিল্ম এখন চাবলৈ গ'লো। জোৰা-ফোন্দা দিয়া, make-up কৰা দুৰ্বল কাৰবাৰ।* Home Commissioner মদন বেজবৰুৱা আৰু MLA দীপক দাস আছিল। মই মোৰ মতামত জনালো। আন্দোলনৰ record-অৰ প্ৰতি যদি চৰকাৰ আগ্ৰহী, তেনেহ'লে genuine shot-বোৰ কিনক, সকলো shot যোগ্যজনৰ হতুৱাই সুনিৰ্দিষ্ট নীতি অনুসৰি

সম্পাদনা কৰাওক, commentary দিয়াওক, সংগীত দিয়াওক। ...

* চলচ্চিত্ৰখনৰ বিষয়বস্তু আছিল বিদেশী বহিষ্কৰণ আন্দোলন-সম্পৰ্কীয়।

**২৩.৩.৮৮ :** ... 'বিহুৰ চিঠি'ৰ দ্বিতীয় ভাগ লিখিলো। ইমান হেঁচাৰ মাজত এনেকুৱা কাম কৰিবলৈ বেয়া। তিনি পৃষ্ঠা লিখিলো। বাকীখিনি কাইলৈ লিখিম। ঠিক দহ বজাত ষ্টুডিঅ' পালোঁগৈ। সৰু ল'ৰাকেইটাকো গোটাই নিছিলো। আজি বাৰজনমান মানুহৰ সংলাপৰ ডাবিং হ'ল। মোৰ মাতেৰেও এটা কাম কৰি থোৱা হ'ল।*

...ৰাতি ঘৰত প্ৰান্তিকৰ কাম। ভিতৰ গাঁৱৰ এজন ল'ৰাই সাত পৃষ্ঠা জোৰা চিঠি এখন লিখিছে (প্ৰকাশৰ কাৰণে নহয়।)। তেওঁৰ সমস্যাটো হ'ল,—'ছাত্ৰ-ছাত্ৰী আৰু Sex. তেওঁৰ আশা—এই বিষয়ে মই এটা আলোচনা আৰম্ভ কৰোঁ। টান কাম। স্কুলত Sex-অৰ শিক্ষা? য'ৰ বহু শিক্ষকে শিক্ষাদানৰ 'শ'-টোকে নাজানে তাত যৌনশিক্ষাৰ পদ্ধতি কোনে আয়ত্ত কৰিব?'

* কোলাহল নামৰ চলচ্চিত্ৰখনৰ সম্পাদনা শেষ হোৱাৰ পাছত জ্যোতি চিত্ৰবনত ১৫.৩.৮৮ তাৰিখৰ পৰা ডাবিঙৰ কাম আৰম্ভ হৈছিল।

**২৫.৩.৮৮ :** ...আজি ঘৰতে কাম কিছুমান কৰিম বুলি ভাবিছিলো; কিন্তু ষ্টুডিঅ'ৰ পৰা খবৰ আহিল—-মই যাব লাগে; আমাৰ ফিল্মখনৰ ... sound-অৰ কিবা আঁসোৱাহ ওলাইছে। গৈ পীযূষ ৰয়কো মতাই আনিলো। ক'লো—ছাউণ্ডৰ যেন সামান্যাও গণ্ডগোল নহয়। মই প্ৰত্যেক দিনেই একেটা কথাকে কৈ আছোঁ।

কালি সঁফুৰাৰ প্ৰুফ এটা দি গৈছিল। পুৱাবেলাৰ দৌৰাদৌৰিৰ কাৰণে চাব নোৱাৰিলো। বোধকৰোঁ— আজি প্ৰথম— আগদিনা গধূলি দি যোৱা প্ৰুফ পাছদিনা পুৱা দিব নোৱাৰিলো। (ফাইনেল প্ৰুফ)। সৰোদ বাদিকা শিপ্ৰা বানাৰ্জীৰ ঘৰলৈ যে ৯ বজাত ওলাই গ'লো, সেইটোৱেই চব গণ্ডগোল লগালে। শিপ্ৰা বানাৰ্জী ২৭ তাৰিখে শ্বিলঙলৈ যাব, গতিকে আমাৰ ফিল্মৰ কাৰণে তেখেতে বজাব নোৱাৰিব।*

* কোলাহলৰ আঁৰৰ সংগীতৰ কাৰণে মোৰ সৰোদ বজোৱা মানুহ এগৰাকীৰ প্ৰয়োজন হৈছিল। সেই সময়ত গুৱাহাটীত শ্ৰীমতী শিপ্ৰা বানাৰ্জীৰ বাহিৰে সৰোদ বজোৱা মানুহ অইন কাৰো কথা নাজানিছিলো। গায়ক, শিক্ষাবিদ ড. বীৰেন্দ্ৰনাথ দত্তৰ পুতেক উদ্দালক (ডাৱৰ) দত্তই সেই সময়ত সৰোদবাদন চৰ্চা কৰি আছিল। শেষত মই তেওঁৰ সহায় লৈছিলো।

**২৬.৩.৮৮ :** দিগেন বৰাই (মন্ত্ৰী) ফোন কৰিছিল। ঢিঙৰ বিহুলৈ যোৱাৰ কথা ক'লে। —"কোনেবাই যোগাযোগ কৰিছিলনে?"— মই ক'লো,—"কোনো নাই অহা। তদুপৰি, মই ফিল্মখনৰ কামত বৰ ব্যস্ত হৈ আছোঁ। তুমি লগ পালেও ঢিঙৰ মানুহক বুজাই ক'বা,— মই এটা কামত লাগি আছোঁ।" তেওঁ ক'লে,—"তাৰ মানুহে আপোনাকহে বিচাৰিছে!"

মই ক'লো,—"তুমি বুজাই ক'বা,—কোনো মানুহ unavoidable নহয়।"

**২৭.৩.৮৮ :** ...৮-৪০—ষ্টুডিঅ'লৈ। ৯-৩০ মান বজাৰ পৰা মুকুল বৰুৱা আৰু ৰমেন চৌধুৰীক* ছবিখন দেখুৱালো। ...সংগীত সম্পৰ্কে আলোচনা। ...২-২৫ বজাত কাম শেষ।

* মুকুল বৰুৱা চলচ্চিত্ৰখনৰ সংগীত পৰিচালক আছিল। মুখ্য সহায়ক আছিল বাদ্যশিল্পী, সুৰকাৰ আৰু সংগীত পৰিচালক ৰমেন চৌধুৰী।

**২৯.৩.৮৮ :** ...১০-৩০ বজাৰ পৰা বাদ্যযন্ত্ৰীসকল আহিবলৈ ধৰিলে, কিন্তু প্ৰথম music pieceটো record কৰোঁতে তিনি বাজিল।

ৰাতি ১২-৪৫ বজাত কাম সামৰিলো। অসমত দুটা কথা মন কৰিছোঁ। এচামে western style-অত যন্ত্ৰসংগীত বজাইছে; তেওঁলোকৰ technical জ্ঞান, অৰ্কেষ্ট্ৰেশ্যনৰ জ্ঞান বাঢ়িছে; ভাৰতীয় classical সংগীত সম্পৰ্কে তেওঁলোক অজ্ঞ। আনহাতে শুদ্ধ classical music -অৰ লগত সম্পৰ্ক ৰখাসকলে technicalityৰ কথা নাজানে।*

* ষ্টুডিঅ'ত যন্ত্ৰসংগীত ৰেকৰ্ড কৰাৰ সময়ত বাদকসকলে কিছুমান ব্যৱহাৰিক টেকনিকেল কথালৈ মন কৰিব লাগে। মই তেনেকুৱা টেকনিকেলিটিৰ কথা কৈছোঁ। শব্দযন্ত্ৰী পীযূষ ৰয়ৰ ওচৰত বহি থাকোঁতে মোৰ এই উপলব্ধি হৈছিল।

**২.৪.৮৮ :** ... কেশৱ শৰ্মাই* বিছ হাজাৰ টকা ধাৰলৈ দিলে। মই ক'লো,—এনে সহায়ৰ বাবে আপোনাৰ প্ৰতি মোৰ মনত যি কৃতজ্ঞতা আৰু ভাল ভাবে ঠাই লৈছে,—সেয়েই আপোনাৰ সুখলৈ বৰঙণি যোগাব। আৰু কি ক'ম? ...

* গুৱাহাটীৰ খানাপাৰা-নিবাসী ব্যৱসায়ী।

**৮.৪.৮৮ :** ...অৰুণ বাবু, অতীশ—সকলোকে পা-পইচা দিলো। আজি ষ্টুডিঅ'ৰ গে'ষ্টহাউছৰ মেছ ভাগিল। অৰুণ বাবুহঁত দুপৰীয়া কলিকতালৈ গ'লগৈ। ...

**৯.৪.৮৮ :** ...সঁফুৰাৰ কাম। ৮-৩০ বজাত গা-পা ধুই দৈনিক অসমৰ সভালৈ যাবলৈ সাজু হ'লো। অলপ পাছতে গাড়ীখন আহিল। যোগেশ দাসকো লৈ যোৱাৰ কথা। সেই সুযোগতে আজি যোগেশ দাসৰ ঘৰটো দেখিলো। সভাত মানুহ বৰ কম। সাধাৰণতে যি হয়। কীৰ্তিনাথ হাজৰিকা সভাপতি। তেখেতে কথা প্ৰসংগত ক'লে,—সাহিত্য সভাৰ সভাপতি হ'লে দিনে ২৫খনমানকৈ শুভেচ্ছাবাণী জনাই চিঠি লিখিব লাগে। তাৰ বাহিৰেও মিটিং। ...

সভাত মই গল্প লিখাৰ বিষয়ে কওঁতে হঠাতে বৰ emotional হৈ পৰিলো। ...দুবাৰ কণ্ঠ ৰুদ্ধ হ'ব খুজিছিল। কথাখিনি যেন জুকিয়াই ক'ব নোৱাৰিলো। পৰ্যবেক্ষণ, অভিজ্ঞতা, অধ্যয়ন,—এই তিনিটা বিষয়ৰ ওপৰত জোৰ দিবলৈ চেষ্টা কৰিছিলো।

...একোখন মিটিঙলৈ গ'লে উভতি আহি অনুতাপ কৰোঁ।— কিয়নো গৈছিলো? এই বিদ্যা মোৰ বাবে নহয়।

**১০.৪.৮৮ :** ...২-৩০ বজাত Statesman-অৰ সমীৰ গুহ নামৰ এজন সংবাদসেৱী আহিল। কথা পাতিবলৈ। চাৰি বজাৰ সময়ত পৰাগ দাস আহিল। তেওঁৰ লগত চাউলখোৱা চাপৰিৰ বিষয়ে কথা পাতিলো।

...অগ্নিস্নান ফিল্মখন টিভিত দেখুউৱাৰ পাছত কলিকতাৰ বিভিন্ন মহলত কেনেকৈ আলোচনা হৈছিল, সমীৰ গুহই সেই কথা কৈছিল।

**১৩.৪.৮৮ :** ...প্ৰান্তিকৰ কপি পালো। ১৬।৪।৮৮ তাৰিখৰ। মই যেতিয়া ফিল্ম আদিৰ কামত অতি ব্যস্ত হৈ থাকোঁ (যেনেকুৱা সময়ত মই প্ৰান্তিকৰ কাম কৰিবলৈ সময়েই নাপাম বুলি মানুহে ভাবিব পাৰে), তেতিয়া প্ৰান্তিকৰ কাম দুগুণে আগ বঢ়াব পাৰোঁ। এয়া তাৰেই প্ৰমাণ। ১৬।৪।৮৮ তাৰিখৰ আলোচনী আজিয়েই ওলাল। প্ৰাদীপক ৮।৪।৮৮ তাৰিখেই শেষপৃষ্ঠালৈকে শেষ কৰি দিম বুলি কৈছিলো: দিলো। আকৌ মনত পৰিছে— ১।৫।৮৮ তাৰিখৰ সংখ্যাৰ বাবে পাঁচটা প্ৰবন্ধ ৮।৪।৮৮ তাৰিখৰ আগতেই দিলো।...

**১৮.৪.৮৮ :** আজি ললিত কলিতা* নামৰ সঁফুৰাৰ ল'ৰাজনক আলোচনীখনৰ বিষয়ে বহু কথা ক'লো। প্ৰকাশিকাই যদি বলে নোৱাৰে, তেনেহ'লে তেখেতসকলে আলোচনীখন মোক দিয়ক, মই অকলে চলাম। মই এই কামটো ল'ৰা-ছোৱালীহঁতৰ প্ৰতি এক পবিত্ৰ দায়িত্ব হিচাপে গ্ৰহণ কৰিছোঁ, কৰি আছোঁ, আৰু কৰি থাকিম। মই পইচাৰ কাৰণে এই কাম কৰা নাই।

... পুলক গগৈয়ে* উপযাচি ১০-২০ হাজাৰ টকা দি (মোৰ ফিল্মখনৰ কামত) সহায় কৰিবলৈ ওলাল। মই ধন্যবাদ দিলো, আৰু প্ৰয়োজন হ'লে নিশ্চয় ল'ম বুলি ক'লো।

* ললিত কলিতাই তেতিয়া সঁফুৰাৰ কামত আমাক সহায় কৰিছিল। এতিয়া তেওঁ বাতৰিকাকত, দূৰদৰ্শন আদি প্ৰতিষ্ঠানৰ লগত জড়িত হৈ আছে।

* পুলক গগৈ চলচ্চিত্ৰ পৰিচালক।

**২২.৪.৮৮ :** ...অম্বিকাপদ চৌধুৰী, গিৰিপদ চৌধুৰী...আহিল। মই তেখেতসকলক সঁফুৰা সম্পৰ্কে পৰিষ্কাৰকৈ ক'লো...।

... শেষত ঠিক হ'ল—অহা সপ্তাহত এটা বিজ্ঞাপন ওলাব; তাত প্ৰকাশকে প্ৰতিশ্ৰুতি দিব, —জুন মাহৰ পৰা—প্ৰতি মাহৰ প্ৰথম সপ্তাহত তোমালোকে সঁফুৰা পাবা।

দেখা যাওক। কি হয়! ...

...ৰাতি শ্বিলঙৰ পৰা মুনীন হাজৰিকাই ফোন কৰিলে—জ্যোতি চিত্ৰবন complex/NEC plan সম্পৰ্কে কথা পাতিবলৈ। 7th plan-অত scheme খন সোমাইছে। আনন্দৰ কথা।

২৫.৪.৮৮ : ... প্ৰাপ্তিকলৈ এনে কিছুমান লেখা আহে—যিবোৰ তৎক্ষণাত ওভোতায়ো দিব নোৱাৰি, ছপা কৰিবও নোৱাৰি। ভালো নহয়, বেয়াও নহয়। তেনেকুৱা লেখাবোৰ কেতিয়াবা কামত লাগিব বুলি থৈ দিয়া হয়; থওঁতে-থওঁতে থাকিয়েই যায়। এই ঘটনাটোত মই বৰ অসুবিধা পাওঁ। ...কিযে কৰোঁ!

২৭.৪.৮৮ : ... Film Finance Corporation-অৰ মিটিং। ... Corporation-অৰ নতুন form আৰু activity সম্পৰ্কে আলোচনা। মোৰ যি আঁচনি, সেয়া যোৱা Board-অৰ সভাতে লিখিতভাৱে জনাইছিলো। আজি approved হ'ল। এইমতে হ'লে—অন্ততঃ কিছু কাম হ'ব। Fund, project [Mini Cinema Halls, Cinema Centre (academic)] আদিৰ বিষয়ে ক'লো। এইবোৰ ভাল কামৰ কিছু কৰি যাব পাৰিলেও!

২৮.৪.৮৮ : ...কালি মনীষা হাজৰিকা আৰু সৌৰভ দাস নামৰ ল'ৰা এজন আহিছিল। কল্পনা লাজমীয়ে চিঠি, চে'ক আৰু কাগজ-পত্ৰ দি পঠাইছে—মৈদাম গল্পটো লাগে,—তেওঁৰ T.V. Serial-অৰ বাবে। ('ৰত্নদাহ'টো আগতে দিছোঁ)। মই ক'লো,—মোক ভাবিবলৈ সময় দিয়া। এই গল্পটো মই নিজে film কৰাৰ কথা বহুবাৰ ভাবিছোঁ।*...

* ড. ভূপেন হজৰিকাই দূৰদৰ্শনৰ কাৰণে 'লোহিত কিনাৰে' শীৰ্ষক এলানি চলচ্চিত্ৰ নিৰ্মাণ কৰিছিল। মোৰ 'ৰত্নদাহ' নামৰ গল্পটো লৈ তেখেতে 'মছলি' নামৰ এটা খণ্ড নিৰ্মাণ কৰিছিল। সেইবাৰো শ্ৰীমতী কল্পনা লাজমীয়েই মোৰ লগত যোগাযোগ কৰিছিল। মৈদাম গল্পটো লৈ চলচ্চিত্ৰ এখন নিৰ্মাণ কৰাৰ কথা মই কেইবাবাৰো ভাবিছিলো। ক'লকাতাৰ এগৰাকী মহিলায়ো এই বিষয়ে (অৰুণ গুহঠাকুৰতাৰ যোগেদি) আগ্ৰহ প্ৰকাশ কৰিছিল। তেনে আগ্ৰহ মোৰ এতিয়াও আছে। গতিকে গল্পটোৰ বাবে অনুমতি আজিও মই কাকো দিয়া নাই।

৩০.৪.৮৮ : ...দিনটো 'অন্তৰীপ' সম্পৰ্কীয় কাম। সন্ধিয়া প্ৰফুল্ল মহন্তৰ বিয়ালৈ। পোন্ধৰ মিনিটমানৰ কাৰণে। আজিৰ দিনৰ মুখ্যমন্ত্ৰী এজনৰ বিয়া হিচাপে অতি সাধাৰণ বিয়া। ইমানবোৰ মানুহৰ কাৰণে তিলপিঠাৰ যোগাৰ হোৱাটো মন কৰিবলগীয়া কথা। ফোনত জগত মুৰাৰী আৰু মুনীন হাজৰিকাৰ (NEC) লগত কথা।*

* তেতিয়া মুম্বাইৰ জগত মুৰাৰী আৰু North East Council-অৰ জনসম্পৰ্কৰক্ষী বিষয়া মুনীন হাজৰিকাই জ্যোতি চিত্ৰবনৰ প্ৰস্তাবিত ফিল্ম সম্পৰ্কীয় প্ৰতিষ্ঠানটোৰ প্ৰজেক্ট ৰিপ'ৰ্টৰ কাম আৰম্ভ কৰিছিল।

**৪ মে', ১৯৮৮ :** ...পাঁচ বজাত প্ৰদীপ বৰুৱাৰ ঘৰলৈ। তেওঁলোকে সিফালৰ বাটটোৰেদি গৈ সোমাব পৰাকৈ সজোৱা গে'টখন আজি খুলিলে। মোৰ গাড়ীখন সেই গে'টেদি প্ৰথম সোমাল।*

* গুৱাহাটী 'ট্ৰিবিউন বিল্ডিংছ' চৌহদৰ মূল প্ৰৱেশদ্বাৰৰ বাঁওফালে থকা 'আছাম টাইপ' ঘৰটোৰ দুটা কোঠালিত প্ৰান্তিকৰ কাৰ্যালয় আৰম্ভ কৰা হৈছিল। (সেইটো আগতে ৰাধাগোবিন্দ বৰুৱাৰ থকা ঘৰ আছিল।) পাছত প্ৰান্তিকৰ কাৰ্যালয় বৰ্তমানৰ ঠাইলৈ অনা হয়। সেই কাৰ্যালয়লৈ চৰকাৰী ৰাস্তাৰ পৰা পোনে-পোনে সোমাব পৰা গে'টখন এই তাৰিখৰ পৰা ব্যৱহাৰ কৰা হৈছিল।

**৭.৫.৮৮ :** ... মোৰ সদায় এটা দোমোজাত পৰাৰ নিচিনা চিন্তা হয়। মই যদি creative কামত মনটো বেছিকৈ লগাই কিবা কৰিব খোজোঁ, তেনেহ'লে এই ষ্টুডিঅ', কৰপ'ৰেশ্যন আদিৰ পৰা আঁতৰি থাকিব লাগে। থকা উচিত। কিন্তু চকুৰ আগতে দুটা প্ৰতিষ্ঠান নষ্ট হৈ গৈ থকা চাবলৈ বৰ টান লাগে। যদি সঁচাকৈয়ে এই প্ৰতিষ্ঠান দুটাৰ কাৰণে আন্তৰিকতাৰে চিন্তা আৰু কাম কৰা মানুহৰ হাতত দায়িত্বটো তুলি দিব পাৰিলোহেঁতেন!

**৮.৫.৮৮ :** (প্ৰদীপহঁতে আজি কিছু মানুহক অফিছঘৰত চাহ খুৱাইছে।) ...তাতে ড. ভগৱান লহকৰক লগ পালো। অসমৰ সাংস্কৃতিক কেন্দ্ৰ সম্পৰ্কে এতিয়ালৈকে মই কৰা কাম আৰু আঁচনিৰ কথা কওঁতে তেখেতে ক'লে,—অহা ১৫ বছৰৰ বাবে আপুনি এই কামটোৰ দায়িত্ব লওক। তেখেতে কামটো, পৰিকল্পনাটো আৰু আঁচনিখন মহৎ বুলি ক'লে। কথা প্ৰসংগত মই কৈছিলো,—"মই বৰ বেছি ১৫ বছৰ সক্ৰিয় হৈ থাকিম বুলি ধৰিছোঁ। সেই কাৰণে তেখেতে ১৫ বছৰৰ কথাটো উল্লেখ কৰিলে। ...

**১১.৫.৮৮ :** ... প্ৰস্তাৱিত শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰ সম্পৰ্কে মুখ্যমন্ত্ৰীৰ কাৰ্যালয়ৰ পৰা অহা চিঠিৰ উত্তৰ লিখিলো। কেনেকুৱা এখন সমিতিয়ে কাম আৰম্ভ কৰিব লাগে, সেই বিষয়ে এটা টোকা তৈয়াৰ কৰিলো। এইটো এটা মহান কাম; বৰ ডাঙৰ কাম; এই পৰ্যায়ত সৰহভাগ scientific and technical মানুহ লাগে; ডাঙৰ কাম কৰি পোৱা মানুহ লাগে। সন্ধিয়া ৭ বজাত মুখ্যমন্ত্ৰী মহন্তৰ লগত এই বিষয়ে আলোচনাও কৰিলো, টোকাটোও দিলো। কামবোৰ যেন আগ বাঢ়ে, সেইবিষয়ে তৎপৰ হ'বলৈ ক'লো। মহন্তক ক'লো,—দুৰ্নীতি সম্পৰ্কে মানুহৰ তিক্ততা বাঢ়িছে। মানুহ অসন্তুষ্ট হৈছে। গৃহমন্ত্ৰীৰ লগ লাগি এই বিষয়ে ব্যৱস্থা লোৱা; নহ'লে মানুহে (স্বাৰ্থপৰখিনিৰ বাহিৰে বাকীসকলে) তোমালোকক বেয়া পাব।

**১৩.৫.৮৮ :** সঁফুৰাৰ কাম। ২৯ টা পৃষ্ঠাৰ proof চাই, ক'ত কি ভৰালে পৃষ্ঠা পূৰ হয়

আৰু মিলি যায়,—সকলো চাই দিলো। কাৰ্টুনৰ ছবি এখন আহিছিল, চাই দিলো। মাজে-মাজে এইষাৰ কথা মই মনত পেলামেই,—সঁফুৰাৰ কাৰণে মই অকলে—repeat—অকলে যিমান পৰিশ্ৰম কৰোঁ, আলোচনীখনৰ যিমান সাৱধান লওঁ, তাক মই কথাৰে প্ৰকাশ কৰিব নোৱাৰিম। অফিছত ফাইলবিলাক নাচালে কোনেও অনুমানো কৰিব নোৱাৰিব। মই প্ৰকাশকসকলক ফাইলবোৰ ৰাখি থ'বলৈ কৈছিলো, জানো—ৰাখিছেনে নাই!

**১৮.৫.৮৮ :** ...চৰকাৰৰ বিভিন্ন বিভাগত সৎ মানুহৰ frustration-অৰ উদাহৰণ দণ্ডয়ো দিলে, বৰায়ো দিলে।* নামত সাহিত্য-সাংবাদিকতা কৰা 'যশস্বী' লোকে হেনো কোটিটকীয়া অসৎ কামৰ গুৰি ধৰে!

ইমান দুশ্চিন্তা হয়। ক'ৰবালৈ গুচি যাবলৈ মন যায়। কাকো বিশ্বাস কৰিবৰ মন নাযায়। আমাকো চাগৈ কিমানে অবিশ্বাস কৰে! সকলো এৰি দি কেৱল কাগজ-কলম লৈ ভিতৰতে সোমাই থাকিম নে কি? নগদ পইচা দিব, লেখা দিম,—তেনেকুৱাকে কৰোঁ নে কি?

* শ্ৰী অমল দত্ত আৰু শ্ৰী সৰ্বানন্দ বৰা নামৰ দুগৰাকী বন্ধু আমাৰ ঘৰলৈ আহিছিল। কথা প্ৰসংগত তেখেতসকলে এইবোৰ কথা কৈ ক্ষোভ প্ৰকাশ কৰিছিল। শ্ৰীবৰা অসম চৰকাৰৰ চাকৰিয়াল আছিল। শ্ৰী দত্তই ছদ্মনামত সৰু-সৰু ল'ৰা-ছোৱালীহঁতৰ বাবে গল্প পদ্য লিখি জনপ্ৰিয়তা অৰ্জন কৰিছিল বুলি আগতেই উল্লেখ কৰিছোঁ।

**২০.৫.৮৮ :** ...১১-৫৫ ডিমাপুৰলৈ বুলি। ওৰে বাটে প্ৰান্তিকলৈ অহা গল্প আৰু দৈনন্দিন পঢ়িলো। দুজনমান লেখকৰ বৰ্ণনা ভাল পালো, কিন্তু গোটেই বস্তুটোৱে গল্প হিচাপে গঢ় নলয়; সেইটোৱেই মস্কিল।

ডিমাপুৰৰ Tourist Lodge—৬-০৫। সন্ধিয়া পৰাগ চলিহাক লগ পালো। তেখেতৰ পৰিবাৰো আহিছে। ৰাতি Bendang Ao-এ সকলোকে তেখেতৰ ঘৰত ভাত খাবলৈ মাতিলে। এইখিনি সময়ৰ ভিতৰতে পৰাগ চলিহাই ক'লে,—এজন 'সাহিত্যিক - সাংবাদিকে' বৰ্তমানে এক গভীৰ দুৰ্নীতিত লিপ্ত হৈ ৰাইজৰ মুখৰ পৰা লক্ষ-লক্ষ টকা নিজলৈ কাঢ়িছে। পৰহি এই কথাটোকে বৰাই কৈছিল। মই চলিহাক ক'লো,—আপোনালোক এম.পি,—মানে চৰকাৰ; আপোনালোকে কিয় একো নকৰে?

**২১.৫.৮৮ :** ...৮-৪৫ ছাৰামতী হোটেললৈ। নগালেণ্ডৰ মুখ্যমন্ত্ৰী হকিছে ছেমা আহিল। North East Zone Cultural Centre-অৰ ঘৰ আৰু চৌহদৰ Plan-অৰ আলোচনা। এই বিষয়ে প্ৰথমৰে পৰা মূল পৰামৰ্শ মই দি আহিছোঁ। আজি ঠাইডোখৰ চাবলৈ গ'লো। ভাল ঠাই। এখন ফাৰ্মৰ (নাম নাজানো,—Code no. 432।) design/model আমি গ্ৰহণ কৰিলো। আগতে Assessment Committee-এ দিয়া পৰামৰ্শ গ্ৰহণ কৰা হ'ল। ১-৪৫ গুৱাহাটীলৈ।...

ডিমাপুৰলৈ যাওঁতে বাটত বৰষুণৰ পানী গোট খোৱা দেখি গৈছিলো। আহোঁতে অৱস্থা বেয়া হ'ল। অনবৰত বৰষুণ দিয়েই আছে। ...বকলিয়া-ডবকাৰ মাজত ৰাস্তা খহিছে। ৰাস্তা বন্ধ। পদুমনি, হাওৰাঘাট, মুৰাঝাৰ, নীলবাগান হৈ ডবকা। ৬ বাজিল। ...হাওৰাঘাটৰ ৰাস্তাটো প্ৰায় পানীৰ তলত। বৰ কষ্ট হ'ল। ...কঠীয়াতলীত ছাইনব'ৰ্ড— ৰাস্তা বন্ধ; ৰাঙলুৰ দলংখন ভাগিছে। দুজন ল'ৰাক লগত ল'লো। কন্দলী, বৰহমপুৰেদি ঘূৰি নগাঁও। অতি বেয়া ৰাস্তা। নগাঁও পাওতে ৭-২০। ...১০-১৫ ঘৰ। কষ্টকৰ ভ্ৰমণ।*

* ভ্ৰমণৰ কষ্টকৰ কথা বুজাবলৈ নহয়; ঠাইবোৰৰ নামৰ কাৰণে এইখিনি কথা বাদ নিদিলো।

**২২.৫.৮৮ :** ...১৯৮৩ চনত শ্যুটিং কৰা ক্ষুদ্ৰ সঞ্চয়ন-বিষয়ক তথ্যচিত্ৰখনৰ কাম। মাজতে ভাত খোৱাৰ সময়ৰ বাহিৰে গোটেই সময়খিনি সেই কামতে। দুই বজাত ষ্টুডিঅ'লৈ। মলয়া, চেতনা, এওঁ (মোৰ পৰিবাৰ প্ৰীতি) আৰু নীলু চক্ৰৱৰ্তীৰ ডাবিং হ'ল। ৫ বজাত আহিলো। T.V.ত 'উমৰাওজান' ছবিখন চালো। মই এতিয়াও কওঁ,—এই ছবিৰ বাবে ৰেখাই শ্ৰেষ্ঠ অভিনেত্ৰীৰ পুৰস্কাৰ পোৱাৰ ক্ষেত্ৰত 36 Chowringhee Lane -অৰ জেনিফাৰৰ নামটো বিচাৰ্য আছিল। (সেইবাৰ মই বিচাৰক-মণ্ডলীত আছিলো। কিন্তু শেষ সিদ্ধান্তৰ আগদিনা নিতান্ত ঘৰুৱা অসুবিধাত গুচি আহিছিলো।)*

* ফলাফলৰ কি হ'লহেঁতেন ক'ব নোৱাৰোঁ; কিন্তু শেষ সিদ্ধান্তৰ সময়ত মই জেনিফাৰৰ সপক্ষে ক'লোহেঁতেন।

**২৪.৫.৮৮ :** ...পুৰণি কাগজৰ মাজৰ পৰা 'অন্ধকূপ'ৰ* কপি বিচাৰি উলিয়ালো। ছটা খণ্ডৰ কপি পালো। সাত নম্বৰটোৰ কপি নাই। মহেন্দ্ৰ বৰঠাকুৰলৈ ফোন কৰিলো। সিদিনা নীলু চক্ৰৱৰ্তীকো কৈছিলো। বৰঠাকুৰে ক'লে,—তেখেতসকলে বিচাৰিছে।

অন্ধকূপৰ কপি বিচাৰোঁতে কেইটামান পুৰণি গল্পৰ কপি পাইছোঁ; —সেইবোৰৰ কথা মই পাহৰিয়েই গৈছিলো। নামটোৰ ফালে কিছুসময় চাই থাকিও মনত পেলাব নোৱাৰোঁ— গল্পটোৰ মূল কাহিনীটো কি? এনেকুৱাকৈ কিমান লেখাৰ কপি হেৰাই গ'ল! কোনোবাই কেতিয়াবা সকলো গোটাই মোক দিব নে? কোনে দিব? কি দিব? মই নিজেই নাজানো মোক কি-কি লাগে; কিহৰ-কিহৰ কপি মই হেৰুৱালো। যোৱা দেওবাৰে নীলু চক্ৰৱৰ্তীয়ে 'মহাবীৰ' নামৰ শিশু নাটকখনৰ কপি বিচাৰিছিল। মই মহাবীৰ নামটোৱেই পাহৰি গৈছিলো। কপিটো ঘৰত নাপালো। এইবোৰ দুখৰ কথা। মোৰ বাবে অপূৰণীয় ক্ষতি।

* 'অন্ধকূপ' মই লিখা এলানি অনাতাঁৰ-নাটকৰ নাম। ইয়াৰে এটা খণ্ডৰ আলম লৈ ভ্ৰাম্যমাণ থিয়েটাৰৰ (আৱাহন) কাৰণে একে নামেৰেই এখন নাটক লিখিছিলো। তেতিয়া আকাশবাণীৰ জ্যেষ্ঠ বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰা শ্ৰী মহেন্দ্ৰ বৰঠাকুৰ নাট্যকাৰ আৰু প্ৰবন্ধলেখক, আৰু শ্ৰী নীলু চক্ৰৱৰ্তী নাট প্ৰযোজক, পৰিচালক আৰু অভিনেতা।

**১ জুন, ১৯৮৮ :** ... (কলিকতাৰ অসম ভৱনত) চাহ (মানে ব্ৰে'কফাষ্ট) খাবলৈ ডাইনিং ৰুমলৈ গ'লো। বুৰ্বক অথচ খঙাল ল'ৰা এটালৈ চাই ৰ'লো। সি কোনটো বস্তু কেনেকৈ খাব লাগে, সেইটো অইনৰ ফালে কেৰাকেৰিকৈ চাই লৈ খাই আছে; কিন্তু বয়কেইটাক ৰবাৰ্ট ক্লাইবৰ মেজাজেৰে ধমকি দিছে।

ন বজাত ...Sounwing নামৰ Scoring Theatre -অলৈ গ'লো। সৰু ঘৰ, কম ঠাই; তাতে যে কিমান সুন্দৰকৈ quality কাম কৰাৰ ব্যৱস্থা কৰিছে। একমাত্ৰ কৰ্মবিমুখতা, অকৰ্মণ্যতাৰ কাৰণে অসমৰ ষ্টুডিঅ'ত এনেকুৱা ঘটনা ঘটা নাই। লাখ-লাখ টকাৰ বস্তুতো আহিয়েই আছে! শ্ৰী কুমাৰ বানাৰ্জী (সৰোদ), নিৰ্মল বিশ্বাস (চেতাৰ, এছৰাজ, তাঁৰ চানাই), উৎপল দে (বাঁহী), তৰুণ ভট্টাচাৰ্য (চন্তুৰ), ৰানু (চাটাৰ্জী ?) (তবলা) আৰু দিলীপ ৰায় (বেহেলা)—এইসকল হ'ল বাদক। দিলীপ ৰায়ে compose আৰু conduct কৰিলে। এই সকলো কাম গুৱাহাটীত ... কৰোৱা কামৰ repetition. একমাত্ৰ কোৱালিটিৰ কাৰণে আজি মই মুঠতে প্ৰায় ৪,৪০০ (চাৰি হাজাৰ চাৰিশ) টকা ভৰিলো। এইবোৰ কথা কাক ক'ম, কোনে বুজিব ? কোনে আমাৰ musicianসকলক সংগীতৰ সাধনা কৰিবলৈ উদ্বুদ্ধ কৰিব ? কোনে তেওঁলোকক সংগীতৰ নামত এক ধৰণৰ বজৰুৱামি কৰাৰ পৰা আঁতৰাব ?...

**৭.৬.৮৮ :** ...১০-৪০ —দমদমলৈ। বাথৰুমটোৰ আয়নাখন লেতেৰা হৈ আছিল। চাফা কৰা মানুহটোৱে চাফা কৰিব বুলি বাট চাই আছিলো। আজি কি মন গ'ল,— সেইখন মচি-কাচি চাফা কৰি থৈ আহিলো।

দমদমত প্ৰফুল্ল শৰ্মা নামৰ Hoext কোম্পানিত চাকৰি কৰা ডেকা এজনক লগ পালো। ৰুচি থকা, বুদ্ধিমান ল'ৰা। তেওঁ এটা কথা ক'লে ঃ বিজ্ঞান সমিতিও সাহিত্য সভাৰ নিচিনা হৈ পৰিছে। কিয় কেৱল B. Sc., M.Sc. পাছ কৰা মানুহহে Science Societyৰ লগত জড়িত হ'ব লাগে? সামগ্ৰিক বৈজ্ঞানিক মানসিকতাৰ কাৰণে সকলো চিন্তাশীল মানুহ ইয়াৰ লগত জড়িত হ'ব লাগে। ...

**৮.৬.৮৮ :** ৫-১০। প্ৰান্তিকৰ কাম। ৯-৪৫— প্ৰান্তিকলৈ। প্ৰদীপ বৰুৱাৰ লগত আজি বহু কথা হ'ল। আলোচনীখনৰ ভৱিষ্যৎ সম্পৰ্কে, কাম কৰিবলৈ যি প্ৰেৰণা, উদ্যম আৰু শান্তি লাগে, সেইবোৰৰ উৎস সম্পৰ্কে। প্ৰান্তিকৰ এইটো স্তৰত কথাখিনি বৰ প্ৰয়োজনীয় আছিল। ...

**৯.৬.৮৮ :** ...১০-৫০—মুখ্যমন্ত্ৰীৰ অফিছত সাংস্কৃতিক উপদেষ্টা সমিতিৰ মিটিং। তালৈ গ'লো। মিটিং আৰম্ভ হ'ল ১১-৩৫ মানত। পুৱা দিলীপ মহন্ত আমাৰ ঘৰলৈ আহিছিল। তেওঁ কৈছিল, মোক যে চৰকাৰে ১.৭৫ লাখ টকা (মোৰ প্ৰাপ্য অনুদানৰ অংশ) দিলে, সেই কথা 'ফিল্ম ইণ্ডাষ্ট্ৰিৰ মানুহ'খিনিয়ে ভাল পোৱা নাই।* মই প্ৰসংগটো

মিটিঙত উত্থাপন কৰিলো। ক'লো,—মোক চৰকাৰে উপযুক্ত সময়ত ন্যূনতম প্ৰয়োজনীয় পইচাখিনি (মই পাবলগীয়া) দিয়াটো যে চৰকাৰৰ যুক্তিযুক্ত কাম হৈছিল, সেইটো মই মোৰ কামেৰে প্ৰমাণ কৰিম। সেইটো বেলেগ কথা; কিন্তু চৰকাৰে সকলোকে প্ৰাপ্যখিনি দিয়াৰ বন্দবস্ত কৰিব লাগে। ৯৯ লাখ টকা দিবলগীয়া আছে, কিন্তু চৰকাৰে আগবঢ়ায় ১০-১২ লাখ। এনেকৈ হ'লে কেনেকৈ হয়? এইবছৰ অন্ততঃ ৫০ লাখ টকা দি বোজাটো কমাওক। কথাখিনি মই জোৰ দি ক'লো। ...

* এই সম্পৰ্কে এটা টোকা মই ৭।১।৮৮ তাৰিখৰ কথাৰ লগতে লিখি থৈছোঁ।

**১১.৬.৮৮ :** ...আজি মই চানমাৰিৰ অ'ভাৰব্ৰিজৰ ওপৰেদি প্ৰথম নিজে গাড়ী চলাই আহিলো। ...

**১২.৬.৮৮ :** ...ড. লক্ষ্মীনন্দন বৰা আহিল। তেওঁ বৰ্তমানৰ শাসনত থকা কেইজনমানৰ 'টকা খোৱা'ৰ যি বৰ্ণনা দিলে, সিহঁতৰ বামুণ-শূদিৰ বিচাৰৰ যি বৰ্ণনা দিলে, সেইবোৰ শুনি মনত বৰ দুখ পালো। কাকো বিশ্বাস কৰিব নোৱাৰি, কাৰো ওপৰত ভাৰসা কৰিব নোৱাৰি। দেশখনৰ কথা, জাতিটোৰ কথা কোনেও নাভাবে!

**১৪.৬.৮৮ :** ... দুয়োখন আলোচনীৰে প্ৰায় তিনি দিনৰ কম্প'জৰ কামৰ জোখাৰে প্ৰবন্ধ-পাতি চাই থ'লো। আমাৰ চুবুৰিৰ সিটো মূৰৰ ড. ভট্টাচাৰ্যৰ ঘৰলৈ গ'লো। আজিহে তেখেতৰ লগত কথা পাতিলো। ইমান দিন একেটা চুবুৰিতে আছোঁ। বেয়া কথা। ৰশ্মিৰ অসুখৰ কাৰণে তেখেতক ঘৰলৈ মাতি আনিলো। ১৯৬১-৬২-৬৩ চনত তেখেত বিশ্ববিদ্যালয়ৰ Youth Festival-অৰ লগত জড়িত আছিল। মই সেই কামৰ দায়িত্বত আছিলো। তেখেতে Broken mirror-অৰ অভিনয়ৰ কথা মনত পেলালে। কি যে দিন আছিল সেইবোৰ! ছাত্ৰ-ছাত্ৰীৰ ... মোৰ পাৰস্পৰিক সন্মান আৰু স্নেহ যে কিমান ওপৰৰ স্তৰত আছিল!

আজি অফিছ-কাচাৰী বন্ধ। হৰিদেৱৰ তিথি। কাইলৈ আৰ্মকাই অসম বন্ধৰ আহ্বান দিছে। এনেকৈ দেশ চলেনে? ...

**১৫.৬.৮৮ :** ...অসম চৰকাৰৰ বিভিন্ন বিভাগে ডকুমেণ্টেৰি বা চুটি ফিল্ম নিৰ্মাণ কৰায়। এই কামৰ বাবে কোনো নিৰ্দিষ্ট নিয়ম-নীতি নাই; ফলত দুৰ্নীতি হৈছে, ধনৰ অপব্যয় হৈছে। যোৱা ৯ তাৰিখৰ মিটিঙৰ পাছত শিক্ষা সচিবে এখন নিয়মাৱলী খচৰা কৰি সহায় কৰাৰ কথা কৈছিল; তাকে কৰিবলৈ ল'লো। দহ বজালৈকে সেই কাম কৰিলো। ...

সন্ধিয়া টিভিয়ে খবৰ দিলে,—ঢাকাত বোলে এখন ফিল্ম ফেষ্টিভেল হ'ব;—তাত অগ্নিস্নান দেখুউৱা হ'ব।

**১৬.৬.৮৮ :** ...ফিল্ম সম্পৰ্কীয় নিয়মাৱলীৰ বাকীখিনি কাম কৰিলো। আবেলি পৰাগ

দাস আহিল। তেওঁ চাহ বাগিচাৰ মানুহখিনিৰ ৰাজনীতি সম্পৰ্কে এটা প্ৰবন্ধ লিখিব। তেওঁ পুতেকৰ অন্নপ্ৰাশনলৈ নিমন্ত্ৰণ জনালে। আবেলি অৰুণবাবুহঁত আহিব বুলি বাট চালো; নাহিল। ইভা আচাওও ঢুকাল। তেওঁৰ কথা মনত পেলালো। সেই ইন্দ্ৰপুৰী ষ্টুডিঅ'ত প্ৰথম দেখা। পিয়লিফুকন ছবিৰ শ্বুটিঙৰ সময়ত। তাৰ পাছত শিৱসাগৰ কলেজত ছাত্ৰী হিচাপে। পাছত গুৱাহাটীত 'এজাক জোনাকীৰ জিলমিল' নাটক মঞ্চস্থ কৰোঁতে। ইভা সঁচাকৈয়ে এছোৱা সময়ৰ বাবে বৰ প্ৰয়োজনীয় অভিনেত্ৰী আছিল। তেওঁৰ প্ৰতিভা আছিল; কিন্তু তেওঁক শিল্পী কৰি তুলিব পৰা মানুহৰ হাতত তেওঁ নপৰিছিল।

**১৮.৬.৮৮ :** ...ষ্টুডিঅ'লৈ দুযোৰ মানুহ আহিল, বেলেগ-বেলেগ সময়ত। দুয়োযোৰৰে অনুৰোধ—তেখেতসকলৰ একোটা কামৰ কাৰণে মই অমুকক "কৈ দিব লাগে।" কি আচৰিত! মই কৈ দিবলৈ কোন?*

* সেই সময়ত ভালেমান মানুহৰ—মোৰ লগত চৰকাৰৰ শীৰ্ষস্থানীয় লোকসকলৰ সম্পৰ্ক ভাল বুলি এটা ধাৰণা আছিল, আৰু ভালেমান লোকে ভাবিছিল,—মই অমুকক এষাৰ কৈ দিলেই তেওঁলোকৰ কামটো হৈ যাব। এইসকলৰ মাজত উচ্চ পৰ্যায়ৰ চাকৰিৰ পৰা অৱসৰ পোৱা, অসম লোকসেৱা আয়োগৰ সদস্য পদৰ বাবে হাবিলাস থকা লোকো আছিল। তেখেতসকলৰ সেই ধাৰণা মোৰ বাবে অপমানজনক আছিল। তেখেতসকলৰ অনুৰোধৰ কথা মই মনতে ৰাখি থৈছিলো; কাকো কেতিয়াও নকৈছিলো।

**২০.৬.৮৮ :** ...অমল দত্ত আহিল। তেওঁ ক'লে,—লিখা-মেলাৰ কাৰণে inspiration-অৰ দৰকাৰ। মই ক'লো,—প্ৰকৃত ভাল কামৰ কাৰণে আন্তৰিক inspiration দিয়া মানুহৰ বৰ অভাৱ। মই আজিকালি self inspiration generate কৰিবলৈ লৈছোঁ, আৰু determination-অৰ ওপৰত বেছি জোৰ দিবলৈ লৈছোঁ। অমুকটো ভাল কাম; —গতিকে কৰিমেই; কৰিবলৈ চেষ্টা কৰিমেই।

**২৩.৬.৮৮ :** ...দুই বজাৰ পৰা Town Planner দেব নাথৰ অফিছত মিটিং। দিল্লীৰ প্ৰগতি ময়দানত অসমৰ পেভিলিয়নটো স্থায়ীকৈ সজাৰ ব্যৱস্থা হৈছে। যুগল চৌধুৰীয়ে* model দিছে। চৰকাৰে এখন কমিটি পাতিছে,—মডেলকেইটা চাই সিদ্ধান্ত ল'বলৈ। মোকো সেই সমিতিৰ সদস্য পাতিছে। ড. মহেশ্বৰ নেওগ ছাৰ আহিল, যুগল চৌধুৰী আহিল। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য নাহিল; তেখেতৰ মামীয়েক ঢুকাইছে। মই তিনিটা মডেলৰ ভিতৰত মোৰ পছন্দৰ কথা ক'লো। সেই মডেলটোকে সকলোৱে ভাল হ'ব বুলি ক'লে।

* যুগল চৌধুৰী গোৱালপাৰাৰ মানুহ আছিল। তেখেতে দিল্লীতে থাকিবলৈ লৈছিল আৰু আৰ্কিটেক্ট হিচাপে দেশজোৰা খ্যাতি অৰ্জন কৰিছিল।

**২৪.৬.৮৮ :** ...সঁফুৰাৰ কাম। কালি ললিত কলিতাই পদ্য কম হ'ব বুলি ক'লে। মই জানো। কিন্তু হাতত ভাল পদ্য নাই। কৰবী বৰুৱা নামৰ স্কুলীয়া ছোৱালী এজনীয়ে ছবি এখন আঁকি পঠাইছিল। ছপা কৰাম বুলি (ছবি হিচাপে) ব্লক কৰাই থৈছিলো। সেইখনৰ লগত মিলাকৈ পদ্য এটা (মাকে জীয়েকৰ ওকণি চোৱা সম্পৰ্কীয়) লিখিলো। আৰু এটা চাৰি শাৰীৰ পদ্য লিখিলো। এনেকৈ জোৰা নামাৰিলে নহয়। আধাঘণ্টাত দুটা পদ্য!

**২৭.৬.৮৮ :** ...ৰঞ্জিতা বিশ্বাসে* সুধিছিল,—আপোনাৰ ফিল্ম, গল্প, উপন্যাসত নাৰীৰ ওপৰত গুৰুত্ব বেছি কিয়? মই ক'লো,—মই মানুহৰ কোনো ভাগ-বিভাগ (খৃষ্টান-হিন্দু, বগা-ক'লা, অসমীয়া-বঙালী, বামুণ-শূদিৰ আদি) নামানো। মানো দুটা ভাগ—পুৰুষ আৰু নাৰী। আচৰিত কথা,—এই দুটা ভাগৰ মাজত প্ৰবল আকৰ্ষণ আছে। এই দুটাৰ মাজত সমস্যাৰ সৃষ্টি হয়; বহু সমস্যাত যিটো ভাগ দুৰ্বল বুলি পৰিগণিত হয়, সেই ভাগটোৰ প্ৰতি মোৰ বোধকৰোঁ লক্ষ্য বেছি।

* ৰঞ্জিতা বিশ্বাস সংবাদসেৱা, প্ৰবন্ধ-পাতি লিখা আৰু অনুবাদ কৰা কামৰ লগত জড়িত হৈ আছে। মোৰ 'শৃংখল' নামৰ গল্প সংকলনখন এওঁ ইংৰাজীলৈ অনুবাদ কৰিছে, আৰু ইংৰাজী সংস্কৰণটো সাহিত্য একাডেমিয়ে প্ৰকাশ কৰিছে। এওঁ তেজপুৰৰ অসমীয়া ছোৱালী; বিবাহসূত্ৰে বিশ্বাস উপাধি লৈছে।

**২৮.৬.৮৮ :** ... চৰকাৰে Adult Education Dept.-অৰ কাৰণে—এখন কমিটি পাতি দিছে। উদ্দেশ্য— সেই বিভাগটোৱে যি ফিল্ম কিনিব, তাৰ দাম ঠিক কৰি দিয়া। (to finalise prices)। মোক তাৰ সদস্য পাতিছে। কাইলৈ সেই সমিতিৰ মিটিং বুলি আজি চিঠি পালো। লগে-লগে উত্তৰ লিখিলো,— মই নিজে চৰকাৰৰ বিভিন্ন বিভাগত মোৰ ছবিকেইখনৰ 16 mm. print বিক্ৰি কৰা কামৰ লগত জড়িত। গতিকে মই সেই সভাৰ লগত জড়িত হোৱাটো যুক্তিযুক্ত কাম নহয়।

প্ৰান্তিকৰ লেখক-লেখিকাসকললৈ (প্ৰবন্ধ পোৱাৰ পাছত) দিবলগীয়া চিঠি দুখনৰ খচৰা কৰিলো। ...

**৫ জুলাই, ১৯৮৮ :** আবেলি ষ্টুডিঅ'লৈ গ'লো। চাকৰি কৰা আৰু 'কাম কৰা'ৰ পাৰ্থক্য বৰ ডাঙৰ। আন্তৰিকতাৰে কাম কৰা এজন মানুহৰ সান্নিধ্যলৈ আহিবলৈ পালেও মনটো আনন্দৰে ভৰি যায়। আৰু চাৰিওফালে যেতিয়া কেৱল পইচাৰ ধান্দাত ফাং-ফুং কৰি ফুৰা মানুহবোৰ দেখোঁ, তেতিয়া মনটো মৰি যায়। সকলোৰে পৰা আঁতৰি ভিতৰ সোমাই থাকিবলৈ মন যায়।

গল্প এটা সম্পাদনা কৰোঁতে মনত পৰিল, —ঝাৰু শব্দটো অসমীয়া শব্দ বুলি ব্যৱহাৰ কৰিব লাগিব। শোটা শব্দটোৱে সকলো ছবি পৰিষ্কাৰ কৰিব নোৱাৰি।

৮.৭.৮৮ : ...ভাৰতৰ আটাইতকৈ বেছি ধন উপাৰ্জন কৰা ফিল্ম কেইখনৰ ভিতৰত 'শোলে'ও এখন। এদিন এই ফিল্মখন চাবলৈ জিণ্টিক লগত লৈ আহিছিলো। সেই জালুকবাৰীত থাকোঁতেই। তেতিয়া ফিল্মখন গুৱাহাটীত চলা বহুদিন হৈ গৈছে। পিছে মানুহ এটাই মোক টিকেট কিনি সহায় কৰি দিওঁ বুলি পইচাখিনি লৈ গ'ল; আৰু উভতি নাহিল। সি মোক ঠগিলে। শোলে চাবলৈ নাপালো। উপায় নাপাই সেইদিনা 'কভী-কভী' চাইছিলো। জিণ্টিয়ে ওচৰৰ দোকানখনৰ পৰা video cassette এটা অনাৰ কথা ক'লে। মই ক'লো,—অইন ভাল ফিল্ম নাপালে—'শোলে'খন আনিবা। আনিলে। ...চালো। বুজিলো,—ছবিখন কিয় ইমান বিখ্যাত।

১১.৭.৮৮ : ...(ডিমাপুৰলৈ ওলাইছোঁ।) বাটত গাড়ী ৰখাই DIG হৰেকৃষ্ণ ডেকালৈ ফোন কৰিলো—ABSUৱে এশঘণ্টীয়া বন্ধ দিয়াৰ বাবে গুৱাহাটী-তেজপুৰ বাটেদি গাড়ী লৈ যাব পাৰিম নে?* তেওঁ ক'লে, ৰৌতা-ওৰাঙৰ ওচৰত অসুবিধা হ'ব পাৰে। মঙলদৈৰ S.P.ক লগ ধৰি escort লৈ যাব। মঙলদৈত S.P. ৰ লগত (থানাত উপস্থিত হৈ) যোগাযোগ কৰিব নোৱাৰিলো। D.C. ভূপেন বৰুৱাই এখন চিঠি লিখি দিলে। সেইখন ৰৌতাত পুলিছক দিলো। তেওঁলোক অন্য গাড়ী কেইখনমানৰ লগে-লগে যাবলৈ ক'লে। একো অসুবিধা নোহোৱাকৈ সেইখিনি পাৰ হৈ গ'লো। আচলতে বন্ধৰ কোনো চিনেই নাই। ...

* বানপানীয়ে নগাঁৱেদি যোৱা ৰাস্তা ডুবাই থৈছে।

১২.৭.৮৮ : ...ডিমাপুৰলৈ বুলি যোৰহাট এৰিলো। দেৰগাঁও-গোলাঘাট-ডিমাপুৰ। এই বাটেদি কেতিয়াও অহা নাই। ঢেকীয়াল আদি ঠাইবোৰ ভাল লাগিল। মানুহ-দুনুহ, ঘৰ-দুৱাৰ আদি। আটাইতকৈ লাভ হ'ল— নামবৰ হাবিৰ মাজেদি যাবলৈ পালো। নামটো শুনি আছিলো; হাবিখনৰ কথা বহুত শুনিছিলো, আজি দেখি ভাল লাগিল। .. মাজতে কাৰবি আংলঙত no state no rest আদি শ্ল'গানৰ আখৰবোৰ দেখোঁতে মনটো গম্ভীৰ হৈ গৈছিল। একেটা ভ্ৰমণতে লক্ষ্য কৰিলো—এমূৰে বড়োসকলৰ আন্দোলন, ইমূৰে কাৰবিসকলৰ!

১৪.৭.৮৮ : Director (Scecondary Education, Assam)-এ ১৫খন কিতাপ পঢ়িবলৈ দিছিল। 'জ্ঞানশ্ৰী' বঁটাৰ বাবে শ্ৰেষ্ঠ কিতাপ বাছিবলৈ।* কিতাপখিনি পঢ়া হৈ গৈছিল। আজি আকৌ পাত লুটিয়াই মনত পেলালো। টোকা এটা লিখিলো। ...

* অসম চৰকাৰৰ শিক্ষা বিভাগে 'জ্ঞানশ্ৰী' নামে এটা বঁটা প্ৰবৰ্তন কৰাৰ আঁচনি হাতত লৈছিল। পাছলৈ আঁচনিখনৰ কি হ'ল গম নাপালো।

১৫.৭.৮৮ : ...এডুকেশ্যন ছেক্ৰেটেৰিয়ে কোৱা 'Cultural status paper' খনৰ কাম।* পইণ্টবোৰ চিজিল লগাই থৈছিলো; এতিয়া লিখিবলৈ ল'লো। সংশ্লিষ্ট চৰকাৰী-বেচৰকাৰী দিহা-পৰামৰ্শ থকা কাগজবোৰ গোটাই ল'লো। এইবোৰ টান কাম; কিন্তু এখন ৰাজ্যৰ

কাৰণে, গোটেই ভৱিষ্যৎটোৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ কাম। গতিকে মন দি কৰাটো প্ৰয়োজনীয়। ৰাতি চাৰে ন বজালৈকে এই কামটোতে লাগি থাকিলো।

* জুন মাহৰ ২৯ তাৰিখে অসম চৰকাৰৰ শিক্ষা বিভাগৰ সচিবে অসমৰ সাংস্কৃতিক দিশৰ এখন status paper যুগুত কৰি দিবলৈ অনুৰোধ কৰিছিল।

**১৮.৭.৮৮ :** ৫-১০। ঘৰৰ কাম। সঁফুৰাৰ কাম। সাংস্কৃতিক আঁচনিৰ শেষপৃষ্ঠা দুটা লিখিলো। ৯-২০—ওলাই গ'লো। সেইখিনি photostate কৰিলো। ৯-৩০—Education Secretary ৰ অফিছ। তেখেত আছে। কাগজখিনি দিলো। (মূল পাণ্ডুলিপিকে দিলো)। বাতৰি-কাকতত ওলোৱা কথাটো ভট্টাচাৰ্যক ক'লো। * —মই ইমান পৰিষ্কাৰকৈ বাৰে-বাৰে কৈছিলো,—এইখন ৰাজ্যৰ মানুহৰ,—বৰ মানুহৰ মতি-গতি বুজি কাম কৰিব; মোক সহায় কৰি মোকেই অসুবিধাত নেপেলাব; এতিয়া মোৰ কথা কেনেকৈ ফলিয়ালে দেখিলে? ভট্টাচাৰ্যই বাৰে-বাৰে ক'লে—আপুনি এইবোৰ কথাত নধৰিব; মনৰ পৰা এইবোৰ কথা বিসৰ্জন দিয়ক।

* মোক চৰকাৰে চলচ্চিত্ৰৰ আমোদ কৰৰ ধন কিছু আদায় দিয়াৰ কথাটোত কিছু লোকে আপত্তি কৰিছিল, আৰু বাতৰিকাকতত সেইবোৰ কথা প্ৰকাশ পাইছিল।

**১৯.৭.৮৮ :** ... দুখন কিতাপৰ পাত লুটিয়াই শেষত গল্প এটা বাছি উলিয়ালো। তিব্বতৰ সাধু। সঁফুৰাৰ কাৰণে সেইটোক চিত্ৰ-কাহিনীৰ ৰূপ দিলো। এইটো এটা ফিল্মৰ নিচিনাই কাম। কম ঠাইতে, বুজাকৈ, interestingকৈ গল্পটো ছবিৰে প্ৰকাশ কৰিব লাগে। ড. উইলমেনে (মোৰ গাইডে) কোৱা কথা, — ABC,-Accuracy, Brevity আৰু Clarity,—থিছিছ লিখাৰ কাৰণে বৰ প্ৰয়োজনীয় বস্তু।*

* Dr. Harry Wilman লণ্ডনৰ ইম্পিৰিয়েল কলেজত মোৰ গৱেষণা-কাৰ্যৰ তত্ত্বাৱধায়ক-শিক্ষক আছিল। তেখেতৰ ABC সম্পৰ্কীয় পৰামৰ্শটোক মই সদায় গুৰুত্ব দিবলৈ চেষ্টা কৰোঁ।

**২৩.৭.৮৮ :** ... ৭ বজাত শ্বিলঙলৈ NECৰ Cultural Advisory Bodyৰ প্ৰথম মিটিং। অৰুণাচল প্ৰদেশ বিল্ডিঙত। প্ৰায় একে ধৰণৰেই মিটিং। কাম কিমান হয় দ্বিতীয় মিটিঙতহে বুজিব পাৰিম।* উদ্দেশ্য,—লোকগীত, নাটক, নৃত্য আদি সংৰক্ষণ আৰু propagate কৰা। মই ক'লো;—কামটো exactly কেনেকৈ আৰম্ভ কৰা হ'ব,—কেনেকৈ কৰা হ'ব সেইবোৰ ঠিক কৰিব লাগে।

* পাছলৈ এই Boardখনৰ কি হ'ল গম নাপালো।

**২৬.৭.৮৮ :** ... বেংকলৈ গ'লো। ...তাতে বানেশ্বৰ শইকীয়াক লগ পালো।* তেওঁ

ৰাজ্যখনৰ কথা উলিয়ালে। বহুপৰ থিয় হৈ কথা পাতিলো। অসমীয়া জাতি বুলি যিখিনি মানুহৰ কথা ভাবি আছোঁ, আছিলো, তেওঁলোকৰ বিভিন্ন গোষ্ঠীৰ আচৰণ সম্বন্ধে আলোচনা। আমি কিতাপ হাতত লোৱাৰে পৰা আহোম শাসনৰ কথা, বীৰ-বীৰাংগনাৰ কথা মোৰ আই-বোপাইৰ কথা বুলিয়েই গ্ৰহণ কৰি আহিছোঁ। আহোম শব্দটোৰ বাহিৰে সেইসকল লোক আৰু মোৰ মাজত কিবা পাৰ্থক্যৰ বস্তু আছে বুলি কল্পনা কৰা নাছিলো। কিন্তু আজি,—বানেশ্বৰ শইকীয়াই কোৱা মতে,—মানুহৰ মনবোৰ কি হৈছে? ...

* বানেশ্বৰ শইকীয়া নগাঁও গবৰ্নমেণ্ট হাইস্কুলত মোৰ সহপাঠী আছিল। পাছলৈ তেওঁ ৰিভলিউশ্যনেৰি কমিউনিষ্ট পাৰ্টি অৱ ইণ্ডিয়াৰ নেতৃস্থানীয় অৱস্থানত থাকি ৰাজনৈতিক কাম কৰিবলৈ লৈছিল। তেওঁ নগাঁৱৰ আনন্দৰাম ঢেকিয়াল ফুকন কলেজৰ অৰ্থনীতি বিভাগৰ অধ্যাপক আছিল, আৰু এবাৰ অসম বিধান সভাৰ সদস্য হৈছিল।

**২৭.৭.৮৮ :** ...শ্ৰী গিৰিজা দাসে* আবেলি চাৰি বজাৰ মিটিঙলৈ যাবলৈ অনুৰোধ কৰিবলৈ, আৰু Film Policyৰ বিষয়ে কিমান দূৰ কি হ'ল জানিবলৈ ফোন কৰিছিল। ...মই ক'লো,—মিটিঙলৈ মই যাব নোৱাৰিম। ... আৰু ফিল্ম পলিছি সম্পৰ্কে,—মই সম্পূৰ্ণভাৱে এইবোৰৰ পৰা dissociate কৰিব খোজোঁ। যিবোৰ মানুহৰ শিক্ষা-সভ্যতাই দিয়া পাৰস্পৰিক শ্ৰদ্ধাৰ ভাবকণেই নাই, সেইবোৰ মানুহৰ পৰা মই আঁতৰত থাকিব খোজোঁ। কিবা ক'বলগীয়া থাকিলে মই লিখিতভাৱে ক'ম।

যোৱা ১৫ দিনৰ কাণ্ড-কাৰখানা কিছুমানৰ ফলস্বৰূপে মোৰ কথাত উত্তেজনা পৰিষ্কাৰ হ'ল।

* এখেত তেতিয়া অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক আছিল।

**২৮.৭.৮৮ :** ... এজন গল্পলেখকৰ সন্ধান পালো যেন লাগিছে। বিশ্বজিত দাস (গুৱাজুলী)। 'চিনি পোৱা নাই বাপেকে!' গল্পটো ভাল পালো। এওঁক সঁফুৰাৰ লেখক হিচাপে কাগজ-পাতিৰ জৰিয়তে চিনি পাওঁ। এই প্ৰথম দুটা গল্প পঢ়িলো। এটা (নীলাম্বৰ) ভাল নাপালো। ইটো ভাল। ভাল মানে,—এটা গল্প পঢ়িলে যে "এজন লেখক ওলাব" বুলি আনন্দৰ ভাব এটা হয়, তেনেকুৱা ভাল।

**২৯.৭.৮৮ :** এখন চিঠি পালো—শিল্পীক পেনছন দিয়াৰ বাবে চৰকাৰে এখন কমিটি পাতিছে। তিনিজনীয়া।ময়ো এজন। চিঠিখন পাই মই ঠিক কৰিছোঁ,—এইবোৰ কামত মই জড়িত নহওঁ। কাৰণ কিছুমান মানুহৰ honesy, integrity সম্পৰ্কে মোৰ ভাল ধাৰণা নাই। মোৰ সময়ো নাই। মই সম্পূৰ্ণ গুণ আৰু অৱস্থাৰ ওপৰত ভেটি কৰি কোনে পেনছন পাব লাগে সেইটো বিচাৰ কৰিম। কিন্তু অইন সকলোৱে সেইটো কৰিব বুলি বিশ্বাস কৰাৰ মোৰ উপায় নাই। মই সমালোচনাৰ ভাগী হ'ব নোৱাৰোঁ।

**৩০.৭.৮৮ :** ...চৰকাৰে 'Artiste Pension' দিয়াৰ বাবে (দৰখাস্ত scrutinity কৰিবলৈ!) Expert Committee এখন পাতিছে। তিনিজন সদস্য,—সচিব, সাংস্কৃতিক সঞ্চালক আৰু মই। মই এই পদ গ্ৰহণ কৰিব নোৱাৰোঁ বুলি চিঠি লিখিলো। ...

**৩১.৭.৮৮ :** ... জ্যোতি-চিত্ৰবনৰ কাম। ফিল্মৰ লগত জড়িত সমস্যাসমূহৰ বিষয়ে পৰামৰ্শ-কাকতখন লিখি সম্পূৰ্ণ কৰিলো। আজি দিনটো বৰ গৰম। মেজত বহি কাম কৰিবলৈ মন নোযোৱা ধৰণৰ। পাছবেলা কাম নকৰিলো। T.V.ত ছিনেমা চালো। 'মাটিৰ মানুষ' (ওড়িয়া)।

**১ আগষ্ট, ১৯৮৮ :** ...১০-৫০—Director, Secondary Education-অৰ অফিছলৈ। ১১ বজাত 'জ্ঞানশ্ৰী' বঁটাৰ সভা। তিলক হাজৰিকা আহিল। লীলা গগৈ নাহিল। মই ক'লো,—নিয়মাৱলী নোহোৱাকৈ, এটা শুদ্ধ procedure নোহোৱাকৈ বঁটা এটা দিব নাপায়। বিশেষকৈ ৰাজ্যিক পৰ্যায়ৰ, চৰকাৰী বঁটাৰ ক্ষেত্ৰত বিধি-বিধান সুস্পষ্ট হ'ব লাগে। আমিযে কিতাপবোৰ পঢ়িলো, সেইবোৰ কোন চনৰ বঁটাৰ বাবে? এজনে ফাইল চাই ক'লে, ১৯৮৬ চনৰ বাবে। সুধিলো,—আমালৈ পঠোৱা কিতাপবোৰ কোন চনত প্ৰকাশিত? তেতিয়া, আমাক বহুৱাই থৈ তেওঁলোক চন চোৱাত লাগিল। ৪০ খনমানৰ ভিতৰত মাত্ৰ ৯ খনহে ১৯৮৬ চনৰ বুলি পোৱা গ'ল। সুধিলো,—এই নখন শিক্ষকে লিখা হয়নে? তেতিয়াহে checking আৰম্ভ হ'ল। ক'লো,—এইবোৰ আগতে চিজিল কৰক। ...

**২.৮.৮৮ :** ...নাটক লিখা আৰম্ভ কৰিলো। এইখন নাটকৰ ...কালিৰপৰা ৰিহাৰ্ছেল হোৱাৰ কথা আছিল। সময় উলিয়াওঁ ক'ৰ পৰা? ১১ বজাত ষ্টুডিঅ'। অনিল বৰুৱাৰ লগত ছিনেমা হলৰ কাৰণে মাটি চাবলৈ গ'লো। হেঙেৰাবাৰীৰ সিফালে। আজি সেয়া পথাৰ; কিন্তু দহ বছৰৰ পাছত সেয়া পথাৰ হৈ নাথাকিব। বৰুৱাক ক'লো,— এয়া দেখাত আমাৰ কাৰণে একেবাৰে অনুপযোগী মাটি; কিন্তু আমি অন্যান্য কাম আগ বঢ়াবলৈ এইখিনি লৈ লওঁ। পাছত প্ৰয়োজন হ'লে ঠাই সলনি কৰিম।*

কৃষ্ণ ৰয় আহিছিল নাটকৰ খবৰ ল'বলৈ। মই ক'লো,—অইন কেইখন নাটকৰ কাম আগবঢ়োৱা। শেষৰ দহদিন মোৰখনৰ কাৰণে থোৱা। পাছবেলা নাটকৰ কাম। ৰাতি প্ৰান্তিকৰ কাম।

* অসম ৰাজ্যিক চলচ্চিত্ৰ (বিত্ত আৰু উন্নয়ন) নিগমৰ ফালৰ পৰা গুৱাহাটীত এটা চলচ্চিত্ৰ কেন্দ্ৰ প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে আমি এডোখৰ মাটি লোৱাৰ কথা ভাবিছিলো।

**৪.৮.৮৮ :** ...পাছবেলা (৩-২৫) ষ্টুডিঅ'লৈ। ঈশান বৰুৱা, জনছ মহলীয়া আৰু অনিল বৰুৱা,—ফিল্ম সম্পৰ্কীয় কথাখিনি শাৰীয়ে-শাৰীয়ে পঢ়ি, কাগজখিনিত সকলোৱে চহী কৰিলো। ...আজি চৰকাৰৰ চিঠি (notice) এখনৰ কপি পালো,—শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ কমিটিখনৰ Member Secretary সলনি কৰিছে!

**৫.৮.৮৮ :** ৫-১৫। ঘৰৰ কাম। সঁফুৰাৰ কাম। প্ৰান্তিকৰ কাম। নাটকৰ কাম। Assam Integration Councilখন নতুনকৈ গঠন কৰা হৈছে। মোক 'সম্পাদক, প্ৰান্তিক' হিচাপে সেইখনৰ সদস্য কৰা চিঠি এখন পালো। মই প্ৰান্তিকৰ সম্পাদক নহওঁ; সম্পাদক প্ৰদীপ বৰুৱাহে বুলি চিঠি এখন লিখিলো। মোক সেই সমিতিৰ পৰা বাদ দিবলৈ ক'লো।

শতকৰা ৮০ ভাগ মানুহে এই ভুলটো (মুখ্য সম্পাদক, সম্পাদক) কৰে। মোৰ আচল কথাটো হৈছে, —প্ৰদীপ বৰুৱা সম্পাদক,—এই কথাটো মানুহে মন নকৰে কিয়? লিখা-মেলাৰ ক্ষেত্ৰত মোৰ অলপ নাম-যশ আছে কাৰণেই মানুহে এই ভুলটো কৰি থাকিবনে?

**৬.৮.৮৮ :** ...সঁফুৰাৰ কাম। 'উপন্যাস' লিখিবলৈ আৰম্ভ কৰিছোঁ। ভূমিকম্প আহিল। ৬-০৫ মান বজাত। শেষ নহয় হে নহয়! প্ৰায় দুই মিনিট। ১৯৫০ চনৰ পাছত এইটো আটাইতকৈ ডাঙৰ ভূমিকম্প।...

... দিনটো অকণো জিৰণি নোহোৱাকৈ পাৰ হ'ল।

**৮.৮.৮৮ :** ...৯-৩০—এমেৰিকান কনছুলেটলৈ গ'লো। নেকিব আহমেদক* লগ ধৰি জিণ্টিয়ে সুধিবলৈ দিয়া কথাখিনি সুধিলো। আমেৰিকাত ডাক্তৰীৰ উচ্চ শিক্ষাৰ বিষয়ে। এজন বিষয়াৰ সহায়ত বহু কথা জানিলো।* ... ২ বজাত 'নন্দন'।* Censor Board-অৰ সদস্য চাৰিজন অহাৰ পাছত প্ৰায় ৩ বজাত screening আৰম্ভ হ'ল। পিছৰ এচুকত বহি আমিও চালো। শেষত সদস্যসকলে ছবিখন বৰ ভাল বুলি শলাগিলে। কিন্তু তেওঁলোকে মাজে-মাজে কথা পাতি থকাটো মই বেয়া পাইছিলো। (Censor Board-অৰ সদস্য, গতিকে কথা পাতিবই।)

* এসময়ৰ আকাশবাণীৰ বাতৰি-পঢ়োঁতা আৰু সাংবাদিক নেকিব আহমেদ তেতিয়া কলকাতাৰ আমেৰিকান কনছুলেটৰ বিষয়া আছিল।
* আমাৰ ছোৱালী জিণ্টি (সংগীতা) তাইৰ বিয়াৰ পাছত ১৯৯১ চনত বিদেশলৈ গৈছিল; কিন্তু বিদেশত পঢ়াৰ আয়োজন তাই আগৰে পৰা কৰি আছিল।
* 'নন্দন' পশ্চিমবংগ চৰকাৰৰ চলচ্চিত্ৰ-কেন্দ্ৰ। তাত আমাৰ 'কোলাহল' চলচ্চিত্ৰখন ছেন্সৰৰ বাবে দেখুউৱা হৈছিল।

**৯.৮.৮৮ :** ...কল্পনা লাজমীৰ হৈ মিণ্টু সেনগুপ্ত নামৰ এজনে ফোন কৰিলে,—তেওঁলোকক T.V. ছিৰিয়েলৰ কাৰণে মই লিখা 'চকীদাৰ' গল্পটো লাগে। তেওঁ অসম ভৱনলৈ আহি এখন চিঠিও লিখি থৈ গৈছিল। গল্পটোৰ নাম 'পহৰাদাৰ' বুলি লিখিছিল। মই আচৰিত হৈছিলো। ফোনতহে গম পালো,—তেওঁ 'চকীদাৰ'ৰ কথা কৈছে। মই ফোনত অসন্তুষ্টি প্ৰকাশ কৰিলো।*

* গল্পটোৰ নামটোকে শুদ্ধকৈ নজনাৰ কাৰণে।

**১২.৮.৮৮ :** ...আজি মাজতে হঠাতে মনত পৰিল, জালুকবাৰীৰ ঘৰটো (৫৪ নম্বৰ)* এৰি

আহিবৰ দিনা যে গোটেই ঘৰটো চাফা কৰিছিলো! সাৰিছিলো! —অলপমান পাছতে যেন কোনোবা আহিবহে,—তেনেকৈ—চৌবাচ্চাটোত যে এক চৌবাচ্চা পানী ধৰি থৈ আহিছিলো!

* চৌৱন নম্বৰ ঘৰটোত আমি প্ৰায় দহ বছৰ আছিলো। ঘৰটো সাধ্য অনুসৰি মনৰ জোখাৰে সজাই লৈছিলো। সেইটো ঘৰতে আমাৰ প্ৰথমখন চলচ্চিত্ৰ 'সন্ধ্যাৰাগ'ৰ ভালেমান দৃশ্যৰ শ্বুটিং কৰিছিলো। মোৰ বিশ্ববিদ্যালয়-জীৱন, ব্যক্তিগত আৰু সাংসাৰিক জীৱনৰ বাবেও ঘৰটো গুৰুত্বপূৰ্ণ আছিল। ঘৰটো এৰি আহিবৰ সময়ত বৰ বেয়া লাগিছিল। শূন্য ঘৰটোত কথা কওঁতে যে এটা গুমগুমনি উঠিছিল, সেই গুমগুমনিটো আজিও শুনা যেন লাগে।

**১৩.৮.৮৮ :** ...নাটক লিখাৰ কাম। গোটেই দিনটো। মাজতে ১৫ মিনিটমান 'অৰ্থ' নামৰ ছবিখন চালো। (V.C.R.-অত)

হঠাতে মনত পৰিছে,*—ৰেডিঅ'ত যে মই প্ৰথমে 'নগৰে-চহৰে' আৰম্ভ কৰিছিলো! প্ৰথমতে গুৱাহাটীৰ বিষয়ে কৰিছিলো। আৰতি বৈৰাগীৰ বায়েক জ্যোতি বৈৰাগী আৰু মই যে টেইপ ৰেকৰ্ডাৰ লৈ ঘূৰি ফুৰিছিলো! জজ খেল পথাৰৰ চুকৰ ঘৰটোত যে ৰাধা গোবিন্দ বৰুৱাৰ ইণ্টাৰভিউ লৈছিলো!

* কিবা কাৰণত সেইকেইদিন মাজে-মাজে আগৰ কথা কিছুমান মনত পৰিছিল। বৃটিছ ব্ৰডকাষ্টিং কৰপ'ৰেশ্যনে প্ৰচাৰ কৰা এটা অনুষ্ঠানে মোক (বিদেশত থাকোঁতে) বৰ আকৰ্ষণ কৰিছিল। সেই অনুষ্ঠানকে আৰ্হি হিচাপে লৈ আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ পৰা 'নগৰে-চহৰে' নামৰ এটা অনুষ্ঠান প্ৰচাৰৰ ব্যৱস্থা কৰিছিলো। গুৱাহাটী আৰু নগাঁৱৰ আলেখ্য দুখন আকাশবাণীৰ প্ৰযোজকৰ সহায়ত মই প্ৰস্তুত কৰিছিলো। আৰতি বৈৰাগী (আৰতি দাস বৈৰাগী) আকাশবাণীৰ বিষয়া আৰু লেখিকা।

**১৫.৮.৮৮ :** নাটক লিখিছোঁ। ...

...সন্ধিয়া ৬-৩০ বজাত সঁফুৰাৰ কামত ধৰিলো। (নাটক ৪৫ পৃষ্ঠাত এৰিলো।) সঁফুৰাৰ কিছু কাম কৰি প্ৰান্তিকৰ কামত ধৰিলো। ১০-৩০ মেজৰ পৰা উঠিলো। আজি মেজৰ কাম কৰোঁতে-কৰোঁতে মূৰ বেয়া লাগি গৈছে।

**১৬.৮.৮৮ :** ...ঠিক ন বজাত আবাহন থিয়েটাৰৰ চৌহদ পালোগৈ। পোনে-পোনে ৰিহাৰ্ছেলত বহিলো। তেতিয়া শ্ৰীবৎস-চিন্তা নাটকৰ ৰিহাৰ্ছেল হৈ আছিল। কোনে কেনে অভিনয় কৰে বুজি ল'লো। ১০-৩০ বজাৰ পৰা মোৰ নাটকখনৰ (৪৫ পৃষ্ঠা লিখা হৈছে।) ৰিহাৰ্ছেল আৰম্ভ কৰিলো। ১-৪৫—ভাত খাবলৈ আহিলো। চাৰি বজাৰ পৰা আকৌ ৰিহাৰ্ছেল। ১০-১৫ বজাত ভাত খাবলৈ আহিলো। ...

**১৭.৮.৮৮ :** ৫-৩০। গুৱাহাটীলৈ যাবলৈ সাজু হ'লো। ৬-১৫ যাত্ৰা আৰম্ভ। লগত কৃষ্ণ ৰয়। ৯-১৫ ঘৰ। গা ধুয়েই মেজত বহিলো। প্ৰান্তিকৰ কাম। বিশ্বপৰিক্ৰমা সম্পাদনা কৰিলো। ...

১০-৪৫ প্ৰান্তিক। ১১-১৫—আকাশবাণী। ড. দীপালী দত্ত আৰু মাণিক বৰঠাকুৰৰ লগত drugs সম্পৰ্কে আলোচনা। (নবীন শইকীয়াক* বহুত অনুৰোধ কৰিছিলো,—আগতে পাৰিম বুলি কৈছিলো যদিও মোক ৰেহাই দিয়ক। কাম বহুত বেছি। সময়ৰ অভাৱত বৰ কষ্ট পাইছোঁ। তেখেতে ৰেহাই দিব নোৱাৰিলে।) ২-১০—জ্যোতি চিত্ৰবন। আবেলি দিলীপ মহন্ত আহিছিল। ৰাজ্যখনৰ কথা ওলাল। মই সেই এটা কথাৰ ওপৰতে জোৰ দিলো; জনসাধাৰণৰৰ সুখ-শান্তিৰ কাৰণে এই ডেকাল'ৰাহঁতে কঠোৰ পৰিশ্ৰম আৰু ত্যাগ কৰি কাম কৰক; তাৰ বাহিৰে অইন নীতি সদ্যহতে নাই। কিন্তু তেওঁলোকৰ বহুতৰে বিষয়ে যি শুনো, সেইবোৰে বৰ হতাশ কৰে।

* নবীন শইকীয়া আকাশবাণীৰ বিষয়া আৰু আমাৰ চুবুৰীয়া আছিল। মেঘালয়ৰ তুৰা কেন্দ্ৰত কাৰ্যনিৰ্বাহ কৰি থকা কালতে তেখেতৰ মৃত্যু হয়।

২০.৮.৮৮ : ...১-৫০ —পাঠশালালৈ। ৫-০৫ পাঠশালা। ৫-৩০—ৰিহাৰ্ছেল আৰম্ভ। আজি ৬৬ নম্বৰ পৃষ্ঠালৈকে লিখি আনিছোঁ। (অৰ্থাৎ নতুন ২১ পৃষ্ঠা)। ১০-৫৫ বজালৈকে ৰিহাৰ্ছেল। ৰিহাৰ্ছেলৰ মাজতে গুৱাহাটীৰ পৰা যোৱা সঁফুৰাৰ প্ৰুফ পালো। (দুই ফৰ্মা)। ...

২৫.৮.৮৮ : ... Secondary Education-অৰ Director লৈ চিঠি এখন লিখিছোঁ; —বৰ্তমানৰ পদ্ধতি অনুসৰি এই বছৰ জ্ঞানশ্ৰী বঁটা দিলে, সেই কামৰ লগত মোৰ নাম জড়িত নকৰিব। মই এনেকৈ তৎক্ষণাৎ বঁটা এটা দিয়াৰ পক্ষপাতী নহওঁ। ... ফোন কৰি জ্যোতি চিত্ৰবনৰ ছেক্ৰেটেৰিক ক'লো,—আমাৰ ভুলৰ কাৰণে গ্ৰাহকে যাতে অসুবিধা পাবলগীয়া নহয় তালৈ চকু ৰাখিব। কালি জনছ মহলীয়াই* তেনে এটা দৃষ্টান্ত দিছে। ...

* জনছ মহলীয়া চলচ্চিত্ৰ পৰিচালক।

২৬.৮.৮৮ : ...মুখ্যমন্ত্ৰীৰ বাসভৱন। ৰাজ্যখনৰ বানপানী, আৰ্থিক সমস্যাৰ কথা। —সাংস্কৃতিক দিশৰ কথা। তেওঁ মোক এখন ডকুমেণ্টেৰি ফিল্ম কৰাৰ কথা ক'লে,—বিদেশী সমস্যাটোক লৈ। মই কিয় ভালেমান কথাৰ পৰা আঁতৰি আছোঁ সুধিলে। মই ক'লো,—মই কাম কৰিম; কিন্তু কিছুমান অসৎ মানুহৰ সংগ ত্যাগ কৰিম।

২৭.৮.৮৮ : ৪-৫০। সঁফুৰাৰ কাম। পদ্য বাছি ছবি আঁকিবলৈ দিলো। এঘণ্টা গ'ল। তাৰ পাছত নাটক লিখিবলৈ ল'লো। ৯-৩০ প্ৰান্তিকলৈ। ১১-৩৫ ঘৰ। নাটক লিখিবলৈ ল'লো। ১ বজাৰ পাছতে নাটক লিখা শেষ। ৯৬ পৃষ্ঠাত। ১-৩৫ পাঠশালালৈ যাত্ৰা। বাটৰ দুয়োকাষে পানী। ফাঁচিবজাৰৰ ৰাস্তাত ব্ৰহ্মপুত্ৰৰ পানী এই প্ৰথম দেখিলো। ভৰলুৰ দলংখনৰ প্ৰায় ফুটপাথৰ লেভেললৈকে পানী। আৰু তিনি ইঞ্চিমান বাঢ়িলেই দলংখন ডুব যাব। গাঁৱৰ বাটতো দুয়োফালে যেন সাগৰ। ৫-০৫ পাঠশালা। ৫-৩০ ৰিহাৰ্ছেল আৰম্ভ। ১০-৩৫ ৰিহাৰ্ছেল শেষ। ...

**২৮.৮.৮৮ :** ...নাটকখন সকলোৱে* বৰ ভাল পাইছে। মোৰ ফালৰ পৰা এইটোকে কওঁ ঃ এইখন যে বৰ সাংঘাতিক ধৰণৰ কিবা এখন নাটক,—সেইটো নহয়। কিন্তু গুৰুত্বপূৰ্ণ কথা হ'ল—dishonesty, vulgarism বাদ দি (ভ্ৰাম্যমাণ থিয়েটাৰৰ কাৰণে) মই এখন নাটক লিখিলো। সততাৰে, সৰলভাৱে। Revise কৰাৰ কথাই নাই; ৰিহাৰ্ছেল কৰাৰ সময়তহে লেখাবোৰ দ্বিতীয়বাৰ পঢ়ি চালো।

* সকলোৱে মানে প্ৰযোজক, অভিনেতা-অভিনেত্ৰী, কলা-কুশলী আৰু যিসকলে আখৰা দেখিছে সেইসকলৰ কথা কৈছোঁ। নাটকখনৰ নাম আছিল 'দীনবন্ধু'। মই লিখা 'যৌতুক' নামৰ গল্প এটাক আধাৰ হিচাপে লৈ নাটকখন লিখিছিলো।

**২৯.৮.৮৮ :** ...দহ বজাৰ অলপ আগ-আগে ঘৰ পালোহি। পায়েই ফিল্মৰ Title Card-অৰ বাবে কোঠালি এটাত সকলো বস্তুৰ যোগাৰ কৰিলো। ল'ৰাজন (নয়নজ্যোতি) ১০-৫৫ বজাত আহিল। তেওঁক কামটো বুজাই দিলো। তেওঁ এনে ধৰণৰ কাম আগতে কৰিছে। তেওঁ আৰম্ভ কৰাৰ লগে-লগে মই প্ৰান্তিকৰ কামত ধৰিলো। ...

**৩০.৮.৮৮ :** ... জ্যোতি চিত্ৰবনৰ ছেক্ৰেটেৰি অনিল বৰুৱা আহিল। তেওঁ হামৰেণত SDO হোৱাৰ চিঠি পাইছে। কাইলৈ পৰহিলৈ যাবই। মই মনত দুখ পালো। তেওঁৰ চাকৰি-জীৱনৰ উন্নতি হৈছে, সেইটো ভাল কথা। তেওঁক এটা দিনো পিছলৈ নাটানো। কিন্তু জ্যোতি-চিত্ৰবন নামৰ প্ৰতিষ্ঠানটোৰ কি হ'ব? কিমান দিন বাট চোৱাৰ পাছত তেওঁ আহিছিল,—মাত্ৰ ৮ মাহহে থাকিল! Education Secretary লৈ ফোন কৰি মোৰ মনৰ কথা ক'লো। ...

**২ ছেপ্টেম্বৰ, ১৯৮৮ :** ...আজি এটা কথা মনত পৰিল। এদিন মুনীন বৰুৱাই* কৈছিল,—পুৰণি 'আৱাহন'ত তেওঁ মোৰ 'শ্ৰদ্ধেয় মহাশয়' নামৰ নাটকখন পাইছে। মই কৈছিলো,—শ্ৰদ্ধেয় মহাশয়? সেই নামৰ নাটকৰ কথাতো মোৰ একেবাৰে মনত পৰা নাই। পাছত তেখেতে পুৰণি 'আৱাহন'খন দিওঁতে, নাটকখনৰ অকণমান পঢ়োঁতেহে গোটেই কথাখিনি মনত পৰি গ'ল। এনেকৈয়ে চাগে কিমান লেখাৰ কথা পাহৰিছোঁ! ...

* মুনীন বৰুৱা আমাৰ সহপাঠী আছিল। অসম চৰকাৰৰ চাকৰিয়াল হিচাপে তেখেতে বহুদিন শ্বিলঙত কটাইছিল। সাহিত্যৰ একান্ত অনুৰাগী শ্ৰী বৰুৱা গল্পলেখক ৰমা দাস আৰু কৃষ্ণ ভূঞাৰ সান্নিধ্যলৈ আহিছিল, আৰু পাছলৈ এই দুগৰাকী লেখকৰ গল্প সংকলনৰ কামৰ প্ৰতি গুৰুত্বপূৰ্ণ অৰিহণা আগ বঢ়াইছিল। পুৰণি আলোচনী সংৰক্ষণ কৰাৰ প্ৰতি এখেতৰ যি আগ্ৰহ, সেই আগ্ৰহৰ সুফল আমি ভালেমান পাইছোঁ।

**৩.৯.৮৮ :** ... শিক্ষাসচিবে কেইটামান প্ৰস্তাৱ (সাংস্কৃতিক) তেখেতৰ ওচৰলৈ অহাৰ কথা ক'লে। তেখেতৰ লগতে ময়ো আচৰিত হ'লো। সাংস্কৃতিক চিন্তা-ভাবনা কি পৰ্যায়লৈ নামি গৈছে? কিছুমান মানুহৰ সাংস্কৃতিক বিচাৰ-বুদ্ধি বজৰুৱা পৰ্যায়তে ৰৈ গ'ল; কিন্তু যিসকলৰ হাতত চৰকাৰী/ৰাজহুৱা দায়িত্ব পৰিছে, তেওঁলোকৰ অৱস্থাও এনেকুৱা হ'লে জাতিটোৰ ভৱিষ্যতৰ সম্ভাৱনা কেনেকুৱা? মই তেখেতক পাৰ্যমানে এইবোৰ কথাৰ লগত

মোক জড়িত নকৰিবলৈ ক'লো। মই মৰ্মে-মৰ্মে উপলব্ধি কৰিছোঁ,—যি পাৰোঁ অকলে কৰোঁ। তেখেতক লগতে ক'লো,—চলচ্চিত্ৰ নিগমৰ ব্যৱস্থাটো কৰক। একো কাম নোহোৱাকৈ দিন গৈ থকাটো বেয়া কথা হৈছে।...

**৫.৯.৮৮ :** ...কাইলৈ ঘাইকৈ ফিল্মৰ কাম কৰিম। সেইকাৰণে আজি প্ৰান্তিক আৰু সঁফুৰাৰ কাম আগবঢ়াই থ'লো। মাজতে এবাৰ ওলাই গৈছিলো। গাড়ীখন ষ্টাৰ্ট নহ'ল। ৰিক্সাৰ কাৰণে বহুপৰ ৰ'লো। শেষত, মোৰ ওচৰতে বৈ থকা মানুহ এজনে ৰিক্সা এখন পোৱাত মোক সহায় কৰিলে। তেওঁ নিজেও ৰিক্সা চলায়। আজি তেওঁৰ ৰিক্সাখনৰ কিবা অসুবিধা হৈছে। তেওঁৰ কঁকালত গামোচা এখন, গাত গেঞ্জি। তেওঁ ক'লে,—"সৌখন চিনাকি ৰিক্সা আহিছে। মই আপোনাক ধৰি দিম ৰ'ব।" এইবুলি তেওঁ আগুৱাই গ'ল, অৰু ৰিক্সাখনত উঠি ল'লে। অৰ্থাৎ বাটতে অইন কোনোবাই লৈ লয় বুলি তেওঁ আগুৱাই গৈ ৰিক্সাখনত উঠি ল'লে। তাৰ পাছত ৰিক্সাখন মোৰ ওচৰলৈ লৈ আহিল। মই যেতিয়া উঠিব খোজোঁ, তেতিয়া তেওঁ অলপ সিফালে গৈ মোৰ কাৰণে ঠাই উলিয়াই দিলে। তেৱোঁ গণেশগুৰিলৈ যাব! দুয়ো বহি গৈ আছোঁ।

**৯.৯.৮৮ :** ...৩-৫০—জনতা ভৱনলৈ। দিল্লীৰ প্ৰগতি ময়দানৰ অসম পেভিলিয়নৰ আৰ্হি সম্পৰ্কে চূড়ান্ত সিদ্ধান্ত ল'বলৈ মুখ্যমন্ত্ৰী, উদ্যোগমন্ত্ৰী, সমিতিৰ সদস্যসকল আৰু বিষয়াসকলৰ সভা। চিফ ছেক্ৰেটেৰি আৰু হোম কমিছনাৰ মদন বেজবৰুৱাও উপস্থিত। ড. নেওগ ছাৰ নাছিল। গা বেয়া। আমি আগতে বহি এটা মডেলত চহী কৰিছিলো। তিনিটাৰ ভিতৰত সেইটোৱেই ভাল আছিল। আজি বিশেষ আলোচনা একো নহ'ল। সভাৰ আগতে মদন বেজবৰুৱাই ৰংঘৰৰ মডেলৰ কথা কৈছিল; কিন্তু মই ক'লো যে দেখ-দেখকৈ ৰংঘৰটো পাতি থোৱা ঠিক নহ'ব।...

**১০.৯.৮৮ :** ... প্ৰান্তিকৰ অফিছত হীৰেন ভট্টাচাৰ্যক লগ পালো। তেখেত কালি ৰুছিয়াৰ পৰা আহি পাইছেহি। সেই দেশৰ কথা-বতৰা সুধিলো। পৰমেশ্বৰ শৰ্মাৰ ঘৰলৈ গ'লো। ফিল্মখনত যে দুৰ্গেশ্বৰ শৰ্মাই লিখা গানটো ব্যৱহাৰ কৰিছোঁ* সেই কথাটো তেখেতক ক'লো। তেখেতে আনন্দ প্ৰকাশ কৰিলে। Permission লাগে?— বুলি সোধোঁতে ক'লো, —লিখিত পাৰ্মিশ্যন মোক নালাগে। আপুনি যে আনন্দ প্ৰকাশ কৰিলে, সেয়েই হ'ব।

* 'কোলাহল' নামৰ চলচ্চিত্ৰখনত দুৰ্গেশ্বৰ শৰ্মাই লিখা 'ব'লা যাওঁ গধূলি হ'ল' শীৰ্ষক গীতটি ব্যৱহাৰ কৰিছিলো।

**১১.৯.৮৮ :** ...সন্ধিয়া ৬-০৫ বজাত পাঠশালা পালোগৈ। ৭-৩০ বজাৰ পৰা ১০ বজালৈ নাটক চালো। শ্ৰীবৎস-চিন্তা। ১০-৩০ ভাত খাবলৈ আহিলো। ১১-১৫—মঞ্চলৈ গ'লো। ১২-১০ ৰিহাৰ্ছেল আৰম্ভ। (মই লিখা নাটকখনৰ)। সেই ২৯।৮।৮৮ তাৰিখে

মই ৰিহাৰ্ছেল কৰাই গৈছিলো; তাৰ পাছত বিশেষ একো হোৱা নাই। অথচ কাইলৈ নাটকখন দৰ্শকৰ আগত মঞ্চস্থ কৰিব লাগিব। ৩-৪৫ মানলৈকে ৰিহাৰ্ছেল। বিছনাত পৰোঁতে বাহিৰত পোহৰ হৈছে।

**১২.৯.৮৮ :** ...১১ বজাৰ পৰা ২-৪০ বজালৈ ৰিহাৰ্ছেল। কালি ৰাতি লাইট, ছে'টিংছ আৰু মিউজিকৰ ৰিহাৰ্ছেল হ'ল বুলি ক'ব পাৰি। এতিয়া সংলাপৰ ৰিহাৰ্ছেল হ'ল। এই ৰিহাৰ্ছেলটোৰ পৰা বৰ লাভ হ'ল। ফুনু বোলা ছোৱালীজনীৰ অলপ অসুবিধা আছিল; তেওঁক ৫ বজাত আকৌ মতাই আনি তেওঁৰ সংলাপখিনিৰ ৰিহাৰ্ছেল কৰালো। বহুত লাভ হ'ল। সোনকালে মঞ্চলৈ গ'লো। প্ৰত্যেকৰে make-up আৰু dress চালো। দুপৰীয়া dress-অৰ কাম আগুৱাই থৈছিলো। মোকে ধৰি প্ৰায় সকলো নাৰ্ভাছ। ৭-৩৫— আৰম্ভ। মূল নাটক আৰম্ভ ৭-৫৫ বজাত। ১০-১০ বজাত শেষ। শান্তি আৰু আনন্দৰে মনটো ভৰি গ'ল। এই ২ ঘণ্টা ১৫ মিনিট সময় তম্বুটোৰ তলত যেন মানুহ নাছিলেই! ...

**১৩.৯.৮৮ :** ...৯-১০—ঘৰ।

... যোৱা দুদিনৰ ভাগৰ আৰু টোপনি খতিৰ কাৰণে বেছি কাম কৰিব নোৱাৰিলো। নাটকখনৰ কথাই মনত পৰি থাকিল। কেনেকৈযে লিখিছিলো! কেনেকৈযে সময় উলিয়াইছিলো! ভাবিলে এতিয়াও নাটকখন লিখা শেষ হোৱা নাই যেন লাগে। যোৱা তিনিদিনৰ tensionটোৰ কথা ভাবি শেষত পালোঁগে—ভৱিষ্যতলৈ হয় মই সেই আগৰ কেইবছৰৰ নিচিনাকৈ আটাইকেইখন নাটকৰে পৰিচালনাৰ দায়িত্ব ল'ম, নহয় বছৰটোৰ কাৰণে যিজন আৱাহন থিয়েটাৰৰ পৰিচালক হ'ব, তেওঁকে মোৰ নাটকখনো পৰিচালনা কৰিবলৈ দিম। বৰ্তমানৰ ব্যৱস্থাটোত অসুবিধা আছে।*

* কিন্তু পাছত উপলব্ধি কৰিছিলো,—মই কল্পনা কৰা ব্যৱস্থাটোতো অসুবিধা আছে।

**১৪.৯.৮৮ :** (এই দিনটোৰ কামখিনি গতানুগতিক। বিশেষত্ব একো নাই। কিন্তু বিজুলী শক্তিৰ যোগান ব্যাহত হ'লে কিমান ক্ষতি বা অসুবিধা হয়, তাৰ নমুনা হিচাপেহে কথাখিনি সন্নিবিষ্ট কৰিলো। বহুদিন বিজুলীশক্তিৰ যোগান বন্ধ হোৱা ঘটনাই কামৰ বহু ক্ষতি কৰিছিল।)

৫-৪০। ঘৰৰ কাম। প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। 'এই বন্দৰৰ আবেলি' নামৰ কিতাপখনৰ এক ফৰ্মাৰ প্ৰুফ চালো। কলিকতাৰ নেশ্যনেল ফিল্ম ডেভেলপমেণ্ট কৰপ'ৰেশ্যনলৈ চিঠি type কৰিলো। অৰুণ বাবুলৈ চিঠি লিখিলো। ১০ বজাত ওলাই গ'লো। ৰুণু দেৱী ঠাকুৰক পাঁচ হাজাৰ টকা দিলো। ... প্ৰান্তিক।* পাণবজাৰৰ ডাকঘৰ। ষ্টুডেণ্টছ ষ্ট'ৰছত proofখিনি দিলো।। গণেশগুৰিৰ বজাৰ। ১৬ তাৰিখৰ (শংকৰদেৱ ক্ষেত্ৰ সম্পৰ্কীয়) মিটিঙৰ কাৰ্যসূচী কেনে হ'ব লাগে তাৰ এটা পৰামৰ্শ দি প্ৰফুল্ল শৰ্মালৈ (কমিটিৰ সচিব) চিঠি। টেলিফোন ৯ তাৰিখৰ পৰা বেয়া। দ্বিতীয়খন চিঠি। ৩ বজাত ষ্টুডিঅ'লৈ। সকলোকে মাতি আনি ক'লো,— প্ৰত্যেকদিনাই চৰকাৰৰ ঘৰত খবৰ

নকৰিলে—অহা মাহত দৰমহা নাপাবা। যোৱা সাধাৰণ সভা আৰু Executive Committeeৰ সভাৰ proceedings type কৰাই হোৱা নাই কিয়? যিমান পাৰোঁ বুজাই ক'লো,—হিচাপমতে কাম কৰিবলৈ।

সন্ধিয়াৰে পৰা কাৰেণ্ট নাই। প্ৰায় দুঘণ্টাৰ কাম ক্ষতি। এনেকৈ দুঘণ্টা ক্ষতি কৰিবলৈকে গোটেই দিনটো ইমানকৈ খাটিলো নে?

* বুধবাৰ আৰু শনিবাৰ মোৰ প্ৰান্তিকৰ কাৰ্যালয়লৈ যোৱাৰ দিন আছিল। সেই দুদিন এঘণ্টা-দুঘণ্টাৰ কাৰণে প্ৰদীপ বৰুৱাৰ লগত প্ৰয়োজনীয় কথাবোৰ আলোচনা কৰিছিলো। মোৰ কামৰ বাবে প্ৰান্তিকৰ কাৰ্যালয় ঘৰতে আছিল। এইটো ব্যৱস্থাত মই নিয়াৰিকৈ কাম কৰিব পাৰিছিলো।

১৬.৯.৮৮ : ...শ্ৰীমন্ত শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ কাগজ-পাতিখিনি চিজিল কৰি ল'লো। ৩-৩০ বজাত সচিবালয়য়ৰ সভাকক্ষত মিটিং। শ্ৰী নীলনাথ বৰুৱা (আহ্বায়ক), গিৰিজা প্ৰসাদ দাস, ড. কৃষ্ণগোপাল ভট্টাচাৰ্য, দেবপ্ৰসাদ নাথ আৰু মই।* (শ্ৰীদাসৰ লগত আনন্দ মোহন ভাগৱতী আৰু দুলাল ৰয়)। সমিতিৰ ছেক্ৰেটেৰি শ্ৰী প্ৰফুল্ল শৰ্মা প্ৰায় ৪৫ মিনিট পলমকৈ আহিল। আমি ইতিমধ্যে অলোচনা আৰম্ভ কৰিছিলো। যি ডোখৰ মাটি (১৫০ বিঘামান) পালো বুলি ২।২।৮৮ তাৰিখে আধাৰশিলা স্থাপন কৰা হ'ল, সেই মাটিডোখৰ লৈ গণ্ডগোল লাগিছে। ঠিক হ'ল—প্ৰথমতে Agri. Universityৰ V.C., কামৰূপৰ D. C. আদিয়ে লগ হৈ মাটি সম্পৰ্কে মীমাংসা কৰি দিয়ক। অহা ১৫ দিনৰ ভিতৰতে এই কামটোৰ বাবে সভা পতা হওক। মাটি হ'লেহে অইন কাম। ...

* সেইখন প্ৰস্তাবিত প্ৰতিষ্ঠানটোৰ পৰিকল্পনা আৰু উপদেষ্টা সমিতি আছিল। মই সমিতিখনৰ অধ্যক্ষ (চেয়াৰমেন) আছিলো।

১৭.৯.৮৮ : ... ছৌল অলিম্পিকৰ উদ্বোধন-অনুষ্ঠান চালো। এই অনুষ্ঠানৰ সৌষ্ঠৱতকৈ যিটো কথাই মোক অভিভূত কৰিলে সেইটো হ'ল,—এই ক্ষুদ্ৰ জাতিটোৱে কিহৰ বলত আজি 'এই শতিকাৰ শ্ৰেষ্ঠ' অনুষ্ঠানটো (অলিম্পিক) এনেকৈ আয়োজন কৰিব পাৰিলে? কেনেকৈ আমেৰিকা যুক্তৰাষ্ট্ৰতকৈও (লছ এঞ্জেলছ-১৯৮৪) বেছি ভালকৈ আয়োজন কৰিব পাৰিলে? আজি ছমাহে মন দি এই অলিম্পিকৰ কথাবোৰ পঢ়ি আছোঁ। যিমানেই পঢ়োঁ, সিমানেই মোৰ মনলৈ কেৱল এটা প্ৰশ্নহেই আহে,—আমাৰ ৰাজ্যখনৰ মানুহবোৰক, বিশেষকৈ ডেকা মানুহখিনিক কেনেকৈ সততা আৰু পৰিশ্ৰমেৰে নিজ-নিজ কাম কৰিবলৈ উদ্বুদ্ধ কৰিব পাৰিম? ...

এটা কথা মনত পৰিছে।

আকাশবাণীৰ প্ৰযোজক কেইজনমানে যে মোৰ নাটকখনৰ প্ৰচাৰ জুনত থাকিলে মে' মাহতে বুলি কৈছিল। মই ঠিক সময়ত লিখি নিদিওঁ বুলি। ২০-২২ বছৰৰ আগৰ কথা।*

* মই পিছে অন্য সূত্ৰৰ পৰা ভিতৰুৱাকৈ প্ৰচাৰৰ আচল তাৰিখটোৰ কথা জানিছিলো

আৰু সেইমতে কাম কৰিছিলো। প্ৰযোজকসকলক কেতিয়াও বিপদত নেপেলাইছিলো।

**২০.৯.৮৮ :** ... সন্ধিয়াৰ পৰা কাৰেন্ট নাই। ৯ বজাৰ সময়ত ১৫ মিনিটমানৰ কাৰণে আহিছিল। শুই থাকিলো। অলিম্পিক চাবলৈ নাপালো। চাবলৈ পালো 'লোহিত কিনাৰে' ছিৰিয়েলৰ ১৫ মিনিটমান। মই লিখা 'ৰত্নদাহ' গল্পৰ আধাৰত নিৰ্মাণ কৰা ফিল্ম 'মছলী'ৰে ছিৰিয়েলখন আৰম্ভ কৰা হৈছে। ৰত্নদাহ আৰু মাছ! কেৰাণীজনৰ ঘৰৰ যিটো দৃশ্যৰে আৰম্ভ কৰা হ'ল,—সেই ঘৰৰ মালিকে মাহৰ শেষদিনাও ভোজ খাব পাৰে।* ককাদেউতাকৰ ঘৰ? গল্পটোৰ আত্মাটো মোৰ কাৰণেহে এই দুটা বাক্য লিখিছোঁ। কাৰেণ্ট গ'ল, শেষলৈকে চাবলৈ নাপালো।

* মাহৰ শেষত মোমায়েকক এসাঁজ খুৱাবলৈ পইচাৰ কাৰণে হাহাকাৰ কৰিবলগীয়া হোৱা কেৰাণী এজনৰ এদিনৰ দুৰ্যোগ আছিল গল্পটোৰ বিষয়বস্তু।

**২১.৯.৮৮ :** ...সন্ধিয়া চন্দ্ৰপ্ৰসাদ শইকীয়াৰ জীয়েকৰ বিয়ালৈ। মূল উদ্দেশ্য,—মনোজ গোঁস্বামীক লগ ধৰি উপন্যাসখনৰ বিষয়ে আলোচনা কৰা। তেওঁক লগ পালো। মোৰ ফালৰ পৰা ক'বলগীয়া কিছু কথা ক'লো। বহুত দিনৰ মূৰত ফণী বৰাক লগ পাওঁতে (CPI নেতা) বৰ ভাল লাগিল। তেখেতে মোৰ লগতে গাড়ীত আহিব বুলি ক'লে। কিন্তু আহিবৰ সময়ত মই পাহৰি গ'লো। অলপ দূৰ আহিহে মনত পৰিল। লগে-লগে কাজেনক গাড়ী ঘূৰাবলৈ ক'লো। পাহাৰীয়া বাটত সহজে গাড়ী ঘূৰাব নোৱাৰি; আকৌ তললৈ আহিলো। তাৰ পৰা উভতি যাব খোজোঁতেই দেখিলো,—ভাইমন হাজৰিকাৰ গাড়ীত তেখেত আহিলেই। মই পাহৰা কাৰণে বৰ বেয়া পালো আৰু তেখেতৰ ওচৰত ক্ষমা খুজিলো।

পুৱা সত্যপ্ৰসাদ বৰুৱাই ফোন কৰি সুধিছিল, 'লোহিত কিনাৰে'ৰ গল্পটো আপোনাৰ নেকি? মই ক'লো—হয়, ৰত্নদাহ। বিয়াঘৰত দুজনমানে সুধিছিল,—গল্পটো মহিম বৰাৰ নে লক্ষ্মীনন্দন বৰাৰ?

**২৪.৯.৮৮ :** ...গধূলি ৬-৪৫—জে. বৰুৱাৰ ঘৰৰ সত্য নাৰায়ণ পূজালৈ! তেখেতৰ পৰিবাৰে বোলে বৰকৈ মাতি গৈছে। হাউছিং কলনি পাৰ হৈ পুৰণি গাঁও অঞ্চলত ঘৰ বিচাৰি ফুৰিলো। ...মনত ৰাখিবলগীয়া কথাটো হ'ল,—নগাঁৱৰ বালিগাঁৱৰ এজন মানুহৰ (শ্ৰী চুবেদাৰ) সহায়। তেওঁ বজাৰৰ পৰা আহিছিল। হাতত বজাৰৰ টোপোলাটো লৈ, ঘূৰি-ঘূৰি, আক সুধি, তাক সুধি তেওঁ আমাক জে. বৰুৱাৰ ঘৰত পহুছাইহে এৰিলে। মানুহজনৰ মনটো শ্ৰদ্ধা কৰিবলগীয়া।

**২৭.৯.৮৮ :** ... (অলিম্পিকত) বেন জনছনে drug খাই দৌৰিছিল বুলি প্ৰমাণিত হোৱাত তেওঁৰ পৰা সোণৰ পদকটো ওভোতাই লোৱা হ'ল।(World record 100 metre, 9.79 sec)। বৰ দুখ লগা ঘটনা। ...

**২৯.৯.৮৮ :** ...২৯।১।৮৮ তাৰিখে শিক্ষা সচিবক দিয়া চিঠিৰ কপি এটা দি মুখ্যমন্ত্ৰীক ক'লো,—মোৰ বিবেচনাত এতিয়া জ্যোতি চিত্ৰবনলৈ এজন অভিজ্ঞ, finance-অৰ কথা জনা মানুহ লাগে। তেওঁ retired হ'লেও কথা নাই; কিন্তু অন্ততঃ দুবছৰমান তেওঁ খোপনি পুতি থাকিব লাগে। Personnel Commissioner প্ৰণব বৰাও আহিল। মই ক'লো,—মোৰ পৰামৰ্শ গ্ৰহণ কৰিব পৰা নগ'লেও—যি কৰে সোনকালে কৰক।

তাৰ পাছত প্ৰফুল্ল শৰ্মাক লগ ধৰিলো (Secretary, শংকৰদেৱ ক্ষেত্ৰ সম্পৰ্কীয় সমিতি)। AAUৰ V.C.ৰ লগত তেখেতে মাটি সম্পৰ্কে কি কথা পাতিলে সেই বিষয়ে ক'লে। মই মোৰ মতামত জনালো; —এনে এটা ভাল কামৰ ক্ষেত্ৰত একেখন চৰকাৰৰ অধীনৰ দুটা বিভাগৰ মাজত মাটি লৈ টনা-আঁজোৰা? এইটো মীমাংসা কৰিব নোৱৰা কথা নে কি? আধাৰশিলা এটা স্থাপন কৰি থৈ দিয়া মানে ৰাইজৰ মাজত এটা মৰাশ থৈ দিয়া। দিনি-দিনে দুৰ্গন্ধ বাঢ়ি গৈ থাকে, —যদি সৎকাৰ কৰা নহয়। আৰু সৎকাৰ মানে—পাছৰ কামখিনি।

ৰাতি সঁফুৰাৰ কাম।

**৩০.৯.৮৮ :** ...পাছবেলা সঞ্জীব* আহিল। তেওঁ খবৰ পাইছে,—আমাৰ ফিল্মখন পূৰ্বাঞ্চলৰ পৰা Indian Panoramaৰ বাবে নিৰ্বাচিত হৈ গৈছে। (দিল্লীলৈ। চূড়ান্ত বিচাৰৰ বাবে।) ...

* সঞ্জীৱ হাজৰিকা। চলচ্চিত্ৰ পৰিচালক।

**১ অক্টোবৰ, ১৯৮৮ :** ৫-২০। ঘৰৰ কাম। সঁফুৰাৰ কাম। ৯-৪০ প্ৰান্তিকলৈ। সোনকালে উভতি Great Britain আৰু West Germanyৰ হকি (ফাইনেল/অলিম্পিক) খেল চালো। ২-৩০—ৰুছিয়া আৰু ব্ৰাজিলৰ ফুটবল (ফাইনেল) খেল চালো। আজি খেল চাম বুলি আগতে ঠিক কৰি থোৱা আছিল। সন্ধিয়াৰ পাছত প্ৰান্তিকৰ কাম। অলপ কৰি উঠি ফিল্মৰ কামত ধৰিলো। ...

**৩.১০.৮৮ :** ...মাজতে কামৰূপৰ D.C. শ্ৰী দাসলৈ ফোন কৰি শংকৰদেৱৰ সাংস্কৃতিক কেন্দ্ৰৰ মাটিখিনিৰ বিষয়ে খবৰ ল'লো। চৰকাৰৰ দুটা বিভাগৰ মাজত খোৱা কামোৰা। এইবোৰ সমাধান কৰিব নোৱৰা সমস্যানে? Personeel Commissioner শ্ৰী প্ৰণব বৰালৈ ফোন কৰিলো।—জ্যোতি চিত্ৰবনৰ Secretary আৰু কৰপ'ৰেশ্যনৰ M.D. নিযুক্তিৰ কিবা হ'লনে? তেখেতে fileটো মুখ্যমন্ত্ৰীলৈ পঠাইছে। মুখ্যমন্ত্ৰীৰ PPS শ্ৰী চলিহাক ফোন কৰি ক'লো,—কামটো যেন সোনকালে কৰোৱা হয়। জ্যোতি চিত্ৰবনৰ পীযূষ ৰয়ক ফোন কৰি সুধিলো,—টকা-পইচাৰ কিবা হ'লহে? তেওঁ ক'লে,—ফাইলটো কাইলৈ P & Dৰ পৰা Education-অলৈ অহাৰ কথা।

বহু দিনৰ মূৰত (দুমাহ?) আজি চৰকাৰী দোকানত মাছ ওলাইছে। বেমাৰৰ কাৰণে বন্ধ আছিল। *...

* সেই সময়ত মাছবোৰৰ গাত এবিধ ঘা দেখা গৈছিল। মানুহে মাছ খাবলৈ প্ৰায় এৰিছিলেই।

**৫.১০.৮৮ :** ...আজি কৰপ'ৰেশ্যনৰ গাড়ীখন চলাবলৈ ক'লো। বহুত দিন নচলাৰ কাৰণে বেটাৰিটো বহি যাব পাৰে। সঁচাকৈয়ে গাড়ীখনত উঠিবলৈ বৰ অস্বস্তি লাগে। (কালি ষ্টুডিঅ'ৰ পৰা পীযূষে ফোন কৰিছিল— P & Dৰ পৰা ফাইলটো বোলে পূজাৰ পাছতহে দিব বুলি কৈছে। বহুত কাম। মই যেন P & D Commissioner-অৰ লগত যোগাযোগ কৰোঁ। ফোন কৰি কৰি পাছবেলা শ্ৰী ভাস্কৰ বৰুৱাক পালো। তেওঁ ক'লে, —আজি বা কাইলৈ পুৱাই ফাইলটো যাব।)

... ৰাতি গল্পটো লিখিবলৈ আৰম্ভ কৰিলো। এক পৃষ্ঠা লিখি সঁফুৰাৰ proof চাবলৈ ললো। গল্প লিখাৰ লগত অইনবোৰ কামৰ তুলনা নহয়। এখন বেলেগ জগতৰ কাম। আটাইতকৈ ভাল জগত। ২৪ ঘণ্টা সেই জগতত থাকিব পৰা হ'লেই ভাল আছিল। ...

**৮.১০.৮৮ :** নন্দন হোটেলত NEZCCৰ মিটিং। ডেৰ বজাত শেষ হ'ল। ভাত খাই আহোঁতে প্ৰায় তিনি বাজিল। তাতে পৰাগ চলিহাই ক'লে,—ৰাইজৰ বাতৰি নামৰ আই-কংগ্ৰেছৰ কাকতখনত মুখ্যমন্ত্ৰীৰ উপদেষ্টা হিচাপে মোৰ নামো ওলাইছে। ঘৃণনীয়। কাকতবোৰৰ অৱস্থা কিমান তললৈ গৈছে ভাবিব নোৱাৰি। উপদেষ্টা হ'বলৈ মোৰ উপদেশ শুনে কোনে?

**১০.১০.৮৮ :** ৫-০৫। ফুৰিলো। গল্প লিখা কাম। ন বজাত শেষ হ'ল। ২৩ পৃষ্ঠা। বহুত দিনৰ মূৰত গল্প লিখিছোঁ। তাতে এই গল্পটো হঠাতে লিখিবলগীয়া হ'ল। সেইকাৰণে গল্পটো কেনেকুৱা হ'ল, সেই ভাবটো বাৰে-বাৰে আহি আছে। ...

...সন্ধিয়া জিন্টিক লৈ মেডিকেল কলেজ হস্পিটেলত ড. নিৰ্মলপ্ৰভা বৰদলৈক মাত লগাবলৈ গ'লো। পৰহি ড. নগেন শইকীয়াই কৈছিল,—তেখেত বোলে এমাহ হ'ল,—হস্পিটেলত আছে। ৰাতি প্ৰান্তিকৰ কাম। ...

**১১.১০.৮৮ :** ...ফিল্মৰ কাম। ইংৰাজী সংলাপৰ প্ৰথম কপিটো চাবি নম্বৰ কপিটো চাই-চাই শুদ্ধ কৰিবলৈ ল'লো। আঠা, ব্লে'ড, কেচী, টাইপৰাইটাৰ, কলম-পেনছিলৰ এটা বৰ আমোদজনক কাৰবাৰ। এই কামটোত মই বৰ ফূৰ্তি পাওঁ। ৰাতি ৮ বজালৈকে ২৭ পৃষ্ঠাৰ কাম হ'ল।* ...

* ছেপ্টেম্বৰ মাহৰ আৰম্ভণিৰে পৰা 'কোলাহল' চলচ্চিত্ৰখনৰ সংলাপ ইংৰাজীলৈ অনুবাদ কৰা, সংলাপবোৰ ছাব টাইটলৰ উপযোগীকৈ সজোৱা,—এইবোৰ কাম চলি আছিল। ইংৰাজীলৈ অনুবাদ কৰা কামটো জিন্টিয়ে কৰিছিল আৰু দা ছেন্টিনেল কাকতৰ সম্পাদক শ্ৰী ধীৰেন্দ্ৰ নাথ বেজবৰুৱাই চাই দিছিল। এই বিষয়ে লিখি থোৱা কথাবোৰ ছপাৰ পৰা পাৰ্যমানে বাদ দিছোঁ।

**১২.১০.৮৮ :** ...১০-২০ প্ৰান্তিক। হীৰেন ভট্টাচাৰ্যক পালো। বিশেষকৈ গল্পৰ কথা ওলাল। এটা মূল মত হ'ল—প্ৰবীণসকলে নিয়মিতভাৱে 'ভাল' গল্প লিখি থকাৰ ওপৰত নতুন চাম গঠনৰ কথাটোৱে বহু পৰিমাণে নিৰ্ভৰ কৰিছে। পুৰণি ভাল গল্পলেখসকলে, যদিও মাজতে ঢিলাই দিছে, এতিয়া আকৌ লিখিব লাগে (ভৱিষ্যতৰ অসমীয়া গল্প সাহিত্যৰ প্ৰতি তেখেতসকলৰ দায়িত্ববোধৰ খাতিৰত নহয়, ধৰি লওক সৃষ্টিৰ খাতিৰতেই)। ...

**১৪.১০.৮৮ :** ...এলাহাবাদলৈ চিঠি এখন লিখি টাইপ কৰিলো। মই ফিল্ম উৎসৱলৈ (Women in Indian Cinema) যাব নোৱাৰিম হ'বলা; তাকে জনালো। ...

...দূৰদৰ্শন কেন্দ্ৰৰ পৰা খবৰ দিলে—আমাৰ ছবিখন ইণ্ডিয়ান পেনোৰামাৰ বাবে নিৰ্বাচিত হৈছে। দিল্লীৰ পৰা জাহ্নু বৰুৱাই বোলে অভিনন্দন জনাই টেলিগ্ৰাম কৰিছে।* সন্ধিয়া খবৰটো T.V.ত (local) প্ৰচাৰ কৰা হ'ল। ৰাতি ৮-৩০ মান বজাত অতীশ নন্দী* আহি পোৱাৰ কথা (কলিকতাৰ পৰা)। পালেহি ১১-১৫ বজাত। তেওঁক খুৱাই-বুৱাই উঠোঁতে ১২ বাজিল। তাৰ পাছতো বহু পৰলৈ টোপনি নাহিল। অতীশলৈ বাট চাই থকা সময়খিনিত প্ৰান্তিকৰ কাম।

* চলচ্চিত্ৰ পৰিচালক জাহ্নু বৰুৱা সেইবাৰ বিচাৰক-মণ্ডলীৰ সদস্য আছিল।

* অতীশ নন্দী 'কোলাহল'ৰ সহকাৰী সম্পাদক।

**১৫.১০.৮৮ :** ৫-১০। লগে-লগে প্ৰান্তিকৰ কাম। ৭ বজাত বস্তু-বাহানি সামৰি ষ্টুডিঅ'লৈ যাবলৈ সাজু হ'লো। ঘৰতে ৮ বাজিল। অতীশ পলমকৈ উঠে। ৯ বজাৰ পৰা ষ্টুডিঅ'ত কাম আৰম্ভ কৰিলো। Spotting দুপৰীয়া তাতে দোকানৰ ৰুটি খালো। দুৰ্গা পূজাৰ কাৰণে অতীশ কলিকতালৈ ঘূৰি যাবই লাগে। ... কাইলৈ।

**৭.১১.৮৮ :** ... দুই বজামানত সুভাষ বুঢ়াগোহাঁই আহিল। তেওঁক জ্যোতি চিত্ৰবনৰ কথা বুজাই ক'লো। চৰকাৰ আহিব যাব; কিন্তু এইটো এটা জাতীয় প্ৰতিষ্ঠান; আমি সকলোৱে আন্তৰিকতাৰে ইয়াৰ উদ্‌গতি সাধিব লাগিব। এইটো মূল কথা মনত ৰাখি চাকৰিটো কৰিবা। দক্ষতা, পৰিশ্ৰম, আগ্ৰহ,—আটাইতকৈ ডাঙৰ বস্তু সততা। আমাৰ মানুহে বিশেষকৈ ফিল্মৰ লগত জড়িত কিছুমান মানুহে আমাৰ চলচ্চিত্ৰৰ আচল সমস্যাবিলাক গভীৰভাৱে চিন্তা নকৰি লোকক অনাহুকত দোষ দিয়াৰ প্ৰৱণতা দেখুৱায়। তোমাৰ কৰ্তব্য, —একমনে জ্যোতি চিত্ৰবনৰ মংগলৰ হকে কাম কৰা।

**৮.১১.৮৮ :** পাছবেলা প্ৰান্তিকৰ কাম। ৪-১৫ বজাত উঠি মাটিচাকিৰ বাবে শলিতাখিনি ঠিক কৰি দিলো। দেৱালী। ৰশ্মি আৰু জিণ্টিয়ে পঢ়া ক্ষতি কৰিব নোখোজে। মই ক'লো,—আধা ঘণ্টাৰ কাৰণে আগফাললৈ যাবা। দেৱালীৰ আনন্দ মোৰ মানত সদায় ল'ৰা-ছোৱালীৰ আনন্দ। সৰুতে কম কাণ্ড বোৰ কৰিছিলোনে? এতিয়া বন কৰা ল'ৰা অজয়ৰ কাৰণেই

ফটকা-ফুলজাৰি কিনিছোঁ।

**১১.১১.৮৮ :** শেষপৃষ্ঠা। জিণ্টিৰ practical বহীৰ ছখন সৰু-সৰু ছবিত ৰং দিলো। তাই আজি সেইখন বহী কলেজত দেখুৱাবই লাগে। তাই কোনোমতে অঁকাৰ সময় উলিয়ালে; কিন্তু ৰং দিয়াৰ সময় উলিয়াব নোৱাৰিলে।

* Second MBBS Course-অৰ practical class-অৰ বহী।

**১২.১১.৮৮ :** গুণীন হাজৰিকাক লগ ধৰিলো।* ...(কথা প্ৰসংগত) তেওঁক ক'লো,— এই ডেকা বয়সত মানুহবিলাক ইমান ধনসম্পত্তিৰ লোভত পৰিব লাগেনে? দেশসেৱাক ইমান লঘু কৰিব লাগেনে?

* গুণীন হাজৰিকা তেতিয়া অসমৰ মন্ত্ৰী আছিল। মোৰ এজন বন্ধুৰ বিষয়ে কথা এটা সুধিবলৈ তেওঁক লগ ধৰিছিলো।

**১৬.১১.৮৮ :** ...মুখ্যমন্ত্ৰীৰ অফিছৰ Under Secretary শ্ৰী তালুকদাৰ আহিল। শংকৰদেৱ বঁটা আৰু Cultural Status সম্পৰ্কীয় ফাইল দুটা কেবিনেটলৈ যাব, তাৰ আগতে মুখ্যমন্ত্ৰীয়ে বোলে মোৰ পৰামৰ্শ ল'বলৈ কৈছে। কিন্তু শংকৰদেৱ বঁটাৰ নিয়মাৱলী সম্পৰ্কে ড. নগেন শইকীয়াই যুগুত কৰা টোকাটো মই যে মে' মাহতে চাই দিছিলো,— সেই টোকাৰ কথা দেখোন ইয়াত (এই ফাইলত) একো নাই! মই তাকো লিখিলো,— আগৰ পৰামৰ্শসোপাৰ কি হ'ল?

ষ্টুডিঅ'ৰ আলীয়ে ক'লেহি,—অনুদানৰ বাবে LOC হোৱাৰ আশা নাই; টকা পোৱাৰ আশা নাই। গোটেই অৱস্থাটো ঘৃণনীয়। মই মুখ্যমন্ত্ৰীলৈ ফোন কৰিলো। ক'লো—যোৱা তিনিমাহে এটা ফাইল ঘূৰি আছে: দুমাহে মানুহখিনিয়ে দৰমহা পোৱা নাই। ...

**১৭.১১.৮৮ :** ... দুপৰীয়া শশী ফুকন আহিছিল। তেওঁ এখন সাপ্তাহিক প্ৰকাশ কৰাৰ কথা ভাবিছে। মই সহায় কৰিমনে (সম্পাদক বা মুখ্য সম্পাদক হৈ) সুধিলে। মই ভাবি-চিন্তি পাছত ক'ম বুলি ক'লো। ...

**১৮.১১.৮৮ :** ...গধূলি পৰাগ (দাস) আহিল। তেওঁলোকে এখন সাপ্তাহিক কাকতৰ কথা ভাবিছে। মোক নাম এটাৰ কথা সুধিলে। সেই আলোচনীখন আৰু অন্যান্য আলোচনীৰ বিষয়ে (প্ৰান্তিককে ধৰি) বহু কথা আলোচনা কৰিলো। ...

**১৯.১১.৮৮ :** ... ৯-৫০—প্ৰান্তিকলৈ। এইকেইদিন যে নতুন-নতুন আলোচনীৰ কথা শুনি আছোঁ, সেই কথাটো ওলাল। শেষত মই প্ৰদীপক ক'লো,— প্ৰান্তিকৰ কাৰণে প্ৰয়োজনীয় বস্তু আমাৰ সকলোৰে কৰ্মশক্তি, ভিতৰৰ পৰা অহা শক্তি। বিশেষকৈ তোমাৰ dash, dynamism আৰু vigour. আমাৰ আলোচনী ভালকৈ ৰাখিবলৈ আমাক politics নালাগে।

খাই-বৈ উঠি উৰিষ্যাৰ বিজয় পাৰিজাৰ চিঠিৰ (১০।১০।৮৮) উত্তৰ টাইপ কৰিলো। তেওঁ মোৰ এখন চিত্ৰনাট্য ওড়িয়া ভাষাত ছপাব খোজে। ...

**২২.১১.৮৮ :** ... গধূলিৰ পাছত দিলীপ মহন্ত* আহিল। তেওঁক বহুত দিনৰ মূৰত লগ পালো। মন্ত্ৰীসভা ভঙা-পতাৰ পাছৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ খবৰ ল'লো, আচলতে এওঁলোকৰ কিছুমানৰ সামাজিক/ৰাজনৈতিক নেতা হোৱাৰতো যোগ্যতা নায়েই, একোজন ব্যক্তিত্বসম্পন্ন স্বামী (husband) হোৱাৰো যোগ্যতা নাই। আজিৰ দিনৰ যি কোনো অসৎ ডেকাৰ নিচিনাই ডেকা এওঁলোক।

* একালৰ সদৌ অসম ছাত্ৰসন্থা অৰু অসম গণ পৰিষদৰ নেতৃস্থানীয় কৰ্মী।

**২৫.১১.৮৮ :** ...ফাইনেন্স কমিছনাৰ কাবিলনৰ লগত জ্যোতি চিত্ৰবন সম্পৰ্কে আলোচনা। প্ৰায় ৪৫ মিনিট সময়। মোৰ মূল বক্তব্য হ'ল,— জ্যোতি চিত্ৰবনৰ নিচিনা ৰাজহুৱা প্ৰতিষ্ঠানবোৰৰ কাৰণে বিত্তীয় নীতি-নিয়ম আৰু কাৰ্যপদ্ধতি সুনিৰ্দিষ্ট হ'ব লাগে; কামৰ নিয়মবোৰ চুটি হ'ব লাগে। কিমান টকাৰ অনুদান প্ৰতিষ্ঠানটোৱে পাব, কি মাহত পাব, কাৰ পৰা পাব, এইবোৰ সৰু কথা; কিন্তু গোটেই বছৰটো ধৰি যদি প্ৰতিষ্ঠানটোৱে এইবোৰতে লাগি থাকিব লগা হয়, তেন্তে আচল কামবোৰ কোনে কেতিয়া কৰিব?

**২৭.১১.৮৮ :** ... 'এই বন্দৰৰ আবেলি' নামৰ গল্পটো (কপিটো) শুদ্ধ কৰিলো। ১৯৬০ চনৰ অসমবাণীৰ পৰা photostat কৰা। তাৰ পৰা হাতেৰে কোনোবাই কপি কৰিছে। অসমবাণীৰ এটা সংখ্যাৰ এটুকুৰা কোনোবাই কাটি নিলে। (গল্পটো কটা নাছিল, সিপিঠিত থকা অইন বাতৰি এটা কাটোঁতে ইপিঠিত থকা গল্পটোৰ সেইকণ কটা পৰিল।) ২৮ বছৰৰ পাছত সেইকেইটা লাইন মনৰ পৰা নতুনকৈ লিখি 'মিলাই দিছোঁ' ; কিন্তু মূল লাইনকেইটা কি আছিল জানিবলৈ বৰ মন যায়। ...

**২৮.১১.৮৮ :** ...১১ বজাত Cultural Secretary শ্ৰী ভুবনেশ্বৰ ভট্টাচাৰ্যৰ অফিছলৈ গ'লো। আলোচনাৰ বাবে মাতিছে। সেইযে শংকৰদেৱ বঁটাৰ নিয়মাৱলীখন,—মই মে' মাহত নীলনাথ বৰুৱাক দিয়া কাগজসোপা আজি ভট্টাচাৰ্যৰ হাতত পৰিছেহি! ইতিমধ্যে তেখেতে নতুন নিয়মাৱলী প্ৰস্তুত কৰাই দুজন মন্ত্ৰী আৰু মুখ্যসচিবৰ অনুমোদন লৈ থ'লেই! ১৭।১১।৮৮ তাৰিখে মই শ্ৰী তালুকদাৰক কোৱা কথাখিনিৰ পাছত আজি এয়া আলোচনাৰ ব্যৱস্থা! কি কাণ্ড! কিমান শক্তি আৰু সময়ৰ অপচয়! ...

**১ ডিছেম্বৰ, ১৯৮৮ :** ...পাছবেলা ষ্টুডিঅ'লৈ। বিভিন্ন কাম সম্পৰ্কে সুভাষ বুঢ়াগোহাঁইৰ লগত আলোচনা। তেওঁ কোনোবা এখন কাকতত ওলোৱা জ্যোতি চিত্ৰবনৰ সমালোচনাৰ

কথা ক'লে। মই ক'লো,—প্ৰতিষ্ঠানটোৰ অপকাৰ হোৱা কোনো কাম নকৰিবা, অপচয় ৰোধ কৰিবা। এই প্ৰতিষ্ঠানটো ৰাইজৰ প্ৰতিষ্ঠান;—আৰু এইটোৰ যিমানদূৰ সম্ভৱ ভাল কৰাটো তোমাৰ কাম; —এইখিনিকে ভাবি পৰিশ্ৰম কৰি গৈ থাকা। এইখন ৰাজ্যত বাতৰি-কাকত চলাই ৰাখিবলৈ বৰ্তমানে বৰ গৰম ধৰণৰ পৰচৰ্চাৰ প্ৰয়োজন হৈছে।

ফৰেনছিক লেবৰেটৰিত লহকৰৰ* লগত প'ষ্টাৰ সম্পৰ্কীয় আলোচনা।...

* মদন লহকৰ ভাল ফটোগ্ৰাফাৰ আৰু চিত্ৰকৰ। তেওঁৰ হাতৰ আখৰো বৰ ভাল। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগত চাকৰি কৰি থাকোঁতেই মোৰ লগত তেওঁৰ চিনাকি হৈছিল। পাছত তেওঁ অসম চৰকাৰৰ ফৰেনছিক লেবৰেটৰিৰ ফটোগ্ৰাফি বিভাগৰ চাকৰিলৈ আহিছিল। 'কোলাহল' চলচ্চিত্ৰখনৰ প'ষ্টাৰ আৰু অন্যান্য ফটো কিছুমানৰ কামত তেওঁ মোক সহায় কৰিছিল।

**২.১২.৮৮ :** ... অম্বিকাপদ চৌধুৰী আহিল। জানুৱাৰিৰ পৰা তেখেতসকলে সঁফুৰা offset পদ্ধতিত ছপা কৰাৰ কথা ভাবিছে। (নৰেশ্বৰৰ প্ৰথম সপ্তাহত ওলাবলগীয়া সংখ্যাটো আজিও ওলোৱা নাই। তথাপি মই ধৈৰ্য ধৰি কাম কৰিম।) অমূল্য কাকতী আহিল।* ফিল্ম জগত সম্পৰ্কে বহু কথাৰ আলোচনা। তেওঁ মানুহৰ আচৰণ দেখি হতাশ হয়। মই ক'লো,—তোমাক অনবৰত চাই থাকিবলৈ, উৎসাহ দিবলৈ, সহায় কৰিবলৈ মাত্ৰ এজন মানুহ পাবা; —সেইজন তুমি নিজে।

* অমূল্য কাকতী অভিনেতা, নাট্যকৰ্মী, চলচ্চিত্ৰৰ চিত্ৰনাট্য লিখোঁতা।

**৩.১২.৮৮ :** ...জিণ্টি পৰীক্ষা দিবলৈ গৈছে। আজি তাইৰ পৰীক্ষা আৰম্ভ। বৰ কষ্ট কৰিছে তাই। আমাৰো ৰাতি ভালকৈ শোৱা নহ'ল। মাকে মাজৰাতি উঠি কফি কৰি দিলে।

এক বজাৰ অলপ পাছতে Cultural Affairs-অৰ নতুন Deputy Secretary শ্ৰী চাংকাকতী আহিল। প্ৰায় আঢ়ৈ ঘণ্টা কথা-বতৰা। বিশেষকৈ শিক্ষা আৰু সংস্কৃতি বিষয়ক। মই তেখেতৰ মনত এটা কথা সুমুৱাবলৈ চেষ্টা কৰিলো। সংস্কৃতিৰ নামত চৰকাৰে যিকেইটা পইচা খৰচ কৰে, তাকে এনেকৈ খৰচ কৰিব লাগে যেন—ফলাফলটো স্থায়ী হয়। এই ক্ষেত্ৰত আমাৰ বহু সমস্যা আছে। সেইবোৰৰে এটা-এটাকৈ সমাধান কৰি গ'লে বহু কাম হয়; যুগমীয়া কাম হয়। জাতিটোৰ এই দুৰ্দিনত শক্তিৰ অপচয় ৰোধ কৰিব লাগে। এইটো সম্ভৱ। কেৱল vision থকা, ত্যাগী, নিৰ্লোভ, পৰিশ্ৰমী গুৰি ধৰোঁতা লাগে।...

**৪.১২.৮৮ : ৬-০৫** —ৰশ্মিক গুৱাহাটী ষ্টেছনত থ'বলৈ গ'লো। তাই দিল্লীত খেলিবলৈ যাব। টেবল টেনিছ সংস্থাৰ নতুন সভাপতি বীৰেন বৈশ্যৰ* লগত কথা পাতিলো। ক'লো— ঘৰুৱা প্ৰতিযোগিতাৰ সংখ্যা বঢ়াব লাগে। আমাৰ ল'ৰা-ছোৱালীহঁত গুণগত (খেলৰ) দিশৰ পৰা সৰ্বভাৰতীয় পৰ্যায়ত আছে; কিন্তু তেওঁলোকৰ match practice, fighting spirit, competition spirit-অৰ বৰ অভাৱ। এই অভাৱ গুচাবলৈ সঘনে প্ৰতিযোগিতা পাতিব লাগে।

... সন্ধিয়া 'আনন্দ' স্কুলৰ কমিটিৰ সদস্যসকল আৰু কাৰ্যকৰী সভাপতি আহিল। (আজি মেনেজিং কমিটি গঠিত হৈছে। মোক সভাপতি পতা হৈছে)। মই ক'লো,—সৰু ল'ৰা-ছোৱালীৰ স্কুল,—সিহঁতেই মুখ্য, সিহঁতৰ পঢ়া-শুনা, চৰিত্ৰয়েই মুখ্য; ইয়াত কোনো ৰাজনীতিৰ ঠাই নাই। সেই কাৰণেই মই নামত* সভাপতি হ'বলৈ সন্মতি জনালো।

* বীৰেন্দ্ৰ প্ৰসাদ বৈশ্য অসম গণ পৰিষদ দলৰ নেতা; পাছলৈ ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰী হৈছিল।

* মোৰ পৰিবাৰে সেইখন স্কুলত শিক্ষয়িত্ৰী হিচাপে কাম কৰিছিল, আৰু মোৰ সময়ৰ অভাৱ,—এই দুটা কাৰণত আগতে মই সভাপতি হ'বলৈ অমান্তি হৈছিলো। পাছত মান্তি হ'লো যদিও, কিছুদিনৰ পাছতে বাবটোৰ পৰা অব্যাহতি ল'লো।

**৮.১২.৮৮ :** ... G. L. Agarwalla, নৰেশ্বৰ শৰ্মা * আৰু এজন (চিনি পাওঁ, নামটো পাহৰিছোঁ) আহিল। ডাঙৰ প্ৰস্তাৱ। শ্ৰী আগৰৱালাই প্ৰকাশ কৰিব খোজা তিনিদিনীয়া অসমীয়া কাকতখনৰ সম্পাদক হ'ব লাগে। কাকতখন পাছলৈ 'দৈনিক' হ'ব। যন্ত্ৰ-পাতি ঘৰ-দুৱাৰৰ ফালৰ পৰা বৰ ডাঙৰ আয়োজন। মই পাছত কথা পাতিম বুলি ক'লো। লগে-লগে না কৰিবলৈ টান পাই তেনেকৈ ক'লো, কিন্তু পাছতনো মই কি ক'ম?...

* নৰেশ্বৰ শৰ্মা গুৱাহাটীৰ স্বদেশী একাডেমিৰ প্ৰতিষ্ঠাতা।

**৯.১২.৮৮ :** ...ফাইনেন্স কমিছনাৰৰ অফিছ। তেখেত নাই। P. Aজনে ভৰি তুলি, আউজি বহি-বহি কথাৰ উত্তৰ দিছিল। মই বাহিৰৰ পিয়নজনক কৈ আহিলো— তেখেতক ক'বা, এইটো বেয়া কথা। অলপ পাছত মানুহজনে মোক লগ ধৰি বুজালেহি,— তেখেতৰ ভৰিৰ বিষ আছে। মই ক'লো,—তেনেহ'লে মই সকলো বাদ দিলো। কথাটো পাহৰি গ'লো বুলিয়েই ধৰক। তেখেতে অনুতাপ কৰিলে। ...

**১১.১২.৮৮ :** ...শমীক বানাৰ্জীৰ* চিঠিৰ উত্তৰ লিখিলো। তেখেতে ভ্ৰাম্যমাণ থিয়েটাৰৰ ছবি কেইখনমান বিচাৰিছে। লগতে লিখিছে,—At the Allahbad seminars on Women in Indian Cinema, there was a lot enthusiastic response to your Agnisnaan, which I saw there for a third time.

...পাছবেলা জিন্টিয়ে ক'লে,—তাইৰ কিতাপ এখনৰ অধ্যায় এটা পঢ়ি মই note এটা লিখি দিব লাগে। তাইৰ সম্পূৰ্ণ অধ্যায়টো পঢ়িবলৈ সময় নহ'ব পাৰে। সৰ্বনাশ কাণ্ড! তথাপি যি পাৰিলো— কৰি দিলো। চাৰি পৃষ্ঠাৰ note.

...গধূলি ৮ বজাৰ আগতে কাৰেণ্ট গ'ল। ৰাতি ১১ মান বজাত আহিল, কিন্তু voltage বৰ কম। জিন্টিক আকৌ সেই চাৰিডাল মম জ্বলাই দিলো।* ...তাই বোধকৰোঁ মুঠতে এঘণ্টামান শুলে। মই তিনিঘণ্টামান।

* শমীক বন্দোপাধ্যায় পশ্চিমবংগৰ এগৰাকী সুপ্ৰতিষ্ঠিত লেখক আৰু আলোচক। সাহিত্য,

চলচ্চিত্ৰ আৰু নাটক,—এই তিনিওটা বিষয় তেখেতে গভীৰভাৱে চৰ্চা কৰে।

* পৰীক্ষাৰ সময়খিনিত বিজুলী যোগানৰ ব্যৱস্থাটো বৰ অনিয়মীয়া আছিল। মই জিণ্টিক চাৰিডাল শকত-শকত মমবাতি ওচৰা-উচৰিকৈ জ্বলাব পৰা এডাল বিশেষ ধৰণৰ 'ষ্টেণ্ড' সাজি দিছিলো।

**১২.১২.৮৮ :** ...ঘৰলৈ আহি দেখোঁ,—নীলনাথ বৰুৱাৰ চিঠি—শংকৰদেৱ কলাক্ষেত্ৰ সমিতিৰ সভা পৰহিলৈ। ফোন কৰিলো—। ড. নগেন শইকীয়া, যোগেন বৰুৱা,—এখেতসকললৈ খবৰ দিয়া হৈছেনে? তেখেতসকলে চিঠি পাবনে? তেখেতে স্বীকাৰ কৰিলে,—নগেন শইকায়াই নাপাব পাৰে। মই বোলো এনেকৈ কিয় হঠাতে সভাখন পাতিলে? যোৱাবাৰো তেওঁলোকে চিঠি পোৱা নাই। তেখেতে ক'লে,—মুখ্যমন্ত্ৰীয়ে শংকৰদেৱ বঁটাৰ নিয়মাৱলীখনৰ কথা কওঁতে এই সভাখন পাতিবলৈ ক'লে। মই সুধিলো, এইখন সমিতি আৰু সেইখন নিয়মাৱলীৰ সম্পৰ্ক কি? তেখেতে ক'ব নোৱাৰিলে। Confused.

এনেকৈ মহৎ প্ৰতিষ্ঠান প্ৰতিষ্ঠিত হ'ব?

...কলিকতাৰ পৰা Cine Central -অৰ অলোক চন্দাই ফোন কৰিলে। তেখেতসকলে ১৯ তাৰিখে ৩-৩০ বজাত নন্দনত কোলাহলৰ showটোৰ আয়োজন কৰিছে।

**১৪.১২.৮৮ :** ...প্ৰদীপ বৰুৱাৰ লগত শৰাইঘাট প্ৰিণ্টাৰ্চলৈ। 'কোলাহল'ৰ প'ষ্টাৰৰ কামৰ কাৰণে। সেইখিনি ঠাই মই আজি প্ৰথম দেখিলো।

পাছবেলা শংকৰদেৱ কলাক্ষেত্ৰ সম্পৰ্কীয় মিটিঙলৈ। জনতা ভৱনৰ Conference Room-অত। ড. নেওগ, ড. নগেন শইকীয়া, ড. যোগেন বৰুৱা নাই। মই আঁচনিখনৰ বিষয়ে ক'লো। অহা মিটিংখনত যেন সকলো উপস্থিত থাকে, কাগজ-পাতি যাতে সদস্যসকললৈ আগতে যায়, সেই বিষয়ে ব্যৱস্থা লোৱা হ'ল। মাটি প্ৰায় ১১০ বিঘামানৰ ব্যৱস্থা হৈছে বুলি জনা গ'ল। অহা ১৫ দিনৰ ভিতৰতে সীমা চমজি লোৱা হ'ব।

**১৮.১২.৮৮ :** ...কলিকতাৰ অসম ভৱনত ২১১ নম্বৰৰ কোঠালিত মই আৰু ড. মুক্তি গগৈ।* ... কেলকাটা ক্লাবত খোৱা-বোৱাৰ আয়োজন কৰিছে ছিনে ছেণ্ট্ৰেলে। মই তালৈ যাব লাগে। গ'লো। দিল্লীত থকা যুগোশ্লাভিয়াৰ কাউনছেলাৰ (Press & Culture) ভ্লাডিমিৰ নেছিক তাত উপস্থিত আছিল। কলিকতাৰ ডেপুটি মেয়ৰ মণি সান্যাল। খোৱাৰ মাজে-মাজে ইটো-সিটো আলোচনা।

১০-০৫—অসম-ভৱন। ড. গগৈ শুলে। তেখেতৰ বায়েক আলিপুৰত থাকে। তেখেতে (ড. গগৈৰ বায়েকে) মোৰ কাৰণে এটা পাভ মাছ গোটে-গোটে ৰান্ধি দি পঠাইছে। লগত মাংসৰ কিমাৰ পূৰ দিয়া stuffed বিলাহী এটা। মোৰ পেট ভৰি আছে। অথচ প্ৰায় দুমাহৰ মূৰত মাছৰ মুখামুখি। আৰু ইমান ডাঙৰ পাভ মাছ বোধকৰোঁ পঁচিছ বছৰমানৰ আগতে দিল্লীত নেকিব আহমদৰ ঘৰত দেখাৰ পাছত দেখা নাই। জোৰ কৰি মাছটো খাই পেলালো।

আচলতে ড. গগৈৰ বায়েকৰ আগ্ৰহ আৰু কষ্ট, আৰু আমি অসমত ইমান দিনে মাছ নোখোৱালৈ চাই মাছটো খাব লাগিছিল বৰ তৃপ্তিৰে, ধীৰে-সুস্থিৰে। পিছে কি হ'ব?

ড. গগৈৰ লগত মেডিকেল কলেজকেইখনৰ (অসমৰ) কথা ওলাল। Teaching-অৰ অৱস্থা শোচনীয় হৈ আহিছে।

* ড. মুক্তি গগৈ গুৱাহাটী মেডিকেল কলেজৰ গাইন'ক'ল'জি আৰু অবষ্ট্ৰেটিক্স বিষয়ৰ মুৰব্বী অধ্যাপক আছিল। গল্প আৰু ৰসাল কাহিনী লেখক।

**১৯.১২.৮৮ :** ২-৩০ বজাত আমি নন্দনলৈ ওলাই গ'লো। ৩-১৫ বজাত 'কোলাহল' শ্ব' আৰম্ভ। শ্ব'ৰ শেষত প্ৰায় দহজনমান মানুহ (ঘাইকৈ প্ৰেছৰ) অসম ভৱনলৈ আহিল। আমাৰ কোঠাত প্ৰায় আঢ়ৈ ঘণ্টা আলোচনা। ...এজনে ক'লে,—বৰ্তমানৰ বাংলা ছবিৰ অৱস্থালৈ চাই, আৰু আজি আপোনাৰ ছবি চাই আমি আপোনাৰ আগত লজ্জিত। বিপ্লৱ ৰায়চৌধুৰীয়ে ক'লে—এইখন এখন major Indian ছবি হ'ব। কবি অমিতাভ দাশগুপ্তই ক'লে,—তেওঁ overwhelmed হৈছে।

**২২.১২.৮৮ :** ...সন্ধিয়া নৰেশ্বৰ আহিল। নতুন তিনিদিনীয়া কাকতখনৰ কাৰণে কেইদিনমানৰ আগতে তেওঁলোকে মোক লগ ধৰিছিল (সম্পাদক হ'বলৈ, দায়িত্ব ল'বলৈ)। আজি মই নৰেশ্বৰক বুজাই ক'লো,—এতিয়া মই হঠাতে মোৰ কামৰ লাইনটোৰ সালসলনি কৰিলে অসুবিধা হ'ব। ...

**২৩.১২.৮৮ :** ... আবেলি পৰাগ দাস আহিল। তেওঁলোকৰ সাপ্তাহিক কাকতখনত মই এটা নিয়মীয়া শিতান লিখিব লাগে। মই ভাবি চাম বুলি ক'লো।*

* পৰাগ দাসে সম্পাদনা কৰা 'বুধবাৰ' নামৰ কাকতখনৰ আৰম্ভণিৰ কেইটামান সংখ্যাত মই ছদ্মনামেৰে কেইটামান ব্যংগাত্মক কাহিনী লিখিছিলো।

**২৬.১২.৮৮ :** ...নতুন দৈনিকৰ ৰাজীৱ বৰুৱা আহিল। তেওঁ প্ৰান্তিকলৈ এটা গল্প পঠাইছিল; গল্পটো মই পোনে-পোনে ওভোতাই নিদিলো। তেওঁক মোক লগ ধৰিবলৈ ক'লো। সেইকাৰণে তেওঁ আজি আহিছে। মই তেওঁক বুজালো,—গল্পটোৰ গণ্ডগোল ক'ত। কি কৰিলে এইটোক উদ্ধাৰ কৰিব পাৰি, সেই বিষয়েও ক'লো, আৰু সেইমতে নতুনকৈ লিখিবলৈ পৰামৰ্শ দিলো।

**২৮.১২.৮৮ :** ...পৰহি মেদিনী চৌধুৰীয়ে* ফোন কৰিছিল,—তেখেতে মে' মাহৰপৰা এখন পষেকীয়া আলোচনী প্ৰকাশ কৰিব। প্ৰথম সংখ্যাৰে পৰা প্ৰকাশ কৰিবলৈ মোৰ উপন্যাস এখন লাগে।

মই মোৰ অৱস্থাটো বুজাই ক'লো।

* মেদিনী চৌধুৰী গল্প, উপন্যাস আৰু প্ৰবন্ধ লেখক।

**৩০.১২.৮৮ :** ১০-১০ দিছপুৰৰ Secretariate-অলৈ। ...তাৰ পাছত শ্ৰী ভুবনেশ্বৰ ভট্টাচাৰ্যৰ ওচৰলৈ। কাইলৈ তেখেতৰ চাকৰিৰ শেষ দিন। তেখেতৰ স্বাস্থ্য সুন্দৰ হৈ আছে। সুধিলো,—"সঁচাকৈয়ে কাইলৈ আপুনি যাবনে?" তেখেতে ক'লে,—"পাৰিলে আজিয়েই যাওঁ।"—কিয়? কিয় এজন মানুহৰ সুদীৰ্ঘ জীৱন চাকৰি কৰি সেই চাকৰিটো এৰিবৰ সময়ত দুখ নালাগে? কিয় ওপৰ মহলাৰ কিছু মানুহে কাম কৰি ইমান অশান্তি পাইছে?

(সেই বিভাগৰে বিষয়া) শ্ৰী চাংকাকতীয়ে 'ফিল্ম পলিছি'ৰ কথা কৈছিল; মই ক'লো,—"মোক আৰু সেইবোৰৰ লগত জড়িত নকৰিব। জ্যোতি চিত্ৰবনৰ তৰফৰ পৰা লিখিতভাৱে, অফিছিয়েলি যি ক'ব লাগে ক'লো; আৰু একো নকওঁ। এই লাইনত কিছুমান এনেকুৱা মানুহ আছে, যাৰ কথা-বতৰা মই ৰাজ্য আৰু ৰাইজৰ মংগলৰ অনুকূল বুলি নাভাবোঁ।"

'যুগান্তৰ'ত এজনে লিখিছে,—ৰুণুৱে* প্ৰমাণ কৰিলে, তেওঁ ভাৰতীয় শিল্পীসকলৰ মাজৰ এজন প্ৰধান শিল্পী। 'আনন্দবাজাৰ'ত এজনে লিখিছে,—ৰুণুৰ অভিনয়ত আড়ষ্টতা! মানুহৰ বিচাৰ, credibilityৰ 'মা- বাপ' নোহোৱা হৈছে।

* 'কোলাহল' চলচ্চিত্ৰত ৰুণু দেৱী ঠাকুৰ।

**৩১.১২.৮৮ :** এই তাৰিখটো লিখিলেই, দেখিলেই মনটো গধুৰ-গধূৰ লাগে। কিয়? দিনতো গৈয়েই আছে! সকলো দিনেইতো সমান! হিচাপৰ সুবিধাৰ কাৰণে এখন কেলেণ্ডাৰ ব্যৱহাৰ কৰাৰ কাৰণেহে "বছৰৰ শেষ দিন" বোলা দিন এটাৰ সৃষ্টি হ'ল! মই উপলব্ধি কৰিছোঁ,—সময়ৰ প্ৰতি মৰম থাকিলে,—জীৱনৰ প্ৰতি মৰম থাকিলে প্ৰতিটো সন্ধিয়াতে মনটো গধুৰ-গধুৰ লাগিব লাগে। এদিন হয়তো এনেকুৱা দিন আহিব—প্ৰতিটো মুহূৰ্ত পাৰ হোৱাৰ লগে-লগে মনটো গধুৰ হৈ গৈ থাকিব।

প্ৰান্তিকৰ কাম। ফিল্মৰ কাম। ষ্টুডেণ্টছ ষ্ট'ৰছৰ ল'ৰাজনে 'এই বন্দৰৰ আবেলি' নামৰ কিতাপখনৰ পাঁচটা কপি দি গ'ল। বৰ ভাল লাগিল। এই কিতাপখনৰ প্ৰতি মোৰ এটা বিশেষ আগ্ৰহ আছিল। ১৯৬১-৬২ চন মানতেই চিলাৰায় প্ৰকাশৰ হৈ যতীন দেব আৰু দ্বিজেন দেবে কিতাপখন প্ৰকাশ কৰিবলৈ লৈছিল।* 'ধন্যবাদ' নামৰ গল্পটো কিতাপখনত সন্নিবিষ্ট কৰিব নোৱাৰিলো—কপিটো নোপোৱাৰ কাৰণে। ভৱিষ্যতলৈ গল্পটোৰ কপিটো যোগাৰ কৰিব লাগিব।

দহ বজাত প্ৰান্তিকলৈ। প্ৰদীপৰ লগত নতুন বছৰটোত প্ৰান্তিক সম্পৰ্কে কৰিবলগীয়া কামৰ আলোচনা।

২-৪৫ —ষ্টুডিঅ'লৈ। কালি প্ৰাঞ্জল শইকীয়াই "কিবা কথা এটা আলোচনা কৰিবলগীয়া আছে" বুলি লগ পাব খুজিছিল। তেওঁৰ লগত বোলে অইন কেইজনমান ফিল্মৰ লগত জড়িত লোক আহিব।

তেওঁলোক প্ৰায় ৩-৩০ বজাত আহিল। প্ৰাঞ্জল শইকীয়া, শিৱ ঠাকুৰ, চন্দ্ৰ নাৰায়ণ বৰুৱা, তপোব্ৰত বৰুৱা আৰু মুনীন বৰুৱা। অসম চৰকাৰে বোলে—ফিল্ম পলিছিখ কাগজ এখন প্ৰস্তুত কৰিছে; তাৰ বাকী প্ৰায় সকলো কথা ভাল; কিন্তু grant-টো সীমিত কৰাৰ কথা আছে। সেইটো তেওঁলোকে ভাল পোৱা নাই। মই যেন এই বিষয়ে মাত মাতোঁ।

মই বহু কথা ক'লো। মোৰ নিতান্ত প্ৰয়োজনৰ সময়ত, ফিল্মখন (কোলাহল) যথাসময়ত শেষ কৰিবলৈ, মোৰ প্ৰাপ্য পইচাৰ কাৰণে দৰখাস্ত কৰিছিলো; চৰকাৰে ১.৭৫ লাখ টকা দিছিল। মোৰ কামত বহু সুবিধা হ'ল। ছবিখন শেষ কৰিলো। সেইখন এতিয়া পেনোৰামাত সোমাইছে। কিন্তু সেই টকাখিনি মোক চৰকাৰে দিয়াৰ কাৰণে একাংশ মানুহে যি আচৰণ কৰিলে, সেয়া মোৰ কাৰণে বৰ অপমানজনক, বৰ বেদনাদায়ক আছিল। সেই কষ্ট মই নাপাহৰোঁ। সেই দুখত মই প্ৰতিজ্ঞা কৰিছোঁ,—মই ফিল্ম তৈয়াৰ কৰি অসমক সহায় কৰিবলৈ চেষ্টা কৰিম। নমৰালৈকে। কিন্তু film policyৰ নিচিনা ঘটনাত মই নিজকে জড়িত নকৰোঁ। মই তেওঁলোকক পৰিষ্কাৰ ভাষাত ক'লো,—মই আজিলৈকে যি ভাবিছোঁ,—সেইবোৰ কথা জ্যোতি চিত্ৰবন ছছাইটিৰ হৈ লিখিতভাৱে চৰকাৰক জনাইছোঁ। তাৰ বাহিৰে এই বিষয়ে মই চৰকাৰক এটা শব্দও কোৱা নাই। এচাম মানুহে "চৰকাৰে মোৰ কথাৰ ওপৰত গুৰুত্ব দিয়ে" বুলি ভবা কথাষাৰ মোৰ কাৰণে অপমানজনকহে। মোক শান্তিৰে কাম কৰিবলৈ দিয়ক। এইবোৰ পলিটিকছৰ ক্ষেত্ৰত মই মৰিলো বুলিয়েই ধৰি লওক। মই কাম কৰিম, ফিল্ম কৰিম। সমগ্ৰ শক্তিৰে।

* কিবা অসুবিধাৰ কাৰণে চিলাৰায় প্ৰকাশে ভালেমান পৃষ্ঠা কম্প'জ কৰিও 'এই বন্দৰৰ আবেলি' নামৰ কিতাপখন প্ৰকাশ কৰিব পৰা নাছিল। তেখেতসকলৰ অনুমতি লৈ কিতাপখনৰ প্ৰকাশৰ দায়িত্ব ষ্টুডেণ্টছ ষ্ট'ৰছক দিছিলো।

**১ জানুৱাৰি, ১৯৮৯ :** ...সুভাষ নামৰ (আৱাহন থিয়েটাৰত)* লগ পোৱা লেঙেৰা ল'ৰাজন আহিল। তেওঁ এখন নতুন বছৰৰ শুভেচ্ছা জনোৱা কাৰ্ড দিলে। জিণ্টি আৰু ৰশ্মিয়ে দিয়াখনৰ বাহিৰে এইখন দ্বিতীয় কাৰ্ড। তেওঁ লিখিছে,—

"নতুন বছৰটো আপোনাৰ দেহ-মন ফুলৰ দৰে পবিত্ৰ হৈ থাকক। লগতে আপোনাৰ চতুৰ্থখন ছবি এখন ভাল ছবি হিচাপে বিশ্বৰ দৰবাৰত থিয় হ'ব পাৰে সেয়ে মোৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা থাকিল। অকমান আশীৰ্বাদ পোৱাৰ আশাৰে ইতি আপোনাৰ "সুভাষ'। ১লা জানুৱাৰী।" চিঠিখন যেনে আছে তেনেই কপি কৰি থ'লো। নতুন বছৰৰ বাবে... মোক আৰু কি লাগিছে!

* সুভাষৰ অভিনয়ৰ প্ৰতি আগ্ৰহ আছিল। ভৰি এখনে তেওঁৰ বাবে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। সৰু-সুৰা ভূমিকাত দুবছৰমান অভিনয় কৰাৰ পাছত তেওঁ ভ্ৰাম্যমাণ থিয়েটাৰৰ পৰা আঁতৰি গৈছিল। এইবাৰ লগ পাওঁতে তেওঁ পাণ-তামোলৰ দোকান এখন দিয়াৰ কথা কৈছিল। —ইয়াৰ আগৰবাৰ আহোঁতে তেওঁ লগত কণা ল'ৰা এজন লৈ আহিছিল, আৰু কৈছিল,—সেই ল'ৰাজনৰ লগতে তেওঁ অসমৰ বাহিৰলৈ গুচি

যাব আৰু সেইফালেই ক'ৰবাত কিবা কৰিবগৈ। মই চলচ্চিত্ৰ নিৰ্মাণ কৰাৰ খবৰ পালেই তেওঁ আহিছিল আৰু অতি সৰু হ'লেও,— এটা ভূমিকাত অভিনয় কৰি মোক সহায় কৰিছিল। বহুদিন তেওঁৰ খবৰ পোৱা নাই।

**৭.১.৮৯ :** ...দিলীপ মহন্তক ৮ তাৰিখৰ film showটোলৈ মাতিছিলো। তেওঁ এদিন মোক কৈ থৈছিল। আজি তেওঁ ফোন কৰিলে,—ককায়েক প্ৰফুল্ল মহন্তয়ো ছবিখন চাব বুলি ৮ তাৰিখৰ পুৱাৰ অইন প্ৰগ্ৰেম cancel কৰিলে। মই তেওঁক মতাৰ কথা ভবা নাছিলো।* কিন্তু নিজে ক'লে যেতিয়া দুখন কাৰ্ড পঠালো।

* 'কোলাহল' চলচ্চিত্ৰখনৰ অভিনেতা-অভিনেত্ৰী, কলাকুশলী, চলচ্চিত্ৰখনৰ নিৰ্মাণৰ লগত প্ৰত্যক্ষভাৱে জড়িত বন্ধু-বান্ধৱী আৰু সংবাদসেৱী কেইগৰাকীমানৰ বাবে চলচ্চিত্ৰখনৰ প্ৰদৰ্শনী এটাৰ আয়োজন কৰিছিলো। সেইটো এটা প্ৰাইভেট অনুষ্ঠানৰ নিচিনা আছিল। মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই চলচ্চিত্ৰখন চাবলৈ নিজে আগ্ৰহ প্ৰকাশ কৰাৰ কাৰণে মই ভালেই পাইছিলো।

**৮.১.৮৯ :** ...প্ৰান্তিকৰ কাম। ৮ বজাত সকলো ওলাই গ'লো। অনুৰাধালৈ। শ্ব' আৰম্ভ হ'ল ৯-৩০ বজাত। ...ঘৰ পাওঁতে এক বাজিল। ফিল্মখন চাই কোনে কি পালে সেই বিষয়ে বহু কথা শুনিলো। ভাবি লাভ নাই। প্ৰায় সকলোৱে একমুখে উচ্চ প্ৰশংসা কৰিছে। কিন্তু লগে-লগে মোৰ আনন্দবাজাৰ পত্ৰিকাৰ প্ৰবোধ কুমাৰ মৈত্ৰৰ* কথা মনত পৰিছে।

ৰাতি সত্যপ্ৰসাদ বৰুৱাই ফোন কৰি ক'লে,—মুখ্যমন্ত্ৰীক অনুৰাধালৈ নি আপুনি এটা ডাঙৰ কাম কৰিলে। মই বোলো,—কিয়? তেখেতে ক'লে,—ফণী শৰ্মাৰ হললৈ বোলে তেওঁ নাযায়। মই বোলো,—সেইবোৰ তুচ্ছ কথাত মই নাই। তেওঁ নিজে ছবিখন চাবলৈ আগ্ৰহ প্ৰকাশ কৰিছে; তাৰ পাছত মই আহিব পাৰে বুলি কৈছোঁ, আহিছে, চালে, গ'ল,— চাফা কথা।

* আনন্দবাজাৰ পত্ৰিকাত ৰুণু দেৱীৰ অভিনয়ৰ আড়ষ্টতাৰ কথা লিখিছিল পশ্চিমবংগৰ চিত্ৰ সমালোচক আৰু চৰকাৰৰ সাংস্কৃতিক বিভাগৰ বিষয়া প্ৰবোধ কুমাৰ মৈত্ৰই। উল্লেখযোগ্য কথা,—শ্ৰী মৈত্ৰৰ লগত মোৰ সম্পৰ্ক সৌহাৰ্দপূৰ্ণ।

**১১.১.৮৯ :** ৰে'লত।* ৰাতি মাজে-মাজে টোপনি ভাগে। তেনেকুৱা সময়ত বহুত কথা মনলৈ আহে। কথাবোৰ দকৈ ভাবিব পাৰি। কি বিচিত্ৰ সংসাৰ! ক'ৰ পৰা ক'লৈ গৈছে এইবোৰ মানুহ? এনেকৈ দুদিনৰ কাৰণে একেটা ডবাতে থূপ খোৱাৰ কি বিচিত্ৰ প্ৰক্ৰিয়া! এজন ডেকা দুঘণ্টাৰ কাৰণে আমাৰ কোঠাত বহি গ'ল। তেওঁ সোণ নদীৰ বালি, পাহাৰৰ শিলগুটি আদি P & T বিভাগক যোগান ধৰে। মোগলচৰাইত তেওঁ নামি গ'ল। ক'লৈ যে গ'ল!

কম্পেনিত কাম কৰা ডেকাজনে এখন কিতাপ শেষ কৰি অইন এখন কিতাপ আৰম্ভ কৰিলে (পঢ়িবলৈ)। নতুন কিতাপ। প্ৰথমখন জিণ্টিয়ে আনি পঢ়িলে। এইজন ডেকাৰ কিতাপ কিনি পঢ়াৰ অভ্যাসটোৰ কথা ভাবিয়েই ভাল লাগিল। আমাৰ ঘৰত জিণ্টিয়েহে সেই অভ্যাসটো জীয়াই ৰাখিছে। মই ৰে'লত প্ৰান্তিকলৈ অহা গল্প কেইটামান পঢ়িলো।

* ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহেৎসৱত যোগ দিবলৈ সপৰিয়ালে দিল্লীলৈ গৈছোঁ।

**১২.১.৮৯ :** ... অশোক হোটেললৈ গ'লো। Delegate হিচাপে কৰিবলগীয়া প্ৰাথমিক কামখিনি কৰিলো। সেইখিনিতে ডেৰেক মেলকম আৰু অদূৰ গোপালকৃষ্ণণক পালো। গোপালকৃষ্ণণক মই আগতে মাতি চিনাকি দিলো। মেলকমে মোক দেখিয়েই চিনি পালে। অদূৰ গোপালকৃষ্ণণে অগ্নিস্নানৰ কথা বৰ ভালকৈ ক'লে। মেলকম আৰু তেওঁ মোৰ আগতে ছবিখনৰ কথা আলোচনাও কৰিলে। ভাল লাগিল। মেলকমে টৰণ্ট'ৰ David Overbey-ৰ লগত মোক চিনাকি কৰি দিলে। তেওঁ Festival of Festivals-অৰ Programmer.

ছিৰি ফ'ৰ্টলৈ গ'লো। তাত delegate badge আদি ল'লো। বুদ্ধদেৱ দাশগুপ্ত, বাসু ভট্টাচাৰ্য আৰু Times of Indiaৰ পুৰণি সমালোচকজনক (নামটো?) লগ পালো। তিনিও কোলাহল চাইছে; উচ্চকণ্ঠে প্ৰশংসা কৰিলে। ড. ভূপেন হাজৰিকাক লগ পালো। তেখেতেও হেনো কোলাহলৰ বৰ প্ৰশংসা শুনিছে; কেৱল এজনে প্ৰিণ্টটো বেয়া বুলি কৈছে। (মোকতো কোনেও এই কথা কোৱা নাই! অৰুণ বাবুৱে নিজে প্ৰিণ্ট ভাল হৈছে বুলি কৈছে।) আবেলি আকৌ ছিৰি ফ'ৰ্টলৈ গ'লো। এইবাৰ অমিতা মালিকক লগ পালো। তেওঁ যেন প্ৰশংসাত অধীৰ হৈ পৰিল।

**১৩.১.৮৯ :** অসম ভৱন। প্ৰান্তিকৰ কাম।

...১-৪৫—ছিৰি ফ'ৰ্টলৈ।* হাংগেৰিয়ান ছবি Just Like Amerika চালো। প্ৰায় political ছবি। কেপিটেলিজম আৰু আমেৰিকাৰ জীৱনৰ বিৰুদ্ধে। কিন্তু ইমান দীঘলীয়া sex act দুটাৰ justification নাই। বহু কম সময় খৰচ কৰি আভাসেৰেই একে effect আনিব পৰা গ'লহেঁতেন। অনিল চাটাৰ্জী আৰু নিৰ্মল ধৰক* লগ পালো। ৭-৩০ অসম ভৱন। ৰাতি ইয়াতে উৰুকাৰ ভোজ খালো।

* ছিৰি ফ'ৰ্টৰ প্ৰেক্ষাগৃহসমূহ চলচ্চিত্ৰ মহোৎসৱৰ কেন্দ্ৰস্থল আছিল।
* অনিল চাটাৰ্জী পশ্চিম বংগৰ গুণী অভিনেতা আছিল। তেওঁৰ অকালতে মৃত্যু হ'ল। নিৰ্মল ধৰ সেই ৰাজ্যৰে চলচ্চিত্ৰ সমালোচক আৰু সাংবাদিক। ইয়াৰ পাছৰ দিনকেইটাত লগ পোৱা চলচ্চিত্ৰ জগতৰ পৰিচিত লোক কেইগৰাকীমানৰ বিষয়ে টোকা নিদিলেও হ'ব বুলি ভাবিছোঁ।

**১৪.১.৮৯ :** অসম ভৱন। দিল্লী। ৫-৩০। প্ৰান্তিকৰ কাম। পেকেট এটা কৰি পঠিয়াবলৈ সাজু কৰিলো। দহ বজাত অশোকালৈ। নবেন্দু ঘোষে নিজে আহি চিনাকি দি কথা পাতিলে। ক'লে— তেওঁ মূলতঃ লেখক। নণ্ট ফেষ্টিভেলৰ (ফ্ৰান্সৰ) জালাদু (সৰুজন) আহিছে।

লগ পালো। ১১ বজাত ছিৰি ফ'টলৈ। অদূৰ গোপালকৃষ্ণণ আৰু বুদ্ধদেৱ দাশগুপ্তই আলোচনা চক্ৰ পাতিছে। দূৰৰ পৰা অলপ শুনিলো। প্ৰবোধ মৈত্ৰই মোক সাবটি ধৰিলে। তেওঁ আনন্দবাজাৰত কোলাহলৰ কথা বেয়াকৈ লিখিছিল। কলিকতাৰ বাকী সকলো সাংবাদিক বৰ আচৰিত হৈছিল। মই পিছে অলপো সেই ভাব প্ৰকাশ কৰা নাই। সৰু কথা। প্ৰদীপ বিশ্বাসে ক'লে, —কাইলৈ মোৰ T.V.ইন্টাৰভিউ আছে। দীপা শাহী, অৰুণা বাসুদেৱক লগ পালো। ৰাছিয়ান ফিল্ম Kommissar চালো। ঘোঁৰা দৌৰাৰ দৃশ্যটো বৰ ভাল। Screen -অৰ অৰুণ খান্না—বৰ স্মাৰ্ট জাৰ্নেলিষ্ট। কলিকতাৰ বিদ্যাৰ্থী চাটাৰ্জীয়ে লগ ধৰিলে। তেওঁ মোৰ এটা interview ল'ব। তেওঁ ক'লে,—যিবোৰ মানুহৰ ঠাই চোৱাৰ ইচ্ছা নাই, তেওঁলোকৰ দুখ নাই। আমাৰ বৰ দুখ। নিজৰ দেশখনৰে কিমান ঠাই নেদেখিলো। ...

**১৫.১.৮৯ :** ...দিল্লীৰ অসমীয়া ৰাইজে বিহু পাতিছে, তালৈ গ'লো। অচ্যুত শইকীয়া, বৰদা শৰ্মা আদিক লগ পালো। অকণমান সময় থাকি গুচি আহিলো। ছিৰি ফ'টলৈ গ'লো। T.V.ৰ interview ৩-৩০ মানত শেষ হ'ল। ৪-৩০ বজাত জাৰ্মান ফিল্ম Dragon's Food চালো। কলিকতাৰ সজল দত্তই গণশক্তিৰ দুটা কপি দিলে। এটাত মোৰ বিষয়ে, এটাত কোলাহলৰ বিষয়ে ছপা হৈছে। পুৰা শংকৰ বৰুৱা নামৰ ল'ৰাজন আহিছিল। পুৰা ৭-৩০ বজাত, চল্লিছ কিল'মিটাৰ দূৰৰ পৰা। ইমান ঠাণ্ডাত। তেওঁ ফিল্মৰ বিষয়ে কথা পাতিলে। আবেলি তেওঁ Cinema India International-অৰ কপি এটা দিলে। তাত কোলাহলৰ কথা Cover story হিচাপে প্ৰকাশ কৰা হৈছে।

আজি দুপৰীয়া অসম ভৱনৰ পৰা অশোক হোটেললৈ আহিলো। Room No. 559

**১৬.১.৮৯ :** ...অশোক হোটেল। ১০ বজাত দূৰদৰ্শন ভৱনলৈ। লগত জাহ্নু বৰুৱা। বাটত তেওঁক অসমৰ ছিনেমা জগতৰ কিছু মানুহৰ ক্ষেত্ৰত থকা মোৰ মনোবেদনা প্ৰকাশ কৰিলো। ...

... D.G. শ্ৰী শিৱকুমাৰ শৰ্মাক* লগ ধৰি মোৰ ক'বলগীয়াখিনি ক'লো। ১২-৩০ বজাত দিল্লীৰ Lt. Governor -অৰ Lunch -অলৈ। বহু অতিথি। বান্দৰৰ খেল, ভালুকৰ খেল, লাটুমৰ খেল, লোকনৃত্য, লোকগীত ইত্যাদিৰ আয়োজন। মনমোহন কৃষ্ণ, জগমোহন আদি ভালেমান মানুহৰ লগত কথা-বতৰা।

...৪ বজাত ছিৰি ফ'টলৈ। মোৰ প্ৰেছ কনফাৰেন্স ২০ তাৰিখে ১২ বজাত। Media Desk-এ খবৰ দিলে। Confirm কৰিলো। ৬-৩০ বজাত ফৰাছী ছবি—Quelques Jours Avec Moi চালো। ...

* দূৰদৰ্শনৰ ডাইৰেক্টৰ জেনেৰেল শ্ৰী শিৱ কুমাৰ শৰ্মাক মোৰ ক'বলগীয়া কথাৰ সাৰাংশ আছিল,— 'কোলাহল' নামৰ চলচ্চিত্ৰখন আন্তঃৰাষ্ট্ৰীয় মহোৎসৱৰ ইণ্ডিয়ান পেনোৰামা শাখাৰ বাবে নিৰ্বাচিত হ'ল যেতিয়া, ছবিখন দূৰদৰ্শনে সোনকালে প্ৰচাৰ (প্ৰিমিয়াৰ ৰিলিজ) কৰিলে মই আৰ্থিক দিশৰ পৰা বৰ সকাহ পাম।

**১৮.১.৮৯ :** ...দহ বজাত ছিৰি ফ’ট। Times of India-ৰ শ্ৰীমতী সেনগুপ্তাই কালি ৰাতি ফোন কৰি কৈছিল, আজি open discussion-অৰ পাছত ইণ্টাৰভিউ। দীঘলীয়া। ... Open discussion -অত আজি গোপী অৰোৰা আছিল। G. P. Sippyও আছিল।

পাছবেলা আমাক মহোৎসৱৰ কৰ্তৃপক্ষৰ মানুহে অশোক হোটেলৰ পৰা অৰ্চনা ছিনেমালৈ লৈ গ’ল। মোক মঞ্চত তুলি দৰ্শকৰ লগত চিনাকি কৰি দিলে। তাৰ পাছত ছবি আৰম্ভ। মানুহ কম। কিন্তু মাদ্ৰাজ (১৯৭৮) আৰু হায়দৰাবাদতকৈ (১৯৮৬) বেছি। ...

**২০.১.৮৯ :** ...দহ বজাৰ বাছত ছিৰি ফ’টলৈ। এখন ফিল্মৰ আধা চালো। ১২-৩০ বজাত মোৰ press conference. প্ৰথমতে মই দহ-বাৰজন মানুহ হ’ব বুলি ভাবিছিলো। কিন্তু দেখিলো—বহু মানুহ হৈছে। ভাল লাগিল।* ...

...নিউয়ৰ্কৰ ছমি ৰয় আৰু নণ্টৰ জালাদুৱে ক’লে,— তেওঁলোকে কোলাহল one of the best film বুলি ভাবে।

* সংবাদমেলত মোৰ বক্তব্যৰ এটা গুৰুত্বপূৰ্ণ বিষয়বস্তু আছিল— ইণ্ডিয়ান পেনোৰামা শাখালৈ চলচ্চিত্ৰ নিৰ্বাচন কৰা সদস্যসকলৰ ব্যক্তিগত সততা আৰু জ্ঞান।

**২১.১.৮৯ :** ৫-৫০। পুৱাই কাগজবোৰ গোটালো। কালি press conferenceঅৰ কথা কোনে কি লিখিছে চালো।

মৃণাল সেনৰ ‘একদিন অচানক’ চালো। তাজ পেলেছ হোটেলৰ শীৰ্ষ মহলত।

ডেৰেক মেলকমৰ লগত আলোচনা।* তেওঁ তেওঁৰ ঠিকনাটো লিখা কাগজখনত লিখি দিলে,—"The best new film in the Indian Panorama in 1989". "Simple, direct and honest, with a fine central performance from...". (ৰুণু দেৱী ঠাকুৰৰ নামটো মোক লিখি ল’বলৈ ক’লে।)

* ডেৰেক মেলকম ইংলেণ্ডৰ এগৰাকী আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ চলচ্চিত্ৰ সমালোচক। তেখেত সেই সময়ত দা গাৰ্ডিয়ান কাকতৰ হৈ ভাৰতৰ মহোৎসৱলৈ আহিছিল। মহোৎসৱত এৰা-এৰি হোৱাৰ আগতে তেখেতে কাগজ এখনত তেখেতৰ নাম-ঠিকনা লিখি দিছিল, আৰু কাগজখনৰ বাকী থকা ঠাইত উক্ত মন্তব্যটো লিখি দিছিল।

**২২.১.৮৯ :** ...প্ৰায় চাৰি বজাত ঘৰ। আহিয়েই থিয়ৈ-থিয়ৈ কাগজবোৰ চালো; ইতিমধ্যে কোলাহল সম্পৰ্কে কোনেনো কি লিখিছে! সাধাৰণ ঔৎসুক্যৰ বাবে। ...PTI ৰ বাতৰি— দৈনিক অসমত ওলোৱাটো অলপ ভুল। গুৱাহাটীত সৰু ছিনেমাহল সজাৰ ব্যৱস্থা কৰা হৈছে বুলিহে কৈছিলো। নিৰ্মাণৰ কাম আৰম্ভ কৰা হৈছে বুলি কোৱা নাছিলো।

ঘৰ-দুৱাৰ চাফা কৰা, বস্ত্ৰ-বাহানি, মেজ আদি চিক্তিল কৰাত লাগিলো।

**২৩.১.৮৯ :** ...তামিলনাডুৰ নিৰ্বাচনৰ বাতৰি। যোৱা সপ্তাহত দিল্লীত থাকোঁতে কাকতত

পঢ়িছিলো,—ই-কংগ্ৰেছে কিমান ধন-জন ব্যৱহাৰ কৰি নিৰ্বাচনী অভিযান চলাইছে। তাৰ পাছতো এনে পৰাজয় তৎপৰ্যপূৰ্ণ। ইয়াত দেশৰ ওপৰেদি যোৱা বতাহৰ চৰিত্ৰৰ পৰিচয় আছে। প্ৰান্তিকলৈ। ...পাছবেলা প্ৰান্তিকৰ কাম। ...ৰাতি প্ৰান্তিকৰ কাম। ১০-২০ বজাত T.V.ত ফিল্ম মহোৎসৱ সম্পৰ্কীয় অনুষ্ঠান। ডেৰেক মেলকমৰ লগত অমিতা মালিকে কথা পাতিছে। প্ৰথমতে ইণ্ডিয়ান পেনোৰামাৰ কথা। মেলকমে ক'লে,—তেওঁ ইণ্ডিয়ান পেনোৰামাৰ ছবিৰ ক্ষেত্ৰত অসন্তুষ্ট। তেওঁৰ মতে best ছবিখন হৈছে The Turmoil — কোলাহল। (The film from Assam)। তাৰ পাছত ছবিখনৰ এটা দৃশ্য...। বৰ আনন্দ পালো। কিছু সময়ৰ পাছত তেওঁলোক দুজন আকৌ ওলাল। মেলকমে কথাটো আকৌ দোহাৰিলে।

**২৫.১.৮৯ :** ...ৰাতি যোৰহাটৰ অৰূপ দত্তই মোক দেখি হাত দাঙিছিল। ৰ'লো। তেখেতে মোক লগ ধৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। মই ৫ বজাত আহিবলৈ ক'লো। ...৫ বজাৰ অলপ পাছতে দত্ত আহিল। Published literature-অৰ ওপৰত ভেটি কৰি film নিৰ্মাণ,—এই সম্পৰ্কে আলোচনা। তেখেত বোম্বাইলৈ যাব,—এই সম্পৰ্কীয় এক আলোচনাত যোগ দিবলৈ। তাৰ বাবে এই আগতীয়া কথা-বতৰা।

মই অইন এটা কথা শুনি বৰ ভাল পালো। দত্তৰ কিতাপ সাতটামান বিদেশী ভাষালৈ অনূদিত হৈছে। জাপানী কিতাপখন (Kaziranga Trail) ভাৰতীয় কিতাপখনৰ তুলনাত বহু বেছি সুন্দৰ হৈছে। তেখেতে এই লিখাৰ ওপৰতে ভাৰসা কৰি চলাৰ কথা ভাবিছে। মই তেখেতক আন্তৰিক শুভেচ্ছা জনালো। মই নিজেও ঘৰত এনে এটা লাইন লোৱাৰ কথা কৈ থাকোঁ। কোনো ধৰণৰ pressure মোৰ ভাল নলগা হৈছে।

**২৮.১.৮৯ :** নগাঁও।* ৫-৪০। এপাক ফুৰিবলৈ ওলাওঁতে ভাস্কৰ বৰুৱাক (Commissioner, Planning and Development) পালো। তেখেত গুৱাহাটীলৈ যাবলৈ ওলাইছে। কাইলৈ তেখেত দিল্লীলৈ যাব বুলি শুনি NECৰ আঁচনিখনৰ কথা ক'লো। মই দিল্লীত আছিলো কাৰণে নিৰ্দিষ্ট দিনত তেখেতৰ লগত আলোচনা কৰিব পৰা নাছিলো।

ৰাতি (ৰাতিপুৱা) শোওঁতে তিনি বাজিবৰ হ'ল।

* নগেন ককাইদেউৰ সৰু ছোৱালীজনীৰ বিয়া উপলক্ষে নগাঁৱলৈ গৈছিলো আৰু দুৰাতি কলংপাৰৰ ছাৰ্কিট হাউছত শুইছিলো।

**২৯.১.৮৯:** নগাঁও। সাতমান বজাত উঠিলো। গা-পা ধুই ঘৰলৈ গ'লো। সকলোকে মাত লগালো। বকুল নবৌৱে ক'লে, —গাখীৰ নাই, ফিকা চাহ এটোপা—? মই খাম বুলি ক'লো। বহুদিনৰ মূৰত গাখীৰ নথকাৰ কাৰণে ফিকা চাহ খালো। কিন্তু এই "গাখীৰ নাই" অভাৱৰ "গাখীৰ নাই" নহয়। বিয়াৰ হুলস্থূলৰ বাবেহে এনে হৈছে। চাহ কাপ খাই,—কিয় জানো,—মনটো ভাল লাগিল।

১২-২৫—গুৱাহাটীলৈ। ২-৪৫—ঘৰ।

...চৰকাৰী চাৰু-কলা মহাবিদ্যালয়ৰ ছাত্ৰ দুজন আহিল জীৱেশ্বৰ বৰুৱাৰ* ২৫তম

মৃত্যু তিথিলৈ মাতিবলৈ (৩১।১।৮৯)। সেই মানুহজন—! পৰিস্কাৰকৈ মনত পৰিল। ঢুকুৱা ২৫ বছৰ হ'ল!

* চিত্ৰশিল্পী জীৱেশ্বৰ বৰুৱা মোৰ বাবে শ্ৰদ্ধেয় ব্যক্তি আছিল।

**৩০.১.৮৯ :** ... উৎপল দত্ত আহিল। এঘণ্টামান আলোচনা। ফিল্মৰ বিষয়ে। (মোৰ মূল বক্তব্য,—) যথেষ্ট সংখ্যক ভাল, ছিৰিয়াছ ছবি চাই নাথাকিলে এজন সমালোচকৰ বিচাৰ-বুদ্ধি, গ্ৰহণ-বিসৰ্জন-ক্ষমতা, মানসিক অৱস্থাৰ উন্নতি হয় কেনেকৈ? উন্নতিৰ কথা নধৰিলেও, সেইবোৰ গুণ জীয়াই থাকে কেনেকৈ?

...দুপৰীয়া মুখ্যমন্ত্ৰীৰ অফিছৰ পৰা এজন কৰ্মচাৰী আহিল। কাগজ এখন বিচাৰি। তেওঁৰ পৰা গম পালো—মুখ্যমন্ত্ৰী দিল্লীলৈ যাব। ফোন কৰি মুখ্যমন্ত্ৰীক ক'লো,—জ্যোতি চিত্ৰবন সম্পৰ্কীয় NECৰ আঁচনিখন এইবাৰ যেন প্লেনিং কমিছনে গ্ৰহণ কৰে,—তাৰ বাবে দিল্লীত তেওঁ প্ৰয়োজনীয় ব্যৱস্থা ল'ব লাগে।

**৩১.১.৮৯ :** বীৰেশ্বৰ বৰুৱা (Secretary Educaiton. Cultural) আৰু শ্ৰী চাংকাকতি (Deputy Secy. Cultural) আহিল। প্ৰায় আঢ়ৈ ঘণ্টা আলোচনা। মই মোৰ নিজৰ কথা কৈ ল'লো। তাৰ পাছত ক'লো,—যিবোৰ মানুহে ভাল কাম আৰু ৰাজ্যৰ মংগলৰ কথা নাভাবি কেৱল নিজৰ কথা ভাবি ৰাজ্যৰ চলচ্চিত্ৰ-নীতিৰ বিষয়ে চিঞৰ-বাখৰ কৰে, তেনে মানুহৰ লগত কেতিয়াও মই নিজকে জড়িত নকৰোঁ। মোক শান্তিৰে ভাল ছবি কৰিবলৈ দিয়ক। মই অসমৰ উপকাৰ কৰিব নোৱাৰিলেও অপকাৰো নকৰোঁ।

আমি যাৰ ঘৰৰ সহায় লৈ বেলতলাৰ চুবুৰিটোত কোলাহলৰ outdoor shooting কৰিছিলো, সেই ঘৰৰ গাভৰু ছোৱালী এজনী ঢুকাল। খবৰ কৰিবলৈ গ'লো।

**২ ফেব্ৰুৱাৰি, ১৯৮৯ :** ... দৈনিক অসমৰ গল্পৰ কাম।* অসমৰ (চৰকাৰী পৰ্যায়ৰ) সাংস্কৃতিক কাৰ্যসূচীখনৰ কাম। [এইখন মই লিখি দিছিলো। চৰকাৰে আৰু কেইটামান কথা সন্নিবিষ্ট কৰিব পাৰিনে—সুধিছিল। সেই কথাবোৰো মই লিখাখনত আছেই। বোধকৰোঁ (তেখেতসকলে) পঢ়ি নোচোৱাকৈ মোলৈ পঠাইছে।] সাংস্কৃতিক কাণ্ড-কাৰখানা কিছুমান দেখি মই এইবোৰৰ পৰা আঁতৰাৰ সিদ্ধান্ত লৈছিলো। গতিকে চিঠিখনৰ উত্তৰ দিয়াৰো উৎসাহ অনুভৱ কৰা নাছিলো। পৰহি এজন মানুহে খবৰ কৰিলে কাৰণে ফাইলটো বিচাৰি উলিয়ালো।

* তেতিয়াৰ দৈনিক অসমৰ সম্পাদক প্ৰফুল্ল চন্দ্ৰ বৰুৱাই মোক প্ৰতিযোগিতালৈ অহা গল্প কেইটামান বিচাৰ কৰিবলৈ দিছিল। সময় উলিয়াই কামটো মাজে-মাজে কৰি আছিলো।

**৪.২.৮৯ :** ...USSR—Hungary—Foot ball—Final—at Goa.

...আজি ভবেন বৰুৱাই ফোন কৰিলে। এবছৰ ন মাহমানৰ মূৰত তেওঁৰ মাত শুনিলো।

তেওঁলোকে এখন আলোচনী প্ৰকাশ কৰিব খুজিছে। লেখক, পাঠক, বিক্ৰেতা সকলো নিৰ্বাচিত আৰু সীমিত হ'ব। লগতে তেওঁলোকে এটা সংগীত স্কুল খুলিছে। ৰবীন্দ্ৰ সংগীতেৰে আৰম্ভ কৰা হৈছে। পিয়ানো, অৰ্গেন আদি যোগাৰ কৰাৰ আয়োজন চলিছে।

যোৱা তিনি বছৰত ৰাজ্যখনৰ অৱস্থা (সাংস্কৃতিক, বৌদ্ধিক) বেছি বেয়া হোৱাৰ কথা তেওঁ উল্লেখ কৰিলে।

**৬.২.৮৯ :** ...আজি পেট্ৰল পাম্পবোৰ বন্ধ! তেওঁলোকৰ প্ৰতিবাদ দিৱস। কেইদিনমানৰ আগতে কেইজনমান ডেকাই এটা পেট্ৰল পাম্পত 'গুণ্ডামি' কৰিছিল। এনে প্ৰতিবাদ যুক্তিযুক্ত, প্ৰয়োজনীয়।

**৭.২.৮৯ :** ...৭-৩০ বজাত মুখ্যমন্ত্ৰীক লগ পালো। (তেওঁ আগতে খবৰ দি থৈছিল।) কথাটো হ'ল—Tea Associatioঅৰ শ্ৰী খৈতানে শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰক আৰ্থিকভাৱে সহায় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। সেই বিষয়ে মই যোগাযোগ কৰিব লাগে।

বুদ্ধদেৱ বসুৱে* (আমেৰিকাত থাকোঁতে) জীয়েকলৈ লিখা চিঠি দুখন পঢ়িলো।

* বাংলা ভাষাৰ প্ৰথিতযশা সাহিত্যিক।

**৮.২.৮৯ :** ...শ্বিলঙৰ পৰা মুনীন হাজৰিকা (NECৰ) আহিল। জ্যোতি চিত্ৰবনৰ projectটো সম্পৰ্কে তেখেতে শেহতীয়া অৱস্থাৰ কথা ক'লে। এতিয়া Information & Broadcasting Ministry-এ projectটোৰ technical clearance দিব লাগে।

**৯.২.৮৯।** ... শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ কাম। ড. নগেন শইকীয়াৰ ডিব্ৰুগড়ৰ ঘৰলৈ ফোন কৰিলো। তেখেত ২০।২।৮৯ তাৰিখে আহিব পাৰিব। ১-৪৫—Cultural Secretary বীৰেশ্বৰ বৰুৱাৰ অফিছলৈ। সাংস্কৃতিক কেন্দ্ৰৰ সভা সম্পৰ্কীয় কথা, শংকৰদেৱ বঁটাৰ নিয়মাৱলী সম্পৰ্কীয় কথা, আৰু চলচ্চিত্ৰ নীতি সম্পৰ্কীয় কথা। মই চলচ্চিত্ৰ-নীতিৰ খচৰাখন (চৰকাৰে কৰা) সম্পৰ্কে কোনো মতামত নিদিওঁ বুলি ক'লো। শ্ৰী চংকাকতীও আছিল। তেওঁলোকে মোৰ লগত আকৌ ১৪ তাৰিখে কথা পাতিব বুলি ক'লে। সেইটো অফিছৰ পৰা ওলাওঁতে পাঁচ বাজিল।

কালি মুনীন হাজৰিকাই NECৰ Regional Cultural Advisory Committeeৰ মিটিং ১৬।৩।৮৯ তাৰিখে হ'ব বুলি চিঠি এখন দি গ'ল। এইবোৰ মিটিঙৰ কিবা সাৰ্থকতা আছেনে নাই সেই বিষয়ে মোৰ সন্দেহ জন্মিছে।*

* মোক সেইখন সমিতিৰ সদস্য পতা হৈছিল। সমিতিখনৰ পৰা একো কাম নহ'ল বুলিয়েই পাছলৈ মই নিশ্চিত হৈছিলো। সমিতিখনৰনো কি হ'ল, সেই বিষয়েও একো গম নাপালো।

**১০.২.৮৯ :** ... 'অধিনায়ক' নামৰ আলোচনীখনৰ প্ৰথম সংখ্যাটো আজি আনুষ্ঠানিকভাৱে, এখন সৰু সভাত প্ৰকাশ কৰা হ'ল। প্ৰফুল্ল হাজৰিকাৰ* ঘৰতে। লক্ষ্যধৰ চৌধুৰীয়ে "উন্মোচন" কৰিলে। সভাপতি জীৱেশ্বৰ চক্ৰৱৰ্তী। হীৰেন ভট্ট, অতুলানন্দ

গোস্বামী আৰু বেণু মিশ্ৰক লগ পালো।

আজি সৰস্বতী পূজা। সকতে— নগাঁৱত থকা দিনখিনিত— এই দিনটো যে কেনেকৈ পালিছিলো! কণফুল আৰু নগেন ককাইদেৱে যে এবাৰ ঘৰতে প্ৰতিমা সাজিছিল! ...

* প্ৰফুল্ল হাজৰিকা এসময়ৰ যশস্বী ফুটবল খেলুৱৈ। এখেত অধিনায়কৰ প্ৰকাশক আছিল।

**১৩.২.৮৯ :** ...আজি আৰু এখন চিঠি পালো,—লে'টাৰ হে'ডত মোৰ নাম উপদেষ্টাৰ ভাগত ছপা কৰা আছে! মইনো কেনেকৈ উপদেষ্টা হ'লো ক'বই নোৱাৰোঁ। মোৰ নামটো তেনেকৈ তাত ছপা হোৱাৰ কথা মই যে ঘৃণাক্ষৰেও নাজানো, এই কথা কোনোবাই বিশ্বাস কৰিবনে? মই আগতে বহুতক কৈছোঁ,—যিহেতু মই উপদেশ দিবলৈ সুবিধা কৰিব নোৱাৰোঁ, গতিকে কেৱল নামটোৰ কাৰণে মোক ব্যৱহাৰ নকৰিব। উপদেষ্টা হ'বলৈ বহুবাৰ অস্বীকাৰ কৰিছোঁ,—যদি মই সেই কাম কৰিব নোৱাৰোঁ (উপদেশ দিয়া কাম)। এনেকৈ নাম ছপা হোৱাটো মই ভাল নাপাওঁ। উদ্যোক্তাসকলৰ প্ৰতি বিতুষ্ট হোৱাৰ কথা নহয়; কথা হ'ল মই আছোঁ গুৱাহাটীত মোৰ কামত, ইফালে নগাঁৱত মই উপদেষ্টা!*

* কোনে মোক উপদেষ্টা পাতিছিল, সেই কথাটো উহ্য ৰাখিছোঁ; কাৰণ মোৰ নীতিগত বক্তব্যটোহে গুৰুত্বপূৰ্ণ বুলি ভাবিছোঁ।

**১৪.২.৮৯ :** কালি Sydney Film Festival-অৰ Director Paul Byrnes-অৰ চিঠি এখন পালো... I met you..in New Delhi ...before I had seen your film Kolahal. I missed you later in the Festival, so I am wirting to you now to say how much I enjoyed the film and to invite into the next Sydney Film Festival scheduled June 9-23 in Sydney. আমেৰিকাৰ (U.S.A.) the Asia Societyৰ Film Program Coordinator L. Somi Roy-ৰ চিঠি এখন পালো। তেওঁ লিখিছে,— "I was very much touched by your film Kolahal, It was really outstanding in its simplicity and unpretentiousness and it makes me want to see some of your earlier films. I know all the other delegates agree with me and Chidananda Dasgupta thinks very highly of your previous work as well."

প্ৰাপ্তিকৰ কাম। ফিল্ম পলিছি সম্পৰ্কীয় কাম। (আগৰ কাগজবোৰ গোটালো, পঢ়িলো, সচিবলৈ পঠাই দিলো। লিখিলো,— মোৰ আৰু বিশেষ ক'বলগীয়া নাই। কোৱাৰ ইচ্ছাও নাই।) ...

**১৫.২.৮৯ :** ... আজি আলি-আই-লিগাঙৰ বাবে restricted holiday আছিল;— চৰকাৰে সম্পূৰ্ণ holiday কৰিলে। এনে অৱস্থাৰ একমাত্ৰ উপায় হৈছে,—আমি শংকৰদেৱ তিথি, মাধৱদেৱ তিথি, জন্মাষ্টমী আদিৰ বাবে বন্ধবোৰ নালাগে বুলি আন্দোলন কৰিব লাগিব।

১৫ আৰু ১৬ ফেব্ৰুৱাৰিৰ মাজতে এখিলা সুকীয়া পাতত মোৰ তিনিটা সৰু-সৰু গল্প সম্পৰ্কে এনেকৈ লিখা আছে ঃ

(১) বাছত এগৰাকী মহিলাই সুধিলে— "চিনি পাইছে?" মই আচলতে নাই পোৱা। কিন্তু বেয়া দেখি কাৰণে ক'লো,—"পাইছোঁ।"

"কোন বাৰু কওকচোন।"—তেওঁ সুধিলে।

মই "পাইছোঁ দিয়কচোন"—জাতীয় কথাৰে প্ৰসংগটো তল পেলাবলৈ চেষ্টা কৰিলো, কিন্তু তেওঁ লাগিয়েই থাকিল—"কওকচোন বাৰু কোন।" —

এনেকৈ আৰম্ভ কৰি এটা গল্প লিখিছিলো। ক'ত ছপা হৈছিল? অসম বাতৰিত? মনত নপৰে।

(২) ৰাতি এটা ল'ৰাই/মানুহে দেৱালত বাক্য কিছুমান (শ্ল'গানজাতীয়) লিখি-লিখি আগুৱাই আহিছে।

গল্পটো কি আছিল? ছপা হৈছিল বুলি জানো। কিন্তু কোন কাকতত? পামনে কেতিয়াবা কপিটো?

(৩) নগাঁৱৰ পৰা প্ৰকাশিত গণতন্ত্ৰত যে ৰাধা নে যমুনা নামৰ লাইন বাছখনৰ গল্পটো? কপি এটা পামনে চাগে?

**২০.২.৮৯ :** ৪-২০। মোৰ জন্মদিন। জিণ্টি, ৰশ্মি আৰু এওঁ ৰাতিপুৱাই শুভেচ্ছা জনালে। সৰুতে জন্মদিনটোৰ কথা একো ভবাই নাছিলো। তাৰ বহুত কাৰণ আছিল। এতিয়া জন্ম দিনটো প্ৰায় বছৰৰ প্ৰথম দিনটোৰ নিচিনা লাগে। তাৰো বহুত কাৰণ আছে। যাত্ৰাৰ আৰম্ভ আৰু শেষৰ ছোৱাৰ অৱস্থা সদায় এনেকুৱাই যেন লাগে। প্ৰান্তিকৰ কাম। ১০-৩০ জনতা ভৱনৰ ছেক্ৰেটেৰিৰ সভাকক্ষলৈ। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ উপদেষ্টা পৰিষদৰ সভা। মই চেয়াৰমেন। মই নিজে যোগোযোগ কৰাৰ কাৰণে আজি সকলো অনা-চৰকাৰী সদস্য উপস্থিত। ড. মহেশ্বৰ নেওগ, ড. যোগেন বৰুৱা, ড. নগেন শইকীয়া আৰু ড. কৃষ্ণগোপাল ভট্টাচাৰ্য। চৰকাৰৰ বিষয়া—শ্ৰী ঘন দত্ত, দেব নাথ, বীৰেশ্বৰ বৰুৱা আৰু গিৰিজা দাস। বৰ ভাল attendance. ১-৩০ বজালৈ আলোচনা। ড. নেওগে সংস্কৃতি শব্দটোৰ প্ৰতি বিৰক্তি প্ৰকাশ কৰিলে। শব্দটোৰ মূল্য নোহোৱা হৈ যোৱা কাৰণে (ঘাইকৈ)। তেখেতে কলাক্ষেত্ৰ ৰখাৰ ওপৰতে জোৰ দিলে। মই সাংস্কৃতিক কেন্দ্ৰৰ (Cultural Centre) নিচিনা এটা শব্দৰ কথা ভাবিছিলো,—total cultural activity বুজাবলৈ। কলা শব্দটোৰ অৰ্থ সীমিত, specific বুলি ভাবিছিলো।

**২১.২.৮৯ :** ...Penguin Books India Ltd.-অৰ পেডৰ কাগজত মীনাক্ষি মুখাৰ্জীয়ে চিঠি এখন লিখিছে ঃ এন্দুৰ গল্পটো (Rate) Penguin Books (India)-এ প্ৰকাশ কৰিবলগীয়া Poems & Fictions-অৰ সংকলন এটাত সুমুৱাবলৈ অনুমতি দিব লাগে।...

**২২.২.৮৯ :** ...প্ৰান্তিকলৈ ফুল গোস্বামী আৰু তেখেতৰ গিৰিয়েক দ্বিজেন গোস্বামী

(কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক) আহি মোৰ কাৰণে ৰৈ আছিল। শ্ৰীমতী গোস্বামীয়ে লিখা গল্প প্ৰান্তিকত কেইবাটাও প্ৰকাশ পাইছে। মই সদায় ভাবি আছিলো, —তেখেতক লগ পালে কেইটামান (পৰামৰ্শমূলক) কথা ক'ম,—গল্পৰ বিষয়ে। সেই কাৰণে আজি লগ পাই আৰু চিনাকি হৈ ভাল লাগিল। ...

**২৭.২.৮৯ :** ৫-২০। ঘৰৰ কাম। প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ আঁচনিৰ কাম। অজি মিটিঙৰ কাৰণে কথাখিনি জুকিয়াই লিখি উলিয়ালো। ৮ পৃষ্ঠা। পাঁচজন সদস্যৰ কাৰণে চাৰি কপি ফ'ট'ষ্টেট কৰালো। মোৰ হাতৰ আখৰৰ মূল কপিটো মই ব্যৱহাৰ কৰিম।১-৪০ বজাত ৰবীন্দ্ৰ ভৱনলৈ। ড. মহেশ্বৰ নেওগ, দেব নাথ, কৃষ্ণগোপাল ভট্টাচাৰ্য আৰু গিৰিজা দাস। ৫ বজাত আলোচনা শেষ। মাটিৰ পৰিমাণটোৱে অসুবিধাত পেলাইছে। ...

**২৮.২.৮৯ :** ... দিল্লীৰ উৰ্মিলা গুপ্তাই* ২৬।১।৮৯ তাৰিখৰ গাৰ্ডিয়ান (লণ্ডনৰ) কাকতৰ cutting এটা পঠাইছে। তাত Derek Malcolm-এ লিখা প্ৰবন্ধ আছে। যোৱা Indian Panorama সম্পৰ্কে। লগৰ চিঠিখনত উৰ্মিলা গুপ্তাই লিখিছে ঃ Derek Malcolm has singled out your film for praise from the current Indian Panorama package.

* শ্ৰীমতী উৰ্মিলা গুপ্তা তেতিয়া ভাৰত চৰকাৰৰ চলচ্চিত্ৰ মহোৎসৱ সঞ্চালকালয়ৰ উচ্চপদস্থ বিষয়া আছিল।

**৩ মাৰ্চ, ১৯৮৯ :** ...অসম বন্ধ।ABSU-এ বন্ধ দিয়া আছে (১৯৯ ঘণ্টীয়া)। আজি তাৰ ওপৰতে AASU-এ দিছে।ABSU-এ দিয়া বন্ধৰ প্ৰভাৱ কোকৰাঝাৰ, ওদালগুৰি, জোনাই আৰু ধেমাজিত পৰে, AASU-এ দিয়াটোৰ প্ৰভাৱ সকলোতে পৰিছে। সাংঘাতিক ক্ষতিকৰ অৱস্থাৰ সৃষ্টি হৈছে। ...

**৫.৩.৮৯ :** ... সাহিত্য সভাৰ ভাষণসমূহ। শব্দৰ বাছনিৰ কথাটো যেন-তেন, কিন্তু দহ পৃষ্ঠামানৰ ভাষণ এখনৰ প্ৰতিটো বাক্য শুদ্ধ,—এনে ৰচনা সাহিত্য সভাৰ মঞ্চতো আশা কৰিব নোৱাৰিনে?

ৰাজ পাটোৱাৰীয়ে ফিল্মখনৰ কাৰণে ত্ৰিছ হাজাৰ টকা ধাৰলৈ দি থৈ গ'ল। এই অচিনাকি ল'ৰাজনৰ সাহায্যৰ কাৰণে 'কোলাহল' নিৰ্মাণ কৰাটো সম্ভৱপৰ হ'ল। ...

**৬.৩.৮৯** ...ABSUৰ উপেন্দ্ৰ ব্ৰহ্ম গোটে দিয়া 'বন্ধ'ৰ কেইদিন ঘৰ জ্বলোৱা, মানুহ মৰা, দলং পোৰা আদি হিংসাত্মক কাৰ্য সংঘটিত হৈছে। এটা লক্ষণ ভাল; —সেই মানুহবোৰে বাছি-বাছি অসমীয়াভাষী মানুহৰ ওপৰত অত্যাচাৰ কৰিছে বুলি প্ৰমাণ কৰিব পাৰি ; কিন্তু তাৰ প্ৰতিক্ৰিয়াস্বৰূপে অসমৰ বাকী অংশৰ ক'তো বড়ো মানুহক অসমীয়াভাষীয়ে আজিলৈকে এষাৰ টান কথাও কোৱা শুনা নাই। ...

... প্ৰভাত বৰা আহিল। জীয়েক মুনমী বৰাৰ* গান সম্পৰ্কে আলোচনা। তেওঁ মোক মুনমীৰ কেছেট দুটা দিলে। ৰাতি বজাই শুনিলো। মাত ভাল। কিন্তু যিসকলে তেওঁক পৰিচালনা কৰিছে, তেওঁলোকে তেওঁৰ উচ্চাৰণৰ প্ৰতি (অসমীয়া) অকণো লক্ষ্য কৰা নাই।

* মুনমী বৰাই সেই সময়ত বোম্বাইত থাকি সংগীত চৰ্চা কৰিবলৈ লৈছিল।

৭.৩.৮৯ : ...ড. দুলাল বৰকটকীৰ তালৈ গ'লো। কাহ-কফৰ কাৰণে কেইদিনমান গাটো বেয়া লাগি আছে। তেখেতে চাই ক'লে,—আপোনাৰ health A-1. ব্লাডপ্ৰেছাৰ এই বয়সত 130/70 খুব কম মানুহৰহে থাকে। একো ঔষধ নিদিওঁ। কুলকুলি কৰক। কিন্তু বয়সৰ কথা ভাবিহে কৈছোঁ,—এবাৰ তেজ, প্ৰস্ৰাৱ সকলো পৰীক্ষা কৰাওক। X-ray লোৱাওক। ...

* ড. বৰকটকী গুৱাহাটী মেডিকেল কলেজৰ মেডিছিন বিভাগৰ অধ্যাপক আছিল।

৯.৩.৮৯ : ...পৰাগ দাস আহিল। তেওঁ মোৰ কামৰ ৰুটিনখনৰ কথা সুধিলে। তেওঁৰ কাগজত লিখিব পাৰিম নে নোৱাৰিম সুধিলে। মই ছদ্মনামত লিখিব পাৰিম বুলি ক'লো। ...

১০.৩.৮৯ : ...২-৩০ —বৰঝাৰ বিমান বন্দৰলৈ। ৩-৩০ বজাত পালোগৈ। চিন্ময়ে আগতে বহুখিনি আগবাঢ়ি পাছত মোক খবৰ দিয়াৰ কাৰণে মই এই 'উদ্বোধনী সভালৈ' আহিবলৈ বাধ্য হ'লো।* মোৰ মনে এই কাম সমৰ্থন নকৰে। মই এইবোৰ বেয়া পাওঁ। কিন্তু এটা কাম মই কৰিলো ঃ জোৰ দি বাৰে-বাৰে ক'লো,—আজি যে এয়াৰপ'ৰ্টত এই Closed Circuit T.V. চিন্ময়ে আৰম্ভ কৰিলে, এইটোক তেওঁ কেৱল ব্যৱসায় বুলি যেন কেতিয়াও নাভাবে। তেওঁ বুজিব লাগিব,—তেওঁ অসমলৈ সোমোৱা বাটৰ বাটচ'ৰাত এটা সাংস্কৃতিক কাৰ্যসূচী পৰিচালনা কৰিবলৈ লৈছে। যাত্ৰীসকলক এখন ভাল আলোচনীৰ নিচিনাকৈয়ে শুদ্ধ জ্ঞান আৰু নিৰ্মল আনন্দ দিয়াৰ দায়িত্ব তেওঁ কান্ধ পাতি ল'ব লাগিব। সভাত কোৱাৰ বাহিৰেও চিন্ময়ক এইখিনি কথা মই বেলেগে মাতি আনিও ক'লো।

* ফণী শৰ্মা বা তেওঁৰ ল'ৰা চিন্ময় শৰ্মাই কিবা এটা ক'লে সেই কথা সহানুভূতিৰে বিবেচনা কৰাৰ আৰু কাৰণ আছে। ফণী শৰ্মা মোৰ বহুদিনৰ বন্ধু; মোৰ ছিনেমাৰ সম্পৰ্কত তেওঁ ১৯৭৭ চনৰে পৰা অনুৰাধা হুলৰ জৰিয়তে মোক সহায় কৰিছে। কিন্তু আটাইতকৈ ডাঙৰ কথা হ'ল,—তেওঁ ই-কংগ্ৰেছৰ নেতা কাৰণে আমি তেওঁৰ লগত থকা বন্ধুত্বৰ ৰূপ সলনি কৰিলো,—তেওঁৰ এই ধাৰণা হ'বলৈ মই নিদিওঁ। তেনে ধাৰণাৰ কাৰণ মোৰ নিজৰো নাই। মই বিশেষ এটা ৰাজনৈতিক দলৰ পক্ষে বা বিপক্ষে থিয় দিয়াৰ পক্ষপাতী হ'ব পৰা নাই। নোৱাৰিলো।

১১.৩.৮৯ : ৫-২০। ঘৰৰ কাম। সঁফুৰাৰ কাম। সঁফুৰা offset-অত ছপোৱা হ'ব। পৃষ্ঠাবোৰ চাই পৃষ্ঠা নম্বৰ মিলাই দিলো। ...৯-৫০ প্ৰাস্তিকলৈ। তাৰ পৰা পাণবজাৰৰ সঁফুৰালৈ। ১২-৫০—দিছপুৰৰ আনন্দ কিণ্ডাৰগাৰ্টেন...স্কুলৰ বঁটা-বিতৰণী সভালৈ। মই

স্কুল-কমিটিৰ সভাপতি। গতিকে যাবই লগীয়া হ'ল। প্ৰথমতে বন্দবস্ত কৰিছিলো,— ৱৰ্কিং প্ৰেছিডেণ্টে সভাপতিত্ব কৰিব; মই এনেয়ে বহি থাকিম। কিন্তু গৈ পাওঁতে সকলোৱে জোৰ কৰিলে,— মূল সভাপতিজনেহে সভাপতিত্ব কৰিলে ভাল হ'ব। স্কুলখনৰ ঠাইডোখৰ সম্পৰ্কে বিভিন্নজনে ক'লে। ইয়াৰ পৰা যেন স্কুলখনক আঁতৰ কৰা নহয়। মই ক'লো,— আমি ভাল কামৰ দ্বাৰা স্কুলখন ইয়াত থকাৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰোঁ। তেতিয়া সকলোৱে স্কুলখন ইয়াত থাকিব লাগিব বুলি ক'বই। সৌ Water supply ৰ tank, pump আদি কোনোবাই আঁতৰাই নিবলৈ কয়নে? পানী প্ৰয়োজনীয় বস্তু, শিক্ষাও প্ৰয়োজনীয় বস্তু। কামৰ সহায়েৰে নিজৰ অস্তিত্ব সাব্যস্ত কৰক।

**১২.৩.৮৯ :** ...আমজাদ আলি খাঁৰ সৰু-সৰু পুতেক দুটাই সৰোদ বজোৱা চাবলৈ উঠিলো। [এই যন্ত্ৰটো বজোৱা মানুহ এজনৰ অসম চাৰিসীমাৰ ভিতৰত পাবলৈ কিমান টান! অগ্নিস্নানৰ সময়ত কলিকতাৰ পৰা শ্ৰীনাথ বাবুক আনিছিলো; কোলাহলৰ সময়ত ড. বীৰেন্দ্ৰনাথ দত্তৰ (শিকি থকা) ল'ৰাজনক আনিছিলো।] সন্ধিয়া ড. ধনীৰাম বৰুৱা, তেওঁৰ ভাগিনীয়েক আৰু খুৰায়েক আহিল। ড. বৰুৱা open heart surgery ৰ specialist (বুলি জানিব পাৰিছিলো)। তেওঁ বোম্বাইত থাকি অসমতো কাম কৰিবলৈ লৈছে। তেওঁৰ পৰিয়াল গ্লাছগোত থাকে। আমাৰ ঘৰলৈ কিয় আহিল,— ঠিক ধৰিব নোৱাৰিলো। তেওঁ এনেয়ে লগ ধৰি congratulation জনাবলৈ আহিছে বুলি ক'লে।

তেওঁলোক যোৱাৰ পাছত প্ৰান্তিকৰ শেষপৃষ্ঠা শেষ কৰিলো। ...

**১৩.৩.৮৯ :** ...দহ বজামানত প্ৰান্তিকৰ কাম এৰি সঁফুৰাৰ কামত ধৰিলো। খোৱা-বোৱা, বজাৰলৈ যোৱা, দুপৰীয়া এঘণ্টামান বিছনাত,—এইখিনিৰ বাহিৰে ৰাতি ৮-৩০ বজালৈকে সঁফুৰাৰ কাম। মই নিজে লিখিবলগীয়া কথাৰ পৰিমাণ বেছি হৈছে। এইটো পদ্ধতি সলাব লাগিব। মই নিজে ইমানখিনি কথা লিখাটো আগলৈ সম্ভৱ নহ'ব। ...

**১৪.৩.৮৯ :** ...৯-৪৫—নন্দন হোটেললৈ। NEZCCৰ Programme Committee ৰ মিটিং। আলেমচিবা আও নাহিল কাৰণে মোক চেয়াৰমেন পতা হ'ল। অহা এবছৰৰ কাৰণে programme আলোচনা কৰা হ'ল। ...

**১৫.৩.৮৯ :** ...৯-৪০—নন্দন হোটেললৈ। NEZCCৰ Finance Committee -ৰ মিটিং। ঘৰ পাওঁতে ৩ বাজিল। চিঠি-পত্ৰ টাইপ কৰিলো। ৰাতি সঁফুৰাৰ কাম। ...আজি ভাবিলো—মই NEZC ৰ Finance Committee ৰ Chairmanship এৰি দিয়াই ভাল। এইটো মোৰ কাম নহয়। ...

**১৮.৩.৮৯ :** ...দিল্লীৰ পৰা টেলিগ্ৰাম পালো,—ফিল্মখনৰ আৰু এটা print কৰাব লাগে—French বা Spanish subittle-অৰ কাৰণে। খৰচ তেওঁলোকৰ। মই লগে-লগে Adlabs -অলৈ চিঠি (speed post) দিলো। ৰাতি ছিডনি ফেষ্টিভেলৰ ফৰ্ম fill-up

কৰিলো, প্ৰান্তিকত থাকোঁতে বীৰেশ্বৰ বৰুৱাই ফোন কৰিলে,—শংকৰদেৱ কলাক্ষেত্ৰ সম্পৰ্কীয় সভাৰ সিদ্ধান্তখিনি লাগে।

যিমান পাৰোঁ নিষ্ঠা আৰু পৰিশ্ৰমেৰে, অসমীয়া বানানৰ প্ৰতি শ্ৰদ্ধা ৰাখি, আলোচনী দুখনৰ প্ৰবন্ধ-পাতি সম্পাদনা কৰি মই মৰ্মে-মৰ্মে উপলব্ধি কৰিছোঁ,—কিছুমান কথা বৈজ্ঞানিক দৃষ্টিভংগীৰে সলাবই লাগিব। বিশেষকৈ ি-কাৰ আৰু ী-কাৰৰ ক্ষেত্ৰত।

**১৯.৩.৮৯ :** ... শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ ২০।২।৮৯ তাৰিখৰ আৰু আঁচনি প্ৰস্তুত কমিটিৰ ২৭।২।৮৯ তাৰিখৰ সভাৰ কাৰ্যবিৱৰণী দুখন লিখি উলিয়ালো। এইটো মোৰ কাম নহয়, কিন্তু কৰিবলগীয়াত পৰিলো। ২০।২।৮৯ তাৰিখৰ যিখন কাৰ্যবিৱৰণী সাংস্কৃতিক সঞ্চালকালয়ে প্ৰস্তুত কৰি মোৰ অনুমোদনৰ বাবে পঠাইছিল, সেইখনত কথাবোৰ পৰিষ্কাৰকৈ, ঠিকমতে লিখা হোৱা নাই। মুঠতে ২৩ পৃষ্ঠামান লিখি শেষ কৰোঁতে ১২ বাজিল। ...

ভাত খায়েই (১২-৪৫) আকৌ মেজত বহিলো। প্ৰান্তিকৰ কাম। চাৰি বজালৈকে। চাৰি বজাত উঠি বাকচ সামৰিলো। পাঁচ বজাত এয়াৰপ'ৰ্টলৈ। আজি প্লেন দহ মিনিট আগতেহে (৭ বজাত) এৰিলে। ৯-৩০ দিল্লী। ৯-৫০—পুৰণি অসম ভৱন। ১৪ নম্বৰ কোঠালি। জানুৱাৰিত এইটো কোঠালিতে থাকি গৈছোঁ। ১০-১৫—বিছনাত পৰিলো। প্ৰান্তিকৰ গল্প তিনিটা পঢ়িলো। পাণ্ডুলিপিৰ পেকেট এটা লৈ আহিছিলো। চতুৰ্থটো পঢ়োঁতে বুজিলো—টোপনি আহিব খুজিছে।

**২০.৩.৮৯ :** ...মৃগেন ৰায়চৌধুৰী আৰু শিৱকুমাৰ শৰ্মালৈ ফোন কৰিলো। দহ বজাত DFF-অত নাৰায়ণনক লগ ধৰিলো। ক'লো,—কেনেকুৱা সৰু কথা এটাৰ কাৰণে মই ইমান সময় আৰু টকা-পইচা খৰচ কৰি দিল্লীলৈ আহিব লগাত পৰিলো। মোৰ নতুন subtitle কৰা printটো ক'ত? খা-খবৰ লৈ মই আকাশবাণী ভৱনৰ ৫৪২ নম্বৰ কোঠাত অজিত কুমাৰ বিন্দাল আৰু ডি. এ. শৰ্মাৰ পৰা গম পালো,—তেওঁলোকে ভিডিঅ' কেছেট ২০।২।৮৯ তাৰিখে পাইছে আৰু ফিল্মৰ কথা নৰেন্দ্ৰ শৰ্মাহে জানে। নৰেন্দ্ৰ শৰ্মাৰ তাত অৰ্জুন কুমাৰৰ পৰা খবৰ পালো প্ৰিণ্টটো তেওঁলোকে NFDCৰ পৰা পাইছে। মই নিজ চকুৰে প্ৰিণ্টটো চালো। DG শিৱকুমাৰ শৰ্মা আৰু DDG-MP Leleক লগ ধৰিলো। লগত মৃগেন ৰায়চৌধুৰী। কথা এটাই—যিমান পাৰে সোনকালে কোলাহলৰ telecast হ'ব লাগে। মই ছবিখন ৰিলিজ কৰা নাই। বহুতৰ ওচৰতে ধৰুৱা (ধনৰ) হৈ আছোঁ। ...

**২১.৩.৮৯ :** ...২-৩০ বজাত পালামলৈ। প্লেন তিনি ঘণ্টা late. শ্ৰী শৰৎ চন্দ্ৰ সিংহ, কমিউনিষ্ট নেতা প্ৰমোদ গগৈ, Inland Water Transport-অৰ Director কল্যাণ গগৈৰ লগত কথা-বতৰা পাতি সেই সময়খিনি কটালো। ৭ বজাত প্লেন এৰিলে। ...বৰঝাৰৰ পৰা আহোঁতে আমাৰ গাড়ীত "শান্তিপুৰলৈ যাম" বুলি ছিকিউৰিটিৰ মহিলা এগৰাকী উঠিল। নগাঁৱৰ ম'হমৰীয়া গাঁৱত ঘৰ। বাৰ বছৰৰ আগতে তেওঁৰ গিৰিয়েক ঢুকাল। এজনী ছোৱালী আছে, তাই কলেজত পঢ়ে। 'হাদিৰাচকী' নামৰ নাটকত মহিলাগৰাকীয়ে এসময়ত ফুলবাৰ চৰিত্ৰত অভিনয় কৰিছিল। এতিয়াও অভিনয় আদিৰ প্ৰতি চখ আছে।

মোৰ নামটো শুনাৰ পাছত তেওঁৰ ছোৱালীজনীয়ে কিবা সুবিধা পাব পাৰে নে (অভিনয়ৰ) সুধিলে। দেওৰেক এটা বৰ দুষ্ট; মাটি-বাৰী সকলোতে লেঠা লগালে। আমোদজনক।

২২.৩.৮৯ : ...ফাকুৱা। চুবুৰীয়া মানুহখিনি ...আহোঁতে ওলাই গ'লো। তেওঁলোকে মোৰ গাত ৰং দিলে। তেওঁলোক যোৱাৰ পাছত— মই এনেয়ে আগফালে বৈ আছিলো। তিনিজন মানুহে— বোধকৰোঁ ওচৰৰে ফায়াৰ ব্ৰিগেডৰ কৰ্মচাৰী,—পদুলিমুখত চুচুক-চামাক কৰিবলৈ ধৰিলে। মই বুজিলো,—এওঁলোকে মোক ৰং দিব খুজিছে,—কিন্তু সাহ কৰা নাই। মাতিলো,—"আহক, আজি ফাকুৱাৰ দিন,—আপোনালোকৰ পৰাও অকণমান ৰং লওঁ।" তেওঁলোক আহিল। তিনিও মোক ৰং দিলে,—আৰু এজন-এজনকৈ মোক সাবটি ধৰিলে (কোলাকুলি কৰিলে।) এনেকৈ সাবটি ধৰাৰ ঘটনা—ফাকুৱাৰ ৰং দিয়াৰ পাছত—মোৰ জীৱনত এয়ে প্ৰথম। বৰ আনন্দ পালো। ক'ৰ মানুহ বা! ...

২৩.৩.৮৯ : ... আমাৰ চুবুৰিটোৰ একেবাৰে পশ্চিম অঞ্চলৰ দুজনমান মানুহ আহিল। পানী ওলাই যোৱাৰ কাৰণে নলা-নৰ্দমাৰ ব্যৱস্থা কৰিবলৈ (আগতে থকা জানটো উদ্ধাৰ কৰিবলৈ) তেওঁলোকে গড়কাপ্তানি মন্ত্ৰীলৈ এখন দৰখাস্ত লিখি আনিছে। মই চহী দিব লাগে। মই নিজে আবেলি মাৰ যোৱা জানটো চাবলৈ যাম বুলি ক'লো। আবেলি গ'লো। দেখিলো—এসময়ত তাত এটা জান আছিল বুলি ধৰাই টান। তেওঁলোকে কেনেকৈ সেই জানটো উদ্ধাৰ কৰাৰ কথা ভাবিছে ক'ব নোৱাৰোঁ। ওপৰতে দেখোন মানুহৰ ঘৰ। ...মানুহবোৰে যে নিজৰ চৌহদৰ সীমা দিওঁতে এনে লোভৰ পৰিচয় দিছে! মৰোঁ-মৰোঁ অৱস্থাত এইবোৰ মানুহক সোঁৱৰাব লাগে,—মাটিৰ সীমাটো আৰু এফুট সিফালে নিনিয়েনে?

২৪.৩.৮৯ : ...৯ বজাত আকাশবাণী কেন্দ্ৰলৈ। নয়ন প্ৰসাদ সাজু হৈ আছিল। ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱ সম্পৰ্কে 'সাক্ষাৎকাৰ' ৰেকৰ্ড কৰিলো। ... ১০-৪৫—উদেষ্ণা ছিনেমালৈ। কাজিৰঙা নামৰ (শিশুৰ বাবে নিৰ্মাণ কৰা) ফিল্মখন চাবলৈ। অৰূপ দত্তৰ কাহিনী কাৰণে আগ্ৰহ কৰি গ'লো। তাত উদ্বোধনী অনুষ্ঠানৰ আয়োজন। মুখ্যমন্ত্ৰী অহাৰ কথা আছিল; নাহিল। স্বাস্থ্যমন্ত্ৰী ছামছিং হান্সে আৰু মোক মঞ্চলৈ মাতি নিয়া হ'ল। মোক নোসোধাকৈয়ে নামটো ঘোষণা কৰা হ'ল। এইবোৰ বৰ বেয়া কথা। এই ঘটনাৰ কাৰণেই ছবিখন শান্তিৰে চাব নোৱাৰিলো। মঞ্চ, গামোচা, জাপি আদিৰ কোবত্ বস্তু এটা অন্তৰেৰে উপভোগ কৰিব নোৱাৰি। মন দি চাব নোৱাৰি। ...

২৫.৩.৮৯ : ...ভাত খাই থাকোঁতে পৰাগ দাসে ফোন কৰিলে। শিতানটোৰ নাম দিলো—কল্পলোকৰ কাহিনী, লেখকৰ নাম দিলো সদানন্দ পাঠক। পুৱা কৃষ্ণ ৰায় ...আহিছিল। দীনবন্ধু নাটকৰ পৰা আৱাহন থিয়েটাৰৰ উপাৰ্জন ভাল হৈছে বুলি জানি ভাল পালো। বীৰেশ্বৰ বৰুৱাই (সচিব, সাংস্কৃতিক বিভাগ) ফোন কৰি ক'লে,— শংকৰদেৱ কলাক্ষেত্ৰৰ বাবে বোলে মাটি তেওঁ দেখাত ৩০-৪০ বিঘামানহে ৰৈছেগৈ। মই ক'লো, —এখন চৰকাৰৰ যদি এনেকুৱা অৱস্থা হয়, তেনেহ'লে মই এইবোৰ বিমানেই মহৎ

কাম নহওক, একমাত্ৰ চৰকাৰ জড়িত থকাৰ কাৰণেই —সকলো কামৰ পৰা আঁতৰি আহিম। পাছবেলা—ৰাতিলৈকে সঁফুৰাৰ কাম। ন বজাত পঢ়া-শুনা।

২৭.৩.৮৯ : ... ১০-৩০ মান বজাত বীৰেশ্বৰ বৰুৱাই ফোন কৰিলে। ওলাই থাকিবলৈ ক'লে। ১১ মান বজাত তেওঁ আহিল। কলাক্ষেত্ৰৰ মাটিডোখৰ মোক এবাৰ দেখুৱাব খোজে। গ'লো। আধাৰশিলা স্থাপনৰ দিনা ৱাল য'ত নাছিল, এতিয়া তাত ৱাল হ'ল। আধা সজা ৱাল এতিয়া সম্পূৰ্ণ হ'ল। যিফালেদি আমি গাড়ী নমাই নিছিলো, তাত এতিয়া দুগ্ধপামৰ বেৰা! মই বীৰেশ্বৰ বৰুৱাক ক'লো,—মুখ্যমন্ত্ৰীলৈ লিখিব লাগে— যাতে অন্ততঃ নিৰ্মাণ কাৰ্য (দেৱালবোৰৰ) বন্ধ হয়। মণ্ডল-কানুনগোৰ strike চলি আছে; সেইকাৰণে আমি সীমা চমজি ল'ব পৰা নাই। আমাক তাকে কৈ থকা হৈছে। কিন্তু অইনে দেৱাল দিবলৈ সীমা পায় কেনেকৈ? ...

২৮.৩.৮৯ : ...পাছবেলা তাৰিণীচৰণ ছোৱালী স্কুলত ৰশ্মিৰ পৰীক্ষাৰ seat চাবলৈ গ'লো। ...১৯৪৮ চনত মই যে (নিজৰ) ছিট চাবলৈ গৈছিলো। নগাঁও গৱৰ্ণমেণ্ট হাইস্কুলৰ দুৱাৰবোৰ বন্ধ আছিল। আয়নাৰ মাজেদি বাহিৰৰ পৰা চাই ফুৰিছিলো। প্ৰায় একচল্লিছ বছৰৰ পাছত মেট্ৰিকৰ কাৰণে 'ছিট চোৱা' কামটো শেষ হ'ল। ...

ৰাতি পৰাগ দাসে 'বুধবাৰ'ৰ সূচনা সংখ্যাটোৰ তিনিটা কপি দি গ'ল। এখন নতুন কাকতৰ জন্ম হ'ল। ...

২৯.৩.৮৯ : ...তাৰিণী চৌধুৰী ছোৱালী স্কুল।* গাড়ীতে বহি 'বুধাবাৰ'খন পঢ়িলো। ...১-৩০ বজাত ঘৰলৈ। বৰ ভোক লাগিছিল। ...অলপ পাছতে কৃষ্ণ ৰয় আৰু প্ৰফুল্ল দাস* আহিল। থিয়েটাৰৰ কথা। এজন অভিনেতাৰ মদ খোৱাৰ অভ্যাসটো বেয়ালৈ যোৱাৰ কথা শুনি দুখ পালো। সন্ধিয়া অৰুণ শৰ্মা* আহিল। তেওঁৰ সম্পাদনাত ওলাবলগীয়া নতুন কাকতখনৰ বিষয়ে সবিশেষ আলোচনা। শেষত বহু ভাবি-চিন্তি ক'লো, —ছদ্মনামত মাহৰ দুটা সংখ্যাত,—হাঁহি উঠা কথা লিখিম। ...

* সৰু ছোৱালী ৰশ্মিৰ হাইস্কুলৰ শেষ পৰীক্ষা আৰম্ভ হৈছিল। মাজে-মাজে তাইৰ কাৰণে পৰীক্ষাহলৰ বাহিৰত সময় কটাইছিলো।

* প্ৰফুল্ল দাস বৰপেটাৰ ব্যৱসায়ী যুৱক আছিল। তেওঁ আৱাহন থিয়েটাৰৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। তেওঁৰ অকালতে মৃত্যু হৈছে।

* নাট্যকাৰ, ঔপন্যাসিক অৰুণ শৰ্মাৰ সম্পাদনাত পূৰ্বাচল নামৰ কাকত এখন প্ৰকাশ পাইছিল।

৩০.৩.৮৯ : ...ৰশ্মিৰ ভূগোলৰ পৰীক্ষা আছে। ৰঙীন পেনছিল বাৰডাল কাটি ঠিক-ঠাককৈ দিলো। একেবাৰে জোঙা হ'লেও বেয়া, ভোটা হ'লেও বেয়া, গতিকে —rounded!

... দিনটোৰ ভিতৰত জ্যোতি চিত্ৰবনৰ টকাৰ কাৰণে কেইবাবাৰো চেষ্টা কৰি পাছবেলা বীৰেশ্বৰ বৰুৱা, (সাংস্কৃতিক বিভাগ), ভাস্কৰ বৰুৱা (প্লেনিং এণ্ড ডেভেলপমেণ্ট) আৰু

কাবিলনৰ (ফাইনেন্স) লগত ফোনত যোগাযোগ কৰিলো। আজি আৰু কাইলৈ দুটা দিন আছে। তেওঁলোকৰ পৰা ভাল সঁহাৰি পালো।

**২ এপ্ৰিল, ১৯৮৯ :** ...এডভোকেট ড. হৰেন দাস আৰু আছাম ট্ৰিবিউনৰ ক্ষীৰেণ ৰয়* আহিল। হৰেন দাসে Corporate Legal Service নামৰ প্ৰতিষ্ঠান এটা পাতিছে; তাৰে উদ্বোধনী উৎসৱলৈ মোক নিমন্ত্ৰণ কৰিবলৈ আহিছিল। কথাই-কথাই পৰাগ দাসৰ বাতৰি-কাকত বুধবাৰৰ কথা ওলাল। ৰয়ে সুধিলে,—কাকতখনৰ financial দিশত মোৰো অংশ আছে নে কি? সেইফালে ক'ৰবাত বোলে gossip-অৰ সময়ত কথাটো ওলাইছিল। মই ক'লো,—মইতো পৰাগক টকা-পইচা দি সহায় কৰাৰ প্ৰশ্নই নাই, পাৰিলে তেওঁৰ পৰা ৫০-১০০ টকা পোৱাৰ উপায় কৰাৰহে কথা!

মানুহৰ gossip-অৰো যে চৰিত্ৰ!

পাছবেলা আৰু ৰাতি প্ৰান্তিকৰ কাম। পছনৰ এটা 'দৈনন্দিনো' নাই। ছাত্ৰ সন্থা, অগপ, বড়ো, দুৰ্নীতি, ৰাম, কৃষ্ণ—এইবোৰ লৈ লিখা মানুহ ইমান ওলাইছে, কিন্তু creative literature? ...

* ড. হৰেন দাস বৰ্তমানে অসম বিধান সভাৰ সদস্য। ড. ক্ষীৰেণ ৰয় 'অসমীয়া খবৰ' নামৰ দৈনিক অসমীয়া কাকতখনৰ মুখ্য সম্পাদক।

**৩.৪.৮৯ :** ...পাছবেলা প্ৰান্তিকৰ চিঠি পঢ়িবলৈ ল'লো। ৮-৩০ বজাত উঠিলো। আৰু এটা পেকেট থাকিল। ... ডেকা ...আহিল। (সন্ধিয়াৰ পাছত)। বিহু সন্মিলনৰ স্মৃতিগ্ৰন্থৰ কাৰণে শুবেচ্ছাবাণী প্ৰসংগত। মই আজি সঁচাকৈয়ে একেৰাহে কাম কৰি আছোঁ। এনেকুৱা কামৰ মাজত শুভেচ্ছাবাণী লিখাটো যুগুত নে? যেতিয়াই অকণমান আহৰি পাইছোঁ—(যেনে গাড়ীত যাওঁতে) তেতিয়াই উপন্যাসখনৰ* কথা মনলৈ আহি আছে। যদি উপন্যাসখন লিখিবলৈ লওঁ, তেনেহ'লে এই ভবা কামটোওতো এটা ডাঙৰ কাম! বহু মানুহে শুভেচ্ছাবাণীবোৰ কিবা টেলিগ্ৰাম বুলি ভাবে। মই এই ...মানুহজনৰ কথা কোৱা নাই; শুভেচ্ছাবাণীৰ লগত জড়িত সকলোৰে কথা কৈছোঁ। যিসকলে বাণী দিয়ে, তেওঁলোকৰ কথাও কৈছোঁ।

* ইতিমধ্যে প্ৰান্তিকৰ সম্পাদক প্ৰদীপ বৰুৱা আৰু সহকাৰী সম্পাদক ইমৰান হুছেইনে মোৰ আগত উপন্যাস এখন লিখাৰ কথাটো সঘনে উত্থাপন কৰিবলৈ লৈছিল, আৰু মই কামটোৰ কথা নানা দিশৰ পৰা চিন্তা কৰিবলৈ লৈছিলো।

**৪.৪.৮৯ :** ... জ্যোতি-চিত্ৰবন আৰু উত্তৰ-পূব পৰিষদৰ আঁচনিৰ বিষয়ে অসম চৰকাৰে মোৰ মতামত বিচাৰিছিল; ছয় পৃষ্ঠাৰ উত্তৰ এটা লিখিলো। দহ বজাৰ অলপ পাছতে নিজে বীৰেশ্বৰ বৰুৱাৰ অফিছলৈ গ'লো। কাগজখিনি দিলো। আলোচনা কৰিলো। (কিন্তু মোৰ মনত অন্য এটা কথা লাগি থাকিল। —এখন ৰাজ্যৰ এজন ছেক্ৰেটৰি,—আই. এ.

এছ. বিষয়া;—তেওঁ বে'ল বজালে এজন পিয়ন নাহে! তেওঁ নিজে ওলাই গৈ কোনোবা এটা কোঠাৰ পৰা ফাইল কেইটামান আনিলেগৈ,—মোৰ লগত আলোচনাৰ সুবিধাৰ কাৰণে! (বৰুৱাই) Supdt.জনক পিয়ন এজনৰ খবৰ ল'বলৈ ক'লে; তেওঁ আহি অলপ পাছত খবৰ দিলেহি,—"পিয়ন নাই।" অদ্ভুত কাণ্ড!) ...

৬.৪.৮৯ : ... টেলিফোন একচেঞ্জ অফিছলৈ। তাৰ পৰা খানাপাৰাৰ ফালে থকা SDO phones-অৰ অফিছলৈ। SDO ত্ৰিপাঠীক ফোনটোৰ কথা বুজাই ক'লো। তাৰ পৰা আহিলো Junior Engineer শ্ৰী ...দাসৰ অফিছলৈ। তেওঁ নাই। এঘণ্টাৰ পাছত কাজেনৰ হাতত তেওঁলৈ চিঠি এখন পঠালো। আজি যে চাৰি দিনে মই কিমান ঘূৰিছোঁ, মোৰ কিমান অসুবিধা হৈছে,—লিখিলো। কাজেনে চিঠিখন লৈ আহিল। কাষত এজন পিয়নে লিখি দিছে,—"কেবুলত ফল্ট আছে।" দাসে বোলে পিয়নজনক চিঠিখন পঢ়িবলৈ দিলে, আৰু পিয়নজনকে তেনেকৈ লিখিবলৈ দিলে। হ'ব, যাৰ যেনেকুৱা মনোবৃত্তি। কিন্তু ইণ্টাৰেষ্টিং কথা হ'ল, —আবেলি পাঁচমান বজাত ফোনটোৰ ডায়েলিং ট'ন আহিল। ফোনটো ভাল হ'ল। Cable fault হ'লে এনেকুৱা হয় নে?

আবেলি উৎপল (দত্ত) আহিল। ফিল্মৰ কথা, গল্প-নাটকৰ কথা। তেওঁক দুটা বিষয়ে লিখিবলৈ অনুৰোধ কৰিলো। Black American Cinema আৰু (অৰূপ দত্তৰ) Rhino ছবিখনৰ বিষয়ে। Black American সম্পৰ্কে তেওঁক booklet এখন দিলো। ক'লো,—অৰূপ দত্তই নিজে Rhino কেনে পাইছে আমাক সেইটো খবৰো লাগে। (প্ৰান্তিকৰ কাৰণে।)

৭.৪.৮৯ : ...ৰশ্মিৰ কাৰণে (অসমীয়াৰ) প্ৰশ্ন কিছুমানৰ উত্তৰ লিখি দিলো। ৰচনা কেইখনমানো লিখি দিবলগীয়া হ'ল। যিখন কিতাপৰ পৰা পঢ়িলে হৈ যাব বুলি মই ভাবি আছিলো, সেইখন পঢ়ি অবাক। ইমান প্ৰশংসাপত্ৰ থকা কিতাপখনৰ এই ভাষা, এই তথ্যপাতি! ছাত্ৰ-ছাত্ৰীৰ বয়স-বুদ্ধিৰ প্ৰতি কোনো শ্ৰদ্ধা নাই? প্ৰশংসাপত্ৰ দিয়া কেইজনে কিতাপখন পঢ়ি চাইছেনে? (সঁচাকৈয়ে চাইছেনে?) দিনটো—প্ৰায় অকণো আহৰি নোলোৱাকৈ ৰশ্মিৰ কামকে কৰিলো। ৬-৩০ বজাত (গধূলি) তাইৰ কাম শেষ হ'ল। প্ৰান্তিকৰ কামত ধৰিলো। এঘণ্টা। আৰু কাম কৰিবলৈ মন নগ'ল। শক্তিও নোহোৱা হ'ল।

...দিল্লীৰ মালতী সহায়ৰ* পৰা টেলিগ্ৰাম আহিছে,—কোলাহলৰ প্ৰিণ্ট ছিডনি, মিউনিক আৰু মস্কোলৈ পঠাব। গতিকে দিল্লী উৎসৱৰ কাৰণে এটা প্ৰিণ্ট লাগে।

* মালতী সহায় পাছলৈ ভাৰত চৰকাৰৰ চলচ্চিত্ৰ মহোৎসৱ সঞ্চালকালয়ৰ সঞ্চালক পদত অধিষ্ঠিত হৈছিল।

৮.৪.৮৯ : ...১০-১৫— প্ৰান্তিকলৈ। প্ৰদীপক ক'লো,—যি হ'ব হ'ব; সময় কেনেকৈ মিলাম ক'ব নোৱাৰোঁ, —কিন্তু উপন্যাসখন লিখিম। ১৬ মে' সংখ্যাৰ পৰা প্ৰকাশ কৰিব পাৰিবা। নাম ৰম্যভূমি।

এটা ডাঙৰ সিদ্ধান্ত কৰা হ'ল। চাওঁ কি হয়। বছৰৰ শেষৰ ফালে ফিল্ম এখন কৰাৰ কথা ভাবিছিলো।...

**৯.৪.৮৯ :** ...এখন বিহুতলিৰ ডেকা দুজনে সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰিবলৈ মাতিবলৈ আহিছিল; অসুবিধা হ'ব বুলি ক'লো। ক'লো,—বিহুৰ কেইদিন মই মোৰ ইচ্ছামতে programme কৰিম।

বহুত দিনৰ মূৰত T.V.ত 'মহল' ফিল্মৰ 'আয়েগা আনেৱালা' গানটোৰ দৃশ্যটো দেখিলো আৰু গানটো শুনিলো। সময়ৰ ব্যৱধানৰ কাৰণেই নে কি, —ভাল লাগিল।...

**১৩.৪.৮৯ :** ...দিনটো —বিহু বুলি—সঁফুৰাৰ কামত অহা কিতাপ পঢ়িলো। সন্ধিয়া খবৰ পালো 'কোলাহলে' ৰজত কমল পাইছে। এইটো মোৰ কাৰণে 'নতুন খবৰ' বা উল্লসিত হ'বলগীয়া খবৰ নহ'ল। বিচাৰকসকলৰ বিচাৰত ছবিখন কি ধৰণে আলোচিত হৈছিল, সেইটো জানিবলৈ মন থাকিল।

Sound of Music ছবিখন আকৌ ডিভিঅ' কেছেটত চালো।...

**১৪.৪.৮৯ :** ...বিহু সন্মিলনীৰ ...চাৰিজন মানুহ আহিল। কাইলৈ মই তেখেতসকলৰ বিহুলৈ যাব লাগে। মই ক'লো, —ৰাজ্যখন আৰু জাতিটোৰ চিন্তাতেই মই প্ৰতিজ্ঞা কৰিছোঁ,—মঞ্চৰ ওপৰত উঠি (কিছুদিনলৈ) কথা নকওঁ; বক্তৃতা নিদিওঁ। এই বিহুত সকলোকে মই তাকে কৈছোঁ। মই এনেয়ে যাব পাৰোঁ; কিন্তু বক্তৃতা নিদিওঁগৈ; সম্বৰ্ধনা নলওঁগৈ। বেয়া নাপাব। বছৰৰ প্ৰথম দিনটোত তেখেতসকলক নিৰাশ কৰি বেয়া পালো; কিন্তু মোৰ নীতি মই মানি চলিব লাগিব। মোক সকলোৱে পাহৰি গ'লেই ভাল পাওঁ। মই মনে-মনে কাম কৰিব লাগে।...

**১৫.৪.৮৯ :** ...বিহুতলিলৈ গ'লো। কালি কোৱামতে। উদ্যোক্তাসকলে (কাৰ্যালয়ৰ ভিতৰতে) এখন গামোচা দিলে; এটা বেজ পিন্ধালে। সম্বৰ্ধনা। মই ক'লো,—মই অন্তৰেৰে আপোনালোকৰ সম্বৰ্ধনা গ্ৰহণ কৰিছোঁ; কেৱল পদ্ধতিটো বেলেগ। কাৰ্যালয়ৰ চকীত বহি পাঁচজন মানুহে ঘৰুৱাভাৱে কথা পাতি সম্বৰ্ধনা জনালে। এইটো সম্বৰ্ধনাৰ মূল্য কম নে কি? ঢোল পিটিলে, বাতৰি কাকতত ওলালেহে হ'বনে?

**১৮.৪.৮৯ :** ...সঁফুৰাৰ কাম। শিশু উপন্যাস। 'চৌতাৰা'ৰ ককাইৰ হতুৱাই বাৰীৰ কাম কৰালো। তেওঁ ক'লে,—আগতে তেওঁ প্ৰবীণ চৌধুৰী আৰু ৰেণুকা দেৱী বৰকটকীক ভোট দিছিল; যোৱাবাৰ কমলা কলিতাক দিলে। পিছে তেওঁলোকৰ গাঁৱত হৰেন তালুকদাৰেহে কাম কৰিছে। এওঁলোকৰ মুখত কথাবোৰ শুনি ভাল লাগে। অসমীয়া ভাষা ক'ব নোৱৰা মুছলমান মানুহ। প্ৰফুল্ল মহন্তৰ পৰিবাৰ জয়শ্ৰী গোস্বামী মহন্তই ফোন কৰিলে,—আজি আমি দুয়ো দুপৰীয়া তেওঁলোকৰ তাত ভাত খাব লাগে। এক মুহূৰ্ত

চিন্তা কৰি যাম বুলি ক'লো। এনেকুৱা নিমন্ত্ৰণ তেওঁলোকৰ ঘৰৰ পৰা কেতিয়াও অহা নাছিল। ফোনটো থোৱাৰ পাছত কিছু সময়লৈ ভাবিলো। কিন্তু আজি ক্ষমতাত নথকা যিকোনো মানুহ এঘৰে মোক ভাত খাবলৈ মতা হ'লে মইতো এনেকৈ নাভাবিলোহেঁতেন! কিয় আজি প্ৰফুল্ল মহন্তৰ ঘৰত ভাত এসাঁজ খাবলৈ মনটো কোঁচ খায়? কিয় মনটো মুকলি নহয়? তেওঁ মুখ্যমন্ত্ৰী কাৰণে। ৰাজনীতি এনেকুৱাই বস্তু! ই মানুহৰ সহজ সম্পৰ্ক জটিল কৰে। এওঁলোকে সহজ-সৰল সামাজিক জীৱনৰপৰা আমাৰ এই মনোবৃত্তিৰ কাৰণেই আঁতৰি যাবলৈ বাধ্য হয়। যি হ'ল হ'ল; মই তেওঁৰ লগত পাতিবলগীয়া কথাখিনি জুকিয়াই ল'লো। এক বজাত গ'লো। ঘৰৰ সমুখত লিখা আছে,—আজি মুখ্যমন্ত্ৰীয়ে কাৰো লগত দেখা নকৰে। মই শংকৰদেৱ কলাক্ষেত্ৰৰ মাটি আৰু চলচ্চিত্ৰ নিগমৰ structure সম্পৰ্কে ক'বলগীয়া কথাখিনি ক'লো। এইটো এটা কামৰ কাম হ'ল।

আধাঘণ্টামানৰ পাছত ড. দেব প্ৰসাদ বৰুৱা (V.C., G.U.) আৰু তেখেতৰ পৰিবাৰ আহিল। ভাত খাই থাকোঁতে ঘাইকৈ ১৯৫০-৫৮—এই কালছোৱাৰ গুৱাহাটী আৰু কটন কলেজৰ কথা ওলাল। সেইখিনি সময় পিছে ভাল লাগিল। ড. বৰুৱাই মই পাহৰিব খোজা কথা কেইটামান ক'লে। ৰাজনীতি বিজ্ঞানৰ কিতাপৰ পাণ্ডুলিপিৰ কাৰণে মই তেখেতক জেলত দেখা কৰিছিলো। [সেই সময়ত মই (গুৱাহাটী বিশ্ববিদ্যালয়ত) পাঠ্যপুথি প্ৰকাশৰ বাবে কঠোৰ পৰিশ্ৰম কৰিছিলো।]

...আবেলি গোবিন্দ চন্দ্ৰ গগৈ নামৰ এজন মানুহ আহিল। তেখেতে প্ৰান্তিকলৈ বুলি নেফাফু গছ সম্পৰ্কীয় এখন চিঠি আৰু মোলৈ নেফাফু গছৰ পুলি দুটা লৈ আহিছিল। পুলি দুটাৰ বাবদ মই তেখেতক দহ টকা দিলো। ক'লো,—আপুনি এইটো কাম ব্যৱসায় হিচাপে কৰিছে যেতিয়া মই অলপ হ'লেও ইয়াৰ দাম দিম। (তেখেতে কৈছিল—"বাৰু, দিয়ক তেনেহ'লে সিকি এটা।")

পুলি দুটা আন্ধাৰে-মুন্ধাৰে এঠাইত ৰুই থ'লো।

**১৯.৪.৮৯ :** ...আবেলি শিৱপ্ৰসাদ বৰুৱা আহিল—বৰদৈচিলা একপি দিবলৈ। তেখেতে এনেকৈ নিজে ঘৰে-ঘৰে প্ৰায় তিনিশ কপি বেচে বুলি ক'লে। বহুত কথা পাতিলো; — বিশেষকৈ আলোচনীখনৰ বিত্তীয় দিশৰ কথা। তেখেতৰ বয়সত মই তেনেকৈ খোজকাঢ়ি ফুৰিব পাৰিমনে?...

**২০.৪.৮৯ :** ...সঁফুৰা আৰু প্ৰান্তিকৰ কাৰণে নিজৰ নামত আৰু ছদ্ম নামত লিখা, বুধবাৰৰ কাৰণে লিখা, প্ৰান্তিকৰ উপন্যাসখন, ভ্ৰাম্যমাণৰ নাটক, ফিল্ম সম্পৰ্কীয় ভ্ৰমণ, বছৰৰ শেষৰ ফালে ফিল্ম এখন,—এই সকলো সম্ভৱ হ'বনে? বলে পাৰিম নে?...

**২২.৪.৮৯ :** ...পুৱা বেলা তোষপ্ৰভা কলিতাৰ* গিৰিয়েক প্ৰসন্ন কলিতা আহিছিল— শ্ৰীমতী কলিতাই লিখা প্ৰবন্ধ-পাতি কিছু দিবলৈ। জাগীৰোডত তেখেতসকলৰ বহু কাকত-

আলোচনীৰ এজেন্সি আছে। জাগীৰোড অঞ্চলতনো কেনে ধৰণৰ কাকত-আলোচনী বেছি বিক্রি হয় সুধিলো। যি বুজিলো,—সমগ্র ভাৰতৰ (পৃথিৱীৰো) যি অবস্থা, জাগীৰোড অঞ্চলৰো সেই অৱস্থা। পৰচর্চা, কেলেংকাৰীমূলক বা-বাতৰিৰ প্রতি মানুহৰ,—সাধাৰণ মানুহৰ আগ্রহ বেছি।

আগতে ভালেমান মানুহৰ মুখত শুনিছিলো,—প্রান্তিকখন এক শ্রেণীয়ে ‘গধুৰ’ পায়। গধুৰ মানে? এখন ভদ্র আলোচনী ইয়াতকৈ কিমান পাতল হ’ব পাৰে? প্রান্তিকৰ ‘গধুৰত্ব’ কিমান আছে? কবিতা কেইটাত অলপ আছে। বাকীবোৰ কিমান গধুৰ? ইমানতেই মানুহৰ মন ভাৰাক্রান্ত হয়? জাতিটো কি লৈ বাচি থাকিব? গাভৰুৰ মৃতদেহ, ‘এমেলে’ৰ কেলেংকাৰী? আজি শ্রী কলিতাৰ পৰা জানিলো,—‘প্রকাশ’খনৰ বিক্রি নহয়েই বুলিব লাগে। অর্থাৎ সেইখনৰ মৃত্যুৱেই হ’ল বুলিব লাগে। কিয়? সেইখন অসমীয়া জাতিৰ কাৰণে বৰ গধুৰ হ’ল? ‘প্রকাশ’ৰ অন্য বহু দোষ থাকিব পাৰে; কিন্তু মই এই ‘গধুৰ’ হোৱাৰ কথাটোহে কৈছোঁ। বাণীকান্ত কাকতিৰ সময়ৰ পৰা কিমান তললৈ আহিছোঁ।

* তোষপ্রভা কলিতা কবি। এওঁ শিশুৰ বাবে গদ্যও লিখে।

**৮.৭.৮৯ :** আজি ঢকুৱাখনাৰ মদাৰগুৰিৰ পলি বৰুৱা নামৰ ছোৱালী এজনীয়ে (চিঠিখন পঢ়ি ছোৱালী বুলি ধৰি লৈছোঁ) লিখা চিঠি এখন পালো। তেওঁ ‘ৰম্যভূমি’ৰ (দুই নম্বৰ খণ্ডৰ) কুঢ়ি মাছৰ ‘টোটোলা’ শব্দটোৰ কথা লিখিছে। তেওঁৰ মতে সেই বস্তুটোক টোটোলা নোবোলে, টোহে বোলে। এই কথাটো মই ভালকৈ বিচাৰ কৰিব লাগিব। তেওঁ লিখিছে, —‘কেতিয়াবা কিবা লিখোঁতে খোকোজা লাগিলে মই অভিধান নেমেলো, মেলো আপোনাৰ লেখাবোৰ। ...মই জানো,—আপুনি শুদ্ধ স্থানত শুদ্ধ শব্দ ব্যৱহাৰ কৰাত কিমান সাৱধান।’

এই দায়িত্ব মই কিমান কষ্টৰে পালন কৰিবলৈ চেষ্টা কৰোঁ মইহে জানো। তথাপি বহু ভুল হয়।

**১২.৭.৮৯ :** দিল্লীৰ ফিল্ম ফেষ্টিভেল ডাইৰেক্টৰেটৰ পৰা টেলিগ্রাম আহিছে,—কোলাহলৰ video Cassette এটা তৎক্ষণাৎ পঠাব লাগে। For selection screening for San Sebastian International Film Festival.

**১৩.৭.৮৯ :** ...সৰু কালৰে পৰা আজিলৈকে বহু মানুহ পালো,—তেওঁলোকে কয়,—“লিখিবলৈ বৰ মন যায় বুইছে (বুইছা, বুইছ), কিন্তু লিখিব নোৱাৰোঁ।” হয়তো। সকলোৰে ভিতৰখন লিখাৰ সামগ্রীৰে ভৰা। সম্পদ, ইচ্ছা দুয়োটা আছে; কিন্তু লিখিব পৰা গুণটো বেলেগ; সেই কাৰণেইতো লাখ-লাখ মানুহৰ মাজত মাত্র কেইজনমানহে লেখক ওলায়। কিন্তু বাক্য এটাৰ আগ-গুৰি নুবুজা মানুহ কিছুমানে কি সাহসত প্রবন্ধ লিখে? তেওঁ এটা লাইনৰ মানহ; সেই লাইনৰ কথা তেওঁ জানে; সেই বুলিয়েই তেওঁ এটা প্রবন্ধ লিখি প্রান্তিকলৈ পঠাই দিব? আৰু বিষয়টো ভাল কাৰণেই মই দিনৰ দিনটো বহি তেওঁৰ প্রবন্ধটো

rewrite কৰিম? বহুত মানুহক (লেখকক!) চিনি পালো।

২১.৭.৮৯ : ...ৰশ্মিৰ পৰীক্ষাৰ (HSLC) ৰিজাল্ট কাইলৈ দিব বুলি আজি কাগজত পালো। মোক ৰিজাল্টৰ বহী এখন (list) লাগে। ক'ত পাম? ফোন বেয়া। SEBAৰ অফিছলৈ গ'লো। চেয়াৰমেন আৰু ছেক্রেটেৰি ইউনিভাৰ্ছিটিলৈ গ'ল। কন্ট্রলাৰ নাই। চিঠি এখন গজেন তালুকদাৰলৈ* লিখি থৈ আহিলো। "ৰিজাল্টৰ বহী এখন দিবা। এঘাৰ বজাৰ আগতে নালাগে।" ৰিজাল্ট এঘাৰ বজাত দিব বুলি ব'ৰ্ডে ঘোষণা কৰিছে। আবেলি গজেনে ফোন কৰি ক'লে,—তেওঁ বহী এখন দিব। ...

* ড. গজেন্দ্ৰ নাথ তালুকদাৰ তেতিয়া অসমৰ মাধ্যমিক শিক্ষা পৰিষদৰ সচিব আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত তেওঁক মই পঢ়াইছিলো। বৰ্তমানে তেওঁ সেইখন বিশ্ববিদ্যালয়ৰে উপাচাৰ্য।

২২.৭.৮৯ : ...এঘাৰ বজাৰ চাৰি মিনিট আগতে গজেন তালুকদাৰৰ ঘৰ পালোগৈ। বেলতলাতে তেওঁ ঘৰ সজালে। ১১ বজাৰ লগে-লগে তেওঁ ৰশ্মিৰ ৰিজাল্টটো বহীখনত চাই মোক ক'লে। মোক তেওঁ বহী এখন দিলে। ৰশ্মিয়ে ফাৰ্ষ্ট ডিভিজনত পাছ কৰিছে আৰু-General Maths.অত letter পাইছে। হ'ব। তাই যোৱা চাৰিবছৰ খেলাৰ লগত যিমান সময় কটাইছে, তালৈ চাই এইটো ভাল ৰিজাল্ট। ...

... আমাৰ ঘৰখনৰ লগত স্কুলীয়া শিক্ষাৰ সম্পৰ্ক শেষ,—সেই কাৰণে আজিৰ দিনটো কিবা বেলেগ-বেলেগ লাগিল। ...

...দিল্লীৰ পৰা telegram আহিল,—মোক মন্ট্রিয়েল ফিল্ম ফেষ্টিভেললৈ নিমন্ত্ৰণ কৰা হৈছে। অহা-যোৱা, থকা-খোৱা সকলো তেওঁলোকে দিব। ফেষ্টিভেল ২৪ আগষ্টৰ পৰা।

৩০.৭.৮৯ : মোৰ পুৰণি পাণ্ডুলিপি এখন কিবা এটা কামত উলিয়াই পঢ়িলো। টাইপ কৰা। মন কৰিলো,—তেতিয়া মোৰ বানানৰ পদ্ধতিটো বেলেগ আছিল। ...পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব হিচাপে পাঠ্যপুথি প্ৰস্তুত কৰিবলৈ লৈ প্ৰথমে 'অসমীয়া আখৰ-জোঁটনি' নামৰ সৰু কিতাপ এখন যে প্ৰস্তুত কৰাই লৈছিলো, তেতিয়াৰে পৰা, সেইখনৰ মতেই মই মোৰ নিজৰো বানান-পদ্ধতি সলনি কৰিলো।

৩১.৭.৮৯ : ...নাটক লিখিবলৈ আৰম্ভ কৰিলো। বহু বছৰৰ আগতে ৰেডিঅ'ৰ কাৰণে লিখা অন্ধকূপ ছিৰিজৰ এটা খণ্ডকে মঞ্চ-নাটকৰ ৰূপ দিয়াৰ ব্যৱস্থা কৰিলো। সময় কম বাবে ইয়াকে কৰিবলৈ স্থিৰ কৰিলো।

২.৮.৮৯ : ... (আৱাহন থিয়েটাৰৰ প্ৰযোজক) কৃষ্ণ ৰয়ে আমালৈ বাট চাই আছিল। তেওঁৰ লগত আলোচনা কৰি ঠিক কৰিলো,—১৪ তাৰিখে নাটক সম্পূৰ্ণ কৰি পাঠশালালৈ যাম।

...যিমান পাৰোঁ কামত আগুৱাওঁ। প্ৰান্তিকৰ দুটা সংখ্যাৰ কাম সম্পূৰ্ণ কৰিব লাগিব; সঁফুৰাৰ এটা সংখ্যা, আৰু নাটকখন;— সকলো ১৯ তাৰিখৰ আগতে । 'ৰম্যভূমি'ৰ দুটা খণ্ড, 'মৰমৰ দেউতা'ৰ এটা খণ্ড ! ...

২০।৮।৮৯ তাৰিখে মন্ট্ৰিয়েললৈ বুলি গুৱাহাটী এৰাৰ কথা। তাৰ আগতে বহু কাম শেষ কৰিবই লাগিব। সেই দিনকেইটাত কামৰ প্ৰচণ্ড হেঁচা অনুভৱ কৰিছিলো। সেইবোৰৰ বিতং বিৱৰণ কেৱল কামৰ বিৱৰণ; বৈচিত্ৰ্যহীন। গতিকে সেইকেইটা দিনৰ, মোৰ ফালৰ পৰা আমোদজনক বা উল্লেখযোগ্য যেন লগা দুই-এটা কথাহে উল্লেখ কৰি থ'ম। প্ৰসংগক্ৰমে,—কামৰ প্ৰচণ্ড ভিৰৰ সেই সময়ছোৱাতে দাঁত এটাৰ বিষে মোক বৰ কষ্ট দিছিল।

৫.৮.৮৯ : ...শিক্ষক এগৰাকীয়ে বাটৰ পৰা অগ্নিস্নানৰ ঘোঁৰাবাগীখন* দেখিলে। তেওঁ সোমাই আহিল। আহিয়েই তেওঁ মোক ভৰি চুই সেৱা কৰিব খুজিলে। ... কোন মানুহৰ মনত যে কি ভাব সোমাই থাকে! মই নালাগে-নালাগে বুলি পিছুৱাই আহি থাকিলো, তেওঁ নহয়-নহয় ছাৰ বুলি জোৰকৈ ভৰি চুলে। মোৰ সময় নাছিল; কিন্তু তেওঁৰ লগত বহু পৰ কথা পাতিলো। তেওঁৰ আগ্ৰহৰ প্ৰতি মোৰ শ্ৰদ্ধা উপজিছিল।

* 'অগ্নিস্নান' চলচ্চিত্ৰৰ কাৰণে ব্যৱহাৰ কৰা ঘোঁৰাবাগীখন এখন চালিৰ তলত থৈ দিছিলো। সেইখন বাটৰ পৰা দেখা অৱস্থাত আছিল।

৮.৮.৮৯ : ...সন্ধিয়াৰ আগে-আগে পৰাগ দাস আহিল। তেওঁ 'বুধবৰীয়া মেল'* লৈ মোক মাতিছিল। মেলৰ বিষয়,—ফিল্ম,—অসমীয়া ফিল্ম। মই তেওঁক কিছু কথা কৈ অনুৰোধ কৰিলো,—মোক যেন এইবোৰৰ পৰা ৰেহাই দিয়ে। মই মৰ্মে-মৰ্মে উপলব্ধি কৰিছোঁ,—ছিনেমা, সাহিত্য, নাটক মোৰ কাৰণে ব্যক্তিগত সাধনাৰ বস্তু, সংগঠনৰ বস্তু নহয়।

* পৰাগ দাসে তেওঁ সম্পাদনা কৰা 'বুধবাৰ' নামৰ কাকতখনৰ বাবে বিভিন্ন বিষয় লৈ একোখন 'বুধবৰীয়া মেল'ৰ আয়োজন কৰিছিল।

১২.৮.৮৯ : ... Clove oil বোলা বস্তুটোৱে কাম দিলে। সেইটো মাজে-মাজে দাঁতটোৰ গুৰিত লগাই বিষটো কমাই লওঁ আৰু লিখাৰ কাম কৰোঁ। আবেলি ৬ বজালৈকে লিখিলো। ৬-২০ অনুপমৰ চেম্বাৰলৈ। লগত জিণ্টি। অনুপমে আৰু এজন ল'ৰা (ডাক্তৰ) মাতি থৈছিল। আজি প্ৰথম মোৰ গাত এনাছথেছিয়া পৰিল। সেই ল'ৰাজনে মূল কামখিনি কৰিলে। ভালকৈ কৰিলে। ইমান বছৰ লৈ ফুৰা দাঁত এটা আজি মুখৰ পৰা আঁতৰি গ'ল। ...

১৫.৮.৮৯ : ৫-৩৫। পাঠশালা। প্ৰান্তিকৰ কাম। ৭-৩৫ ৰিহাৰ্ছেল। ১২-৪৫ ৰিহাৰ্ছেল

শেষ। ২-৩০—৩-৩০—প্ৰান্তিকৰ কাম। ৪—১১-৩০ ৰিহার্ছেল। ১২-৩০ বজাত শুলো।

**১৭.৮.৮৯ :** ...'ফৰাছী চলচ্চিত্ৰ বিপ্লৱ' নামৰ প্ৰবন্ধটো চাবলৈ এঘণ্টামান বাংলা কিতাপ এখন পঢ়ি ল'ব লগা হ'ল। কিছুমান ফৰাছী নামৰ উচ্চাৰণ জানিবলৈ। ...

**২০।৮।৮৯** তাৰিখে কানাডাৰ মন্ট্ৰিয়েললৈ বুলি গুৱাহাটী এৰিলো। সেই সময়ত মোৰ আটাইতকৈ ডাঙৰ উৎকণ্ঠাৰ বিষয়টো আছিল,—বিদেশলৈ যোৱাৰ প্লেনৰ টিকেট মোৰ হাতত পৰাহি নাছিল। দিল্লীৰ Directorate of Film Festivals (DFF)-অৰ কৰ্মকৰ্তাসকললৈ লিখিছিলো,—টিকেটবোৰ গুৱাহাটীলৈ পঠাই দিবলৈ; কিন্তু তেখেতসকলেও জনা নাছিল,—টিকেটবোৰ আছে ক'ত। অন্যান্য ফালৰ পৰাও যাত্ৰাৰ আৰম্ভণিটো ন্ৰ সুখকৰ নাছিল। যেনে ঃ

...ৰাতি ৮-১০ বজাত প্লেন উৰিল। প্ৰায় ১১ বজাত পালাম।

...নতুন পুৰণি দুয়োটা অসম ভৱনতে আলহীৰ তালিকাত মোৰ নাম নাই। ৰাতিখন ঘূৰাঘূৰি। বহুত বছৰৰ মূৰত এনেকুৱা হ'ল। মই চিঠিত ৰুমৰ কথা লিখিছিলো। শেষত চকীদাৰে ২০৯ নম্বৰ ৰুমত মোক ৰাতিটো থাকিবলৈ দিলে। তাত দুজন ছাত্ৰ আছিল। মই তৃতীয়জন হ'লো। টোপনি যাওঁতে বোধকৰোঁ একমান বাজিল।

**২১.৮.৮৯ :** ...ৰাতি টোপনি ভাল নহ'ল। কোঠালিটোৰ অৱস্থাটোৱেই ভাল টোপনি নোহোৱাৰ কাৰণ। আচলতে মোৰ পৰিশ্ৰমলৈ চাই ভাল টোপনি হ'ব লাগিছিল। প্ৰান্তিকৰ প্ৰবন্ধ এটা চালো। তফজ্জুল আলিৰ 'সা ৰে গা মা কিয় ?' আঠ বজাত O.S.D.ৰ ঘৰলৈ ফোন কৰিলো। তেখেতে ফোনত Receptionist-অক মোৰ ৰুমৰ ব্যৱস্থা কৰিবলৈ ক'লে হ'বলা। Receptionist-এ মোক ২০৬ নম্বৰ ৰুমলৈ আহিবলৈ ক'লে। এই ৰুমটোলৈ আহিহে মনটো ভাল লাগিল। ...

তাৰ পাছত প্লেনৰ টিকেট বিচাৰি DFF, অশোক হোটেল, Air Canada, Air India, Indian Airlines আদিৰ অফিছলৈ। লগত DFF-অৰ কৰ্মচাৰী এজন। কোনেও ক'ব নোৱাৰিলে টিকেট ক'ত আছে। DFF-এ বোম্বাইৰ NFDC ৰ বিষয়া ৰবি মালিকৰ লগত যোগাযোগ কৰিলে; মন্ট্ৰিয়েললৈ টেলেক্স মেছেজ পঠালে। অসম ভৱনত ৰাতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়ন বিভাগৰ অধ্যাপক ড. পৱিত্ৰ কুমাৰ শৰ্মাক লগ পালো। সেই বিভাগৰে ড. কৃষ্ণগোপাল ভট্টাচাৰ্যৰ হাতত প্ৰান্তিকলৈ তফজ্জুল আলিৰ প্ৰবন্ধটো পঠাই দিলো।

**২২.৮.৮৯ :** ৫-৩০। প্ৰান্তিকৰ প্ৰবন্ধ এটা (দেৱকান্ত সন্দিকৈৰ) চালো। ...মই নিজে Air Canadaত খবৰ ল'বলৈ ঠিক কৰি ৯ বজাতে অশোক হোটেললৈ গ'লো। আজি তাত মহিলা এগৰাকীও আছিল। Computer অজিও down. তেওঁলোকে পিছে মোৰ কথা মতে বোম্বাইৰ Air Canadaলৈ ফোন কৰিলে। বহুত চেষ্টাৰ মূৰত লাইন পোৱা

গ'ল। খবৰ পালে—টিকেট বোম্বাইৰ Air Canadaৰ অফিছতে আছে।...

...DFF-অলৈ গ'লো। মালতী সহায়ক ক'লো,—টিকেট তাতে আছে যেতিয়া মোক কোনোবাই (ৰাতি ১১ মান বজাত) এয়াৰপ'ৰ্টত দিবই লাগিব। ফোন কৰি হ'লেও সেইটো নিশ্চিত কৰা।

তাৰ পাছত উৰ্মিলা গুপ্তাৰ ৰুমলৈ গ'লো। তেওঁৰ মেজত বোম্বাইৰ পৰা অহা telex message এটা পৰি আছে। ৰবি মালিকে পঠাইছে। তেওঁলোকে টিকেট সংগ্ৰহ কৰিলে; মানুহ এজনে হাতত মোৰ নাম লিখা প্লেকাৰ্ড লৈ ছান্তাক্ৰুজ এয়াৰপ'ৰ্টত ৰৈ থাকিব।

Tension নামি গ'ল।

...ঘৰলৈ Trunk Call কৰিলো। ৬ বজাৰ সময়ত লাইনটো পালো। ৰশ্মি ঘৰত আছিল। তাইক সকলো খবৰ দিলো। ঘৰৰ খবৰ ল'লো। আজি ৰশ্মিৰ কলেজ-জীৱন আৰম্ভ হৈছে। আজিৰ ৰুটিন মতে সকলো ক্লাছ হৈছে। তাইক ক'লো,—সকলো ক্লাছ ঠিকমতে কৰিবা।

...ড. পবিত্ৰ শৰ্মাৰ হাতত প্ৰান্তিকলৈ প্ৰবন্ধটো দি পঠালো।

...১০-৪৫—বোম্বাই। ল'ৰা এজনে ডাঙৰ-ডাঙৰ আখৰেৰে মোৰ নামটো লিখা কাগজ এখন লৈ বাহিৰত ৰৈ আছে। তেওঁক লগত লৈ ছাহাৰা এয়াৰপ'ৰ্টলৈ (International) গ'লো। তাত তেওঁ মোক টিকেটখিনি দিলে। তেওঁৰ প্ৰতি মোৰ ভাল ভাব হ'ল। প্ৰায় বাৰ বাজোঁ-বাজোঁ।

**২৩.৮.৮৯ :** ২ বাজি ৩২ মিনিটত প্লেন চলিল।

...১১-২৬ লণ্ডনৰ হিথৰ' এয়াৰপ'ৰ্ট।...ইয়াতে প্ৰায় সাত ঘণ্টা কটাব লাগিব।...ওম পুৰী আৰু গোবিন্দ নিহালানিক লগ পালো। তেওঁলোকৰ লগত চাহ আৰু ছছেজ খাই ল'লো।...লণ্ডনৰ সময় ২ বাজি ১৭ মিনিটত প্লে'ন উৰিল।

...সাত ঘণ্টাৰ মূৰত যেতিয়া মন্ট্ৰিয়েল পালোগৈ, তেতিয়াও ৰ'দ আছে। ঘড়ি পিছুৱাই মন্ট্ৰিয়েলৰ সময় কৰি ল'লো।

World Film Festival-অৰ তৰফৰ পৰা মানুহ উপস্থিত আছিল। মই, ওম পুৰী আৰু পোলেণ্ডৰ জাৰ্নেলিষ্ট এজন একেখন গাড়ীতে আহিলো।

হোটেল মেৰিডিয়েন (Meridien)। জেকুলিন (জেকি) নামৰ মহিলা এগৰাকীয়ে আমাক কাগজ-পত্ৰ দিলে। ৰুমৰ চাবি দিলে। তেওঁ ওম পুৰীক আগতে লগ পাইছে। মোৰ ৰুম নম্বৰ ৭২৮।... সুন্দৰ ৰুম। দিল্লীৰ অশোক হোটেলৰ তুলনাত বেছি সুবিধাজনক। পৰিষ্কাৰ।

ছুটকেছ দুটা অহা নাই। অলপ পাছত internal phone-অত ওম পুৰীলৈ ফোন কৰিলো (ৰুম ৭৫৫)। আমাৰ বাকছ নাহিল দেখোন। তেওঁ ক'লে,—এৰা, ময়ো টাৱেল পিন্ধি বহি আছোঁ। Bell Boyলৈ ফোন কৰিলো। তেওঁ ক'লে,—গৈ আছে। অলপ পাছত ওমে আকৌ মোলৈ ফোন কৰিলে—"মই টাৱেল পিন্ধি আছোঁ। তুমি খবৰ কৰিবা নে কিঃ?" মই নামি গ'লো। বে'ল বয়ক ক'লো। এইবাৰ বাকছকেইটা এখন ট্ৰলিত

এজনে লৈ আহিল।

...ৰুমত বহুত ফল সজাই থোৱা আছিল। পিছে একো খাবৰ মন নগ'ল। প্ৰায় ৩১ ঘণ্টা বহি-থিয় হৈয়েই আছোঁ। হাত-মুখ ধুই বিছনাত পৰিলো। ...ওম পুৰীয়ে ফোন কৰিলে। মই ক'লো,—মই শুই থাকোঁ। ...

**২৪.৮.৮৯ :** ...দুপৰীয়া ওম পুৰী, গোবিন্দ নিহালানি আৰু মই একেলগে (লাঞ্চ) খালো। এওঁলোক দুজনে বৰ খাব পাৰে। বুফেৰ পৰা খায়েই আছে, খায়েই আছে! নিহালানি জুৰিৰ মেম্বাৰ। তেওঁ ৯০৭ নম্বৰ ৰুমত থাকে। সেইটো ফ্ল'ৰলৈ লিফটত সাধাৰণ মানুহ যাব নোৱাৰে। নিহালানিৰ হাতত লিফটৰ এটা চাবি থাকে। তেওঁ আমাৰ লগতে লিফ্‌টত উঠে। আমি ৭ নম্বৰ ফ্ল'ৰলৈ যাওঁ। তেওঁ চাবিটো এঠাইত লগাই ঘূৰাই দিয়ে। তেহে লিফটটো ৯ নম্বৰ ফ্ল'ৰলৈ যায়। মানুহে যাতে জুৰিৰ মেম্বাৰক ৰুমত আমনি কৰিব নোৱাৰে, তাৰ বাবে এই ব্যৱস্থা।

...৭-৩০ বজাৰ Opening Ceremony লৈ ওম পুৰী আৰু মই ওলাই গ'লো। (ওম পুৰীক এটা কথাত বৰ ভাল লাগিছে। তেওঁ দৰকাৰ হ'লেই মোলৈ ফোন কৰে, আৰু ওলাই যাবৰ হ'লেই মোৰ কোঠালৈ আহে। তেতিয়া দুয়ো ওলাই যাওঁ।)

উদ্বোধনী অনুষ্ঠানৰ ঠাইলৈ (Theatre Maisonneuve) দুয়ো ওলাই গ'লো। একেবাৰে আগৰ শাৰীত ছিট পৰিছে।(AA 14)। অতি সংক্ষিপ্ত কাৰবাৰ। জুৰিসকলক চিনাকি কৰি দিয়া হ'ল। Gigi ফিল্মৰ নায়িকা Leslie Caron-অক (জুৰিৰ চেয়াৰমেন) দেখি ভাল লাগিল। কুইবেকৰ ফিল্ম ডাইৰেক্টৰ Denys Arcand -এ— ফেষ্টিভেল অ'পন কৰিলো— বুলি এটা বাক্য ক'লে।

তাৰ পাছত Shirley Valentine নামৰ ইংৰাজী ছবিৰ পৰিচালক আৰু নায়িকা মঞ্চলৈ আহিল।

তাৰ পাছত ছবিখন। বৰ ভাল লাগিল। Humour, pathos, reality, গাম্ভীৰ্য, অভিনয়,— টেকনিকেল সৌষ্ঠৱ, সকলো ফালৰ পৰাই মোৰ ভাল লাগিল।

তাৰ পাছত— দহ বজাৰ পৰা Reception Party–Grand Salon, de l' Hotel Meridien-অত। ...শুনিলো, —অমিতা মালিক পালেহি। কিন্তু তেওঁক দেখা নাপালো।

ৰুমলৈ আহোঁতে ৰাতি বাৰ বাজি গ'ল।

**২৫.৮.৮৯ :** ওম পুৰী ৮-১৫ বজাতে মোৰ ৰুমলৈ আহিল। নামি গৈ দুয়ো ব্ৰে'কফাষ্ট খালো। ৯ বজাৰ পৰা ফিল্ম। কালি ৰাতিৰ হলটোলৈকে গ'লো। যোৱাৰ যে কি সুন্দৰ ব্যৱস্থা! হোটেলৰ পৰা বেলেগ লিফ্‌ট এটাইদি তিনি মহলা নামিলো। ৰাস্তাৰ তলে-তলে দোকান-পোহাৰৰ মাজে-মাজে দুই মিনিট খোজ। Escalator-অত দুবাৰ উঠিলো। তাৰ পাছত হলটো।

কানাডাৰ ডকুমেন্টেৰি Black Hula আৰু USAৰ film Romero; তাৰ পাছত ইংলেণ্ডৰ

ফিল্ম Queen of Hearts চালো। Romero–Political film. ভাল। (Director John Duigan)। Queen of Hearts -সামাজিক ফিল্ম। মোৰ মতে International standard-অত 60 to 70% পাবলগীয়া ছবি। (Director-Jon Amiel) এক বজাৰ পাছত মই আৰু ওম পুৰীয়ে খাবলৈ আহি এখন ৰেস্তোঁৰাত ঠাই নাপাই ইখনলৈ গ'লো। তাতে ডেৰেক মেলকম* উপস্থিত। তেওঁ সুধিলে,—তোমালোক দুজনে ইয়াত কি কৰিছা?

তেওঁ আমাৰ লগত বহিল। বহুত কথা। তেওঁ দিল্লী ফেষ্টিভেলত (জানুৱাৰিত) পোৱা অভিজ্ঞতাৰ কথা ক'লে। তেওঁৰ পইচাৰ বেগটো হেৰাল। শেষত হোটেলৰ বিলৰ কাৰণে তেওঁৰ বস্তু-বাহানি বাজেয়াপ্ত কৰা হ'ব বুলি (অশোক হোটেলে) ক'লে। তেওঁ বোলে কৈছিল,—মাত্ৰ ৭৫ পাউণ্ডৰ কথা,—মই গৈ পঠাই দিম। (excess charge) । কিন্তু হোটেলে বোলে নামানে। শংকৰ বাসুহঁতৰ* কোনো খবৰ নাই!

পাছবেলা ওম পুৰীয়ে ফোনত ক'লে,—অমিতা মালিক আবেলি আমাৰ লগত যাব।

৪-১৫—ওলাই গ'লো। ৫ নম্বৰ ফ্ল'ৰত লিফট ৰ'ল; অমিতা মালিক উঠিল। তেওঁৰ ভৰিৰ কিবা হৈছে। লেঙেৰাইছে। Parisien-1 ছিনেমা হলত John Huston-অৰ জীৱনী সংক্ৰান্ত ছবিখন চালো। (John Huston, The man, The movies, The Maverick. USA ৰ ফিল্ম। Director Frank Martin.) জীৱিত কালতে মানুহজনৰ বহু shot লৈ থোৱা হৈছিল। Impressive.

তাৰ পাছত Parisien-2 চিনেমা হলত (একেটা বিল্ডিঙতে)—Top Belle Pour Toi— নামৰ ফৰাছী ছবি চালো। Subtitle নাই। গতিকে টেকনিকেল কামবোৰ ভালকৈ মন কৰিব পাৰিলো। ফটোগ্ৰাফি, sound—অতি সুন্দৰ। (Director : Bertrand Bier).

৯.৩০ বজাত হোটেল। তাতে ছিডনি ফেষ্টিভেলৰ Director Paul Byrnes-অক লগ পালো। তেওঁ, মই আৰু ওম পুৰীয়ে ৰাতিৰ খোৱা শেষ কৰোঁতে ১১ বাজি গ'ল। মোৰ সোনকালে শোৱাৰ প্লেন কামত লগাব নোৱাৰিলো।

...পলে ছিডনি ফেষ্টিভেলত কোলাহলৰ reception ভাল হৈছিল বুলি ক'লে। ...

* ডেৰেক মেলকম আৰু অমিতা মালিক আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ চলচ্চিত্ৰ সমালোচক আৰু সাংবাদিক। ডেৰেক মেলকমৰ কথা মই আগতে উল্লেখ কৰিছোঁ। উৰ্মিলা গুপ্তা, মালতী সহায়, শংকৰ বাসু আদি DFF -অৰ উচ্চ পৰ্যায়ৰ বিষয়া।

২৬.৮.৮৯ : ... ৮-৩০—ওম পুৰীয়ে ফোন কৰিলে। ক'লো,—আজি মই ৰুমতে খাই—মোৰ উভতি যোৱাৰ টিকেট, Exchange আদিৰ কাম কৰিম। প্ৰথম ফিল্মখন নাচাওঁ। তুমি যোৱা, দ্বিতীয়খনত লগ ধৰিমগৈ।

...ন বজাত ওলাই গৈ জেকিক লগ ধৰিলো। তেওঁ কথা-বতৰা পাতি এটা 'present' দিলে। টোপোলা বান্ধি সাজু কৰি থোৱা আছিল। তেওঁ লগতে খবৰ দিলে,—শশী কাপুৰৰ জীয়েক সঞ্জনা কাপুৰ আহিছে। তেওঁ মোক ইটো ৰুমৰ ছোৱালীজনীৰ ওচৰলৈ আনিলে। (এওঁ মোক ২৪ তাৰিখেই লগ ধৰিছিল।) মই ক'লো,— ...যিকোনো প্ৰকাৰে মই চাবি

ছেপ্টেম্বৰত গুৱাহাটী পাবলৈ লাগে। ... এইবাৰ ছিনেমা চাবলৈ ওলালো। হোটেলৰ তলেদি যোৱা বাটটো উলিয়াব নোৱাৰিলো। ওম পুৰীৰ লগে-লগে গৈ থাকোঁ,—বাটটো মনেই কৰা নাছিলো। এতিয়া অকলে উলিয়াব নোৱাৰিলো। ৰাস্তালৈ ওলালো। ৰাস্তালৈ ওলোৱাও কিন্তু সহজ কাম নহয়। ইটো লিফ্‌ট, সিটো লিফ্‌ট। মই যেতিয়া ছিনেমা হলটো (Maisonneuve) ওলালোগৈ, তেতিয়া এখন ছিনেমা শেষ হৈছে। বহিছোঁ, এনেতে ওম পুৰীক দেখিলো। লগত সঞ্জনা কাপুৰ, নানা নামৰ এমেৰিকান ছোৱালী এজনী আৰু আদিত্য ভট্টাচাৰ্য (বাসু ভট্টাচাৰ্যৰ পুতেক, 'ৰাখ'ৰ পৰিচালক। ধুনীয়া ডেকা ল'ৰা)। তেওঁ আন্দাজতে মোক চিনি পালে। দেউতাকে লছ-এঞ্জেলছত কিবা course এটাৰ বক্তৃতা দি আছে।

ছিনেমাখন চালো। My Left Foot, আয়াৰলেণ্ডৰ। Crippled ল'ৰা এটাৰ কাহিনী। মই বৰ বেছি ভাল নাপালো। ...

...(আবেলি) টোপনি ভাগোঁতে পাঁচ বাজিল। এখন ছিনেমা (চাম বুলি ভাবি থকা) বাদ পৰিল। হওক। টোপনিটোও ডাঙৰ কথা। লাহে-ধীৰে ওলাই Parisien-1-অত ৰাছিয়ান ফিল্ম Zero City চালো। Director–Karen Chakhnazarov. এইখন বৰ ভাল পালো। ৰাছিয়ান systemটোক satire কৰা ফিল্ম। বৰ বুদ্ধিমান, চতুৰ লেখক আৰু পৰিচালকৰ কাম। এতিয়ালৈকে মই ভালপোৱা এইখন দ্বিতীয় ছবি।

তাৰ পাছত ৮ বজাৰ পৰা Perisien-5 -অত Infidelity–Italian style (Dir : Mario Monicelli) চালো। লঘু ৰসৰ ছবি। কিছুমান satire ভাল লাগিল। মুঠৰ ওপৰত ছবিখন মজলীয়া ধৰণৰ। ...

...লবিত অমিতা মালিকৰ লগত কিছু সময় কথা পাতিলো। ৰুমলৈ আহি ট'ষ্ট আৰু গাখীৰৰ অৰ্ডাৰ দিলো। দহ বজাত বিছনাত পৰিলো। এইটোৱেই ভাল। ওম পুৰীৰ লগত থাকিলে ৰাতি বহু পলম হয়।

সিদিনা ২৪ তাৰিখে এটা ভাল ঘটনা (!) ঘটিছিল। ওমে কৈছিল, ৬-৩০ বজাত ওলাই, চাহ একোকাপ খাই উদ্বোধনী অনুষ্ঠানলৈ যাম। মই বোলোঁ,—ঠিক আছে। যেতিয়া সাৰ পালো—ঘড়ি চাই দেখোঁ,—৭ বাজি ১ মিনিট গ'ল। জাঁপ মাৰি উঠি মুখ ধুই কাপোৰ-কানি পিন্ধিবলৈ ল'লো। ভাবিলো —ওম পুৰীয়ে চাগৈ ফোন কৰি মোৰ উত্তৰ নাপাই গ'লগৈ। কাপোৰ পিন্ধাৰ মাজতে ৭-১০ মানত এবাৰ তেওঁলৈ ফোন কৰিলো। ফোন বাজি আছে, উত্তৰ নাই। (এই internal ফোনৰ শব্দটো বৰ সৰু)। হঠাতে ওমৰ মাত শুনিলো,—হেলো!

মই বোলোঁ,—নোযোৱা? তেওঁ সুধিলে—ক'লৈ? "অ'পনিং ফাংছনলৈ?" তেওঁ যেন তেতিয়াও ধৰিব পৰা নাই,—মই কিহৰ কথা কৈছোঁ। দ্বিতীয়বাৰ কওঁতেহে তেওঁ 'হ'ৰে-হাৰে' কৰি উঠিল। তেওঁৰ টোপনি আৰু বেছি গভীৰ হৈছিল। পিছে সাত মিনিটমানৰ ভিতৰতে তেওঁ আহি মোৰ ৰুমত হাজিৰ হৈছিলহি।

**২৭.৮.৮৯ :** ৯ বজাত Nocturne Indien নামৰ ফৰাছী ছবিখন চালো। Director : Alain Corneau. এজন ডেকাই তেওঁৰ বন্ধুক বিচাৰি ভাৰতলৈ আহিছে। বোম্বাই, মাদ্ৰাজ, গোৱা আদিত তেওঁ ঘূৰি ফুৰিছে। ভাৰতৰ ফুটপাথ, গণিকাৰ অঞ্চল, প্লেটফৰ্ম, হোটেল আদিৰ দৃশ্যবোৰ দেখুৱাওঁতে পৰিচালকৰ সেই একে পশ্চিমীয়া দৃষ্টিভংগী। মুঠতে মণিধাৰৰ সূতাডাল শক্তিশালী নে মণিবোৰ ভাল—ধৰিব নোৱাৰি। পৰিচালকৰ মনটো ধৰিব নোৱাৰি। ছবিখনে মনলৈ সন্তুষ্টি নানে।

তাৰ পাছত Thrown Together By Fate—চীনা ছবি। Director : Zhang Huaxun. ছবিখনৰ কাহিনীটো contrived. জনপ্ৰিয় হিন্দী ছবিৰ নিচিনা। ভাল নাপালো।

Lo Zio Indegno—ইটালিয়ান ছবি। Director : Franco Brusati. ভাল।

পাছবেলা—Staying Together, U.S.A. পৰিচালিকা—Lee Grant. বৰ্তমানৰ আমেৰিকান সাধাৰণ পৰিয়ালত ডেকা পুতেকহঁতৰ মন-মেজাজৰ ছবি। বেয়া নহয়।

NFDC-ৰ ৰবি মালিকক লগ পালো। তেওঁ ঘাইকৈ Film Market-অৰ কাৰণে আহিছে।

দিনটোৰ ভিতৰত কেইবাজনো বিদেশী পৰিচালকৰ লগত কথা পাতিলো। নামবোৰ মনতেই নাথাকে। পাছবেলা ডেৰেক মেলকমক লগ পালো। তেওঁ ২৯ তাৰিখৰ listখনত ভাল ছবি কেইখনমানত দাগ দি দিলে।*

* ডেৰেক মেলকমে মহোৎসৱলৈ অহা বহু ছবি আগতেই চোৱাৰ সুবিধা পায়, আৰু চাবলৈ নাপালেও ভাল ছবিৰ বিতং খবৰ নিৰ্ভৰযোগ্য সূত্ৰৰ জৰিয়তে আগতেই পায়। গতিকে, দিনটোত যে ত্ৰিছখনমান ছবি প্ৰদৰ্শিত হ'ব বুলি মহোৎসৱৰ কৰ্তৃপক্ষই এখন তালিকা প্ৰকাশ কৰে, সেইবোৰৰ কোন কেইখন চোৱা উচিত হ'ব, সেই পৰামৰ্শ ৰাতিপুৱাই ডেৰেকৰ পৰা লৈ ল'লে আমাৰ উপকাৰ হয়।

**২৮.৮.৮৯ :** ...আজি মন্ট্ৰিয়েল মহানগৰখন চাবলৈ যোৱাৰ কথা। কৰ্তৃপক্ষই এটা টুৰৰ ব্যৱস্থা কৰিছে।

দহ বজাত বাছ এখনত উঠিলো। আমাৰ সুধীৰ মিশ্ৰৰ (পৰিচালক : মৈ জিন্দা হুঁ) কাৰণে দহ মিনিট বাছখন ৰৈ থাকিব লগা হ'ল।

প্ৰথমতে এটা গীৰ্জাৰ ভিতৰখন চাবলৈ আমাক নামিবলৈ ক'লে। সুন্দৰ। তাতো আনা নামৰ এমেৰিকান ছোৱালীজনী কিছু সময়লৈ হেৰাল। তেওঁ সঞ্জনা কাপুৰৰ বান্ধৱী।

অলিম্পিকৰ (1976) ঘৰবোৰ, Mt. Royal-অৰ ঘৰবোৰ, University —। পাৰ্ক, বাট-পথ, গছ-গছনি—। এইবোৰ দেখিলে মোৰ কেৱল মনত পৰে—অসমত এটা Cultural Complex কৰাৰ আঁচনিখনলৈ। কিমান বছৰৰ আগতে ভাবিছিলো—যুগল চৌধুৰীৰ লগত কথা পাতিছিলো। শেষত অকলে নোৱাৰি নতুন চৰকাৰক কৈছিলো। শংকৰদেৱৰ

কলাক্ষেত্ৰৰ আঁচনিখনৰ সৃষ্টি হ'ল। কিন্তু কিযে আমাৰ মানুহৰ মন!

... ক্ষমতাৰ লোভ, ধনৰ লোভ,—স্কুটাৰ-সৰ্বস্ব culture! বৰ দুখৰ কথা।

এইখন মহানগৰত 65%লোকে ফৰাচী ভাষা কয়। বাকীখিনিয়ে ঘাইকৈ ইংৰাজী কয়। আশীটা বিভিন্ন ethnic group আছে। Spain, Italy আদিৰ পৰা আহি বহু হাজাৰ-হাজাৰ লোক আছে। মন্ট্ৰিয়েল দ্বীপটোত ২৮খন নগৰ আছে। তাৰে বিখ্যাত এই মন্ট্ৰিয়েল মহানগৰত চাৰিখন বিশ্ববিদ্যালয় আছে (দুখন ফৰাছী ভাষাৰ, দুখন ইংৰাজী ভাষাৰ)। ২০০ খন পাৰ্ক আছে। ইমান উন্নত মহানগৰখনত মুকলি ঠাইৰ অভাৱ নাই। কিন্তু আমি গুৱাহাটীত পুৰা খোজ কাঢ়িবলৈ বাট এটা নাপাওঁ! তুলনা কৰিব নাপায়, কৰা অনুচিত, কিন্তু অভাৱটো যেতিয়া মানুহবোৰৰ মনত, তেতিয়া বৰ দুখ লাগে।

তিনি বজাত প্লেনৰ টিকেটৰ খবৰ কৰিবলৈ অফিছলৈ যাওঁতে জেকিয়ে নিমন্ত্ৰণী চিঠি দিলে—CITES-CINES প্ৰদৰ্শনী হৈ থকা Palais De La Civilisation নামৰ হলটোত অনুষ্ঠিত এক অভ্যৰ্থনা সভালৈ।

পাঁচ বজাত জেকিয়ে তিনিখন টেক্সিৰে ভাৰতীয় দলটোক তালৈ লৈ গ'ল। আমাৰ দলটো এতিয়া ডাঙৰ হৈছে। সুহাসিনী মুলেৰ মাক ইয়ালৈ আহিছে। তেওঁৰ ডাঙৰ জীয়েক ইয়াত ডাক্তৰণী। তেৰোঁ আমাৰ লগ হ'ল।

অভ্যৰ্থনাৰ পাছত ফিল্মৰ প্ৰদৰ্শনী চালো।

...প্ৰদৰ্শনীখন সঁচাকৈয়ে অভিনৱ। বিভিন্ন কোঠাত বিভিন্ন ছবিৰ প্ৰদৰ্শন হৈ আছে। ছবিবোৰ দেখুউৱাৰ টেকনিকেল দিশটো আশ্চৰ্যজনক। আমি হে'ডফোন পিন্ধিছোঁ। এটা কোঠাত সোমালে সেইটো কোঠাত যিখন ফিল্ম দেখুউৱা হৈ আছে, সেই ফিল্মখনৰ শব্দ কাণত পৰে। অইন একো শব্দ শুনা নাযায়। ছবিৰ selection-ও অপূৰ্ব।

...আজি মহোৎসৱৰ ফিল্ম চোৱা নহ'ল; তাৰ সলনি বহুত বস্তু দেখিলো।

ৰবি মালিকে NFDCৰ stall আৰম্ভ কৰিছে। কিন্তু তেওঁ দিনটো আমাৰ লগতে থাকিল।

২৯.৮.৮৯ : ডেৰেক মেলকমক চাহৰ মেজত লগ পালো। তেওঁৰ লগত কথাই-কথাই মোৰ হাতত ডলাৰ নথকাৰ কথাটো ওলাল। তেওঁ তৎক্ষণাৎ ক'লে,—মই এতিয়াই তোমাক ৫০ পাউণ্ড দিব পাৰোঁ। কলিকতাৰ ফেষ্টিভেলৰ সময়ত টকা হিচাপে দিলেই হ'ব। আৰু যদি তোমাৰ কিবা কিনিবলগীয়া আছে, তেনেহ'লে ক'বা,—মোৰ এখন Express কাৰ্ড আছে, সেইখনৰে কিনিম।

মই ক'লো,—দৰকাৰ হ'লে নিশ্চয় ক'ম। এতিয়া সেই ৫০ পাউণ্ড ৰাখি থোৱা। তোমাৰ পৰা পাউণ্ড ল'লে মই টকা ইয়াতে দিব পাৰিম।*

Jesus De Montreal নামৰ ছবিখন চালো। বৰ ভাল ছবি। ভালেমান মজলীয়া ছবিৰ পাছত এইখন ভাল ছবি চাবলৈ পালো। Director : Denys Arcand (এওঁ ফেষ্টিভেল উদ্বোধন কৰিছিল।)

১-২০ বজাত Parisien-4 -অত কোলাহলৰ প্ৰথম প্ৰদৰ্শনী। গ'লো। মানুহ যথেষ্ট হৈছে। প্ৰায় সকলো বিদেশী। এজন ভাৰতীয় মোৰ চকুত পৰিল। অন্ততঃ দিল্লীৰ পেনোৰামাৰ প্ৰদৰ্শনীৰ তুলনাত ইয়াত দৰ্শকৰ সংখ্যা দেখি ভাল পালো। মই শেষলৈকে ৰৈ থাকিলো,—হাত চাপৰিৰ চৰিত্ৰটো চাবলৈ। (যিমান ছবি ছাইছোঁ, সকলো ছবিৰ ক্ষেত্ৰতে ছবিখন শেষ হোৱাৰ পাছত দৰ্শকে হাত-চাপৰি দিয়ে। ভাল লাগিল)।

টয়লেটত দুজন দৰ্শকে কথা পাতিছে। এজনে ক'লে, —I did not dislike it. ইজনে ক'লে— Me too.

এই প্ৰথম বিদেশী দৰ্শকৰ মুখত, ভাৰতৰ বাহিৰত, তেওঁলোকৰ নিজৰ ভিতৰতে পতা কথা শুনিলো।

... হোটেলত Janet-অক* পালো। তেওঁ ভাল পালে বুলি ক'লে।

..৭ বজাৰপৰা Welcome to Canada নামৰ ছবিখন চালো। শ্ৰীলংকাৰ পৰা কানাডালৈ অবৈধভাৱে অহা refugee পৰিয়াল এটাৰ বিষয়ে ছবি। পৰিয়ালটোৰ মূল মানুহজনৰ পুতেকহঁতে LTTEৰ হৈ IPKF-অৰ বিৰুদ্ধে শ্ৰীলংকাত সংগ্ৰাম কৰি আছে। তিৰোতাসকল তাত safe নহয় কাৰণে তেওঁ গাভৰু জীয়েকক লৈ গুচি আহিছে।

Documentary shot কিছুমান এটা নতুন কায়দাৰে ব্যৱহাৰ কৰা হৈছে। Editing একেবাৰে বেলেগ ধৰণৰ। আমাৰ মানুহে, এনেকুৱা jump cut দেখিলে jump cut সম্পৰ্কে পুৰণি ধাৰণা এৰি পেলাবলৈ বাধ্য হ'ব।

* ডেৰেক মেলকমৰ পৰা পাছত এদিন মই ভাৰতীয় টকা দি কিছু পাউণ্ড লৈছিলো।

* জেনেট ফাইন নামৰ এই সুন্দৰী যুৱতীগৰাকীক মই ভাৰতৰ কেইবাটাও আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱত লগ পাইছোঁ। অসাধাৰণ সাজ-পাৰ আৰু অলংকাৰ পিন্ধা এই যুৱতীগৰাকী ক'ৰ, মই আজিলৈকে নাজানিলো।

৩০.৮.৮৯ : ...৮ বজাতে তললৈ নামি গ'লো। ৰবি মালিকে মাতি নিলে—মোৰ লগতে বহিবা আহাঁ। মই তেওঁক সুধিলো,—বোধকৰোঁ মাৰ্চ মাহতে DFF-এ কোলাহলৰ print এটা কৰি French/Spanish sub title কৰিবলৈ মোৰ অনুমতি বিচাৰিছিল। দিছিলো। যোৱা ১৯।৮।৮৯ তাৰিখে দিল্লীত শংকৰ বাসুৱে মোক ক'লে—তোমালোকে মানে NFDC-এ বোলে সংলাপখিনি Spanish ভাষালৈ অনুবাদ কৰিবলৈ মানুহেই বিচাৰি পোৱা নাই? তেতিয়া ৰবি মালিকে ক'লে—দিল্লী ইউনিভাৰছিটিৰ পৰা সংলাপ translated হৈ আহিল, ২৯।৮।৮৯ তাৰিখে—মানে কালি subtitle print বোম্বাইৰ পৰা দিল্লীলৈ গ'ল।

ডেৰেক মেলকমো আহিল। তেওঁ তিনিখন ছবি (আজিৰ প্ৰগ্ৰেমৰ) বাছি দিলে। ...৯ বজাৰ ফিল্মখনৰ সময় পাৰ হৈ গ'ল। ১১-৩০ বজাত 'সতী' চাবলৈ যাম। ...

১১-১০ বজাতে থিয়েটাৰ মেছোনোভলৈ গ'লো। আগৰ ছবিখন শেষ হোৱা নাই। শাৰী পাতি থিয় হ'লো। এজনী আধা ক'লা ছোৱালী মোৰ লগতে থিয় হ'ল। তেওঁৰ লগতে কথা আৰম্ভ কৰিলো (লাইনটো বৰ দীঘল। আমি বহুত পিছত)। তেওঁৰ মূল ঘৰ

কেৰালাত। পৰিয়াল এতিয়া মাদ্ৰাজত থাকে। তেওঁ মন্ট্ৰিয়েলত থকা দহ বছৰ হ'ল। শিক্ষয়িত্ৰী। ইয়াতে থাকিয়েই যাব।

তেওঁৰ লগত কথা পাতি থাকোঁতেই বগাকৈ ছোৱালী এজনীয়ে ওচৰলৈ আহি সুধিলে— Are you Mr. Saikia? মই হয় বুলি কওঁতে তেওঁ ক'লে,—কালি তেওঁ মোৰ ফিল্মখন চালে। এতিয়ালৈকে চোৱা ভাৰতীয় ফিল্মখিনিৰ ভিতৰত তেওঁ এইখনকে ভাল পালে।

কথাটো শুনি বৰ ভাল পালো।

এই ছোৱালীজনী ইয়াৰ কেইবাটাও মহিলা (ভাৰতীয়) সংগঠনৰ লগত জড়িত। এওঁ কলিকতা বিশ্ববিদ্যালয়ত 'উনবিংশ শতিকাৰ বাঙালী নাৰী'ৰ বিষয়ে গৱেষণা কৰিছে। মাজে-মাজে ভাৰতলৈ গৈ থাকে। তেওঁলোকে ইয়াত এখন সৰু আলোচনীও উলিয়ায়। সেইখনত তেওঁ কোলাহলৰ বিষয়ে লিখিব, আৰু মোলৈ কপি পঠাব বুলি ক'লে।

... তেওঁ মোৰ সৰু বহীখনত (মোৰ অনুৰোধত) নাম-ঠিকনা লিখি দিলে। DOLORES CHEW...

∴ 'সতী' ছবিখন ভাল নালাগিল। Contrived, forced. Gimmickও আছে। মোৰ বোধেৰে বহুতে ভাল নাপাব। শ্ব'ৰ শেষৰ হাত-চাপৰি বৰ দুৰ্বল। আবেলি অমিতা মালিকে মোলৈ ফোন কৰি ক'লে, —তেৰোঁ ছবিখন বেয়া পাইছে।

(শ্ব'ৰ আৰম্ভণিতে NFDCৰ ৰবি মালিকে ছবিখন introduce কৰিলে। ভাৰতীয় হিচাপে প্ৰয়োজনতকৈ তিনিটা হ'লেও অদৰকাৰী বাক্য ক'লে। প্ৰসিদ্ধ পৰিচালক অভিনেতা-অভিনেত্ৰীয়ে ইয়াৰ তিনিভাগৰ এভাগ সময় লয়।)

হোটেল সোমাওঁতেই জেনেটে লগ পালে। তেওঁ ক'লে,—খোৱাৰ ঘৰত (Le Cafe Fleuri) Nocturne Indien ছবিৰ পৰিচালক Alain Corneauৰ লগত ভাৰতীয় পৰিচালক-অভিনেতাসকলৰ কথা-বতৰাৰ দিহা কৰিছোঁ। তুমি থাকিবা।

মই এখন মেজত খোৱা শেষ কৰাৰ সময়ত দেখিলো—ওম পুৰী, গোবিন্দ নিহালানি আৰু সুধীৰ মিশ্ৰই (অইন এখন মেজত) কৰ্নুৰ লগত কথা আৰম্ভ কৰিছে। মই গৈ চকী এখন টানি লৈ বহিলো। সাধাৰণ আলোচনা। তেওঁৰ ছবিখনত ১.২ মিলিয়ন ডলাৰ খৰচ পৰিছে। ধনখিনি বিভিন্ন উৎসৰ পৰা যোগাৰ কৰা হৈছে। ... দোকানত এদিন কিতাপখন দেখি তেওঁ কিনি নি পঢ়িলে। তাৰ ছমাহৰ পাছৰ পৰা সেইখনক লৈ ছবি কৰাৰ কথা ভাবিলে। তেওঁ কাগজৰ কাম আৰম্ভ কৰাৰ পাছত কিতাপখনে বিদেশী উপন্যাসৰ শিতানত এটা ডাঙৰ পুৰস্কাৰ পালে। ফ্ৰান্সত সাধাৰণতে একোখন ছবিত খৰচ পৰে ৩.৫০—৪ মিলিয়ন ডলাৰ। তেওঁৰ মতে আজিকালি হয় বৰ বেছি বাজেটৰ ছবি কৰিব লাগে, নহ'লে বৰ কম বাজেটৰ ছবি কৰিব লাগে। মাজতে থাকি কাম কৰিব নালাগে। তেওঁৰ এই ছবিখন কম বাজেটৰ ছবি। স্ক্ৰিপ্টৰ কথা ওলাল। গোবিন্দ নিহালানীয়ে ক'লে,—"মই এটা গুৰুত্বপূৰ্ণ দৃশ্যৰ কথা আগতে ঠিক কৰি লওঁ। আৰম্ভণিৰে হওক, শেষৰে হওক। সেইটোৰে আৰম্ভ কৰিহে গোটেই স্ক্ৰিপ্টখন শেষ কৰোঁ। তেতিয়া ছবিখনৰ মূল সুৰটো ৰক্ষা পৰে।

এই methodটোৰ এটা ভাল দিশ আছে বুলি মই উপলব্ধি কৰিলো। মূল কথাটোৱে সকলোৰে মনত প্ৰথমৰূপৰাই ক্ৰিয়া কৰি থাকে। কিন্তু এনেকৈ চিত্ৰনাট্য প্ৰস্তুত কৰা কথাটো ?—

... হোটেলৰ কোঠালিৰ ফোনটোৰ লাইট এটাই যেতিয়া নিঃশব্দে পিৰিক-পিৰিক কৰি থাকে, তেতিয়া বুজিব লাগে,—তলৰ desk-অত মোৰ খবৰ আছে। এই system টো মই আগতে দেখা নাই। বৰ ভাল ব্যৱস্থা।

ক্লেয়াৰে মোক প্লেনৰ টিকেট দিলে। ২।৯।৮৯ তাৰিখে ইয়াৰ পৰা আবেলি যাম; ৪।৯।৮৯ তাৰিখে সন্ধিয়া গুৱাহাটী পামগৈ। ঠিক মই বিচৰা মতে।

... জেকিয়ে চিঠি এখন দিছিল—২ আৰু ৩ তাৰিখে তুমি মঞ্চত উঠি তোমাৰ ছবি introduce কৰিবা নে কি ?

**১.৯.৮৯ :** ...ছয় বজাৰ অলপ পাছতে মই, সুধীৰ মিশ্ৰ আৰু কোনোবা-কোনোবা এখন টেক্সিত অভ্যৰ্থনাৰ ঠাইলৈ গ'লো। তাত ফেষ্টিভেলৰ প্ৰেছিডেণ্ট লজিককে ধৰি অন্যান্য ভালেমান লোক উপস্থিত হৈছিলগৈ। সৰু দীঘলীয়া কোঠালি এটা। মেজত একো বস্তু (ড্ৰিংকছ, খোৱা বস্তু) সজাই থোৱা হোৱা নাই। আচৰিত! ৰবি মালিকেতো এই কেইদিনতে ভালেমান অভ্যৰ্থনা পাৰ্টিলৈ নিজে গৈ পাইছে! Disgusting.

(এইটো NFDC-এ আগবঢ়োৱা অভ্যৰ্থনা-অনুষ্ঠান আছিল।)

পাছলৈ অৱস্থাটো অলপ ভাললৈ আহিল। ভাৰতীয় কেইজনমানে নিজে বেয়াৰাহঁতৰ লগতে পৰিবেশনৰ কাম কৰিবলৈ ল'লে।

ছিডনিৰ পল আৰু ওম পুৰীয়ে মোক মাতি নি ক'লে,—"আজি আমি ইয়াতে ডিনাৰ খাম।" বুজিলো— তেওঁলোকে কেইজনমানক নিমন্ত্ৰণ কৰিছে। ৰেস্তোঁৰাখনৰ নাম PIQUE ASSIETTE (Bombay Palace) পাঞ্জাবী মানুহৰ। পৃথিৱীৰ দহখনমান চহৰত এই হোটেল আছে।

ইতিমধ্যে জেনেট ফাইনে অমিতা মালিকক ক'লে,—কাইলৈ ভাৰতীয়সকলৰ সংবাদমেলত তেওঁ (জেনেটে) মডাৰেটৰ হিচাপে কাম কৰিব। লগে-লগে অমিতা মালিকৰ চকু কপালত উঠিল। তৎক্ষণাৎ তেওঁ সকলোকে লগ ধৰি এটা সংগঠনকে কৰি পেলালে। " জেনেটে মাজত বহি মডাৰেটৰৰ কাম কৰিলে আমি তাত নবহোঁ।"

বৰ বেয়া অৱস্থা এটাৰ সৃষ্টি হ'ল। ৰবি মালিকৰ লগত জেনেটৰ তীব্ৰ তৰ্কাতৰ্কি হোৱা চকুত পৰিল। Awkward.

খাবলৈ বহিলো ৯ বজাত। পাতত খাদ্য পৰিল দহ বজাত। পিছে ১১ দিনৰ মূৰত ভাত দেখিলো। খাদ্যবোৰ ভাল; খাই হজম কৰিব পৰা মানুহৰ কাৰণে বেছি ভাল।

ওচৰতে বহা এমেৰিকান ছোৱালী এজনীয়ে বৰ জ্বলা খায়। তেওঁ প্ৰথমৰ পৰাই কৈ আছিল,—মই জ্বলা খাম। ইফালে তেওঁ নিৰামিষাহাৰী। তেওঁক পাঞ্জাবীজনে যথেষ্ট জ্বলা বস্তু দিলে, কিন্তু তেওঁৰ মতে সেয়া তেওঁৰ জোখৰ জ্বলা নহয়। শেষত তেওঁক পাঞ্জাবীজনে

দুটা কেঁচা জলকীয়া আনি দিলে। তেতিয়াহে তেওঁ 'ঠিক' জ্বলা পালে। তেওঁৰ এই অভ্যাসটোক লৈ অমিতা মালিকে ইমানকৈ তর্ক আৰম্ভ কৰিলে (ছোৱালীজনীৰ লগতে) যে এসময়ত মই বিৰক্ত হৈ বাংলা ভাষাতে অমিতা মালিকক ক'লো,—বৰ বেছি হৈছে, বাদ দিয়ক। তেহে তর্কখন শেষ হ'ল। অমিতা মালিক কিমান বেছি জেদী... আজি তাৰ প্ৰমাণ পালো।

**২.৯.৮৯ :** ...ওম পুৰীয়ে ফোন কৰিলে—৯ বজাত আমি একেলগে ব্রে'কফাষ্টৰ কাৰণে তললৈ যাম। সময়মতে আমি লগ হ'লো; কিন্তু হোটেলৰ ৰেস্তোঁৰাত নাখাই তলৰ দোকান এখনলৈ গ'লো। দহ বজাৰ আগে-আগে ভাৰতীয় কেইজন লগ লাগিলো (দুজন বাদে)। অমিতা মালিকে Press room-অলৈ গৈ ক'লে,— জেনেট ফাইনে মডাৰেটৰ হিচাপে কাম কৰাত সকলোৰে আপত্তি। বিষয়াজনে লগে-লগে ক'লে,—No problem. কোনে মডাৰেট কৰিবা? অমিতা মালিকে ক'লে,—ডেৰেক মেলকমে নকৰিলে মই কৰিম। শেষত মালিকেই কৰাটো ঠিক হ'ল। পিছে প্ৰেছ কনফাৰেন্সত (প্ৰেছৰ) মানুহেই নাইশ ছজনমান। তথাপি ৫০ মিনিটমান সময় আলোচনা হ'ল। ভাল আলোচনা। গোবিন্দ নিহালানি, মই, ওম পুৰী, আদিত্য, সুধীৰ মিশ্ৰ, ৰবি মালিক, অমিতা মালিক মঞ্চত।

সোনকালে লাঞ্চ খালো। বাকছ সামৰিলো। তিনি বজাত জেকুলিনে মোক Parisien-4-অলৈ লৈ গ'ল। ৩-২০—কোলাহলৰ দ্বিতীয় দৰ্শনী। মোক দর্শকৰ লগত পৰিচয় কৰাই দিলে। দর্শকৰ সংখ্যা আশানুৰূপ। সমুখলৈ গৈ চাৰিটামান বাক্য ক'লো। দর্শকৰ হাত-চাপৰিৰ এটা সাংস্কৃতিক চৰিত্ৰ আছে। এই কথাটো আমাৰ মানুহে উপলব্ধি নকৰে। বৰ ভাল লাগিল। ৩-৩০—অকণমান সময় ছবিখন চাই জেকুলিনৰ লগত হোটেললৈ আহিলো। তেওঁ এখন বিশ্ববিদ্যালয়ৰ Public Relatios বিষয়া। ফেষ্টিভেল কমিটিয়ে তেওঁৰ service ধাৰলৈ লৈছে। ৫ তাৰিখে তেওঁ নিজৰ চাকৰিলৈ যাবগৈ। মানুহজনীৰ আন্তৰিকতাত মুগ্ধ হ'লো। তেওঁ মোক বিদায় জনাওঁতে দুখ প্ৰকাশ কৰিলে।

ওম পুৰীয়ে ৰশ্মিলৈ এক লাইনৰ চিঠি এখন (autograph) দিলে। পলে ছিডনি ফেষ্টিভেলৰ কিতাপৰ photocopy দিলে। অমিতা মালিকে ভাৰতত post কৰিবলৈ চিঠি এখন দিলে। জেনেটে কোলাহলৰ কেছেটটো ল'লে। তেওঁ মোৰ লগত বৰ ভাল ব্যৱহাৰ কৰিলে আৰু কিছুমান লোকৰ কথা-বতৰাৰ বাবে দুখ প্ৰকাশ কৰিলে। ...

৪-৩০। তললৈ আহিলো। গাড়ীৰ কাৰণে বহি আছোঁ। ওম পুৰী তালৈকে আহিল। তেওঁ অলপ সময় বহি কথা পাতিলে। বিদায় জনালে। এই কামটোৰ কাৰণেই তেওঁ মোক ইয়াতে বিচাৰি উলিয়ালেহি। তেওঁৰ মনটোৰ কথা ভাবি আনন্দ পালো।*

৫-১৫ গাড়ীত উঠিলো। এঘণ্টামানৰ মূৰত এয়াৰপ'ৰ্ট। বাটটোত চাৰিওফালে চাই ল'লো। গছ-গছনিবোৰে মনত সেই একে চিন্তাৰে উদ্ৰেক কৰিলে—অসমত এখন উদ্যান—এটা কালচাৰেল কমপ্লেক্স...

* আজি মন্ট্ৰিয়েল ফেষ্টিভেলত মোৰ শেষ দিন কাৰণেই ওম পুৰীয়ে মোক পুৰাই বেলেগে

ব্ৰে'কফাষ্ট খুউৱাৰ ব্যৱস্থা কৰিছিল।

**৪.৯.৮৯ :** ঠিক ৬-৪০ বজাত (সন্ধিয়া) বৰঝাৰ। এৰোপ্লেন ইমান ঠিক সময়ত উৰা আৰু নমা,—কমেই দেখিছোঁ। এওঁ (প্ৰীতি) এয়াৰপ'ৰ্টলৈ আহিছিল। ৭-৩০ মানত ঘৰ।

**৮.৯.৮৯ :** ...নৱনীতা গগৈৰ গল্প এটাৰ (পাণ্ডুলিপি) বিষয়ে তেওঁলৈ এখন চিঠি লিখিছিলো। বোধকৰোঁ এনেকৈ গল্প এটা আলোচনা কৰি উন্নতিৰ আশাৰে লেখক-লেখিকালৈ চিঠি লিখা এয়ে প্ৰথম। তেওঁ গল্পটো সলনি কৰি আকৌ পঠাইছে। সেইটোকে এইবাৰ চাই দিলো। আশাকৰোঁ—এওঁ যেন সময়ত ভাল গল্প লেখিকা হয়গৈ।...

চৰকাৰৰ চিঠি আহিছে—জ্যোতি চিত্ৰবনৰ নতুন কমিটি কৰা হৈছে, মোক আকৌ সভাপৰ্তি পতা হৈছে। লগতে পালো—জ্যোতি চিত্ৰবনক কেন্দ্ৰ কৰি যিটো প্ৰতিষ্ঠান পতাৰ কথাত মই যোৱা তিনিবছৰে লাগি আছিলো, সেই বিষয়ে কেইটামান পৰামৰ্শ বিচাৰি লিখা এখন চিঠি। মই সভাপতিৰ পদ গ্ৰহণ কৰোঁ নে নকৰোঁ পাছ কথা, কিন্তু এই চিঠিখনৰ এটা উত্তৰ ব্যক্তিগতভাৱে হ'লেও দিম। জাতীয় স্বাৰ্থত।

**১৭.৯.৮৯ :** ...ৰশ্মিৰ পঢ়া আৰু খেলা—দুয়োটা কেনেকৈ ৰাখিব পৰা যায়—সেই বিষয়ে খোৱা-মেজত আলোচনা।... মোৰ কথা হ'ল—তাইক মই সকলো সুবিধা দিম, তাই যি ভাল দেখে তাকে কৰক, কিন্তু সন্ধিয়া ঘৰ সোমোৱাৰ সময়টো মাকৰ মতে হ'ব লাগিব। ষ্টেডিয়ামলৈ বহুত দূৰ, জাৰৰ দিনত পাঁচ বজাতে আন্ধাৰ হয়; হায়াৰ ছেকেণ্ডেৰিৰ পঢ়া-শুনা-ৰিজাল্টৰ ওপৰত বহু কথা নিৰ্ভৰ কৰে; আমাৰ ঘৰখনৰ বাহিৰে তাইৰ ভৱিষ্যতৰ সৰ্বাংগীন কুশলৰ কথা কোনেও চিন্তা নকৰে;— বেছি ভাগেই মুখতে "তুমি খেলা কিয় এৰিলা"—বুলি কয়,—এই সকলো কথা ৰশ্মিক মনত ৰাখিবলৈ ক'লো। ইমান বছৰ তাইৰ খেলৰ কাৰণে ইমান কষ্ট আৰু খৰচ কৰি এতিয়া তাইৰ খেলা বন্ধ কৰি দিবলৈ মোৰো ভাল নালাগে। কিন্তু এইখন ৰাজ্যত খেলা চলাই ৰাখিবলৈও কাৰো অকণো সহায় পোৱা নাযায়।...

**২০.৯.৮৯ :** ...আহিল।* তেওঁক—কেৱল সৃষ্টিৰ কাৰণে, এসময়ত নিজৰো—লোকৰো এটা সম্পদ হ'ব কাৰণে, ডেম পেহা বা অন্যান্য বিষয়ে একাণপতীয়াকৈ লিখি যাবলৈ ক'লো। আজি সঁফুৰাত ছপা হৈছে নে কিহত ছপা হৈছে, সময়ত তাৰ হিচাপ নাথাকিব, ৰচনাখিনিৰহে হিচাপ থাকিব।...

...এটা কথা লিখি থওঁ। মনত পৰিছে। নগাঁৱৰ মিটিং এখনত— মই শ্ৰী টংকেশ্বৰ শৰ্মাৰ* কথা কওঁতে—তেখেত ঢুকাল বুলি ধৰি লৈ এটা বাক্য কৈছিলো। কিন্তু তেখেত ঢুকোৱা নাছিল;—গুৱাহাটীত কোনোবা ভালকৈ খবৰ নৰখা মানুহে মোক ভুল খবৰ

দিছিল। কথাখিনি কৈ উঠাৰ পাছত এজনে শুধৰাই দিলেহি। বৰ দুখ পালো।

...মনত পৰিলে বৰ লাজ লাগে।

* সঁফুৰা নামৰ আলোচনীখনত ‘ডেমপেহা’ৰ বিষয়ে লিখা লেখকজনে সেই লেখাখিনি ‘অচিন মোমাইদেউ’ নাম লৈ লিখিছিল। তেওঁ নিজে ‘অচিন মোমাইদেউ’ৰ আচল নামটো প্ৰকাশ কৰা নাছিল কাৰণে ময়ো প্ৰকাশ কৰা নাই।
* নগাঁৱৰ নেহৰুবালিত মাঘ-বিহু উপলক্ষে অনুষ্ঠিত সভাত শ্ৰী মহীচন্দ্ৰ বৰা আৰু শ্ৰী টংকেশ্বৰ শৰ্মাই ইজনে সিজনক ‘আক্ৰমণ’ কৰি দিয়া বক্তৃতা শ্ৰোতাৰ কাৰণে বৰ আমোদজনক আছিল। সেই বক্তৃতা বছৰেকীয়া কাৰ্যসূচী হোৱাৰ নিচিনাই হৈছিল। উল্লিখিত সভাখনত মই সেই বক্তৃতাৰ বিষয়ে কওঁতে শ্ৰী টংকেশ্বৰ শৰ্মাৰ ক্ষেত্ৰত ভুলটো কৰিছিলো।

২২.৯.৮৯ : ...তিনি বজাত ৱাছবিৰ হুছেইন আহিল। তেওঁ মোৰ ফিল্ম আৰু অসমীয়া ফিল্মৰ বিষয়ে জানিবলৈ আহিছিল। মই প্ৰথমতে কৈ ল’লো,—off the record,—মোৰ ফিল্মৰ বিষয়ে, মোৰ বিষয়ে মই যি পাৰোঁ কম; কিন্তু অইনৰ ফিল্মৰ বিষয়ে তুমি অইনৰ পৰা জানি ল’বা। মই নিজে ছবি কৰা মানুহ; মোৰ বিচাৰ-বুদ্ধিৰে অইনৰ ছবিৰ কথা ক’লে মোৰ কথা মুক্ত মনেৰে বিচাৰ কৰা হ’ব,—এনে এটা পৰিবেশ ইয়াত এতিয়া নাই। মোক অকলে, শান্তিৰে কাম কৰিবলৈ দিয়া। কেৱল কাম। ...

২৫.৯.৮৯ : ...North Eastern Council-অৰ Director, Information & Public Relations-শ্ৰী মুনীন হাজৰিকা আহিল। মই অসম চৰকাৰলৈ লিখা (২২।৯।৮৯ তাৰিখৰ) চিঠিৰ কপি তেওঁক দিলো। (জ্যোতি চিত্ৰবনৰ প্ৰসাৰণ ইত্যাদিৰ বিষয়ে)। আলোচনা। মোৰ মন্তব্য। তেওঁ মোৰ ওচৰৰ পৰা বীৰেশ্বৰ বৰুৱাৰ ওচৰলৈ যাব। দুঘণ্টামানৰ পাছত তেওঁ ফোন কৰিলে,—বীৰেশ্বৰ বৰুৱাৰ লগত আলোচনা কৰি তেওঁ হেনো জানিব পাৰিলে,—অসম চুক্তিৰ ৬ নম্বৰ দফাৰ অধীনলৈ এই জ্যোতি চিত্ৰবন সম্পৰ্কীয় কামবোৰ নিয়াৰ কথা অসম চৰকাৰে বিবেচনা কৰিছে। (এই বিবেচনা কৰাৰ কথা মই বহুত দিনৰে পৰা শুনি আছোঁ; কিন্তু কামৰ ভিতৰত চৰকাৰে দিল্লী বা NECৰ পৰা পোৱা চিঠিবোৰৰ কপি আমালৈ দি পৰামৰ্শ খুজি আছে। কোনো এখন চিঠিতে অসম চুক্তি শব্দটো আজিলৈকে সোমোৱা নাই।) ...

২৭.৯.৮৯ : ...১২-৫০—মুখ্যমন্ত্ৰীৰ অফিছ-কোঠাৰ মিটিঙলৈ। বীৰেশ্বৰ বৰুৱা কলিকতালৈ গৈছে চৰকাৰী কামত। ডেপুটি ছেক্ৰেটেৰি বিমল হাজৰিকা আৰু গিৰিজা দাস উপস্থিত। জ্যোতি চিত্ৰবন সম্পৰ্কীয় নতুন আঁচনিখন NECৰ তলত থাকিব নে অসম চুক্তিৰ অধীনত অসম চৰকাৰৰ তলত থাকিব সেই বিষয়ে ৪।১০।৮৯ তাৰিখে আলোচনা

হোৱাৰ কথা—উচ্চ পৰ্যায়ৰ বিষয়াসকলৰ মাজত (ৰাজ্য আৰু কেন্দ্ৰৰ)। মই দুয়োটা অৱস্থাৰে সম্ভাব্য কথাবোৰ ফঁহিয়াই ক'লো, আৰু ক'লো,—অসম চুক্তিৰ অধীনলৈ অনাৰ বিষয়ে অসম চৰকাৰৰ দুই-এক বিষয়াই ভাবিছে বুলি আজি ছমাহৰ পৰা শুনি আছোঁ; কিন্তু সেই বিষয়ে ক'তো এষাৰ কথাও লিখা হোৱা নাই (চিঠি-পত্ৰত); কিন্তু ইতিমধ্যে NECৰ কথাবোৰ আগবাঢ়ি গৈ আছে। গতিকে অসম চৰকাৰে কি কৰিম বুলি ভাবিছে, অতি সোনকালে কৰিব লাগে। আঁচনিখন নোহোৱা কৰিব নালাগে; জ্যোতি-চিত্ৰবনৰ ওপৰত চৰকাৰৰ কৰ্তৃত্ব (অৰ্থাৎ অসমৰ কৰ্তৃত্ব) নাইকিয়া হোৱা অৱস্থা হ'ব নালাগে; জ্যোতিপ্ৰসাদৰ নাম প্ৰতিষ্ঠানটোৰ পৰা আঁতৰিব নালাগে; কিন্তু ইয়াৰ প্ৰসাৰৰ বাবে আঁচনিখন কামত লগাব লাগে; ভাৰত চৰকাৰৰ পৰা টকা আনিব লাগে।

চলচ্চিত্ৰ নিগম সম্পৰ্কে মই যোৱা মে' মাহত বীৰেশ্বৰ বৰুৱাক দিয়া চিঠি দেখুৱাই ক'লো,—তিনি বছৰে ব'ৰ্ডখন নতুনকৈ পতা সম্পৰ্কীয় কামখিনি চৰকাৰে কৰা নাই; বিভিন্ন ছিনেমাহলৰ কাৰণে মাটি ৰখাৰ specific চিঠিখন দিয়া চাৰি মাহ হ'ল,—কোনো কাম হোৱা নাই।

মুখ্যমন্ত্ৰীয়ে তেখেতৰ সচিব নীলনাথ বৰুৱা আৰু শ্ৰী হাজৰিকাক এটাইকেইটা কাম অনতিপলমে কৰাৰ কথা ক'লে। শ্ৰী বৰুৱাই মোৰ পৰা মে' মাহৰ চিঠি আৰু তালিকাৰ কপি বিচাৰিলে; শ্ৰী হাজৰিকায়ো বিচাৰিলে। মই PPS-অৰ কোঠাত photostat কৰাই দুয়োকে দিলো। চাওঁ—এইবাৰ কি হয়।

...ৰাতি দহ বজাত কলিকতাৰ NFDCৰ Regional Manager মজুমদাৰে ফোন কৰিলে—এই বছৰৰ Indian Panoramaৰ ছবি বাছিবৰ কাৰণে Easter Zone-অৰ বিচাৰক মণ্ডলীৰ মোক Chairman পতা হৈছে। মোৰ মতামত লাগে,—কেতিয়া ছবিবোৰৰ screening কৰিলে মোৰ সুবিধা হয় জনাব লাগে। মই কাইলৈ জনাম বুলি ক'লো। বহুত সময় ভাবিলো।

**৭ অক্টোবৰ, ১৯৮৯ :** ... বুদ্ধিদীপ্ত, কৌতুকপূৰ্ণ গল্প-কাহিনীৰ ইমান অভাৱ। এইযে creative দিশটোত মানুহবোৰ ভোটা হৈ গৈছে, এইটো ৰাজনীতি, আৰ্থিক লোভ, দুৰৱস্থা আদিৰ পৰিণাম। মুক্ত মনেৰে মানুহে কথা এটা ভাবিব নোৱৰা হ'ল। অলপ ভবাৰ পাছতেই যেন মানুহবোৰৰ মন সস্তীয়া ৰাজনীতিৰ অৰ্থহীন কথাত সোমাই পৰে! ঠিক ৰাজনীতি নহয়, ৰাজনীতিৰ লগত জড়িত থকা দুৰ্নীতিৰ ভাগটোত।...

**১১.১০.৮৯ :** পাঁচ বজাৰ আগ-আগে ৰাছেল ষ্ট্ৰিটৰ অসম ভৱন।* ২০৯ নম্বৰ কোঠালি আমাৰ বাবে ৰখা হৈছে। কোনোবাই ক'লে—কমটো কাইলৈ সলাই দিব। আজি সাতজন মন্ত্ৰী আছে (মুখ্যমন্ত্ৰীকে ধৰি)। ... আমি দুয়ো অলপ খোজ কাঢ়িবলৈ ওলাই গ'লো। সোনকালে ভাত খালো। প্ৰান্তিকলৈ অহা গল্প এটা পঢ়িলো। টোপনি আহিল। দুৱাৰত

টক-টক। মুখ্যমন্ত্ৰীয়ে লগ পাব খুজিছে—বেয়াৰা এজনে খবৰ দিলে। এঘাৰ বাজোঁ-বাজোঁ। গ'লো। জেনেৰেল কথা-বতৰা। মই সেই—ফিল্ম ফাইনেন্স কৰপ'ৰেশ্যন, শংকৰদেৱ কলাক্ষেত্ৰ আৰু জ্যোতি চিত্ৰবনৰ কথাকে ক'লো। কাম হ'ব লাগে। কাম, কাম, কাম। তেওঁ মোক কিয় লগ পাব খুজিছিল—ধৰিব নোৱাৰিলো।

* ভাৰতীয় আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱৰ ইণ্ডিয়ান পেনোৰামা শাখালৈ চলচ্চিত্ৰৰ নিৰ্বাচন কৰিবলৈ পূব ভাৰতৰ বাবে যিখন নিৰ্বাচন-সমিতি গঠন কৰা হৈছিল, মোক সেইখনৰ চেয়াৰমেন পতা হৈছিল। ভাবি-চিন্তি মই সেই দায়িত্ব গ্ৰহণ কৰিছিলো। ১২।১০।৮৯ তাৰিখৰ পৰা সমিতিৰ কাম আৰম্ভ হ'ব কাৰণে আগদিনা কলিকতালৈ গৈছিলো।

**১২.১০.৮৯ :** ...১০২ নম্বৰ কোঠালিলৈ আহিলো। তাৰ পাছতহে কাম আৰম্ভ। গল্প পঢ়িলো।...

... (ৰক্সি মিনিয়েচাৰ থিয়েটাৰত) কিছু প্ৰাথমিক আলোচনাৰ পাছত ছবি চাবলৈ আৰম্ভ কৰিলো। মই এটা কথা পৰিষ্কাৰ কৰি দিলো,—এই কামটো আৰু আমাৰ আলোচনাবোৰ গোপনীয়। কিবা প্ৰকাশ কৰিলে মজুমদাৰৰ অফিছে কৰিব, আমি (বিচাৰকসকলে) নকৰোঁ। তিনিখন ছবি চালো। কনকলতা (অসমীয়া), সোণাৰ পায়ৰা (বাংলা) আৰু ভুখা (ওড়িয়া)। ৮ বজাৰ আগে-আগে অসম ভৱন। ...খাই বৈ বিছনাত পৰিলো। আধাঘণ্টামানৰ পাছত ৰাজা মিত্ৰ* আৰু অৱনী ভট্টাচাৰ্য নামৰ চিত্ৰ-সাংবাদিক এজন আহিল। ভট্টাচাৰ্যৰ মতে মই বৰ শক্তিশালী গল্প লেখক; কিন্তু মই অইনৰ গল্পৰে ফিল্ম কৰিব লাগে। তেওঁৰ কথাত এটা আতিশয্য আছে। আমোদজনক। সমগ্ৰ পৃথিৱীতে গল্প লেখক/ঔপন্যাসিক আৰু ফিল্ম কৰা মানুহ (পৰিচালক) একেজনেই—এনে দৃষ্টান্ত হেনো বিৰল।...

* ৰাজা মিত্ৰই সেই সময়ত বাংলা চলচ্চিত্ৰ পৰিচালক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে।

**১৩.১০.৮৯ :** ...সহেলী, অভিমান, কিছি স্মৃতি কিছি অনুভূতি আৰু কম্বিৰি (মণিপুৰী) চালো। ৭-৫৫— আজিৰ কাম (ছবি চোৱা) শেষ। ...ছবিখন বেছিভাগ সদস্যই শেষলৈকে চাব নুখুজিলে। নবনীতা দেব সেন আৰু মই শেষলৈকে চোৱাৰ কথা ক'লো। ...ছবিখনৰ ক্ষেত্ৰতো সেয়ে হৈছিল। কিন্তু আমি চাৰিজনে শেষলৈকে চালো। বাকীকেইজন মাজতে গুচি গ'ল।

**১৪.১০.৮৯ :** ...প্ৰান্তিকৰ দুটা লেখা সম্পাদনা কৰিলো। পুলকানন্দ তালুকদাৰৰ (Secretary, PWD, Assam) হাতত প্ৰদীপ বৰুৱালৈ পঠাই দিলো। প্ৰীতি অৰুণ বাবুৰ পৰিবাৰৰ লগত সোনকালে ওলাই গ'ল।

১০-৫০—মজুমদাৰৰ* গাড়ী আহিল। এঘাৰ বজাৰ অলপ পাছতে ছবি চোৱা আৰম্ভ। সতী, ফাঁসি, পৰশুৰামেৰ কুঠাৰ আৰু উত্তৰণ চালো। ছয় বজাত অসম ভৱন। আজি লক্ষ্মীপূজা কাৰণে NFDCৰ Staff-অৰ মানুহকেইজনক সন্ধিয়া ছুটী দিব লাগে। আগৰে বন্দবস্ত।

সাত বজাত নিকুঞ্জ বাবুৰ* ঘৰলৈ। ...

নিকুঞ্জ বাবুহঁতে ঘৰতে লক্ষ্মীপূজা পাতিছে। তেওঁ ইয়াৰ পাছত নব্যেন্দু চাটার্জীৰ ছবিৰ কাম কৰিব। সেই সূত্রে নব্যেন্দু চাটার্জী সস্ত্রীক নিমন্ত্রিত। চাটার্জীৰ ছবি* আজি চালো। সেই বিষয়ে কথা নাপাতিলো। মই ছবিখন ভাল পাইছোঁ। কিছুমান কথা বৰ ভাল হৈছে। ...

* কলিকতাত থকা চলচ্চিত্র মহোৎসৱ সঞ্চালকালয়ৰ আঞ্চলিক কার্যালয়ৰ মুৰব্বী বিষয়াগৰাকীৰ উপাধি মজুমদাৰ।
* নিকুঞ্জ ভট্টাচার্য 'সন্ধ্যাৰাগ'ৰ পৰা 'ইতিহাস'লৈকে মই পৰিচালনা কৰা সাতখন চলচ্চিত্রৰ সম্পাদক আছিল। তেখেতৰ মৃত্যু মোৰ কাৰণে দুখৰ ঘটনা।
* নব্যেন্দু চাটার্জীৰ চলচ্চিত্রখনৰ নাম আছিল পৰশুৰামেৰ কুঠাৰ।

**১৫.১০.৮৯ :** প্রান্তিকৰ গল্প পঢ়িলো। প্রীতি অৰুণ বাবুৰ পৰিবাৰৰ লগত ওলাই গ'ল। ১০-৫০—ৰক্সিলৈ। ওড়িয়া ছবি—শাস্তি। বাংলা ছবি—কাল অভিৰতি আৰু বৃন্দনীড়। কাল অভিৰতি ছবিখন চাওঁতে বিচাৰকসকলৰ আচৰণ দেখি-শুনি দুখ পালো। যেনেকুৱাই নহওক, শাস্তিৰে ছবিখন চোৱা! গান-বাজনা, মাৰপিটৰ কথা হ'লেও এক কথা, কিন্তু এই ছবিখনৰ চৰিত্র একেবাৰে বেলেগ। বুজি নোপোৱা কাৰণেই তোমালোকে গণ্ডগোল কৰিবা? কোনোবা এজনে পিছফালৰ পৰা ক'লে—শইকীয়াই ভাল পাইছে। মই বিৰক্তিৰে ক'লো—"আধুনিক কবিতাও মই কেতিয়াবা একেবাৰে নুবুজোঁ; কিন্তু তিনিবাৰমান পঢ়ি বুজিবলৈ চেষ্টা কৰোঁ।"

৭-৩০ মান বজাত ছবি চোৱা শেষ হ'ল। ...

... (নবনীতা দেব সেনক ক'লো—এইবাৰ আপোনাৰ ঘৰত খাবলৈ যোৱাৰ নিমন্ত্রণ ৰক্ষা কৰিব নোৱাৰিলো। পাছত এদিন নিজে আপোনাৰ লগত যোগাযোগ কৰিম।)

**১৬.১০.৮৯ :** ...গণশত্রু আৰু বনানী চালো। তাৰ পাছত নির্বাচিত ছবিৰ তালিকা প্রস্তুত কৰাৰ কাম। আঠখন ছবি দিল্লীলৈ পঠোৱাৰ সিদ্ধান্ত কৰা হ'ল। মোৰ বোধেৰে এই সিদ্ধান্ত যথেষ্ট liberal দৃষ্টিভংগীৰে লোৱা হৈছে আৰু ঠিকেই হৈছে।

...ওড়িয়া ছবিখনৰ কিছু merit আছে। সেইখনে সপক্ষে ৩ টা, বিপক্ষে ৪ টা ভোট পাইছে। মই চেয়াৰমেন হিচাপে maximum দুটা ভোট দিব পাৰোঁ। সেই দুটা দি ছবিখনক নির্বাচিত তালিকাত ৰাখিলো।

... (বিচাৰকসকলৰ তালিকাখনৰ কপি এটা আজি NFDCৰ অফিছৰ পৰা ল'লো।) অমিতাভ চৌধুৰী, নবনীতা দেব সেন, শুভেন্দু চাটার্জী, সৈকত ভট্টাচার্য, এছ. ভি. ৰমন, সীতাকান্ত মিশ্র, জয়ন্ত মহাপাত্র, অৰূপ গুহঠাকুৰতা—সকলোকে ধন্যবাদ জনাই বিদায় লৈছিলো।

**১৯.১০.৮৯ :** ...বাৰ বজাৰ আগে-আগে এয়াৰপ'র্ট। প্লেন প্রায় আঢ়ৈ ঘণ্টা late. সেই পুৱা ৫ বজাৰে পৰা এক মিনিটৰ আজৰি পোৱা নাই; এতিয়া আঢ়ৈ ঘণ্টা late. বৰ বেয়া লাগে।

ড. দেবদাস কাকতীয়ে* তেখেতসকলৰ প্রজেক্টবিলাকৰ কথা (Electronic Corpo-

ration) ক'লে। Science & Technolgy-ৰ কাৰণে আমাৰ নিচিনা দুখীয়া ৰাজ্যতো যিটো Compulsion-অৰ সৃষ্টি হৈছে, —তালৈ চাই আমি এই ক্ষেত্ৰত কেনেকুৱা approach ল'ব লাগিব, সেই বিষয়ে তেখেতে তেখেতৰ মনৰ কথা ক'লে। তিনিমান বজাত প্লেন উৰিল। দিল্লীৰ পালাম পাওঁতে প্ৰায় ৬-৩০।* প্লেনত যোৰহাটৰ RRL-অৰ বিষয়া এজনৰ পৰা লৈ 'বুধবাৰ'ত ওলোৱা মোৰ 'ইণ্টাৰভিউ'টো পঢ়িলো। (তেওঁৰ নামটো মনত পৰা নাই। পাহৰাৰ কোব বেছি হৈছে।) ...জনপথ হোটেল। Room no. 432.

* ড. দেবদাস কাকতী তেতিয়া অসমৰ ইলেক্ট্ৰনিক ডেভেলপমেণ্ট কৰপ'ৰেশ্যনৰ মেনেজিং ডাইৰেক্টৰ আছিল। এতিয়া তেখেত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য।

* ইণ্ডিয়ান পেনোৰামাৰ বাবে কেন্দ্ৰীয় নিৰ্বাচন-সমিতিত আঞ্চলিক সমিতিসমূহৰ চেয়াৰমেন কেইগৰাকীক সদস্য হিচাপে অন্তৰ্ভুক্ত কৰা হয়। কেন্দ্ৰীয় সমিতিৰ কাম ২০।১০।৮৯ তাৰিখে আৰম্ভ হোৱাৰ কথা। গতিকে ১৯।১০।৮৯ তাৰিখে দিল্লীলৈ গৈছিলো।

**২০.১০.৮৯ :** ৫-৪৫। প্ৰাপ্তিকৰ কাম। এগৰাকী মহিলাই (Mrs. Bawa from DFF?) ফোন কৰিলে—৮-৩০ বজাত সাজু হৈ থাকিবলৈ। সেইমতে ৮-২৫ বজাত নামি গ'লো। লিফটতে স্বপন ঘোষক* লগ পালো। তাৰ পাছত এজন-এজনকৈ পাঁচজনক। (বিচাৰক)। ন বজাৰ আগে-আগে ফিল্ম ডিভিজনৰ অডিটৰিয়াম পালোগৈ। তাতে খোৱাৰ ব্যৱস্থা হ'ল। প্ৰায় ৯-৩০ বজাৰ পৰা ছবি চাবলৈ আৰম্ভ কৰিলো। ৰাতি ন বজালৈকে মুঠতে পাঁচখন ছবি চালো। তাৰে দুখন চাই কষ্ট পালো। দুখনৰ শেষলৈকে চাবলৈ মন নাছিল।

* স্বপন ঘোষ পশ্চিমবংগৰ সুপ্ৰতিষ্ঠিত চলচ্চিত্ৰ সমালোচক আৰু সাংবাদিক।

**২১.১০.৮৯ :** ... আগবেলা দুখন তামিল ছবি চালো। প্ৰথমখন এখন বিদেশী ফিল্মৰ নকল। দুয়োখনেই popular commercial. পাছবেলা দেখুৱাবলগীয়া তিনিওখন মই কলিকতাত চোৱা ছবি। গতিকে গুৰুৰ চিঠিখন দিবলৈ তেওঁৰ দেউতাকৰ (Dr. Harbax Singh) Clinic -অলৈ গ'লো।*

...ছিনেমা হললৈ আহিলো। বাকীসকলৰ লগতে আকৌ চোৱা ছবিকে চাই বহি থাকিলো। ভাবিলো উপন্যাসৰ কথা।

* মোৰ চকুৰ চিকিৎসা সম্পৰ্কীয় কথাত মই ড. সিঙক লগ ধৰিছিলো। তেখেত চকুৰ ডাক্তৰ। গুৰু তেওঁৰ জীয়েক। তেওঁ আমাৰ ছোৱালী সংগীতাৰ লগত গুৱাহাটী মেডিকেল কলেজত পঢ়িছিল।

**২২.১০.৮৯ :** লিখা কাম। যেনেকৈ আৰু যিমান লিখিব পাৰিম বুলি ভাবি আহিছিলো—পৰা নাই। ৮-৩০ বজাত ওলাই যাবলগীয়া হোৱাৰ কাৰণে। আজি ৮-৪৫ বজাত ওলাই গ'লো। ৯ বজাৰ পৰা ফিল্ম চাবলৈ আৰম্ভ কৰিলো। দুখন কানাড়া ছবি। বেয়া। সদস্যসকলৰ মাজত আলোচনা। চাৰিখন দৰখাস্ত আহিছে। Regional panel-অৰ সিদ্ধান্ত পুনৰ বিবেচনা কৰিব

লাগে। অসমীয়া ছবি কনকলতাৰ ফালৰ পৰাও দৰখাস্ত আহিছে। শ্ৰীমতী কুন্তলা ডেকা দিল্লীলৈ আহিছে। তেখেতে বোলে চেয়াৰমেন বিক্ৰম সিঙক লগ ধৰিছে, ডাইৰেক্টৰ উৰ্মিলা গুপ্তাকো লগ ধৰিছে। মোক সোধাত মই কলিকতাৰ পেনেলৰ কথা সবিশেষ ক'লো। ...

চেয়াৰমেন হিচাপে মোৰ এই ক্ষেত্ৰত কৰিবলগীয়া একো নাছিল।

...এনে অৱস্থাত,—মই ক'লো,—কেন্দ্ৰীয় পেনেলে কি সিদ্ধান্ত লয় লওক। মই আৰু একো নকওঁ। কাৰণ appeal কলিকতা পেনেলৰ বিৰুদ্ধেই কৰা হৈছে যেতিয়া মই এটা 'পাৰ্টি' হ'লো। সোণাৰ পায়ৰা নামৰ বাংলা ছবিখনৰ ফালৰ পৰাও দৰখাস্ত আহিছে। সেই ক্ষেত্ৰতো মোৰ বক্তব্য একে।

এই আলোচনা কাইলৈ আকৌ হ'ব। Short feature ফিল্মৰ বিষয়টোও আলোচনা কৰা হ'ল; কাইলৈ আকৌ হ'ব। এইখিনি আলোচনাৰ বাহিৰেও এতিয়ালৈকে চোৱা ফিল্মখিনিৰ প্ৰাথমিক বিচাৰ কৰা হ'ল। ইয়াৰ মাজতে খোৱা-বোৱাও হ'ল। পাছবেলা তিনিখন ছবি। দুখন বাংলা, এখন পাঞ্জাবী। পাঞ্জাবী ছবিখনৰ কেমেৰাৰ কাম বৰ সুন্দৰ। (কাহিনী দুৰ্বল।) পাঞ্জাবী ভাষাৰ এনে ছবি (serious attempt-অৰ) প্ৰথম দেখিলো।

**২৩.১০.৮৯ :** ...দুখন হিন্দী, এখন ইংৰাজী (!) আৰু তিনিখন কানাড়া ফিল্ম চালো। মাজতে কালিৰ নিচিনাকৈ মিটিঙো হ'ল। বেয়া ছবিবোৰ মাজতে বন্ধ কৰি দিয়া কাৰণে আজি সোনকালে ছবি চোৱা শেষ হ'ল। মালবিকা ৰয়ৰ লগত কথা পাতিলো। এওঁ অভিনেত্ৰী মহাশ্বেতাৰ বায়েক। নিজেও অভিনয় কৰিছিল আৰু নাচিছিল। এতিয়া সাহিত্যৰ অধ্যাপিকা। D.Lit. পাইছে যোৱা বছৰ। Cultured পৰিয়ালৰ মহিলা।* গিৰিয়েকে বেহেলা বজায়। ...

* পাছত এদিন কথা পাতি গম পাইছিলো, এই মহিলাগৰাকী উৰিষ্যাৰ প্ৰথম মহিলা পৰ্বত আৰোহণকাৰী আছিল। গান গোৱা, নচা, কবিতা ৰচনা, গীত ৰচনা, অভিনয়, এন.চি.ছি., পঢ়া-শুনা—সকলো দিশ তেওঁ সমানে বজাই ৰাখিছিল।

**২৪.১০.৮৯ :** ...মাৰাঠী ফিল্ম সূৰ্যোদয়ৰ কাহিনীটো বহুকথিত, কিন্তু ফিল্মখন চাব পৰাকৈ কৰা হৈছে। আত্মবিশ্বাস নামৰ ফিল্মখন জনপ্ৰিয় সাংসাৰিক ফিল্ম হ'ব। মালয়ালম ছবি তিনিখনৰ দুখন চাবই নোৱাৰি। মালয়ালম ফিল্ম আৰু আছে।

৭-০০—আজিলৈ ছবি চোৱা শেষ। (কেইবাখনো ছবি সম্পূৰ্ণকৈ নোচোৱাৰ কাৰণে)। হোটেললৈ আহি উপন্যাসৰ কাম আৰম্ভ কৰিলো। ৯ বজালৈকে লিখিলো। ...

**২৫.১০.৮৯ :** ...সৰু বহীখনত উপন্যাস লিখিছোঁ। এইবাৰ উপন্যাসৰ খণ্ডটো দিয়াত পলম হ'বই। কোনোমতে সময় উলিয়াব পৰা নাই। দিনে পাঁচখনকৈ পূৰ্ণদৈৰ্ঘ্যৰ ফিল্ম চোৱাৰ পাছত অন্ততঃ উপন্যাস লিখিবলৈ মন নাযায়। এইবাৰ (প্ৰান্তিকৰ) প্ৰেছৰ ওপৰত এটা হেঁচা পৰিব। ... আজি চাৰিখন ছবিহে চোৱা হ'ল। দীঘল-দীঘল ছবি।

...আশীষ মুখাৰ্জীয়ে তেওঁৰ ভৱিষ্যত ফিল্মৰ ক্ষেত্ৰত মোৰ লগত সহযোগিতাৰ কথা

ক'লে। মই যেন গল্প, চিত্ৰনাট্য আদিৰে সহায় কৰোঁ।

**২৬.১০.৮৯ :** ...যিবোৰ ছবি চালো সেইবোৰৰ বিষয়ে মতামত লিখি উলিয়ালো। ৮-৪৫—ওলাই গ'লো। পাঁচখন ছবি চালো। Percy নামৰ ছবিখন বৰ ভাল পালো। বহুত দিশৰ পৰা। ...সন্ধিয়া উৰ্মিলা গুপ্তাই মাজতে আহি (চলি থকা ছবি বন্ধ কৰাই) ক'লে,— এটা crisis হৈছে। বোম্বাইৰ এজনে আদালতৰ পৰা ইনজাংশ্যন লৈছে,— তেওঁৰ ছবিখন (West Zone-এ নাকচ কৰা) নোচোৱাঁকৈ Central Panel-এ বাছনিৰ ফলাফল ঘোষণা কৰিব নোৱাৰিব। কাইলৈ আদালতৰ হুকুমৰ চিঠি আহিব। আজি প্ৰযোজকে লিখিতভাৱে জনাই থৈ গৈছে। (মোৰ মত এই আগতেও ব্যক্ত কৰিছোঁ,—এতিয়াও ক'লো, —আমি বাছনি সমিতিৰ মানুহ। Executive বা অন্যান্য policy সম্পৰ্কীয় কামবোৰ চৰকাৰে, ডাইৰেক্টৰেটে কৰিব লাগে)।

আঠ বজাৰ পাছত কমলৈ আহিলো। তালিকামতে সকলো ছবি (৩৮ খন) চালো। মোৰ result sheetখন final কৰিলো। চহী কৰিলো। স্বপন ঘোষ, আশীষ মুখাৰ্জী আৰু শংকৰ বসু মোৰ কোঠালৈ আহিল। সকলো Chairman শ্ৰী বিক্ৰম সিঙৰ কোঠালৈ গ'লো। (415)। তেওঁক মোৰ result sheetখন দি কথাবোৰ বুজাই ক'লো। কাইলৈ মই নাথাকিম। এই কাগজৰ কথাই মোৰ কথা। বিচাৰক মণ্ডলীয়ে চূড়ান্ত তালিকা প্ৰস্তুত কৰিব।...

**২ নৱেম্বৰ, ১৯৮৯ :** ...পাছবেলা বীৰেশ্বৰ বৰুৱাই ফোন কৰি ক'লে—মই যে সেই মাৰ্চ মাহতে শংকৰদেৱ কেন্দ্ৰৰ মিটিঙৰ proceedings -বোৰ তেখেতক দি আহিছিলো, সেইবোৰ তেখেতে বোলে Director, Cultural Affairs-অক দিছিল; এতিয়া ডাইৰেক্টৰে বিচাৰি পোৱা নাই। মোৰ হাতত কপি-ছপি কিবা আছেনে —বৰুৱাই তাৰ খবৰ লৈছে। কি আচৰিত কথা! এনেকৈ ১৫ কোটি টকীয়া, যুগমীয়া সংস্কৃতি কেন্দ্ৰ হ'ব?

মই ফাইল বিচাৰি—working paperখিনি পালো। আকৌ লিখিব লাগিব। ইমান কষ্ট কৰি লিখি দিছিলো।...

**৩.১১.৮৯ :** ... গোলাঘাটৰ ল'ৰা কেইজনমানে এখন ফিল্মৰ ডাবিঙৰ কাম কৰিছে। বিদ্যুৎ চক্ৰৱৰ্তীয়ে পৰিচালনাৰ কাম কৰিছে। বিদ্যুৎ আহিল। কথা পাতিলো। (ষ্টিনবেক থকা কমত)। ...কিছু সময়ৰ পাছত তিনিজন ডেকা আহিল। তেওঁলোকৰ বক্তব্য চোকা, ভাষা চোকা, কণ্ঠস্বৰ চোকা। ... তেওঁলোকৰ কথা হ'ল,— তেওঁলোকে মোক শ্ৰদ্ধা কৰে; অসমীয়া ছবি উদ্যোগৰ কথা মোৰ কথা বাদ দি ভাবিব নোৱাৰি; মই জ্যোতি চিত্ৰবনৰ সভাপতিৰ পদ এৰিব নালাগে; তেওঁলোক মোৰ পিছত আছে; ইত্যাদি। মই ক'লো,— মই যদি কাম কৰিব নোৱাৰোঁ, তেন্তে কিয় সেই পদত থাকিম? মোৰ যদি কষ্টোপাৰ্জিত সন্মানত আঘাত পৰে, তেন্তে কিয় মই সেই পদত থাকিম? ধৰি লোৱা মই এঘাৰটা

কামত লাগি আছোঁ। প্ৰত্যেকটোৱেই দেশ, জাতিৰ মংগলৰ লগত জড়িত থকা কাম। তাৰে এটা কামত পোৱা অনাহক যন্ত্ৰণাই যদি মোৰ বাকী দহটা কামৰ ক্ষতি কৰে? মোৰ creative কামবোৰৰ যদি ক্ষতি হয়? —তেওঁলোকে বোলে আকৌ মোৰ লগত কথা পাতিব।

**৫.১১.৮৯ :** এটা কথা মনত পৰিছে। গুৱাহাটীৰ কটন কলেজত পঢ়ি থকাৰ সময়ত, নে কলিকতাৰ প্ৰেছিডেন্সি কলেজত পঢ়ি থকাৰ সময়ত,—এই মুহূৰ্তত ঠিককৈ মনত পৰা নাই,—নগাঁৱৰ ফৌজদাৰি পট্টিত এখন ভেৰাইটি শ্ব' পাতিছিলো। গুৱাহাটীৰ পৰা ৰুদ্ৰ বৰুৱাই তাত গান গাবলৈ অহাৰ কথা আছিল। এখন ট্ৰাকত উঠি আমি চহৰখনত অনুষ্ঠানটোৰ কথা ঘোষণা কৰি ফুৰিছিলো। মনত পৰিছে—মই মাইক্ৰ'ফোনটো হাতত লৈ ঘোষণাবোৰ কৰিছিলো ঃ ...বনগীতৰ ওজা ৰুদ্ৰ বৰুৱা... আদি।

কি উৎসাহ! কি শক্তি!

শেষ মুহূৰ্তত, ৰুদ্ৰ বৰুৱা অনুষ্ঠানলৈ আহিব নোৱাৰিলে।

এইমাত্ৰ ৰেডিঅ'ত—'পকা ধানৰ মাজে-মাজে সৰু-সৰু আলি'— গীতটো শুনি কথাবোৰ মনত পৰিল।

**১৩.১১.৮৯ :** ...কটন কলেজৰ ল'ৰা-ছোৱালী এহাল আহিল—মোৰ লগত কথা পাতিবলৈ। তেওঁলোকক ক'লো—আজি মই এৰাব নোৱৰা কামত লাগি আছোঁ, কাইলৈ আহিবা। কাৰণ মই জানো—'কথা পাতিলে' অন্ততঃ এঘণ্টামান সময় যায়। আজি মোৰ হাতত সময় নাই। ...

...দিলীপ বৰুৱাই (কোলাহল চলচ্চিত্ৰত ড্ৰাইভাৰৰ অভিনয় কৰা অভিনেতা) Sun আলোচনীৰ দুটা পৃষ্ঠা (ফটষ্টেট কৰা) দি গ'ল। আগৰ। মই দেখা নাছিলো। ডাঙৰ-ডাঙৰ আখৰৰ হে'ডিং—Kolahal : Poised for Swarn Kamal.

হওক, কোনোবাই ভাবিছিলতো!

**১৪.১১.৮৯ :** ...কটন কলেজৰ Samina Nasrin (NBD Hostel) আৰু Salim Ali Ahmed (ARB Hostel)—সময়লৈ কোৱা মতে আহিল। প্ৰায় ডেৰ ঘণ্টামান কথা। ল'ৰাজনে মোৰ বিষয়ে ইতিমধ্যে প্ৰকাশ হোৱা কিছু কথা পঢ়িছে। তেওঁলোকে—মোৰ জীৱনৰ আধাৰত— মই তেওঁলোকক কি উপদেশ দিম—সুধিলে। বিশেষকৈ ল'ৰাজনে। মই ক'লো,—মই এক পৰিবেশৰ মানুহ আছিলো, তোমালোক এক পৰিবেশৰ মানুহ। মই দুজনী ছোৱালীৰ দেউতাক হৈ জীৱন সামৰিবলৈ ওলাইছোঁ; তোমালোকে এক সুদীৰ্ঘ জীৱনৰ দুৱাৰডলিত থিয় দিছা। বিপুল পৰিমাণৰ অভিজ্ঞতা সঞ্চয় কৰা। এজন মানুহক, এটা দিনক, এটা ৰাতিক একোখন মহৎ গ্ৰন্থ বুলি বিবেচনা কৰা। দাৰিদ্ৰ্যৰ ৰূপটো চাবলৈ চেষ্টা কৰা। সততা আৰু পৰিশ্ৰমৰ ওপৰত অটল বিশ্বাস ৰাখা। সদায় দিনটো শেষ কৰিবৰ সময়ত

ভাবা,—দিনটো কেনেকৈ গ'ল । পুৱা উঠিয়েই ভাবা,—আজি মোৰ কাম কি কি আছে?

**১৭.১১.৮৯ :** ...ডাকত Montreal Serai নামৰ আলোচনী এখন আহিল। Dolores Chew-এ কোলাহলৰ সমালোচনা লিখিছে। আৰম্ভ কৰিছে এই বুলি ঃ This Assamese film was one of the better offerings from the section "Indian Cinema of Today" at the Montreal Film Festival. ...

...আকাশবাণীৰ (দিল্লীৰ) পৰা চিঠি আহিছিল—Akashvani Award (National). 1989-অৰ Radio Play section-অৰ সদস্য হ'ব লাগে। (৮।১।৯০ তাৰিখৰ পৰা ৪ বা ৬দিন)। পৰহি চিঠি দিলো,—নোৱাৰিম।

**২৪.১১.৮৯ :** ...আজিকালি বিয়াৰ নিমন্ত্ৰণী চিঠিবোৰত ল'ৰা বা ছোৱালীৰ মাক আৰু দেউতাক দুয়োৰে নাম থাকেই। সেই কাৰণে, তেনেকুৱা চিঠিৰ উত্তৰ হিচাপে চিঠি লিখিলে মই দুয়োকে সম্বোধন কৰোঁ, চিঠিখনৰ তলত দুয়োৰে নাম লিখোঁ, আৰু লেফাফাৰ ওপৰতো দুয়োৰে নাম লিখোঁ। ...সৰু কাম, কিন্তু এইটো এটা আনন্দ দিব পৰা কাম।

**২৯.১১.৮৯ :** ...(প্ৰান্তিকৰ অফিছত) হীৰেন ভট্টক লগ পালো। দিলীপ কুমাৰ মহন্তই পঠোৱা এটা বিজ্ঞাপনৰ কথা ওলাল। মই ক'লো,—সকলো মানুহৰে হয়তো কিছু দোষ আছে। কিন্তু ৰাজহুৱাভাৱে কোনটো পৰ্যায়লৈকে তেওঁলোকৰ দোষবোৰ ধৰ্তব্য নহয়, তাৰ এটা হিচাপ বাতৰিকাকত-আলোচনীৰ থকা উচিত। বিশেষকৈ,—কোনোবা এজনৰ বিষয়ে যেতিয়া 'বেয়া কথা' ছপাবলগীয়া অৱস্থা এটা হয়, তেতিয়া কাকত-আলোচনী অতি সাৱধান হোৱা উচিত। মানুহৰ আদিম, অসভ্য মনোবৃত্তিক ব্যৱহাৰ কৰি কাম কৰিব নালাগে।

১১-১৫ ঘৰ। খাই-বৈ ১১-৪৫ বজাত ডিমাপুৰলৈ যাত্ৰা। প্ৰান্তিকলৈ অহা উপন্যাস এখন পঢ়িবলৈ ল'লো। বাট বৰ বেয়া। বিশেষকৈ ডবকাৰ পাছৰ ছোৱা। এনেকৈ ছঘণ্টা নষ্ট কৰাৰ অৰ্থ নাই। অৱশ্যে মই প্ৰান্তিকৰ কামকে কৰি আছোঁ কাৰণে অৱস্থাটো সহ্য কৰিব পৰা হৈছে। ...

**৩০.১১.৮৯ :** ৫-৪০। ডিমাপুৰ। মিটিঙৰ কাগজ-পাতিবোৰ পঢ়ি ল'লো। প্ৰান্তিকৰ গল্প তিনিটা পঢ়িলো। ৯-৩০ বজাত বেনদাং আও (ডাইৰেক্টৰ) আহিল—এনেয়ে খবৰ ল'বলৈ। ১০-৩০ বজাৰ আগে-আগে মিটিঙৰ কোঠালৈ নামি আহিলো। অসমৰ ড. বীৰেন্দ্ৰনাথ দত্ত আহিছে। তৰুণ গোস্বামী এতিয়া NEZCCৰে চাকৰিয়াল। তেখেতো আছে। গৱৰ্নৰ প্ৰায় আধা ঘণ্টা পলমকৈ আহিল। ১৮ জনমান সদস্য উপস্থিত। ২২ জন নহ'লে ক'ৰাম নহয়। গৱৰ্নৰে ক'লে,—এইসকল মানুহে খবৰ পালেই আহিব নোৱাৰে। পাছৰবাৰ আকৌ বা কোন আহে কোন নাহে। গতিকে সভাখন পোন্ধৰ মিনিট adjourn কৰি reconvene কৰোঁ। Reconvened meeting-অত ক'ৰাম নালাগে। মই সুধিলো,

—কিন্তু সদস্যসকললৈ দ্বিতীয় মিটিঙৰ বাবে নটিছ (চিঠি) পঠাব নালাগে জানো? তেখেতে ক'লে, নিয়ম ধৰি থাকিলে নহ'ব; নিয়মতকৈ কাম ডাঙৰ। (সেইটো মযো বিশ্বাস কৰোঁ।) —গতিকে সভাপতিৰ নিৰ্দেশমতে কিছু সময়ৰ পাছত মিটিং আৰম্ভ হ'ল। অসমৰ ফালৰ পৰা মই আৰু ড. দত্তই দুয়ো প্ৰয়োজন অনুসৰি কথা ক'লো। মই দীঘলীয়াকৈ কোৱা কথাখিনিৰ সাৰাংশ হ'ল ঃ স্বেচ্ছাসেৱী প্ৰতিষ্ঠান (ক্লাব, সংঘ আদিক) অনুদান (grant) দিলে specific আঁচনিৰ কাৰণে দিব লাগে। সেই আঁচনি NEZCCৰ আঁচনিৰ ভিতৰুৱা হ'ব লাগে। সেই টকা কেনেকৈ খৰচ কৰা হৈছে তাৰ হিচাপ ৰখাৰ ব্যৱস্থা হ'ব লাগে। ছাইনবৰ্ডসৰ্বস্ব ক্লাব একোটাক 'কালচাৰ' কৰিবলৈ টকা দি ৰাজহুৱা ধনৰ অপব্যয় কৰিব নালাগে। বৰ্তমানে NEZCC-এ কেৱল performance-অৰ কাম কৰিব লগা হৈছে; তাৰে বেছিভাগ লোকে নিমন্ত্ৰণ কৰাৰ উত্তৰত 'দল' পঠিওৱা কাম। কিন্তু সেই দলবোৰে বাহিৰত গৈ কি কৰিছে, তাৰো হিচাপ ৰখা দৰকাৰ। আটাইতকৈ ডাঙৰ কথা—এই নৃত্যগীতৰ অধ্যয়ন আৰু চৰ্চা। এই আইটেমবোৰৰ ক্ষেত্ৰত কোনো authority নাই,—সেই গাঁৱৰ মুখিয়াল শিল্পীজনেই authority। তেওঁ নাচিব পাৰে, গাব পাৰে, বক্তৃতা দিব নোৱাৰে, লিখিব নোৱাৰে। তেওঁলোকৰ লগত ঘনিষ্ঠ যোগাযোগৰ জৰিয়তে যিবোৰ কাম কৰিব লাগিব, তাৰ বাবে আমাৰ কেন্দ্ৰটোৱে গঢ় লৈ উঠা দৰকাৰ। আমি সদায় হোটেল ছাৰামতীত এনেকৈ মিটিং কৰি নাথাকিম।

মিটিঙৰ বাহিৰেও তৰুণ গোস্বামী আৰু ড. দত্তৰ লগত NEZCCক অসমৰ প্ৰয়োজনীয় কামখিনি কৰাৰ বাবে সম্পূৰ্ণৰূপে আৰু সুস্থভাৱে ব্যৱহাৰ কৰাৰ কথা আলোচনা কৰিলো।

লৰালৰিলৈ ভাত খাই ২-১০ বজাত ডিমাপুৰ এৰিলো। ৮-৫০ বজাত ঘৰ পালোহি।

**১ ডিছেম্বৰ, ১৯৮৯ :** ... সন্ধিয়াৰ আগে-আগে মানুহ এজনী আহিল। এওঁ দুৱাৰ খুলি বহিবলৈ দিলে। মই ওলাই যাওঁতে মানুহজনীয়ে সুধিলে,—আপুনি মোৰ লগত, —মোৰ নিচিনা সৰু মানুহৰ লগত কথা পাতিবনে? ...মই মোৰ জীৱনৰ কিছুমান কথা ক'ব খোজোঁ। আপুনি মোৰ জীৱনৰ কাহিনী লৈ এখন উপন্যাস লিখিবনে?

মানুহজনীয়ে ক'বলৈ ধৰিলে,—তেওঁৰ ঘৰ..। যিজন মানুহক ভাল পাই বিয়া কৰাইছিল, সেইজনে এতিয়া মদ খায়, তেওঁক মাৰ-পিট কৰে। মানুহজনীয়ে নিজে প্ৰেছত কম্পজিটৰৰ কাম কৰে, গিৰিয়েকে ... (চৰকাৰী) কাম কৰে। ...শাহুৱেকৰ ফালৰ পৰা কষ্ট পালে। এতিয়া গুৱাহাটীত তেওঁলোকে দুটা ল'ৰা-ছোৱালীৰে টানি-টুনি চলে।

এসময়ত মই ক'লো—এতিয়া আন্ধাৰ হ'ল। আজি যাওকগৈ। আকৌ কেতিয়াবা লগ পাম। ...

**৯.১২.৮৯ :** ...সন্ধিয়া ধ্ৰুৱনাৰায়ণ বৰুৱাৰ* পুতেক হেমাংগৰ (ক্ৰিকেট খেলুৱৈ) বিয়াৰ অভ্যৰ্থনালৈ গ'লো। শৰৎ চন্দ্ৰ সিংহৰ লগত কথা। কথা প্ৰসংগত তেখেতে ক'লে,—

অসমৰ এই বৰ্তমানৰ চৰকাৰৰ কুকৰ্মৰ কথা আমি ৰাইজক কৈয়েই থাকিম; এই বিষয়ে তীব্ৰ সমালোচনা কৰিয়েই থাকিম; কিন্তু আমি চৰকাৰ ভঙাৰ দায়িত্ব নলওঁ। ৰাইজে পাতিছে, ৰাইজেই ভাঙক। মই তেখেতক ক'লো—অভিজ্ঞতা এটা ডাঙৰ সম্পদ। অভিজ্ঞ, বয়সীয়া ৰাজনীতিকসকলৰ কিছুমান উভতি নাহিলে আমাৰ বিপদ হ'ব। তেখেতে ক'লে,—আগতে কথা আছিল,—শিক্ষকে ছাত্ৰতকৈ বেছি জানে, ছাত্ৰই শিক্ষকৰ পৰা শিকে, শিক্ষকক মানে; এতিয়া কথা হ'ল—ছাত্ৰই শিক্ষকতকৈ বেছি জানে? ছাত্ৰই যি কয়, তাকে শিক্ষকে মানে। সেই কাৰণেই আজি এই অৱস্থা হৈছে। মই ক'লো—এই processটো irreversible নহয়; অভিজ্ঞ, প্ৰবীণ, দেশপ্ৰেমিকসকলে নিজকে assert কৰিলে ভাল হয়।

* ধ্ৰুৱনাৰায়ণ বৰুৱা ৰাজনীতি ক্ষেত্ৰৰ নেতৃস্থানীয় লোক আছিল। বেছিভাগ সময় তেখেত ই-কংগ্ৰেছ দলৰ লগত জড়িত আছিল।

**১৮.১২.৮৯ :** ...সন্ধিয়া 'সূৰ্য'ই গৌৰী সদনত আয়োজন কৰা 'অন্তৰংগ এসন্ধ্যা' নামৰ নাট্যানুষ্ঠান চাবলৈ গ'লো। তেওঁলোকে মাত্ৰ ৫০ জনমান দৰ্শকৰ বহাৰ আয়োজন কৰিছে। সেই ফালৰ পৰা house full. সান্ত্বনা বৰদলৈয়ে 'এচমকা ৰ'দৰ সন্ধানত' উপস্থাপন কৰিছে। লগত নিৰ্বাক অভিনেতা এজন। বৰ মনোগ্ৰাহী। তপন দাসে 'ডেৰ ইঞ্চি উচ্চতাত' উপস্থাপন কৰিছে। সমুখত এজন কাল্পনিক মানুহ। ...সূৰ্যৰ এই আয়োজনটো প্ৰশংসনীয়। এনেকৈ যদি ৫০ জন দৰ্শককো (একোবাৰত) ভাল নাট্যানুষ্ঠানৰ ৰস উপলব্ধিৰ বাবে টানি আনিব পাৰি, তথাপি বৰ্তমানৰ বিশৃংখল (ৰসৰ ক্ষেত্ৰত) পৰিস্থিতিত বহু লাভ হয়। নাট্যানুষ্ঠানৰ শেষত বাহিৰত ৰতন লহকৰ* আৰু বিশ্বজিতক লগ পালো। তেওঁলোক আমাৰ ঘৰলৈ আহিছিল। ঘৰত আমাক নাপাই তালৈ গৈছিল। ৰতন লহকৰে কলিকতাৰ মঞ্চত নাটক মঞ্চস্থ কৰাৰ কথা ভাবিছে। মই লিখা বন্দীশাল, নীলকণ্ঠ আৰু দীনবন্ধু নামৰ নাটক তিনিখন লাগে।

* কহিনুৰ থিয়েটাৰৰ মালিক, নাট-প্ৰযোজক আৰু অভিনেতা। বিশ্বজিতো অভিনেতা। এওঁ বেছিভাগ সময় কলিকতাতে থাকে বুলি জানো।

**২২.১২.৮৯ :** ...জালুকবাৰী-খানাপাৰা ৰাস্তাটোত ট্ৰাক আৰু মানুহৰ অৱস্থা ভাল কৰিবলৈ পাৰ্কিং ইউনিটৰ ব্যৱস্থা কৰিব লাগে; এই সম্পৰ্কে কথাখিনি প্ৰান্তিকৰ বাবে লিখি উলিয়ালো। ...এই কথাটো মই গড়কাপ্টানি মন্ত্ৰী অতুল বৰাক এবাৰ লগ পাওঁতে ভালকৈ বুজাই কৈছিলো। ...! এইবোৰ idea কামত লগোৱা মানুহৰ মন-প্ৰাণ বেলেগ প্ৰকৃতিৰ হ'ব লাগে।

**২৩.১২.৮৯ :** ... (চকুৰ হস্পিটেল এখনত) এগৰাকী বুঢ়ীক বোৱাৰীয়েকে চকু দেখুৱাবলৈ আনিছে। বুঢ়ীয়ে কাণেৰে নুশুনে; তেওঁৰ বহুমূত্ৰ ৰোগ অছে। কিন্তু তেওঁ মিঠাই খাবলৈ

নাপালে, ভাত খাবলৈ নাপালে হুলস্থূল কৰে, মানুহৰ আগত বোৱাৰীয়েকৰ বদনাম কৰে। বোৱাৰীজনীৰ কথাবোৰ শুনি বৰ আমোদ লাগিল; কিন্তু তেওঁৰ অৱস্থাটো বুজি বেয়াও লাগিল। থৰ হৈ বহি থকা বুঢ়ীজনীলৈ চালো। আচলতে mercy killing বোলা হত্যাকাণ্ডৰ প্ৰচলন হোৱাটো ভাল যেন লাগে; অন্ততঃ এনেকুৱা মুহূৰ্তত।

**৩০.১২.৮৯ :** ...বহুত দিনৰ মূৰত প্ৰান্তিকৰ অফিছত অজি পৰাগ দাসক দেখিলো। ...পাছবেলা ডুৰাণ্ড কাপৰ ফাইনেল। মোহনবাগান আৰু ইষ্টবেংগল। টিভিত আজিকালি সমগ্ৰ বিশ্বৰ বিভিন্ন খেল দেখাৰ পাছত এইবোৰ 'ভাৰতবিখ্যাত' দলৰ খেল অতি তলখাপৰ যেন লাগে। ডাঙৰ কথা,—ভাৰতৰ সামগ্ৰিক চৰিত্ৰ এই খেলৰ মাজতো বিদ্যমান। মানুহবোৰে জিকাৰ কাৰণে খেলা যেন নালাগে; নহৰাকৈ সময়খিনি পাৰ কৰিবৰ কাৰণে খেলা যেন লাগে। ...

**৩১.১২.৮৯ :** টিভিত 'অৰণ্য' (সমৰেন্দ্ৰ নাৰায়ণ দেবে পৰিচালনা কৰা) ছবিখন দেখুৱাইছিল। মই বিছনাত পৰি আছিলো। গানকেইটা কাণত পৰিল। এই গানকেইটাৰ সুৰ ভাল হৈছিল। সংগীত পৰিচালকজনক কলিকতাৰ টেকনিছিয়ান ষ্টুডিঅ'ত লগ পাইছিলো আৰু কথা পাতিছিলো। আজি তেওঁৰ নামটো মনত পেলাব নোৱাৰিলো।

সন্ধিয়া খোজ কাঢ়িবলৈ গ'লো। বছৰৰ শেষ দিন। সঁচাকৈয়ে মনটো বেয়া লাগে। দশকটোৰো শেষ দিন। এইবাৰৰ শেষপৃষ্ঠাত মোৰ মনৰ ভাবেই প্ৰকাশ পাইছে। দশকটোত কি কি কৰিলো? কেতিয়াওতো জিৰণি লোৱা নাই! অবাবত অলপো সময় নষ্ট কৰা নাই। কোনোদিনেই কামৰ হেঁচা কম যেন লগা নাই। কাম হ'ল কিমান? ২৪০ টা শেষপৃষ্ঠা, ডেৰখন উপন্যাস, দুখন ফিল্ম, প্ৰান্তিক আৰু সঁফুৰাৰ কাৰণে নানান ধৰণৰ লেখা, নণ্ট, পেৰিছ, লণ্ডন, আলজিয়াৰ্ছ, মন্ট্ৰিয়ল আদি ভ্ৰমণ, নানা ধৰণৰ বিষয়বাব। নিজৰ মগজেৰে, নিজৰ শক্তিৰে যি কৰিলো, সেই বিষয়ে দুখ নাই; কিন্তু যিবোৰ কামত চৰকাৰৰ সহায় লাগে, সেইবোৰত দুখ পালো। (জ্যোতি চিত্ৰবন, চলচ্চিত্ৰ নিগম, শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰ ইত্যাদি।)

সান্ত্বনা,—সজ্ঞানে বেয়া কাম কৰা নাই। কাৰো অপকাৰ কৰা নাই।

দেশখনৰ, ৰাজ্যখনৰ মংগল হৈছে বুলি কেতিয়াও আশ্বস্ত হ'ব নোৱাৰিলো। (মই) সদায় নিজে বজাৰ কৰা মানুহ; সাধাৰণ মানুহৰ স্বস্তিৰ খবৰ পুৱা-গধূলি পাই থাকোঁ। বজাৰ, হস্পিটেল, ছিনেমা হল, নাট্যমঞ্চ,—সকলোতে এক অস্বস্তি।

"নিজে যি পাৰোঁ, নিষ্ঠা আৰু সততাৰে কৰিম"—এই কথাটোৰ ওপৰত যেন অহা বছৰটোত আৰু বেছি গুৰুত্ব দিব পাৰোঁ। মোক এতিয়া অকলে কাম কৰিবলৈ লাগে। ঘৰ-সংসাৰ চলাবলৈহে কিছুমান সম্পৰ্ক ৰাখিবলগীয়া হৈছে! সেইবোৰ সম্পৰ্ক যদি ছেদ কৰিব পাৰিলোহেঁতেন, তেনেহ'লে মই আৰু মনপুতি লিখা-মেলা, নাটক আৰু ফিল্মৰ

কাম কৰিব পাৰিলোহেঁতেন। এতিয়াও—পাৰিবই লাগিব।

ৰাতি বাৰ বজালৈকে TV চালো। দূৰদৰ্শনে কেনেকৈ নতুন বছৰটোক স্বাগতম জনায় —চাবলৈ। ঘড়ি এক ছেকেণ্ড পিছুৱাই দিয়া হ'ল।

১২-১৫—শুবলৈ ল'লো। চাৰিওফালে ফটকাৰ শব্দ।

**১ জানুৱাৰি, ১৯৯০ :** ...ঘৰৰ ভিতৰতে সকলোৱে সকলোকে "happy new year" বুলি ক'লো। ...

...আজিৰপৰা দিনত নোশোওঁ বুলি ঠিক কৰিছোঁ। আজি বিছনাত পৰিছিলো, টোপনি আহোঁ-আহোঁ কৰিছিল, কিন্তু জোৰকৈ নোশোৱাকৈ থাকিলো। এতিয়াৰপৰা পাছবেলাটো ভালকৈ কামত লগালেহে কামবোৰৰ গত লগাব পাৰিম।*

প্ৰদীপৰ মুখে শুনিলো—গোবিন্দ লাল বৰুৱা* ঢুকাল। আমি একেলগে পঢ়া। কলেজত। মোৰ বন্ধু আছিল। Saikiaটোক চুটি কৰি "ছইক" বুলি (মোক) মতা দুজনৰ এজন আছিল গোবিন্দ লাল বৰুৱা। ইজন পাঠান (নৃপেন হাজৰিকা)।

লগৰ মানুহ মৰিবলৈ আৰম্ভ কৰিছে!

বীৰেশ্বৰ বৰুৱালৈ ফোন কৰিলো। আগবেলা তেখেত অহা নাই। পাছবেলা ফোনত পালো। শংকৰদেৱ কেন্দ্ৰৰ মিটিঙৰ কাগজসোপাৰ কি হ'ল সুধিলো। তেখেতে ক'লে, —"গিৰিজা দাসক তেখেতে তাগিদা দিয়েই আছে। কিয় কাগজসোপা বিলোৱা হোৱা নাই জানো! মই আকৌ খবৰ কৰিম।"

মই ক'লো,—"মোক অন্ততঃ মই লিখি উলিওৱা, মোৰ হাতৰ আখৰৰ কাগজখিনি ওভোতাই দিয়ক!"

* এই প্ৰতিজ্ঞা বেছিদিন নিটিকিল।

* গোবিন্দ লাল বৰুৱাৰ ঘৰ গুৱাহাটীৰ যোৰপুখুৰী পাৰত আছিল। এওঁ বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ নাতিয়েক আছিল।

**২.১.৯০ :** ...দুপৰীয়া অলপ সময় ভাবিলো—প্ৰধানমন্ত্ৰী শ্ৰী সিঙৰ লগত যদি দেখা হয়, তেন্তে মই কি ক'ম। অসমৰ সাংস্কৃতিক ক্ষেত্ৰখনত কিছুমান কামৰ বাবে material help অৰ্থাৎ কিছু পৰিমাণৰ ধনৰ প্ৰয়োজন। ভাবিলো—তাৰে কথা ক'ম। ...

...চাৰি বজাত ১ নং গেষ্ট হাউছ পালোগৈ। অতুল বৰাও নাই, আমাৰ 'ডেলিগেশ্যন'ৰ কোনো নাই। বিষয়া এগৰাকীয়ে ...ক'লে,—সেইprogrammeটো ৭-৪৫ বজালৈ গ'ল। ঘৰলৈ আহি প্ৰান্তিকৰ কাম কৰিলো। ভাবিলো—আকৌ নাযাওঁ। এওঁলোকে ক'লে—যাব লাগে, বেয়া দেখি। ৭-৩০ বজাত গ'লো। এইবাৰ মেজিষ্ট্ৰেট এজনে ক'লে — পুষ্পলতা দাস আৰু সৰোজ সেন আহিছে। অতুল বৰাও আহিছে। কিন্তু প্ৰধানমন্ত্ৰীৰ লগত দেখা-সাক্ষাতৰ ঘটনাবোৰত পলম হ'ব। মই গাড়ীৰ ভিতৰতে বহি থাকিলো।

...৯-১০ মান বজাত আমাক এখন গাড়ীয়ে ১ নং গে'ষ্ট হাউছলৈ লৈ গ'ল। তাতো এখন চামিয়ানা। তাত অপেক্ষা। দহমান বজাত ঘৰটোৰ ভিতৰলৈ, তাতো অপেক্ষা। শেষত ভিতৰলৈ গ'লো। প্ৰধানমন্ত্ৰী, ভাৰতৰ গৃহমন্ত্ৰী, অসমৰ মুখ্যমন্ত্ৰী,—আৰু এজনক চিনি নাপালো। অতুলে 'মেমৰাণ্ডাম'খন দিলে। দুই মিনিট কথা। কাম শেষ। এঘণ্টা সময় —চল্লিছটা প্ৰতিনিধি দল। মই দুজনমানক ক'লো—এইবোৰ অৰ্থহীন কাম। সাধাৰণতে দলে-দলে মানুহে মৃতদেহকহে এনেকৈ 'লগ ধৰে'।

মই নিজে বিশ্বাস কৰিলো—এইটো আচলতে এটা humiliation-অৰ নিচিনা ঘটনা। এটা অভিজ্ঞতা হ'ল।

৩.১.৯০ : ...যিসকলে নিজে ফিল্ম নিৰ্মাণ কৰে, তেওঁলোকৰ ফিল্মবোৰে তেওঁলোকৰ চিন্তাৰ কেনে পৰিচয় দিয়ে সেইটো লক্ষ্য কৰোঁ। কিন্তু তেওঁলোকে লিখা প্ৰবন্ধ-পাতি পঢ়ি আচৰিত হওঁ। ফিল্মৰ বিষয়ে তেওঁলোকে ইমান কথা জানে? নিজে ফিল্ম নিৰ্মাণ নকৰা, ফিল্ম চাব জনা সমালোচকসকলৰ লেখা, আৰু নিজে ফিল্ম নিৰ্মাণ কৰা আৰু ফিল্মৰ বিষয়ে লিখা,—এই দুই শ্ৰেণীৰ মানুহৰ লেখাবোৰ মই দুভাগত ৰাখোঁ। স্বাভাৱিকতে, দ্বিতীয় শ্ৰেণীৰ লেখকসকলৰ লেখাবোৰ তেখেতসকলৰ ছবিৰ লগত মিলাই চাবলৈ মন যায়।

এখন ভাল ছবি নিৰ্মাণ কৰিবলৈ মনটোক যে কিমান নিবিড়ভাৱে (কামটোৰ লগত) জড়িত কৰিব লাগে!

৫.১.৯০ : ...তুলতুল বৰুৱা আহিল। তেওঁৰ হাতত ষ্টুডেণ্টছ ষ্ট'ৰছে বৃন্দাবনৰ বেটুপাতখন (ছপা কৰা) দি পঠাইছে। পূৰ্ণেন্দু পত্ৰীয়ে অঁকা। আগতে ডিজাইনটো (প্ৰকাশকে) মোক দেখুৱাইছিল। মই "হ'ব" বুলি কৈছিলো। এনেকুৱা কথাত মই "নহ'ব" বুলি কমেই কৈ পাইছোঁ। বেটুপাতৰ ছবিনো কি! ভিতৰৰ কথাখিনি ভাল হ'লেই হ'ল। এইজন শিল্পীয়ে অঁকা 'এই বন্দৰৰ আবেলি'ৰ বেটুপাতৰ ছবিখন ভাল পাইছিলো। এইখন (বৃন্দাবনৰ) মনত লাগি যোৱা ধৰণৰ হোৱা নাই। মনত পৰিছে—বৃন্দাবনৰ প্ৰথম সংস্কৰণৰ কাৰণে বোম্বাইত থাকোঁতে ভবানীভূতি ভট্টাচাৰ্যৰ* হতুৱাই ... বেটুপাত অঁকাইছিলো। মই সেইবাৰ বোম্বাইলৈ Physics-অৰ course এটাত যোগ দিবলৈ গৈছিলো। Dr. M. G. K. Menonএ আমাৰ ক্লাছ লৈছিল।

* অসমৰ যুবক ভবানীভূতি ভট্টাচাৰ্যই চিত্ৰকৰ হিচাপে, আৰু তেওঁৰ ককায়েক অপূৰ্ব ভট্টাচাৰ্যই চলচ্চিত্ৰৰ কেমেৰামেন হিচাপে বোম্বাইত থিতাপি লৈছিল।

১৩.১.৯০ : ...সন্ধিয়া সাত বজাত আমাৰ চুবুৰিৰ উকিলৰ ভোজলৈ গ'লো। ৰমেন হাজৰিকাৰ* লগত আইন কথাৰ লগতে বন-বিভাগৰ অৱস্থাৰ কথা পাতিলো। জনসাধাৰণৰ স্বভাৱ, মনোবৃত্তি অনুকূল নহ'লে বন-বিভাগে বন ৰক্ষা কৰা, বনৰ সম্প্ৰসাৰণ কৰা কিমান

কঠিন, তেওঁ সেই বিষয়ে ক'লে। সকলোতে সেই একেই কথা; —মানুহক পৰিশ্ৰম নকৰাকৈ সকলোতকৈ বেছি পইচা লাগে; যোগ্যতা অৰ্জন নকৰাকৈ সন্মান লাগে। ...

* ৰমেন হাজৰিকা অসম চৰকাৰৰ বন বিভাগৰ শীৰ্ষস্থানীয় বিষয়া আছিল।

**১৬.১.৯০ :** ... মাদ্ৰাজলৈ যাবলৈ ওলালো।* ...ডাঠ কুঁৱলী। ৬-৫০ এয়াৰপ'ৰ্ট। ৭-৫৫ বজাত প্লেন যাব লাগে। ৮ মান বজাত সেইখন কলিকতাৰপৰা আহিল। নমাৰ পাছত সেইখনৰ চাৰিটা চকা ফুটি গ'ল। আবেলি ৫-০৫ বজাত অইন এখন প্লেনত উঠি উৰিলো। গোটেই দিনটো এয়াৰপ'ৰ্টটোত যে কিমান কাজিয়া, চিঞৰ-বাখৰ! দমদম পাই গম পালো, মাদ্ৰাজৰ প্লেন গ'লগৈ। ... ৰাতি airlines-অৰ guest house-অত থাকিলো। ...

* শংকৰ নেত্ৰালয়ত মোৰ সোঁ চকুৰ ছানি (কেটেৰেক্ট) কটাবলৈ মই আৰু প্ৰীতি মাদ্ৰাজলৈ গৈছিলো। গুৱাহাটী মেডিকেল কলেজৰ তেতিয়াৰ চকু-বিভাগৰ মুৰব্বী অধ্যাপক ড. আতিকুল হুছেইন আৰু ড. জয়ন্ত চৌধুৰীয়ে মোৰ লগত শংকৰ নেত্ৰালয়ৰ যোগাযোগ স্থাপন কৰি দিছিল, আৰু ড. মেৰি আব্ৰাহাম নামৰ যশস্বী ডাক্তৰগৰাকীয়ে যে মোৰ চকুৰ অপাৰেশ্যন কৰাব সেইটোও ঠিক কৰি দিছিল। ড. চৌধুৰীয়ে এইগৰাকী ডাক্তৰৰ তত্ত্বাৱধানত উচ্চ লিখা লাভ কৰি আহিছিল। মাদ্ৰাজত থকা National Small Industries Corporation Ltd. অৰ বিষয়া তৌফিক-উদ-দিন আহমেদ, আয়কৰ বিভাগৰ বিষয়া হেমন্ত বিজয় মহন্ত আৰু ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ উৎপল বৰুৱাই (বৰ্তমানে গোৱা বিমান বন্দৰৰ চাকৰিয়াল) আমাক মাদ্ৰাজত থকা কেইদিন বৰ সহায় কৰিছিল। (তেতিয়া মাদ্ৰাজ চেন্নাই হোৱা নাছিল কাৰণে মাদ্ৰাজ বুলিয়েই লিখিছোঁ।)

**১৯.১.৯০ :** ...মাদ্ৰাজ চহৰৰ ভিতৰৰ মন্দিৰবোৰ দেখা নাছিলো। মাইলাপুৰম, পাৰ্থসাৰথি। ওপৰলৈ চালে মন্দিৰবোৰ নিৰ্মাণৰ কলা-কৌশল দেখি বৰ ভাল লাগে; কিন্তু তললৈ চাব নোৱাৰি। লেতেৰা। Guideজনে আমাক বাহুতে জোতা-ছেণ্ডেল খুলিবলৈ কৈছিল। নুখুলিলো। দূৰৰ পৰা মন্দিৰবোৰ চালো। ...

**২০.১.৯০ :** ... শেষপৃষ্ঠাৰ শেষ শাৰীকেইটা লিখিলো। দৈনন্দিন (দিগম্বৰ বুৰ্জোৱা) লিখিলো। সত্যপ্ৰিয় পাঠক নামটোও ব্যৱহাৰ নকৰিলো। ১২ বজাৰ আগে-আগে লিখা কাম শেষ। ২ বজাৰ সময়ত হেমন্ত বিজয় মহন্ত আহিল। শংকৰ নেত্ৰালয়লৈ গ'লো।

... মোক এগৰাকী ডাক্তৰে (মহিলা) পৰীক্ষা কৰিলে। General পৰীক্ষা। Heart, lungs ইত্যাদিৰ। তেওঁ মোক ছিগাৰেট এৰি দিবলৈ ক'লে। Just give it up. এইটো বস্তু বোলে মদতকৈও বেয়া।*

* উল্লেখযোগ্য,—মই সেইদিনাই ছিগাৰেট খাবলৈ এৰি দিছিলো। পাছত ফিল্মৰ শ্যুটিঙৰ সময়ত কেতিয়াবা দুই-এহোঁপা মাৰিছিলো; কিন্তু নিয়মীয়াকৈ ছিগাৰেট খোৱা সেইদিনাই

এৰিছিলো।

**২১.১.৯০ :** ...কালি ৰাতি টিভিত শুনিলো,—ললিত ৰাজখোৱা দুৰ্ঘটনাত ঢুকাল। জীৱনৰ কি অৱস্থা! পুৱাই Hindu কাকতত পালো—ফাঁচিবজাৰত ব্যৱসায়ী আৰু 'থলুৱা ডেকা'ৰ মাজত অশান্তি।...

শেষপৃষ্ঠা আৰু দৈনন্দিন লেফাফাত ভৰাই মহন্তক (কালিয়েই) দিলো— speed post কৰিবলৈ।...

... হস্পিটেলৰ ডাক্তৰ-নাৰ্ছে মোক কেইবাধৰণেও পৰীক্ষা কৰিলে; কেইবাবিধো ঔষধ ... দিলে।

কোঠালিটো ভাল। আহল-বহল। চাফ-চিকুণ। কামবোৰ চিজিলত চলে।

...ৰাণ্ডি মেৰি আব্ৰাহামে মোক পৰীক্ষা কৰিলে।

**২২.১.৯০ :** ...জীৱনত এয়ে প্ৰথম মই হস্পিটেলত বিছনা লৈ আছোঁ। নিজে ৰোগী হিচাপে।

...এসময়ত ড. আব্ৰাহামে ক'লে,—তোমাৰ অপাৰেশ্যন হৈ গ'ল।

...কিছুসময়ৰ পাছতে হেমন্ত মহন্ত আৰু উৎপল বৰুৱা... আহিল।

(এইবোৰ কথা মনত পেলাই-পেলাই ২৮।১।৯০ তাৰিখে লিখিছিলো।)

**২৬.১.৯০ :** ...আগবেলা দক্ষিণ ভাৰতৰ (ঘাইকৈ মালয়ালম) চলচ্চিত্ৰ পৰিচালক সেতু মাধৱন, তেওঁৰ পৰিবাৰ আৰু পুতেক এজন আহিল। তেওঁলোকে আমাক তেওঁলোকৰ ঘৰলৈ মাতিলে। ২৯ তাৰিখে যোৱাৰ বন্দবস্ত হ'ল।

**২৭.১.৯০ :** ...১৫।১।৯০ তাৰিখৰ পাছত আজি প্ৰথম আমাৰ মতে ৰন্ধা ভাত-তৰকাৰী খালো। ভাল লাগিল। তৌফিকে শব্দ-ৰচনাৰ (cross word) কাম কৰে। কেইবাখনো বাতৰিকাকতৰ লগত তেওঁৰ সম্পৰ্ক। তেওঁ কৰা কামৰ নমুনা মোক দেখুৱালে। (এই বিষয়ে তেওঁ আগতে সঁফুৰাৰ কাৰণে মোৰ লগত যোগাযোগ কৰিছিল; কিন্তু তেওঁ পঠোৱা বস্তুখিনি সঁফুৰাৰ কাৰণে উপযোগী নাছিল।) তেওঁ অসমীয়া লতা, জাল, ঔষধি-গছ আদি কিছুমান বস্তুৰ তালিকা প্ৰস্তুত কৰিছে। (পৰৱৰ্তী জাল, খেও জাল, ইত্যাদি।) তাৰ কিছুমানৰ নাম মই শুনাই নাই। দূৰে-দূৰে থাকি তেওঁ এই (শব্দ ৰচনাৰ) কামটোত লাগি আছে। ভাল।...

**২৮.১.৯০ :** এওঁ (প্ৰীতি) দোকমোকালিতে উৎপলৰ লগত তিৰুপটিলৈ গ'ল। মোৰ বৰ আগ্ৰহ নাই; উপায়ো নাই। কিন্তু এওঁৰতো এইফালে আৰু অহা নহ'বও পাৰে! গতিকে যাওক চাই আহকগৈ। মই দিনটো কটোৱাৰ উপায় কৰি থোৱা আছে। চিকিৎসাৰ

ভিতৰত চকুত drop দিয়া আৰু এটা বড়ি খোৱা। নিজে পাৰিম। বাৰমান বজাত পাটোৱাৰীৰ* ল'ৰাটো আহিল মোক নিবলৈ। তেওঁলোকৰ ঘৰতে বহি Australian Tennis Final চালো। (Lendl vs. Edberg.) ভাত খাই উঠি 'অনন্তৰাম' চালো। অদূৰ গোপালকৃষ্ণৰ ফিল্ম। কিছুমান mood, উপলব্ধি বৰ ভাল। ...

* শ্ৰী দ্বিজেন পাটোৱাৰী তেতিয়া ইণ্ডিয়ান এয়াৰলাইনছৰ বিমান-চালক আছিল। তেওঁ সপৰিয়ালে আমি থকা হোটেলখনৰ (গুৰু হোটেল) অলপ আঁতৰৰ ঘৰ এটাতে বাস কৰিছিল। ১৯৭৮ চনত 'সন্ধ্যাৰাগ' ফিল্মখনৰ লগত মাদ্ৰাজত হোৱা মহোৎসৱলৈ যাওঁতে তেওঁক প্ৰথম লগ পাইছিলো।

২৯.১.৯০ : ...১০-৩০ বজা মানত সেতু মাধবনৰ পুতেক গাড়ী লৈ আহিল। তেওঁলোকৰ ঘৰলৈ গ'লো। সেতু মাধৱনে এতিয়ালৈকে প্ৰায় সত্তৰখন ছবি কৰিছে। মই দেখা এখন হিন্দী ছবি হ'ল 'জুলি'। ৰজতকমল পোৱা ছবি Oppol. মানুহঘৰ ভাল লাগিল। তেওঁলোকে কেৰালাৰ মতেই ৰন্ধা-বঢ়া কৰিছিল; ৰন্ধা-বঢ়া প্ৰায় আমাৰে নিচিনা। ২-৩০ মান বজাত উভতিলো। চাৰি বজাত Screen-অৰ দুজন প্ৰতিনিধি আহিল। হোটেলৰ লাউঞ্জতে interview ...

৩০.১.৯০ : দহমান বজাত মালয়ালম কাকত মাতৃভূমিৰ লেখক ড. এম. কে. পবিত্ৰন আৰু কেমেৰামেন ডেভিড আহিল। ড. পবিত্ৰন মেডিকেল ডাক্তৰ, এতিয়া তেওঁ অৱসৰ ললে। ফিল্মৰ Script লিখে। তেওঁ লিখা Script-এ National Award পাইছে। ...প্ৰায় ডেৰ ঘণ্টামান সময় কথা-বতৰা।

ইঞ্জিনিয়াৰিং কলেজৰ প্ৰদীপ ভট্টাচাৰ্যই ফোন কৰিলে। তেওঁ ১৯৬৩ চনত G. U.ৰ পৰা অংকত M. Sc. পাছ কৰিছিল। ইয়াত অধ্যাপনা কৰে। এক তাৰিখে (ফেব্ৰুৱাৰিৰ) তেওঁ মোক লগ ধৰিব বুলি ক'লে।

সময় নাযায়-নুপুৱায় লাগিছে। লিখা-পঢ়া বেছিকৈ কৰাও মানা। সময় নষ্ট হোৱাৰ কাৰণে ইমান কষ্ট আগতে পোৱা মনত নপৰে। মোৰ নিজৰ চিকিৎসাৰ কাৰণে এনে হোৱাত বেছি বিৰক্ত হৈছোঁ। ...

৩১.১.৯০ : ...চাৰি বজাৰ পাছতে সেতু মাধবন (ইংৰাজীত এওঁ উপাধিটো Sethu Madhavan বুলি লিখে।) আৰু তেওঁৰ পুতেক আহিল। সকলো NFDCৰ নতুন Chairman শ্ৰী ৰাজুৰ অফিছলৈ গ'লো। তেওঁ মোক চিনি পায়। ৪৫ মিনিটমান কথা-বতৰা। ...

...ভাৰতীয় Commercial জনপ্ৰিয় ছবিক মহোৎসৱত কেনেকুৱা ঠাই দিব পাৰি, সেই সম্পৰ্কে নতুন চৰকাৰৰ দৃষ্টিভংগী সম্পৰ্কে তেখেতে ক'লে। এনে ছবিক মহোৎসৱত সন্মানজনক, গুৰুত্বপূৰ্ণ ঠাই দিয়াৰ চৰকাৰ পক্ষপাতী। মই ক'লো,—চৰকাৰে কেৱল মন কৰিব লাগিব—মানুহৰ ৰুচিৰ অৱনতি ঘটাবলৈ, জীৱনৰ বাস্তৱতাৰ পৰা জনসাধাৰণক

আঁতৰাই নিবলৈ চৰকাৰে যেন নিজেই সহায় নকৰে।

**১ ফেব্ৰুৱাৰি, ১৯৯০ :** প্ৰীতি তৌফিক আৰু তেওঁৰ পৰিবাৰৰ লগত পণ্ডিচেৰি চাবলৈ গ'ল। মই প্ৰাণ্তিকৰ কাম কৰিবলৈ ল'লো। এই চকুৰে এই কাম কৰা উচিত নে অনুচিত, সেই সম্পৰ্কে সন্দেহ হৈছিল; কিন্তু দেখিলো—আজি নকৰিলে নহ'ব। তেহে ৩ তাৰিখে গৈয়েই compose কৰাৰ বাবে বস্তু দিব পাৰিম।...

...পুৱা নবজ্যোতি বৰুৱা আহিছিল। তেওঁ আব্ৰাহাম কভুৰে লিখা Gods Demons and Spirits নামৰ কিতাপখন ( তেওঁৰ কপিটোকে ) দি গ'ল। সন্ধিয়াৰ আগে-আগে ড. প্ৰদীপ ভট্টাচাৰ্য আহিল। এওঁ লণ্ডনৰ ইম্পিৰিয়েল কলেজৰপৰা ডক্টৰেট কৰিছিল; তাৰ পৰা U.S.A. লৈ গৈছিল; তাত চাকৰি কৰি শেষত মাদ্ৰাজৰ I.I.T.লৈ আহিল। অসমীয়া ল'ৰা-ছোৱালীয়ে competitive পৰীক্ষা দিয়াৰ ওপৰত এওঁ বৰ গুৰুত্ব দিয়ে। যোৰহাটত তেওঁ এই কামৰ লগত মিল থকা এটা প্ৰতিষ্ঠান খুলিছে। অসম চৰকাৰৰ লগতো এওঁ গুৱাহাটীত এটা 'ক'চিং সম্পৰ্কীয় প্ৰতিষ্ঠান খোলাৰ বিষয়ে যোগাযোগ কৰিছিল; কিন্তু শেষত এজন (অসমীয়া আই.এ.এছ.) কমিছনাৰৰ লগত হোৱা কথা-বতৰাই (বিষয়াজনৰ ব্যৱহাৰে) এওঁক ক্ষুব্ধ কৰিলে।...

**২.২.৯০ :** পুৱা আঠ বজাৰ পাছতে সেতু মাধবনৰ ডাঙৰ ল'ৰা বনু আহিল। তেওঁ আমাক তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। মালয়ালম পদ্ধতিৰে ৰন্ধা 'ব্ৰে'কফাষ্ট'ৰ বস্তু। ঘাইকৈ চাউলৰ। এক ধৰণৰ চুঙাপিঠাও খালো। চুঙাপিঠা 'বনোৱা' বাচনটো বৰ ভাল। দহমান বজাত তেওঁলোকে আমাক হোটেলত থৈ গ'লহি। মানুহঘৰক বৰ ভাল লাগিল। আমিও যেন এনেকৈ বন্ধু-বান্ধৱৰ সোধ-পোছ কৰিব পাৰোঁ।

উৎপল আহিল। তেওঁ আমাৰ লগতে খালে। প্ৰদীপ বৰদলৈ আৰু এজন আহিল। তেওঁলোকক Glimpses of Assam নামেৰে তেওঁলোকে প্ৰকাশ কৰিব খোজা কিতাপখনৰ বিষয়ে মোৰ ধাৰণাটোৰ কথা ক'লো। প্ৰথমতে এখন সূচীপত্ৰ লিখি উলিওৱা—কি কি থকা উচিত। তাৰ পাছত খবৰ কৰা—তেনেকুৱা শুদ্ধ, উচ্চখাপৰ প্ৰবন্ধ (ইংৰাজীত) কি কি প্ৰকাশ হৈছে। সেইবোৰ গোটাই পঢ়ি চোৱা। তোমালোকে যি যি বিষয়ৰ প্ৰবন্ধ বিচাৰিছা, সেই-সেই বিষয়ে আজিলৈকে যিকেইটা উৎকৃষ্ট প্ৰবন্ধ অসমীয়া লেখকে লিখিছে, সেইখিনিৰপৰা প্ৰয়োজনীয়খিনি বাছি উলিয়াই সংকলন হিচাপে ছপাব পাৰিলেও এটা ভাল কাম হয়। নতুনকৈ ইমানবোৰ প্ৰবন্ধ ইংৰাজীত লিখাই অনাব পাৰিবানে? —সেই বিষয়ে সন্দেহ হোৱা কাৰণেহে কৈছোঁ।

... ৪-৩০ মান বজাত ড. মেৰি আব্ৰাহামে চকুটো চালে। ঠিকেই আছে বুলি, আৰু কাইলৈ ঘৰলৈ যাব পাৰিম বুলি ক'লে। ৰক্ষা।

**৩.২.৯০ :** ...টেক্সি এখনেৰে হোটেল এৰিলো। হোটেলখনৰ লগত এটা ঘনিষ্ঠ সম্পৰ্ক হৈ গৈছিল। বাটত মানুহে প্ৰধানমন্ত্ৰীক আদৰিবলৈ তোৰণ সাজি আছে। ...দমদমৰ গেষ্ট হাউছত ১৬ তাৰিখে লাইটাৰটো এৰি থৈ গৈছিলো। আজি খবৰ কৰোঁতে পালো। অলপ দৌৰাদৌৰি হ'ল; কিন্তু মনটো ভাল লাগিল। প্ৰায় চাৰে চাৰি বজাত ঘৰ। লগে-লগে বস্তু-বাহানি চিজিল কৰাত লাগিলো। ...

**৯.২.৯০ :** ...আজিৰ দৈনিক অসমত নয়ন প্ৰসাদ আৰু অৰ্চনা ভট্টাচাৰ্যই লিখা দুটা প্ৰবন্ধ ওলাইছে—কলিকতাৰ মহোৎসৱ সম্পৰ্কে। (লগতে অসমীয়া ছবিৰ কথাও আছে)। এই ধৰণৰ লেখাই এটা ভাল পৰিবেশ গঠনত সহায় কৰিব। ...কালি চিঠি পাইছিলো—DFF -অৰ* মালতী সহায়ৰ পৰা। বেলজিয়ামৰ এণ্টৱাৰ্প মহোৎসৱলৈ 'কোলাহল'ক নিমন্ত্ৰণ কৰিছে। কিন্তু এণ্টৱাৰ্পৰ Program Director-অৰ পৰা অহা চিঠিখন (মোলৈ শ্ৰীমতী সহায়ে কপি পঠাইছে) দেখোন যোৱা নৱেম্বৰ মাহৰে! উত্তৰ টাইপ কৰিলো। ...

* ভাৰত চৰকাৰৰ Directorate of Film Festivals

**১১.২.৯০ :** ... নেলছন মেণ্ডেলাক মুক্তি দিয়া বাতৰিবোৰ দুবাৰ শুনিলো। ২৭ বছৰ জেলত। নিজৰ লগত তুলনা কৰি চাওঁ ঃ আগষ্ট ১৯৬২,—বিশ্ববিদ্যালয়ৰ Physics Department-অত তেতিয়া মোৰ এবছৰ পূৰ হৈছে। তেতিয়াৰ পৰা এতিয়ালৈকে —এই সাতাইছটা বছৰ,—এইখিনিয়েইতো মোৰ কামৰ সময় আছিল! এই গোটেইখিনি দিন জেলত থকা হ'লে!

**১৩.২.৯০ :** ...NEZCC-ৰ* মিটিঙলৈ নিবলৈ নাহিব বুলি ভাবিছিলো; কিন্তু ১২ বজাত এজন মানুহ আহিল। ক'লা চচমা পিন্ধি, ৰুমালেৰে চকুটো ঢাকি সাৱধানে গ'লো। কাৰণ মই নগ'লে মিটিংখন নহ'ব, আৰু খৰচবোৰ এনেয়ে হ'ব। Hotel Coronet Dynastyত মিটিং। এইখন হোটেল দেখাই নাছিলো। ভিতৰখন ভাল। শ্ৰী পৰাগ চলিহা আৰু ড. নগেন শইকীয়াই ইতিমধ্যে কথাবোৰ আলোচনা কৰি থৈছিল। চমু আলোচনাৰ পাছত সভা শেষ হ'ল। খোৱাৰ সময়ত ৰাজ্যৰ কথা ওলাল। তেওঁলোক দুয়োজন বৰ্তমানৰ অসম গণ পৰিষদৰ নেতাসকলৰ কাণ্ড-কাৰখানাত বিতুষ্ট। মই নগেন শইকীয়াক শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ (কলাক্ষেত্ৰৰ) কথা ক'লো। যোৱা ফেব্ৰুৱাৰিত পতা মিটিঙৰ প্ৰছিডিংছ মই দুবাৰ লিখি দিয়া সত্ত্বেও আজিও সদস্যসকলে নাপালে। এবছৰ হ'ল। ...

* North East Zonal Cultural Centre.

**১৪.২.৯০ :** ...৯-৩০—হকি। 7th World Cup—লাহোৰত। ভাৰত-আৰ্জেণ্টিনা। মই আকৌ ভাবতে আৰ্জেণ্টিনাক সহজে হৰুৱাব, খেলখন একপক্ষীয় হ'ব বুলি চাওঁ-

নাচাওঁকৈ চাবলৈ লৈছিলো, পিছে ভাৰত ৫-৩ গ'লত হাৰি থাকিল। কি হ'ব। খেলখন চাই থাকিলেই গম পায়;-application আৰু determination-অৰ বৰ অভাৱ। ...

...আজি মোৰ পাঁচ নম্বৰ ফিল্মখনৰ কাৰণে লিখাৰ কাম আৰম্ভ কৰিলো।

**১৫.২.৯০ :** ...ড. শৈল গগৈ* আহিল—পুতেকৰ বিয়ালৈ মাতিবলৈ। তেখেতৰ লগত কথা পাতি থাকোঁতে মোৰ মনলৈ আহিল—তেখেতৰ প্ৰেক্টিকেলৰ বহীখনত (কটন কলেজত) মই যে মিছামাছটো আঁকি দিছিলো!

ৰাতি মুকুল বৰুৱা* আহিল—পুতেকৰ বিয়ালৈ মাতিবলৈ। আমাৰ ফৌজদাৰীপট্টিৰ সেই ভগা ঘৰত যে মুকুল বৰুৱাই গান গাইছিল! তেখেত বসন্তসেনা নাটকৰ সংগীত পৰিচালক আছিল। (মই মালবিকাৰ ভাও দিছিলো। ছোৱালী।)

আজি মুঠৰ ওপৰত কিবা এটা হৈছে। সুবিধা ওলালেই আগৰ কথা মনত পৰিছে। ...

* ড. গগৈয়ে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদত আনুষ্ঠানিক কৰ্ম-জীৱন সমাপ্ত কৰিছিল।

* মুকুল বৰুৱা গায়ক, সংগীত পৰিচালক আৰু প্ৰযোজক আছিল।

**১৮.২.৯০ :** ...দুখন চিঠি লিখিলো। এখন (চলচ্চিত্ৰ অভিনেতা) ওম পুৰীলৈ, ইখন প্ৰান্তিকৰ অফিছৰ প্ৰসন্ন শৰ্মালৈ। দুয়োৰে বিয়া। ...

**২২.২.৯০ :** ...৪-৩০ —ড. বুজৰবৰুৱাৰ নতুন Eye Clinic -অলৈ (Pragjyoti Eye Care and Reserch Pvt. Ltd.) গ'লো। আয়োজনটো ভালেই হৈছে। তেখেতসকলৰ দুজনমানক ক'লো,—পৰিষ্কাৰ-পৰিচ্ছন্নতা, কৰ্মীসকলৰ শৃংখলাবোধ, চিকিৎসাৰ বাহিৰেও ৰোগী আৰু লগৰীয়াসকলৰ সাধাৰণ সুখ-সুবিধা,—এইবোৰৰ প্ৰতি এতিয়াৰ পৰাই তীক্ষ্ণ দৃষ্টি ৰাখিব লাগে। (হস্পিটেল আৰু স্কুল—এই দুটাৰ প্ৰতি মোৰ বৰ আগ্ৰহ।) ...

**২৪.২.৯০ :** ...কাজেনে কাগজ এটুকুৰা ৰাস্তাত পাই আনি দিলে। পঢ়ি চাই দেখোঁ—সেইখন মোৰ নামত অহা টেলিগ্ৰাম! তেওঁ ক'লে—সেইখন পিয়ন এজনৰ হাতৰ পৰা পৰি যোৱা দেখিছিল। পিয়নজন ছাইকেলত গৈ আছিল। দৰকাৰী টেলিগ্ৰাম। ...

**২৬.২.৯০ :** ...আবেলি ড. শৈল গগৈৰ পুতেকৰ বিয়ালৈ গ'লো। (বৰঘূণীয়া বতৰ। ধূলি-বালি কম। সেইকাৰণে—ভাবি-চিন্তি—ওলালো।) তাত মোৰ ছাত্ৰ, এতিয়া D.U.ৰ Physics-অৰ অধ্যাপক ড. কমল বৰুৱাক (আৰু তেওঁৰ পৰিবাৰক) লগ পালোঁ। বৰ ভাল পালো। এনেকুৱা ছাত্ৰক লগ পালে এক ধৰণৰ আনন্দ পাওঁ। আজি বিয়াখনলৈ অহাত এইটোৱেই ডাঙৰ লাভ হ'ল। ...

২.৩.৯০ : ...দিল্লীৰ নীতা বেনাৰ্জীয়ে 'এই বন্দৰৰ আবেলি'ৰ গল্পকেইটা ইংৰাজী, হিন্দী আৰু বাংলালৈ অনুবাদ কৰাৰ অনুমতি বিচাৰিছিল। সেই অনুমতিৰ চিঠিখনো টাইপ কৰিলো। শ্ৰীমতী বেনাৰ্জীয়ে মোৰ জন্মদিন ২০ ফেব্ৰুৱাৰি বুলি কেনেকৈ গম পালে মই ভাবি উলিয়াব পৰা নাই। তেওঁ এখন শুভেচ্ছা-পত্ৰ পঠিয়াইছিল। নলবাৰী জিলাৰ শিমলীয়া গাঁৱৰ শ্ৰী ফণীন্দ্ৰ কুমাৰ তামুলীয়ে বিয়াৰ নিমন্ত্ৰণ সম্পৰ্কে মই লিখা শেষপৃষ্ঠাৰ কথাখিনিৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁৰ বিয়াৰ নিমন্ত্ৰণী চিঠি এখন মোলৈ পঠাইছিল। লগতে ব্যক্তিগত চিঠি এখন। আজি তেওঁলৈ চিঠি এখন লিখিলো। কোনটো কথা কাৰ যে মনত লাগে! ...

৩.৩.৯০ : ...কালি ৰাতি লেখন লাহনক কোনোবাই (আলফাই?) হত্যা কৰাৰ বাতৰিটো (TVত) পোৱাৰ পাছৰে পৰা মনটো বেয়া লাগি আছিল। লেখন ষাঠিৰ দশকৰ কোনোবা এটা বছৰত G.U.S.U.ৰ জেনেৰেল ছেক্ৰেটেৰি আছিল। মই Culture আৰু Music Section-অৰ in-charge আছিলো; নানান কামত লেখনহঁত মোৰ ওচৰলৈ আহিছিল। তেওঁ তেনেকৈ মৰিব লগা হ'ল কিয়? নিতান্ত political কাৰণত? এইটো বৰ বেয়া কথা। গোটেই দিনটো মনটো বেয়া লাগি আছে।

দুই বজাত প্ৰীতিহঁতৰ স্কুলৰ বঁটা-বিতৰণী সভালৈ গ'লো। সৰু ল'ৰা-ছোৱালীৰ সভা কাৰণে। তাত শ্ৰী কামিল্লাক (চৰকাৰৰ কেইটামান বিভাগৰ সচিব) লগ পালো। এখেত আগতেও এদিন আমাৰ ঘৰলৈ আহিছিল। সভাৰ পাছত চাহ খাওঁতে তেখেতে ক'লে—এসময়ত গৱৰ্নৰ এল. পি. সিঙে তেখেতক কৈছিল ঃ এক—সংবিধানৰ বাহিৰৰ কাম নকৰিবা; দুই—আইন-বিৰুদ্ধ কাম নকৰিবা; তিনি—নিজকে সম্পূৰ্ণ পৰিষ্কাৰ কৰি ৰাখিবা,—তাৰ পাছত কাকো পৰোৱায় নকৰি নিৰ্ভীকভাৱে কাম কৰি যাবা।

কথাখিনি মনত ৰাখিলো। ...

৫.৩.৯০ : ...তাহাঁত শব্দটো বহু মানুহে ব্যৱহাৰ কৰে! তাহাঁতে, তাহাঁতি। অভিধানত নাই। মানুহে কয় কাৰণে আগতে এবাৰ শব্দটো ৰাখিছিলো; এইবাৰ সলনি কৰিলো। সিহঁত, সিহঁতে। কিন্তু মই ভাবোঁ,—এইবোৰ form ৰখা ভাল। এইবোৰ হ'ল ভাষাৰ এক ধৰণৰ বৈশিষ্ট্য আৰু অলংকাৰ।

কৃষ্ণ ৰয় আহিল। ভ্ৰাম্যমাণ থিয়েটাৰ ভাল চলা নাই। মই যি সন্দেহ কৰিছিলো—সেয়ে হৈছে। T.V.-এ সাংঘাতিক পৰিবৰ্তন আনিছে। গাঁৱতো। বহু মানুহৰ ৰুচি নিম্নগামী হৈছে। ১৯৬৫-১৯৮৫-১৯৯০—ক্ৰমান্বয়ে নিম্নগামী হৈছে। বৰ চিন্তাৰ বিষয়। ...

৬.৩.৯০ : ...মুখ্যমন্ত্ৰীৰ অফিছৰ শ্ৰী চলিহাক (PPS) ফোনত ক'লো,—মই অতি সোনকালে মুখ্যমন্ত্ৰীৰ লগত কথা পাতিব খোজোঁ। চলচ্চিত্ৰ নিগম আৰু শংকৰদেৱ ক্ষেত্ৰ সম্পৰ্কীয় জৰুৰী কথা আছে। যোগাযোগ কৰিবা। ...

৭.৩.৯০ : ...৯-৫০ প্ৰান্তিকলৈ। তাত হীৰেন ভট্টাচাৰ্য আৰু পুলক লাহিড়ীক লগ

পালো। পাঠ্যপুথি নিগমে পাঠ্যপুথি উলিয়াই দিব নোৱৰাৰ কথা ওলাল। মই ক'লো,—মোৰ দহ বছৰৰ অভিজ্ঞতা,—গভীৰ অভিজ্ঞতাৰ ভেটিত কৈছোঁ,—political appointment হ'লে ইমান দায়িত্বপূৰ্ণ, কঠিন কাম নিসিজে। ইয়াৰ বাবে সম্পূৰ্ণৰূপে devoted, সুদক্ষ, পৰিশ্ৰমী, নৈতিক দিশৰ পৰা অতি পৰিষ্কাৰ মানুহ লাগে। অসমীয়া ভাষা, ছপাখানাৰ কলা-কৌশল, ব্যৱসায়, শাসন,—সকলো জানি লোৱাৰ প্ৰতিভা থাকিব লাগে।...

৮.৩.৯০ : খবৰ দিয়া হৈছিল—আজি ৮ বজাত মুখ্যমন্ত্ৰীৰ লগত কথা পতাৰ ব্যৱস্থা কৰা হৈছে। ঠিক আঠ বজাত মুখ্যমন্ত্ৰীৰ ঘৰৰ অফিছ পালোগৈ। ৮-০৫—৮-২০ (প্ৰায়) তেওঁৰ লগত কথা। কথা মানে মই মোৰ বক্তব্য প্ৰকাশ কৰিলো। ক'লো,—তোমালোকে যেতিয়া মোক MLAৰ বাবে stand কৰিবলৈ ধৰিছিলা, তেতিয়া মই কৈছিলো—মই নোৱাৰিম; মই শাসনৰ বাহিৰত থাকি ৰাজ্যখনৰ বাবে, ৰাইজৰ বাবে যি পাৰোঁ কৰিম। বাহিৰৰ মানুহৰ ধাৰণা আছে—তোমাৰ লগত মোৰ সম্পৰ্ক ভাল, তুমি মোৰ কথা শুনা। তুমি নিশ্চয় মন কৰিছা,—যোৱা তিনি-চাৰি বছৰে মই জ্যোতি চিত্ৰবন, নিগম, আৰু শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰ,—এইকেইটা বিষয়ে তোমাৰ লগত বহুবাৰ আলোচনা কৰিছোঁ। কিন্তু আজিলৈকে একো কাম হোৱা নাই। এইটো মোৰ কাৰণে অসন্মানজনক কাম হৈছে। তুমি মন কৰিবা,—মই কাহানিও তোমাক ব্যক্তিগত লাভ জড়িত থকাৰ কথা কোৱা নাই; কিন্তু ৰাজহুৱা স্বাৰ্থৰ যিখিনি কথা কৈ থাকোঁ, সেইখিনিৰ কাম হ'ব লাগিছিল। মোক মানুহে আহি ধৰেহি—অমূক কামটোৰ কাৰণে আপুনি মুখ্যমন্ত্ৰীক মোৰ হৈ এষাৰ ক'বনে? এইসকলৰ ভিতৰত উচ্চস্থানীয় কৰ্মৰত—অৱসৰপ্ৰাপ্ত বিষয়াও আছে; কিন্তু কেতিয়াবা সেইবোৰ কথা তোমাৰ লগত মই পাতিছোঁনে? একমাত্ৰ জ্যোতি-চিত্ৰবন, চলচ্চিত্ৰ নিগম, আৰু শংকৰদেৱ কেন্দ্ৰৰ বাহিৰে তোমাৰ লগত অইন কথা পতাৰ মোৰ প্ৰয়োজন হোৱা নাই। এতিয়া জ্যোতি চিত্ৰবনৰ লগত মোৰ সম্পৰ্ক নাই; কিন্তু বাকী দুটাৰ কাম আগ বঢ়াবা নে? শংকৰদেৱ কেন্দ্ৰৰ সমিতিখনৰ ১৯৮৯ চনৰ ফেব্ৰুৱাৰিত হোৱা মিটিঙৰ proceedings মই লিখি দিছিলো,—অক্টোবৰ মাহত সচিবে কয়—হেৰাল। আকৌ লিখি দিলো,—আজিলৈকে সেইখন circulate কৰা হোৱা নাই। কিয়? খবৰ ল'বানে?

তেওঁ দিল্লীৰ পৰা আহিয়েই এখন মিটিং পাতিব বুলি ক'লে।

ভালেমান কথা কৈ গ'লো;—এয়া সাৰাংশ।...

১১.৩.৯০ : ..আমি এইটো ঘৰলৈ ১৯৮১ চনৰ অক্টোবৰ মাহত আহিছিলো। আজি এওঁ (প্ৰীতিয়ে) প্ৰথম আমাৰ নিজা ঘৰৰ তামোল এটা কাটি তামোল এখন খালে। এইটোওতো এটা হিচাপত ৰাখিবলগীয়া কথা! এদিন নিজৰ বাৰীত তামোল পুলি ৰোৱাইছিলো, আজি এওঁ সেই গছৰ তামোল খালে! দিন যে কেনেকৈ গৈছে—এয়াতো তাৰো এটা হিচাপ!

**১৫.৩.৯০ :** চিঠি পালো—১৭ তাৰিখে, অসমৰ অৰ্থনৈতিক উন্নয়ন সম্পৰ্কীয় এখন সভালৈ মাতিছে ভাস্কৰ বৰুৱাই। ২৪ (24) তাৰিখে মুখ্যমন্ত্ৰীয়ে মিটিং পাতিছে চলচ্চিত্ৰ নিগম আৰু শংকৰদেৱ সাংস্কৃতিক কেন্দ্ৰৰ বিষয়ে আলোচনা কৰিবলৈ।

**১৬.৩.৯০ :** এটা ভাষাৰ শব্দ আৰু ব্যাকৰণ বুজি সেই ভাষাটো শুদ্ধকৈ লিখা কামটো আয়ত্ত কৰি যদি মানুহবোৰে 'লিখিবলৈ' ললেহেঁতেন, তেনেহ'লে সম্পাদনাৰ কামটো সহজ হ'লহেঁতেন। মোৰ যি ধাৰণা—গায়ক, চিত্ৰকৰ, গল্পলেখক আদিৰ নিচিনাকৈ—ভাষাটো শুদ্ধকৈ লিখিব পৰা কামটোৰ লগতো জন্মগত প্ৰতিভাৰ সম্পৰ্ক আছে, সামান্য হ'লেও। অসমীয়া ভাষাত বি.এ.—এম.এ. পাছ নকৰা, বিভিন্ন ক্ষেত্ৰত জীৱিকা নিৰ্বাহ কৰা বহু লোকে ভাষা শুদ্ধকৈ লিখে। বয়সীয়া লোকসকলৰ মাজত তেনে লোকৰ শতকৰা হাৰ বেছি। দহটা শুদ্ধ বাক্যৰে লিখা চিঠি এখন পঢ়িলেও মনটো ভাল লাগি যায়।...

**১৭.৩.৯০ :** ...১২ বজাত এক নম্বৰ গেষ্ট হাউছলৈ। অসম চুক্তিৰ সাত নম্বৰ দফাৰ অধীনত অসমৰ অৰ্থনৈতিক উন্নয়নৰ কাৰণে special plan suggest কৰিবলৈ ভাৰত চৰকাৰে এটা Task Force গঠন কৰিছে। তাৰ মুৰব্বী Planning Commission-অৰ সদস্য এল. ছি. জৈন। তেখেত দলে-বলে আহিছে। তেখেতৰ আগত মত ব্যক্ত কৰিবলৈ মোকো ভাস্কৰ বৰুৱাই মাতিছিল। গৈ দেখোঁ—বাকীকেইজন (আমাৰ গ্ৰুপটোৰ) হ'ল দেব কাকতি, হিৰণ্য ভট্টাচাৰ্য আৰু অজিত শৰ্মা (যোৰহাটৰ)। তেখেতসকলে মূলতঃ গেছ, তেল, বানপানীৰ কথা ক'লে। আন্দোলন নকৰিলে অসমে একো নাপায়। আন্দোলন কৰিলেও পুতলা শোধনাগাৰ পায়, ডাঙৰটো পায় বাৰাউনীয়ে। ইত্যাদি। মই ক'লো,—receiving end-অৰ কথা। তোমালাকে যেনিবা দিলা কোটি-কোটি টকা। লয় কোনে? প্ৰত্যেকটো প্ৰজেক্টতে থলুৱাৰ আন্দোলন। গতিকে এটা প্ৰজেক্ট হ'ব বুলি ঠিক কৰাৰ পাছৰ কামটো হ'ল—সেই প্ৰজেক্টৰ কাৰণে প্ৰচুৰ সংখ্যক মানুহক ট্ৰেইনিং দি, শিক্ষা দি উপযুক্ত কৰি তোলা। এটা কামৰ কালচাৰ গঢ়ি তোলাৰ বাবে বিশেষ বন্দবস্ত কৰিব লাগিব।...

**১৮.৩.৯০ :** ... Prasar Bharati Billখনৰ বিষয়ে অলপ ভবা-চিন্তা কৰি টোকা লিখিলো। ৯-৩০—ওলাই গ'লো। গৌৰী সদনত দহ বজাৰ পৰা NAMEDIAই আয়োজন কৰা (প্ৰতিষ্ঠানটোৰ হৈ ইয়াত আলোচনাৰ আয়োজন কৰিছে ধীৰেন বেজবৰুৱাই।) আলোচনা আৰম্ভ হ'ব। ময়েই প্ৰথম। অলপ পাছতে Mr. Sood আহিল। প্ৰায় ১০-২০ বজাৰ পৰা সভা আৰম্ভ। অজিত বৰুৱা সভাপতি। অংশগ্ৰহণকাৰীসকলৰ ভিতৰত আছে ড. ক্ৰৌৰি, ড. হীৰেন গোহাঁই, অজিত শৰ্মা (আগৰ এম. পি.), দেৱেন দত্ত, দিলীপ বৰুৱা, কল্পনা বেজবৰুৱা, অনিল ভট্টাচাৰ্য, ...পাচুগোপাল বৰুৱা, ধীৰেন চক্ৰৱৰ্তী আদি। প্ৰস্তাৱিত নিগমটোৰ স্বাতন্ত্ৰ্য সম্পৰ্কে এটা কথাত মই জোৰ দিলো ঃ যিমানেই বিধি-বিধান নকৰক, যিমানেই (কাগজে-পত্ৰই) স্বাধীনতা নিদিয়ক, নিগমৰ প্ৰকৃত স্বাতন্ত্ৰ্য নিৰ্ভৰ কৰিব যিসকল

লোকক উচ্চস্থানত নিয়োগ কৰা হয় তেওঁলোকৰ সততা, নিৰপেক্ষতাৰ ওপৰত। দুষ্ট মানুহে সকলো বিধি-বিধান মানিও নিগমটোক আজি আমেৰিকা, কাইলৈ ৰাছিয়া, পৰহিলৈ জনতা দল, তাৰ পাছদিনা ই-কংগ্ৰেছৰ সমৰ্থনত পৰিচালনা কৰিব পাৰে। গতিকে উপযুক্ত লোক নিৰ্বাচন কৰি ব'ৰ্ড/কাউন্সিলবোৰ গঠন কৰাটো এটা অতি গুৰুত্বপূৰ্ণ কাম।

১৮।৩।৯০ তাৰিখে পুৱা ফুৰিবলৈ ওলাই দেখিলো,—ৰাস্তাত এজাক প্ৰকাণ্ড-প্ৰকাণ্ড ম'হ; তাৰে এটা আমাৰ চৌহদলৈ সোমোৱা আছুতীয়া গে'টখনৰ আগৰ মুকলি ঠাইকণত শুই আছে। ওচৰতে থকা মানুহজনক সোধোঁতে ক'লে,— অসম চৰকাৰৰ বন বিভাগে কিছুমান ম'হ নীলাম কৰিছে। তেওঁলোকে তাৰে যোলটা কিনি আনিছে। এই ম'হটো অসুখীয়া; গতিকে এইখিনিতে বন্ধুৱাই থৈ অলপ শুশ্ৰূষা কৰিছে। দহমান বজাত দেখিলো,—ম'হটো তাতে শুই আছে; দলটোৰ আৰু কোনো নাই। দুপৰীয়াৰ পাছত দেখিলো,—ম'হটো মৰিল। ওচৰৰে দোকানী এজনে ক'লে,—গৰাকীসকলে বোলে লাছটো পাছত লৈ যাবহি বুলি কৈ গৈছে। পিছে কোনো নাহিল।

**১৯.৩.৯০ : ৫-১৫**।...ৰাতিপুৱাই চিন্তা হ'ল—এইযে প্ৰকাণ্ড ম'হটো মৰাৰ পাছত গৰাকীহঁতে আমাৰ ঘৰৰ ওচৰতে লাছটো এৰি থৈ গ'ল—কি হ'ব এতিয়া? প্ৰান্তিকৰ কাম। গুৱাহাটী পৌৰ নিগমলৈ দৰখাস্ত এখন লিখি লৈ ওলালো। দিছপুৰ ছুপাৰমাৰ্কেটত থকা নিগমৰ অফিছলৈ গ'লো। তাত ভবেন্দ্ৰ নাথ ডেকা নামৰ এজনে মোৰ দৰখাস্তখনৰ ওপৰত লিখি দিলে—"উমাকান্ত আজিয়ে মৰা ম'হটো উঠাই দিব।" সেইখন লৈ মই নেহৰু ষ্টেডিয়ামৰ সিফালে, অ'ভাৰব্ৰিজৰ তলত থকা নিগমৰ গেৰেজলৈ গ'লো। তাত উমাকান্ত বছফৰক দৰখাস্তখন হাতে-হাতে দিলো। (ইতিমধ্যে বাটতে সেইখনৰ তিনিটা ফট'ষ্টেট কপি কৰাই লৈছিলো)। উমাকান্তই ক'লে, "গাড়ীবোৰ কামত ওলাই গৈছে; দুই বজাত আপোনালোকৰ কামটোৰ বাবে পঠাম।" ৩-৪৫ বজাত কাজেনক আকৌ নিগমৰ গেৰেজলৈ পঠালো। তেওঁ আহি খবৰ দিলে—অফিছ বন্ধ। চকীদাৰৰ বাহিৰে কোনো নাই। পুৱা ৬-৭ বজাৰ ভিতৰত চাফাই কামৰ মানুহ আহিব। ইতিমধ্যে ম'হটোৰ গোন্ধ অলপ হ'লেও ওলাইছে; কিন্তু দৃশ্যটো বীভৎস। নিজেই কিবা এটা কৰোঁ বুলি দিছপুৰৰ ছুইপাৰ কলনিলৈ গ'লো। আধাঘন্টামান বিচাৰ-খোচাৰ কৰি দুজনক পালো। ... তেওঁলোক দুজনক গাড়ীত তুলি লৈ আহিলো। তেওঁলোকে ম'হটো চাই ক'লে,—এইটো কাম তেওঁলোকে কৰিব পাৰিব;—অৰ্থাৎ ৰাতিৰ ভিতৰতে ম'হটো নি ক'ৰবাত পেলাবগৈ, কিন্তু ডেৰ হাজাৰ টকা লাগিব। মই ক'লো—মই অকলে—বিনা দোষত ডেৰ হাজাৰ টকা কিয় দিম?...ঠিক আছে, পাঁচশ টকা দিম। কথাটো শুনি এওঁলোকে (ঘৰত) ক'লে— কিয় পাঁচশ টকা খৰচ কৰিব?

এৰা। বিপদ। চুবুৰীয়া ভাগৱতী আহিল। তেওঁক লৈ দিছপুৰত থকা চাওলাৰ ঘৰলৈ গ'লো। এখেত পৌৰ নিগমৰ কমিছনাৰ। তেখেত ঘৰত নাই। ঘৰলৈ আহি ফোন কৰিলো;—কেৱল engaged tone পাওঁ। নগেন গোস্বামীলৈ ফোন কৰিলো,—তেখেত ওলাই গ'ল। (এখেত Chief Executive) ... ৰাতি ন বজাৰ পাছত জমাদাৰৰ দল এটা আহিল। বুজাই ক'লো,—এতিয়া ৰাতি হ'ল; ৰাতিটো কোনোমতে কটাওঁ। পুৱা যদি নিগমৰ মানুহ নাহে তেনেহ'লে তোমালোকক আকৌ বিচাৰিম। মইনো অকলে কিয় পাঁচশ টকা খৰচ কৰোঁ?

তেওঁলোক মান্তি হ'ল। অহাৰ কাৰণে টকা দহটা দিলো।

এই হ'ল এটা ম'হৰ মৃতদেহ লৈ দিনটোত মোৰ দুৰ্গতি!

**২০.৩.৯০ :** ...৫-৩০ বজাত পৌৰ নিগমৰ গেৰেজলৈ যাবলৈ ওলালো। ঘৰৰ পৰাই ম'হটোৰ গোন্ধ পাইছোঁ। লগত ভাগৱতী ওলাল। ছয় বজাৰ অলপ পাছতে গেৰেজ পালোগৈ। অলপ পাছত ইনচাৰ্জ (হুছেইন) আহিল। তেওঁক দৰখাস্তখনৰ ফট'ষ্টেট কপি এটা দেখুৱাই সকলো কথা ক'লো। তেওঁ জোৰ দি ক'লে,—আপোনালোক যাওক, মই পিছে-পিছে মানুহ পঠাম। মানুহবোৰ আহিলেই পঠাম।

৮-৪৫ বজাত নিগমৰ গাড়ী আৰু মানুহ আহিল। ম'হটো এবাৰ চাই লৈ তেওঁলোকৰ নেতা দুজনমান আমাৰ ঘৰলৈ আহিল। বকচিচৰ বিষয়ে আগতীয়া বন্দবস্ত কৰিবলৈ। ...মই 'চাহ খাবলৈ' ত্ৰিছ টকা দিম বুলি ক'লো। নেতা এজনে ক'লে,—"আমি চাহ নাখাওঁ চাহাব।" তাৰ পাছত তেওঁ হাতেৰে মদ খোৱাৰ ভংগী দেখুৱালে। ভাগৱতীয়ে আৰু বিছ টকা দিম বুলি ক'লে। তেতিয়া তেওঁলোকে কামত হাত দিলে। ম'হটো তোলাটো সঁচাকৈয়ে টান কাম আছিল। এনেকুৱা কামৰ বাবে ক্ৰে'ন লাগে।

**২১.৩.৯০ :** ...পাছবেলা ভাস্কৰ বৰুৱাৰ লগত চলচ্চিত্ৰ নিগম আৰু শংকৰদেৱ কলাক্ষেত্ৰ সম্পৰ্কে আলোচনা। মই বৰ্তমানৰ অৱস্থাটো বৰ্ণনা কৰি ক'লো—মই যদি এইবোৰৰ লগত জড়িত থাকিব লাগে, তেনেহ'লে কাম কৰাৰ সুবিধা দিব লাগিব। চৰকাৰে যিকণ কৰিব লাগে, সেইকণ দক্ষতাৰে কৰিব লাগিব। ২৪ তাৰিখৰ আলোচনালৈ মুখ্যমন্ত্ৰীয়ে বৰুৱাকো মাতিছে কাৰণে তেখেতক কথাখিনি কৈ থ'লো।

**২২.৩.৯০ :** ... এটা পেলাবলগীয়া প্ৰবন্ধ কষ্ট কৰি উদ্ধাৰ কৰিলো; কাৰণ প্ৰবন্ধটোত দুটামান ভাল information আছিল। পাছবেলা ...মুখ্যমন্ত্ৰীৰ ব্যক্তিগত সচিবলৈ চিঠি লিখিলো—যদি শনিবাৰে কেন্দ্ৰীয় গৃহমন্ত্ৰী অহাৰ কাৰণে মুখ্যমন্ত্ৰী ব্যস্ত হ'বলগীয়া হয়, তেনেহ'লে চাব,—যাতে 'নাম কু ৱাস্তে' হুৰমুৰকৈ আলোচনা শেষ কৰা নহয়। মোৰ কাৰণে এই আলোচনা গুৰুত্বপূৰ্ণ; অতি কমেও এঘণ্টামান সময়ৰ আলোচনাৰ প্ৰয়োজন। দৰকাৰ হ'লে শনিবাৰে স্থগিত ৰাখি পাছত এদিন আলোচনাৰ আয়োজন কৰিলেও হ'ব।...

২৩.৩.৯০ : ...আজি নেশ্যনেল বুক ট্ৰাষ্টে পঠোৱা "আকাশ" নামৰ কিতাপখনৰ দহটা কপি পালো। এইখনত মোৰ ২০ টা গল্প আছে। আদান-প্ৰদান আঁচনিৰ কিতাপ। মোৰ লগত NBT-এ প্ৰথম যোগাযোগ কৰা কিমান দিন হ'ল? ১৫ বছৰ? হওক, শেষত ওলাল যে! পৃষ্ঠাৰ গণ্ডগোল হৈছিল বুলি অণু ৰায়চৌধুৰীয়ে কৈছিল;—কেনেকৈ সেই গণ্ডগোলটো মাৰিলে ধৰিব পৰা নাই।...

২৪.৩.৯০ : ...১২-১৫—জনতা ভৱনলৈ। আশা কৰা মতেই মুখ্যমন্ত্ৰীয়ে আহ্বান কৰা আলোচনা স্থগিত ৰখা হৈছে। কিন্তু মইতো খবৰতো পাব লাগে! এইযে ওলালো, গ'লো, আহিলো,—এইখিনি সময়? মুখ্যমন্ত্ৰী বহা কোঠালিটোৰ লগতে থকা কোঠালিটোত বহাজনক (PA?) ক'লো,—হ'ব, দেশ যেনেকৈ চলিছে, তেনেকৈয়ে চলিব! PPS চলিহাৰ কোঠালৈও গ'লো। তেওঁ বুজিলে,—খবৰ নিদিয়াটো বেয়া কথা হৈছে।

২৫.৩.৯০ : ...এইবাৰৰ শেষপৃষ্ঠাৰ কাৰণে দুটা বিষয় বাছি থোৱা আছে। এটা হ'ল দূৰদৰ্শন সম্পৰ্কীয়। কথা এটা জানি ল'বলৈ ৰণেন চক্ৰৱৰ্তীলৈ ফোন কৰিলো! তেখেতে কথাখিনি কোৱাৰ লগতে— কি পৰিস্থিতিত সদ্যহতে তেখেতক ইয়াৰ পৰা transfer কৰা হৈছে সেই বিষয়ে ক'লে। যদি তেখেতৰ কথাবোৰ সঁচা, তেনেহ'লে এইটো সঁচাকৈয়ে দুখৰ কথা। দূৰদৰ্শনে মোৰ মুখখন পৰ্দাত নেদেখুৱালে, সেইকাৰণে মই দূৰদৰ্শন বেয়া বুলি দিল্লীলৈ চিঠি লিখিম,—এইটো উচিত কাম নহয়। অইন কি-কি কাৰণত দূৰদৰ্শনক বা সঞ্চালকক সমালোচনা কৰিব লাগে,—সেইটো বেলেগ কথা। মোৰোতো বহু কথা ক'বলগীয়া আছে!...

...কালি ৰাতি প্ৰদীপ ঠাকুৰীয়া নামৰ ল'ৰা এজনে ফোন কৰিছিল,—হেণ্ডলুম ডিপাৰ্টমেণ্টে ডেৰঘণ্টা মানৰ ডকুমেণ্টেৰি ফিল্ম এখন কৰাব; মই কৰিম নে কি? ক'লো,—নকৰোঁ। তেওঁ সুধিলে script খন লিখাত সহায় কৰিম নে কি?—মই ক'লো—সময় নহ'ব।

২৭.৩.৯০ : ৪-৫০।...উপন্যাস, শেষপৃষ্ঠা। ১২-২৫ বজাত শেষ। খাই-বৈ উঠিহে বাতৰি-কাকত পঢ়িলো। তাৰ পাছত অনুজ বৰুৱাৰ মহা-অৰণ্য নামৰ উপন্যাসখনৰ পাণ্ডুলিপিৰ টোকা লিখিবলৈ আৰম্ভ কৰিলো। ৩-৪৫—পাণবজাৰৰ চচমাৰ দোকানলৈ। উপন্যাসখনৰ এখন বহী আৰু ৰঙা ডটপেন লৈ গ'লো। গাড়ীতে চিন দিলো। ঘৰত আহি টোকা লিখিলো। সেই কাম ৰাতি ৮ মান বজাত শেষ কৰিলো।

৩০.৩.৯০ : ৫-১৫। ... প্ৰান্তিকৰ কাম। বোম্বাইৰ মনমোহন ছেট্টিলৈ চিঠি। ৰশ্মিক দিলো speed post-অত দিবলৈ। ৮ বজাত উদেষ্ণা ছিনেমা হললৈ। হেমেন দাসৰ "যুঁজ" ছবিখন চাবলৈ। বহি আছোঁ—হঠাতে ঘোষণা কৰিলে ময়ো মঞ্চৰ ওপৰত বহিবগৈ লাগে। (এইটো হলতে শিশু-চলচ্চিত্ৰ কাজিৰঙা চাবলৈ আহোঁতেও সেই একেই ঘটনা

ঘটিছিল।) নিৰোদ চৌধুৰীয়ে উদ্বোধন কৰিব। তেওঁৰ লগত বহুত দিনৰ মূৰত কথা। ভাল লাগিল। ৯ বজাৰ সময়ত ছবি আৰম্ভ হ'ল। (ময়ো এক মিনিটমান কথা ক'ব লগীয়া হৈছিল। সন্ধ্যাৰাগৰ press showৰ দিনা মোৰ যি অৱস্থা হৈছিল, তালৈ মনত পেলাই হেমেনক আন্তৰিক শুভেচ্ছা জনালো।) ছবিখনৰ ডকুমেণ্টেৰি চৰিত্ৰটো বেছি প্ৰকট হ'ল। কেমেৰাৰ কাম ভাল। ম'হযুঁজৰ দৃশ্যবোৰ বৰ ভাল হৈছে। কাহিনীটো গাঁথনিটোৰ (বা চিত্ৰনাট্যখনৰ) প্ৰতি জোৰ দিব লাগিছিল। প্ৰাকৃতিক দৃশ্যৰ শ্বট কমোৱা হ'লে ভাল হ'লহেঁতেন।

পাছবেলা আৰু ৰাতি প্ৰান্তিকৰ কাম। কুলদীপ নায়াৰৰ সলনি নিখিল চক্ৰৱৰ্তীৰ লেখা। এওঁৰ ভাষা টান আৰু পাক লগোৱা।

**৩১.৩.৯০ :** ৫-১০।...সঁফুৰাৰ কাম। প্ৰান্তিকৰ কাম। ৯-৪০—ওলাই গ'লো। আজি কাজেন নাই। প্ৰান্তিকত হীৰেন ভট্টক লগ পালো। ভেদাই লতা বা ভেদালী লতা আৰু ভেবেলী লতা একে নে? ভট্টই ক'লে নহয়। আচলতে আমি ভেবেলী লতা দেখাই নাই। ঘৰত অভিধান (হেমকোষ আৰু চন্দ্ৰকান্ত) চালোহি; তাত শব্দটোৱেই নাই। ধেমেলীয়া সুৰত চিঠি এখন লিখিলো— সম্পাদকলৈ।...

...পাণবজাৰত ভবেন বৰুৱাক লগ পালো। কটনৰ ওচৰত গাড়ীতে বহি কথা পাতিলো। ৰাজ্যখনৰ কথা।...সৰুতে যেতিয়া বুৰঞ্জীৰ কিতাপ পঢ়োঁ, তেতিয়া—পঢ়ি গৈ থাকোঁতে 'এদিন' আৰু 'হঠাতে'—এই শব্দ দুটা পালে মনটো ভাল লাগি যায়। এই বোধহয় গল্পৰ নিচিনা ঘটনা এটাৰ কথা পালো! মানুহৰ এই গল্পৰ নিচিনা কিবা এটা পঢ়িবলৈ পোৱাৰ মনোবৃত্তিটো আছেই। কিন্তু বৰ্তমান অসমৰ বেছিভাগ লোকৰে এই মনোবৃত্তিটো একেবাৰে পাতল, পৰচৰ্চাসুলভ, মুখৰোচক, কেলেংকাৰীজাতীয় লেখা পঢ়াৰ মনোবৃত্তিলৈ নামি গৈছে। কথাখিনি আজি ভবেন বৰুৱাক ক'লো।

তেখেতৰ লেখাবোৰ যে জটিল, সেইবোৰৰ মাজত থকা অতি প্ৰয়োজনীয় কথাবোৰো আজিৰ পাঠকে যে বুজিবলৈ চেষ্টা নকৰে—সেই কথাৰ পৰা উক্ত কথাখিনি ওলাল।

**৫.৪.৯০ :** ...১০-১০ বজাত NEZCCৰ মিটিঙলৈ। (Programme Committeeৰ)। মই Chairman হ'বলগীয়া হ'ল, কাৰণ Chairman নাহিল। ১০-৪০ বজাত মিটিং আৰম্ভ,তিনি বজাত শেষ। তাৰ পাছত ভাত খোৱা! মই যি বুজিলো,—NEZCCৰ ডাইৰেক্টৰ বা তেওঁৰ অফিছ কেৱল কাগজ-পাতি ঠিক ৰাখি, খুচীমতে 'কালচাৰ' কৰি থকাৰ পক্ষপাতী। এওঁলোকৰ চিন্তাধাৰাৰ মহত্ত্ব বোলা বস্তু এটা নাই। কালচাৰৰ নামত লাখ-লাখ টকা খৰচ কৰিব লাগে, কৰা হৈছে; বাচ! আনকি সহায়ো এওঁলোকে ল'ব নোখোজে। মই যদি কওঁ—ছাব কমিটিয়ে আপোনাক সহায় কৰক,— তেওঁলোকে ভাবে—ছাব কমিটি থাকিলে বা আকৌ "খুচীমতে" কাম কৰাত কি বাধা পৰে! ভাববোৰ এনেকুৱা।...

**৬.৪.৯০ :** ...প্ৰসাৰ ভাৰতী বিলখন মে' মাহৰ ভিতৰতে সংসদত গৃহীত হোৱাৰ কথা। এই আলোচনা-চক্ৰৰ পৰা যোৱা মতামতে যদি বিলখন ভাল হোৱাত কিছু সহায় কৰে,—তাকে ভাবি যোৱাটো ঠিক কৰিলো। NAMEDIAৰ বাহিৰে এই অঞ্চলত এই বিষয়ে আৰু কোনেও ভালকৈ বিষয়টো আলোচনা কৰিবলৈ পোৱা নাই। এইবোৰ কথা ভাবিয়েই গ'লো। মুঠতে বিষয়টোৰ স্বাৰ্থত মই এই দুখন ছেমিনাৰলৈ গ'লো।

নৱকান্ত বৰুৱা, গোপাল শৰ্মা বৰুৱা, নৰেশ ৰাজখোৱা, দিলীপ বৰুৱা, দেৱেন দত্ত, অমৰজ্যোতি চৌধুৰী আৰু পাচুগোপাল বৰুৱা,—নিমন্ত্ৰিতসকলৰ তালিকাৰ এইসকল উপস্থিত। মোটামুটিভাৱে আলোচনা ভালেই হ'ল। সাধাৰণতে এনেকুৱাই হয়।...

**৭.৪.৯০ :** ...প্ৰদীপৰ লগত মুখ্যমন্ত্ৰী আৰু সাংবাদিকৰ বিবাদ সম্পৰ্কে আলোচনা। ...অহা সংখ্যাত আমি এই বিষয়ে লেখা প্ৰকাশ কৰিম। তেতিয়ালৈ ঘটনাটোৰ এটা পৰিণতিও দেখা যাব, আৰু আমি এটা সামগ্ৰিক দৃষ্টিভংগীৰে ঘটনাটো বিচাৰ কৰিব পাৰিম। আমি এটা কথা ক'ম ঃ মুখ্যমন্ত্ৰীয়ে মূলতঃ সাংবাদিকসকলৰ দুৰ্নীতিৰ বিষয়েই ক'লে। (দুজনৰ হওক, সকলোৰে হওক। সেইটো বিচাৰৰ বিষয় হৈ আছে।) বাৰু, প্ৰফুল্ল মহন্ত আজি আছে, কাইলৈ নাই। কিন্তু পৰহিলৈ আৰু কোনোবা এজনে সাংবাদিকৰ দুৰ্নীতিৰ বিষয়ে কোৱাৰ থল আছে নে কি? সেইটোও চিন্তা কৰিব লাগিব। সাংবাদিকৰ হাততে কাগজ। তেওঁলোকে সকলোৰে দুৰ্নীতিৰ কথা লিখে; কিন্তু তেওঁলোকৰ দুৰ্নীতিৰ কথা লিখে কোনে?

**১১.৪.৯০ :** ...কথা এটা আকৌ মনত পৰিছে। আগতে লিখি থৈছোঁনে? তাকো পাহৰিলো। ১৯৬৫ চন মানতে ড. বুধৰাজে মোক এটা গছপুলি দি গৈছিল। (গছৰ প্ৰতি মোৰ আগ্ৰহ দেখি তেওঁ সেই পুলিটো মোক দি যোৱাই ভাল বুলি ভাবিছিল। তেওঁ G.U.ৰ চাকৰি এৰি অইন ক'ৰবালৈ গুচি গৈছিল।) পুলিটো তেওঁ দক্ষিণ ভাৰতৰ পৰা আনিছিল। মই বৰ যত্নৰে পুলিটো ডাঙৰ কৰিছিলো। এদিন গছজোপাত সৰু অমিতাৰ নিচিনা ফল এটা লাগিল। Agri.Botany বিভাগৰ ড. ৱামেননে কিতাপ চাই ক'লে,—এই গছ আৰু ফলৰ নাম Avocado. পকা ফলটোৰ মঙহখিনি খাবলৈ মাখনৰ নিচিনা। ৰুটিত সানি খায়। ১৯৭৮ চনত কাৰলভি ভেৰিৰ পৰা লণ্ডনলৈ আহোঁতে তাৰ দোকানত ফলটো দেখিলো। অসমত যদি এই ফলটোৰ প্ৰচলন হয়, তেনেহ'লে যেন ড. বুধৰাজৰ নামো মানুহে সোঁৱৰে। এতিয়া জালুকবাৰীত এভকেডো গছ কেইবাজোপাও হৈছে বুলি শুনিছোঁ। হয়তো আৰু বিয়পিব। (অসমৰ অইন ঠাইত এই গছৰ অস্তিত্বৰ কথা মই নাজানো কাৰণে ড. বুধৰাজক সোঁৱৰাৰ কথা কৈছোঁ।)

**১৭।৪।৯০ :** ...সঁচাকৈয়ে সঁফুৰাৰ কামৰ ধৰণটো বৰ জটিল। এইটো এক ধৰণৰ

পৰীক্ষাৰ scrutiny, tabulation, বহী চোৱা আদিৰ নিচিনা কাম। আনহাতে এই আলোচনীখনৰ কেইটামান পৃষ্ঠা ভৰাবলৈ বেলেগ ধৰণৰ বুদ্ধিৰ প্ৰয়োজন।...

...দুপৰীয়াৰ পাছত বীৰেশ্বৰ বৰুৱা আৰু বিমল হাজৰিকা (সাংস্কৃতিক বিভাগৰ সচিব আৰু ডেপুটি) আহিল। বহু সময় কথা-বতৰা। ঘাইকৈ ৰাজ্যখনৰ কথা। এখেতসকলৰ লগত যিটো মূল কথা—চলচ্চিত্ৰ নিগমখন নতুনকৈ পতা আৰু শংকৰদেৱ ক্ষেত্ৰৰ কাম আগবঢ়োৱা,—সেই দুটা কথাৰ কাৰণেই তেখেতসকল আহিছিল। যি বুজিলো এখেতসকলে এতিয়ালৈকে একো কৰা নাই; —যি কৰিছে সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক গিৰিজা দাসে কৰিছে। মই ক'লো,—মই মুখ্যমন্ত্ৰীক ক'লো, তেওঁৰ PPS-অক ক'লো—মিটিংখন পাতিবলৈ। আজি আপোনালোককো ক'লো—মিটিংখন পাতক, তাত কথাবোৰ আলোচনা কৰোঁ,—আৰু যদি চৰকাৰৰ লগত মোৰ কথা নিমিলে, তেন্তে মই এইবোৰৰ লগত সকলো সম্পৰ্ক ছেদ কৰোঁ।

২০.৪.৯০ : ...ৰাতি প্ৰান্তিকৰ কাম। উপনয়ন আৰু লগুণ প্ৰয়োজনীয় নহয় বুলি উপেন শৰ্মাৰ চিঠিখনৰ প্ৰতিক্ৰিয়াস্বৰূপে অহা চিঠিবোৰ হাতত লৈছোঁ। শৰ্মাৰ সমৰ্থনত এখনো চিঠি নাই। সৰহভাগ পত্ৰ-লেখকৰে ভাষাত সংযম আৰু চিন্তাত সহিষ্ণুতা নাই। 'ধৰ্মৰ' নামত মানুহ বেছি sensitive হৈহে গৈ আছে।

২৯.৪.৯০ : ...দহ বজাৰ পাছতে জনাৰ্দন গোস্বামী আহিল। তেওঁক ঘাইকৈ গল্প লিখাৰ বিষয়ে ক'লো। তেওঁ মোক পঢ়িবলৈ দিয়া গল্পটোকে কেন্দ্ৰ কৰি। শব্দ, বাক্য, ভাষা, প্ৰকাশ শক্তি আৰু কৌশল, অভিজ্ঞতা, পৰ্যবেক্ষণ, সহানুভূতি, খং, গল্পৰ কাহিনী নিৰ্বাচন, নিজে লিখা গল্পবোৰৰ মান সম্পৰ্কে নিজৰ ধাৰণা, প্ৰচুৰ পৰিমাণে অইনে লিখা ভাল গল্প পঢ়া,—ইত্যাদি বহুত বিষয়। প্ৰায় দুঘণ্টা। এই ল'ৰাজন ইঞ্জিনিয়াৰিং কলেজত পঢ়ি থকাৰ পৰা গুচি গৈছিল—গোপন উগ্ৰপন্থীৰ দলত যোগ দিবলৈ। তিনি বছৰ সেই দলবোৰৰ লগত থাকিল। বিহাৰলৈও গৈছিল। শেষৰ ফালে CPI (ML)-অৰ লগ লাগিছিল। সেই দলটোৰ মানুহে তেওঁক সুধিছিল,—তুমি এনেকৈ পঢ়া-শুনা এৰি গুচি অহাটো ভাল হৈছেনে? শেষত গুৱাহাটী ষ্টেছনত এটা বিস্ফোৰণ হ'ল; সেই ঘটনাত এওঁ বৰ দুখ পালে। উভতি আহিল কলেজলৈ। ফাৰ্ষ্ট ডিভিজনত Electrical Engineering পাছ কৰিলে। এতিয়া তেওঁক চাকৰি লাগে যদিও বৌদ্ধিক কাম লাগে বেছি।...

১ মে', ১৯৯০ : ... ABSUৰ সভাপতি উপেন ব্ৰহ্ম ঢুকাল। তেওঁ শেষলৈকে 'বড়ো-আন্দোলন'টো নিয়ন্ত্ৰণত ৰাখিব পৰা নাছিল।

**২.৫.৯০ : ৯-৫০—প্ৰান্তিকলৈ। তালৈ জনাৰ্দন গোস্বামী গ'ল। তেওঁৰ বাবে এটা কামৰ আঁচনি মই কৰি নিছিলো। প্ৰদীপৰ সন্মুখতে কথাটো বুজাই ক'লো। ১৮ বছৰ পাৰ হৈ যিসকলে অহা নিৰ্বাচনত ভোট দিয়াৰ অধিকাৰ লাভ কৰিছে, তেওঁলোকে অহা নিৰ্বাচনৰ প্ৰাৰ্থী, দল আদি সম্পৰ্কে কি ভাবিছে? এই বিষয়ে সেই চামৰ ল'ৰা-ছোৱালীক লগ ধৰি এটা 'অনুসন্ধানমূলক' প্ৰবন্ধ যুগুত কৰাৰ কথা ক'লো।...**

**...এসময়ৰ নগা নেতা ফিজো লণ্ডনত ঢুকাল। মইয়ে এদিন লণ্ডনত ফিজোক লগ পাইছিলো! নজমল হুছেইনে যে মোক তেওঁৰ ওচৰলৈ লৈ গৈছিল!**

**৩.৫.৯০ :** ...ডাকত এখন চিঠি আহিছে। ১২।৪।৯০ তাৰিখে বীৰেশ্বৰ বৰুৱাই (Secretary, Culture, Govt. of Assam) গিৰিজা দাসলৈ (Director, Culture) দিছে। ১৯।৪।৯০ তাৰিখে শংকৰদেৱ কেন্দ্ৰ সম্পৰ্কীয় সমিতিৰ মিটিং এখন পাতিব লাগে, আৰু তাত সকলো কাগজ-পাতি দাখিল কৰিব লাগে। আজি মে' মাহৰ তিনি তাৰিখ। মই সেই সমিতিৰ সভাপতি। ক'তা? একোতো খবৰ নাপালো! Secretary-ৰ হুকুম Director-এ এনেকৈ পালন কৰে? সেইকাৰণে কিছুদিনৰ আগতে বীৰেশ্বৰ বৰুৱা আৰু বিমল হাজৰিকা আহোঁতে সুধিছিলো, —আজি চৰকাৰৰ কোনে কাক চলাইছে?

**৪.৫.৯০ :** ...আবেলি PPS to CM শ্ৰী চলিহাক ক'লো,—মই মুখ্যমন্ত্ৰীক কৈছোঁ— তোমাকো ক'লো—Film Corporation-অৰ মিটিংখন পাতিব লাগে। কাৰণ মই সেই সভাত সকলো কথা পৰিষ্কাৰ কৰি ক'ব খোজোঁ। —চৰকাৰৰ নিজৰ কামৰ ধৰণ আছে; সেইমতে তেওঁলোকে কাম কৰক, মাজতে কিয় মোৰ নামটো জড়িত কৰে? ...চলিহাই ক'লে,—আপোনাক মই আগতে এবাৰ মুখ্যমন্ত্ৰীৰ লগ লগাই দিওঁ, আপুনি ঠিক এই ভাষাৰে কথাখিনি তেখেতক কৈ লওক। মই ক'লো—কতবাৰ আগতে (ঠিক এই ভাষাৰে নহ'লেও) কোৱা হৈছে, কোনো ফল হোৱা নাই। ঠিক আছে, আকৌ ক'ম, তুমি মিটিং দুখনৰ আয়োজন কৰা।

তাৰ পাছত ৰবীন্দ্ৰ ভৱনৰ চিঠি এখন পালো—শংকৰদেৱ ক্ষেত্ৰ সম্পৰ্কীয় মিটিং এখন পাতিছে। তলত লিখা আছে—আগৰ সভাৰ প্ৰতিবেদন ইয়াৰ লগতে দিয়া হৈছে। কিন্তু লগত একো নাই। গতিকে মই চিঠিখন পিয়নজনৰ হাততে ওভোতাই পঠালো। লিখিলো,—লগৰ সকলো কাগজৰে সৈতে আকৌ চিঠিখন মোলৈ পঠাব। এবছৰৰ আগৰ, ১৯৮৯ চনৰ ফেব্ৰুৱাৰি মাহৰ মিটিঙৰ প্ৰছিডিংছ, মই দুবাৰ লিখি দিলো, আজি 'লগত পঠোৱা হৈছে' বুলি লিখা আছে, কিন্তু কাগজখিনি নাই। ভাল নালাগে।...

**৫.৫.৯০ : প্ৰান্তিকলৈ গ'লো। সাংবাদিকতাৰ কথা ওলাল (প্ৰদীপৰ লগত)। পৰাগ দাসৰ আমাৰ আলোচনীখনতে এটা নতুন দিশৰ (সাংবাদিকতাৰ!) আৰম্ভ। এতিয়া তেওঁ 'বুধবাৰ'ত স্বতন্ত্ৰভাৱে কাম কৰিছে। মোৰ বোধেৰে কেইটামান বিষয়ত তেওঁ ভুল কৰিছে।**

ভালেমান ফেক্টৰে ৰাজ্যখনত, অসমবাসীৰ, অসমীয়া ভাষা কোৱা মানুহৰ ক্ষতি কৰিছে; পৰাগৰ কাৰ্যপন্থাও তেনেকুৱা এটা ফেক্টৰ হোৱাৰ আশংকাই দেখা দিছে। এইটো মোৰ মত।

বীৰেশ্বৰ বৰুৱালৈ চিঠি লিখি মানুহ এজনৰ হাতত পঠাই দিলো। শংকৰদেৱ ক্ষেত্ৰৰ আগৰ সভাৰ প্ৰছিডিংছ লাগে; ড. মহেশ্বৰ নেওগ, ড. নগেন শইকীয়া, ড. যোগেন বৰুৱা, ড. কৃষ্ণগোপাল ভট্টাচাৰ্য— এইসকল সভাত ...উপস্থিত থকাৰ বাবে বিশেষ ব্যৱস্থা ল'ব লাগে; আৰু কাৰ্যসূচীত এইকেইটা বিষয় থাকিব লাগে (তিনিটা বিষয়ৰ নাম লিখি দিলো।)

... গৌতম বৰাই চলচ্চিত্ৰৰ ৰাষ্ট্ৰীয় বঁটা পোৱাৰ খবৰটো পোৱাৰ পাছতে ৬।৪।৯০ তাৰিখে তেওঁলৈ অভিনন্দন আৰু শুভেচ্ছা জনাই চিঠি লিখিলো। ডাকত দিলো। ঠিকনা— গৌতম বৰা, Film Director, শিলপুখুৰী, গুৱাহাটী-৭৮১ ০০৩। তেতিয়া মোৰ ফোন বেয়া; গতিকে ফোনত কথা পাতিব নোৱাৰিলো।

শ্বিলঙৰ পৰা এটা লেফাফাত ডাক বিভাগে চিঠিখন মোলৈ ঘূৰাই পঠাইছে। Unclaimed. আজিৰ ডাকত পালো। আচৰিত। আজি ফোনটো ভালে আছে। গৌতমক বিচাৰিলো। তেওঁ দিল্লীলৈ গ'ল। মাকক ফোনত পালো। গোটেই কাহিনীটো ক'লো। ক'লো,—গৌতমে কি ভাবিছে চাগৈ! মোৰ পৰা তেওঁ এযাৰ কথা শুনিবলৈ নাপালে! শ্ৰীমতী হেনা বৰাই (গৌতমৰ মাকে) ক'লে—"গৌতমে একো ভবা নাই। মইহে ভাবিছোঁ; —আপুনি আমাৰ ইমান* আপোন, ঘৰুৱা; আপুনি খবৰ লোৱা নাই!" মই বুজালো— মই কেনেকৈ লগে-লগে চিঠি লিখিছিলো। এদিন গৈ ডাকঘৰৰ পৰা আজি পোৱা কাগজকেইখন দেখুৱামগৈ বুলি ক'লো।

* বিশিষ্ট ৰাজনৈতিক নেতা শ্ৰী ফণী বৰা আৰু তেখেতৰ পৰিবাৰ শ্ৰীমতী হেনা বৰাৰ লগত মোৰ ব্যক্তিগত ঘনিষ্ঠতা বহু দিনৰ। তেখেতসকলৰ ল'ৰা গৌতমৰ সান্নিধ্যলৈ মই আহিছিলো অগ্নিস্নান চলচ্চিত্ৰ নিৰ্মাণৰ সময়ত।

৭.৫.৯০ : ... কেইখনমান ব্যক্তিগত চিঠি। Oil Indial Ltd.-এ Training Film এখনৰ কাৰণে মই offer দিম নে কি সুধিছিল; নিদিওঁ বুলি লিখিলো। হাফলঙৰ D.C. মৃণাল বৰুৱালৈ লিখিলো— এইবাৰ তেওঁৰ নিমন্ত্ৰণ ৰাখিব নোৱাৰিম। Press Information Bureauৰ বিষয়া Lalenglianaলৈ লিখিলো—২৪।৫।৯০ তাৰিখৰ ছেমিনাৰলৈ যাবলৈ চেষ্টা কৰিম, কিন্তু যামেই বুলি কথা দিব নোৱাৰোঁ। অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদৰ অসম শাখাৰ অধ্যক্ষ ৰত্নেশ্বৰ দেউৰী আৰু সাধাৰণ সম্পাদক কুমাৰ সিদ্ধাৰ্থদেৱ শৰ্মালৈ লিখিলো— ড. আম্বেদকাৰ শতবাৰ্ষিকী উদযাপন সমিতিৰ মই সদস্য হ'ব নোৱাৰিম। এনে কামৰ কাৰণে মই সময় উলিয়াব নোৱাৰিম। ...

৯.৫.৯০ : ... ড. মহেশ্বৰ নেওগ ছাৰৰ 'সত্ৰীয়া' নাচ সম্পৰ্কীয় প্ৰবন্ধটো চালো। ছাৰে

এটা টোকা দিছে; —ভঙ্গিমা, অঙ্ক আদি সেইদৰেই ৰাখিব লাগে। আমি প্ৰান্তিকত ভংগিমা, অংক— এনেকৈ ব্যৱহাৰ কৰি আহিছোঁ। এইবোৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব হৈ থাকোঁতে মই এখন সমিতিৰ হতুৱাই ঠিক কৰাই লোৱা কথা। সেই কামটো মই বৰ প্ৰয়োজনীয় বুলি ভাবিছিলো, আৰু প্ৰথমে সেই কামটো কৰাই সিদ্ধান্তবোৰ কিতাপ আকাৰে ('অসমীয়া আখৰ জোঁটনি') ছপাই লৈছিলো। সেই সমিতিত নেওগ ছাৰো আছিল। ইতিমধ্যে নেওগ ছাৰৰ 'জীৱনৰ দীঘ আৰু বাণি'ত প্ৰান্তিকতে আমি সেই সিদ্ধান্তবোৰ প্ৰয়োগ কৰিছোঁ। এতিয়া ছাৰে সেই টোকাটো দিয়াত মই প্ৰদীপক ক'লো,—আমি ছাৰে লিখা মতেই লিখিম; কিন্তু তলত এটা টোকা দিম।

**১০.৫.৯০ :** ...গধূলিৰ পাছৰে পৰা কাৰেণ্ট বাৰে-বাৰে গৈ থাকিল। বৰ অসুবিধা পালো। ইহঁত দুজনীৰ পৰীক্ষাৰ পঢ়া,—সিহঁতৰ লেম-চাকিৰ যোগাৰ ধৰি মই কাম বন্ধ ৰাখিলো। বিছনাত পৰি ভাবি থাকিলো। যেন লাইট আহিলেই ভবাবোৰ ফৰফৰকৈ লিখি যাম! পিছে সেইটো নহয়। অইন কিবাহে মনলৈ আহি থাকে। তথাপি—টৰ্চলাইটটো জ্বলাই-জ্বলাই কেইশাৰীমান টুকি থ'লো।

ৰবীন্দ্ৰ ভৱনৰ পৰা শংকৰদেৱ ক্ষেত্ৰৰ যোৱা বছৰৰ (২০।২।৮৯) মিটিঙৰ proceedings,—মই দ্বিতীয়বাৰ লিখি দিয়া,—তাৰ ফট'ষ্টেট কপি এজনে দি গ'ল। কোনেও কপি পৰ্যন্ত কৰা নাই।

**১২.৫.৯০ :** ...পাছবেলা সঁফুৰাৰ কাম। তিনি বজাৰ পাছতে এতিয়া আমেৰিকাত থকা প্ৰণব বৰুৱা আৰু তেওঁৰ পৰিবাৰ আৰতি বৰুৱা আহিল। প্ৰণব মোৰ ছাত্ৰ আছিল। আৰতিও Physics-অৰে ছাত্ৰী আছিল। ...এওঁলোক দুয়ো Boeing কম্পেনিত কাম কৰে। আৰতিয়ে বৰ ভাল বিষয় এটা লৈ গৱেষণা কৰিছে। (আমাৰ কটন কলেজৰ ইংৰাজীৰ অধ্যাপক চন্দ্ৰ কলিতা ছাৰৰ ছোৱালী।) তেওঁলোকৰ ইচ্ছা,—বিভিন্ন বিষয়ে প্ৰান্তিকত লিখে। মই উৎসাহ দিলো, প্ৰান্তিকৰ উদ্দেশ্য বুজাই দিলো। —জাতিটোক জ্ঞানী কৰা, চিন্তাশীল কৰা, কৰ্মী কৰা। কাম কৰাৰ ইচ্ছা আৰু শক্তিৰ বিষয়ে বহুত কথা পাতিলো।

**১৭.৫.৯০ :** ...পাঠশালাৰ ল'ৰা এজন আহিছিল মোক লগ পাবলৈ (অসীম শৰ্মা?) পাছবেলা ৫মান বজাত আহিবলৈ ক'লো। তেওঁ সময়মতে আহিল। তেওঁ পাঠ্যপুথিৰ বাহিৰেও অইন কিতাপ পঢ়ে। মোৰ গল্প-সংকলন প্ৰহৰীৰ বাহিৰে এটাইকেইখন পঢ়িছে। কথাবোৰ তেওঁৰ মনত আছে। প্ৰান্তিক আৰু সঁফুৰা নিয়মীয়াকৈ পঢ়ে। 'সম্পাদকৰ কোঠালিত' কোনে লিখে সেইটো জানিবলৈ তেওঁ বৰ চেষ্টা কৰিলে। তেওঁৰ আগ্ৰহ দেখি মই এনেকুৱা এটা আভাস দিলো,—মই নিলিখোঁ বুলি নকওঁ; কিন্তু এতিয়া আৰু একো

নকওঁ। এওঁ এইবাৰ H.S. পৰীক্ষা দিছে। এনেকুৱা ল'ৰা আছে কাৰণেই দেশখন এতিয়াও উচ্ছন্ন হৈ যোৱা নাই। নাযায়ো; কাৰণ এওঁলোক থাকিবই।...

**১৯.৫.৯০ :** ...৯-৪৫— প্ৰান্তিকলৈ। তাত হীৰেন ভট্টক পালো। তেখেত মোৰ লগতে আহিল—গণেশগুৰি চাৰি-আলিলৈকে। তেখেতে ক'লে, —'অধিনায়ক' বন্ধ হৈ যাব। এইটো সংখ্যাৰ বাবে compose কৰা হৈছিল; কিন্তু ছপাৰ কাম বন্ধ কৰা হ'ব। যোৱা দিনখিনিত প্ৰায় দুই লাখ টকা সোমাল। দুহাজাৰ কপিও বিক্ৰি নহয়।

কথাখিনি শুনি দুখ পালো। চন্দন শৰ্মাৰ* লগত এই বিষয়ে আগতেও কথা পাতিছিলো,—কিন্তু এনেকৈ আলোচনীখন বন্ধ হৈ যাব বুলি ভবা নাছিলো। মুখৰোচক কথা, পৰচৰ্চা, গালি-শপনি আদি ছপা নহয় কাৰণেই আলোচনীখন মৰিল? এনেকুৱা এখন আলোচনী দহ হাজাৰ কপি কিনিবলৈও অসমত মানুহ নাই? কিছুদিনৰ আগতে প্ৰান্তিকৰ অফিছত যে এজনে কৈছিল—প্ৰান্তিকত অলপ পাতল বস্তু দিব লাগে!...

* চন্দন শৰ্মা বৰ্তমানে সংবাদসেবী। তেতিয়া তেওঁ 'অধিনায়ক' আলোচনীখনৰ লগত জড়িত আছিল।

**২০.৫.৯০ :** ...পৰহি নবীন শইকীয়াই খবৰ এটা দিলে,—'মোৰ প্ৰিয় গীত' নামৰ অনুষ্ঠান এটা ৰেডিঅ'ত মই present কৰিব লাগে। তাকে ভাবিছোঁ—গানবোৰৰ কথা মনলৈ আহিলেও ৰেকৰ্ডবোৰ পাম জানো? সেইযে "কাৰ অধৰৰ হেঙুলেৰে বোলালি ওঁঠ গাল ৰূপহী...!" নগাঁও গৱৰ্নমেণ্ট হাইস্কুলৰ ক্লাছ ফাইভত— ক্লাছতে— সকলোৱে গাবলৈ জোৰ কৰোঁতে যে গাইছিলো! "গান মোৰ কাঢ়ি লৈ, হিয়া খনি ভাঙি থৈ, যায় গুচি দূৰলৈ কোন";— "হিয়া নাওখনি বাই যা তই, মন নাৱৰীয়া অ"—পুৰণিগুদামত যে ৰুদ্ৰ বৰুৱাক গাই শুনাইছিলো!

**২১.৫.৯০ :** ... কেইদিনমানৰ আগতে তিনি-আলিত ল'ৰা এজনে লগ পাইছিল। তেওঁ জেপৰ পৰা কবিতাৰ বহী এখন উলিয়াইছিল। মই কৈছিলো,—(তেওঁ প্ৰান্তিকলৈ দিয়াৰ কথা কওঁতে)—ভালকৈ কপি কৰি পঠাই দিবা; আমাৰ কবিতা বিচাৰ কৰা মানুহে নিশ্চয় বিচাৰ কৰি চাব। আজি তেওঁ আমাৰ ঘৰলৈ আহিল। তেওঁ ডিঙিত এডাল চেইন পিন্ধে। সোণালী। তেওঁ কবিতা অনা নাই। মই তেওঁক চাৰিখন প্ৰান্তিক দি ক'লো,—ইয়াত প্ৰকাশ হোৱা কবিতাবোৰ পঢ়িবা। পঢ়ি—তুমি নিজে লিখাবোৰৰ কথা আকৌ ভাবিবা। ল'ৰাজনে আন্দোলনৰ কথা, সমুখৰ মানুহঘৰে ইমান ডাঙৰ ঘৰটো নাসাজি industry এটা নুখুলিলে কিয়,— এইবোৰ কথা ক'লে। লগতে ক'লে,—মানুহে তেওঁক পগলা বুলি কয়। যাবৰ সময়ত তেওঁ মোক ভৰি চুই সেৱা কৰিব খুজিলে, মই বাধা দিলো।...

২৩.৫.৯০ : ...মই শেষপৃষ্ঠাত লিখা 'যোগ্য লোকৰ সন্ধানৰ সময়' নামৰ কথাখিনিৰ বেচ প্ৰতিক্ৰিয়া হৈছে যেন লাগিছে। বহু মানুহে যেন কথাবোৰ এনেকৈয়ে ভাবিবলৈ ভাল পাইছে। কোনো-কোনোৱে মোকে নেতৃত্ব ল'বলৈ (যোগ্য লোকৰ সন্ধানৰ কামৰ) অনুৰোধ কৰিছে। মই হয়তো মোৰ বাকীবোৰ কামৰ কাৰণে পথাৰত নামি নেতৃত্ব ল'ব নোৱাৰিম; কিন্তু প্ৰান্তিকৰ সহায়েৰে যিমান পাৰোঁ কৰিম। ভাল মানুহ, কৰ্মী মানুহ, সৎ মানুহ বিধান সভাৰ সদস্য হ'লে ভাল হয়।...

২৫.৫.৯০ : ...ফণী বৰাই ফোন কৰিলো। ক'লো,—১৯৪০ চনৰ পৰা এতিয়ালৈকে,—ছাত্ৰ হিচাপে, যুবক হিচাপে, বয়সীয়া মানুহ হিচাপে, বাঁওপন্থী ৰাজনীতিৰ কৰ্মী হিচাপে তেখেতৰ জীৱন-কথা লিখিব লাগে; —যাতে অসমৰ ইতিহাসৰ এটা দিশ লিপিবদ্ধ হৈ ৰয়। —যাতে আজিৰ দিনৰ ছাত্ৰ-যুবকৰ 'ৰাজনীতি'ৰ লগত থকা পাৰ্থক্যটো পৰিস্ফুট হয়; যাতে অন্ততঃ এচাম ছাত্ৰ-যুবক উপকৃত হয়। প্ৰান্তিকত খণ্ড-খণ্ডকৈ এই লেখা ছপা কৰিবলৈ আমি আগ্ৰহী। তেখেতে লিখিম বুলি ক'লে।*...

* বিশেষকৈ স্বাস্থ্যজনিত কাৰণত তেখেতে আজিও আমাৰ অনুৰোধ ৰক্ষা কৰিব পৰা নাই।

২৬.৫.৯০ : ...শংকৰদেৱ কলাক্ষেত্ৰ সম্পৰ্কে দিল্লীয়ে তৈয়াৰ কৰা আঁচনিখন আৰু আমাৰ সঞ্চালকালয়ে তৈয়াৰ কৰা Societyৰ Memo. of Assn.খন পঢ়িলো। ১-৪৫ ৰবীন্দ্ৰ ভৱনলৈ। ড. মহেশ্বৰ নেওগ ছাৰ, ড. নগেন শইকীয়া, ড. কৃষ্ণগোপাল ভট্টাচাৰ্য, PWDৰ শ্ৰী বৰা, বীৰেশ্বৰ বৰুৱা আৰু গিৰিজা দাস উপস্থিত আছিল। পাছত Town Planning -অৰ এজন আহিল। আমাৰ সমিতিখনে আঁচনি প্ৰস্তুত কৰিছিল—সেইটো কথা দিল্লীক নজনোৱাৰ বাবেই তেওঁলোকে এখন আঁচনি কৰিবলৈ পালে। আনকি তেওঁলোকক কোৱাও নহ'ল যে অসম চৰকাৰে এই প্ৰতিষ্ঠানটোৰ কাৰণে এখন Planning & Development Committee পাতি দিছিল। যি হওক, আজি আলোচনা ভালেই হ'ল। মই ক'লো,—যি হ'ল হ'ল, এতিয়া আমি আঁচনিখনৰ চূড়ান্ত ৰূপ দিব লাগে। দিল্লীয়ে আঁচনিখনত যি কথা সন্নিবিষ্ট কৰিছে, সেয়াও বিচাৰ কৰা হ'ব।

২৯.৫.৯০ : ...শ্ৰী দিলীপ গোস্বামী নামৰ ইঞ্জিনিয়াৰ এজন আহিল। শ্ৰী অজিত কুমাৰ শৰ্মাই (Chairman, Standing Advisory Committee on Petroleum & Natural Gas) Assam Gas Cracker সম্পৰ্কে 'a pre-dinner' আলোচনাৰ আয়োজন কৰিছে। তালৈ নিমন্ত্ৰণ কৰিবলৈ শ্ৰী গোস্বামী আহিল।...

... সন্ধিয়া ছয় বজাত আমাৰ ইয়াৰ তিনিটা চুবুৰিৰ ৰাইজৰ মিটিং। আগৰখনলৈ যোৱা নাছিলো। আজি গ'লো। চুবুৰিত চোৰ-ডকাইতৰ বিৰুদ্ধে পহৰা দিয়াৰ ব্যৱস্থা কৰিছে

ডেকাইঁতে। এইটো সকলোৰে মনে বিচৰা কাম। এনেকুৱাই অসমীয়াৰ চৰিত্ৰ হৈছে যে আমি সকলোৰে নিৰাপত্তাৰ অভাৱ অনুভৱ কৰিছোঁ। আজি গেছ ক্ৰেকাৰৰ মিটিংখনতকৈ চুবুৰি পহৰা দিয়াৰ বিষয়ে আলোচনা কৰা মিটিংখন মোৰ কাৰণে ডাঙৰ হ'ল!

**৩০.৫.৯০ : ১০-০৫**—প্ৰাপ্তিকলৈ। প্ৰদীপে এজন মানুহৰ মুখে শুনা কাহিনী এটা ক'লে। মানুহজনৰ পৰা এদিন কেইজনমান ডেকাই স্কুটাৰখন খুজি নিলে। (মানুহজনে উপায় নাপাই দিছিল।) সাদিনৰ পাছত তেওঁলোকে স্কুটাৰখন ঘূৰাই দিলে। ঘূৰাই দিবলৈ আহোঁতে ক'লে,—আপোনাৰ স্কুটাৰখনে আমাক ৭৪,০০০ টকা গোটোৱাত সহায় কৰিলে। কথা প্ৰসংগত তেওঁলোকে ক'লে—প্ৰবীণসকলৰ মাজত তেওঁলোকৰ উপদেষ্টা কোন।

নাম দুটা শুনি মই দুখ পালো; কিন্তু আচৰিত নহ'লো। বৌদ্ধিক দিশৰতো কথাই নকওঁ,—সাধাৰণ সামাজিক দিশতো এওঁলোক ইমান জঘন্য যে প্ৰয়োজন হ'লে সেই ৭৪,০০০ টকাৰ ভাগো এওঁলোকে বিচাৰিব পাৰে।

**১ জুন, ১৯৯০ :** ...জিণ্টি ছয় বজামানত আহিল। আমি উৎকণ্ঠিত হৈ আছিলো। (Medicine-অৰ practical বৰ ডাঙৰ পৰীক্ষা।) তাই ভাল হৈছে বুলি কোৱাত ভাল পালো।

সন্ধিয়া বজাৰলৈ যাওঁতে ল'ৰা এটাই ক'লে,– আজি আপোনালোকৰ ঘৰৰ এজনৰ ডিউটি পৰিছে। ডিউটি মানে ৰাতি চুবুৰিত পহৰা দিয়াৰ ডিউটি। এনেকৈনো মানুহে মানুহক এইটো খবৰ দিয়েনে?

**৩.৬.৯০ :** ...শংকৰদেৱ ক্ষেত্ৰৰ উপদেষ্টা সমিতিৰ ২৬।৫।৯০ তাৰিখৰ সভাৰ proceedings লিখিলো। ৮-৩০ বজাত জিণ্টিক থ'বলৈ গ'লো। আজি (দেওবাৰে) তাইৰ ছাৰ্জাৰিৰ practical আছে। তাইক থৈ আহি proceedings-অৰ কাম। ...১১ বজাত ৰবীন্দ্ৰ ভৱন। শংকৰদেৱ ক্ষেত্ৰৰ ছছাইটিৰ Memo. of Association সম্পৰ্কীয় উপসমিতিৰ সভা। ড. নগেন শইকীয়া, কৃষ্ণগোপাল ভট্টাচাৰ্য, বীৰেশ্বৰ বৰুৱা, গিৰিজা প্ৰসাদ দাস আৰু মই। (দুলাল ৰয় সাংস্কৃতিক সঞ্চালকালয়ৰ বিষয়া কাৰণে এনেয়ে আছিল।) ড. নগেন শইকীয়াই draft এখন কৰি আনিছিল। আলোচনা ভালেই হ'ল। ...

**৪.৬.৯০ :** ...সিদিনা মিটিঙত (কলাক্ষেত্ৰ সম্পৰ্কীয়) মই কৈছিলো,—মোৰ যদি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ নিচিনাকৈ মাটি থাকিলহেঁতেন, তেনেহ'লে এই সাংস্কৃতিক প্ৰতিষ্ঠানটো পাতিবৰ কাৰণে মই চৰকাৰ আৰু এই সমিতিৰ সংস্পৰ্শলৈ নাহিলোৱেইহেঁতেন। কিন্তু সেই সম্বল মোৰ নাই; অথচ প্ৰতিষ্ঠানটো পাতিবলৈ ইমান আগ্ৰহ,—প্ৰায় ২৫ বছৰৰ আগ্ৰহ; — সেয়ে উপায় নাপাই চৰকাৰৰ মাটিৰ ওপৰত ভাৰসা কৰিবলৈ বাধ্য হৈছোঁ।

...সন্ধিয়াৰ পাছত কলাক্ষেত্ৰৰ কাম।

**৫.৬.৯০ :** ...বাতৰি-কাকতত পালো ড. অক্ষয় ঠাকুৰীয়া লণ্ডনত ঢুকাল। কটনৰ থাৰ্ড মেছত আছিল। আমাতকৈ ছিনিয়'ৰ। কৃপা দাস, অক্ষয় ঠাকুৰীয়াৰ ভলিবল টিমৰ লগত আমাৰ ছেকেণ্ড মেছৰ দেবী গোহাঁই, চন্দ্ৰ গগৈৰ টিমৰ খেল হৈছিল। কৃপা দাসে বলটো lift কৰি চিঞৰিছিল,—"অক্ষয় ফাটই দে।" (বল ফালি দিয়া।) তেওঁলোকৰ কথা মনৰ পৰা সহজে ওলাই নাযায়। তেওঁলোকে কটন এৰাৰ পাছত ঠাকুৰীয়াক কেতিয়াও দেখা নাপালো। সেই থাৰ্ড মেছৰ অক্ষয় ঠাকুৰীয়া,—ক'ৰ লণ্ডনত ঢুকালগৈ! ...

...দিনটো কলাক্ষেত্ৰৰ আঁচনিৰ কাম। সন্ধিয়াৰ আগে-আগে লিখি উলিয়ালো। সাতমান বজাত ড. কৃষ্ণগোপাল ভট্টাচাৰ্য আহিল। এঘণ্টামান আলোচনা। বাহিৰা কথা নাপাতি এঘণ্টা আলোচনা কৰিলে বহুত কথা আলোচনা কৰিব পাৰি। 'মিটিঙ'ত হোৱা হ'লে এইখিনি আলোচনাই তিনিঘণ্টা ল'লেহেঁতেন।

**৬.৬.৯০ :** ...কলাক্ষেত্ৰৰ কাগজ কেইখনমান কোনোবা এটা অফিছত টাইপ কৰাম বুলি ওলাই গ'লো। গোপানাথ বৰদলৈ জন্ম শতবাৰ্ষিকীৰ কাৰণে অফিছ-কাচাৰী বন্ধ। টাইপিং শিকোৱা শৰ্মাৰ স্কুলত কামটো কৰিবলৈ দিলো।

... MBBS-final পৰীক্ষা; —পৰীক্ষাৰ্থীক নম্বৰ দিওঁতে কৰা স্বাৰ্থপ্ৰণোদিত বাছ-বিচাৰৰ কাহিনী শুনি-শুনি বিৰক্ত, মৰ্মাহত হৈ আছিলো; আজি মনত কষ্টই পাইছোঁ বুলিব লাগে। যদি এনেকৈয়ে নম্বৰ দিয়া হয়, তেন্তে জিণ্টিহঁতে দিনে ১৮-২০ ঘণ্টাকৈ,—দিনৰ পাছত দিন এই পৰিশ্ৰম কিয় কৰিছে? ন্যায় বোলা বস্তুটো সঁচাকৈয়ে অদৃশ্য হৈ যাব নে কি? ...

**৭.৬.৯০ :** ...দহ বজাত ৰবীন্দ্ৰ ভৱনত কলাক্ষেত্ৰৰ মিটিংখন হ'ব নে নহয়, খবৰ নাপালো। কিন্তু অস্বস্তি লাগি থকাৰ কাৰণে SDO, Phones-অৰ অফিছৰ পৰা ফোন কৰিলো। —ড. নগেন শইকীয়াকে ধৰি সদস্যসকল আহিছে। তৎক্ষণাৎ ওলালো। যিমান জোৰেৰে পাৰোঁ গাড়ী চলাই ৰবীন্দ্ৰ ভৱন পালোগৈ। Memorandum of Association-খনৰ চূড়ান্ত ৰূপ দিয়া হ'ল। Project report/scheme খন অনুমোদন কৰা হ'ল। ডেৰ বছৰ বহি থকাৰ পাছত এমাহত চাৰি-পাঁচখন মিটিং। তথাপি মই কোনো কথাতে পিছ হোঁহকা নাই। হওকচোন; তথাপি যদি কিবা এটা হয়গৈ। ...

**৮.৬.৯০ :** ...কাৰেণ্ট নাই। পাঁচ ঘণ্টা মান। ইটালিত ৱৰ্ল্ড কাপৰ (ফুটবল) খেল আজি আৰম্ভ। প্ৰথম খেল যোৱাবাৰৰ চেম্পিয়ন আৰ্জেণ্টিনা আৰু কেমেৰুনৰ মাজত। কেমেৰুন গুৰুত্বপূৰ্ণ দল বুলি কোনেও ধৰাই নাছিল; কিন্তু আচৰিত কথা—কেমেৰুন এগ'লত জিকিল। শোওঁতে প্ৰায় এক বাজিল। ...

**৯.৬.৯০ :** ... ৰাতি 'ৰম্যভূমি'ৰ কাম আৰম্ভ কৰিলো। ১২ বজাৰ পৰা ইটালি-অষ্ট্ৰিয়াৰ খেল চালো (বিশ্বকাপ ফুটবল)। ভিয়ালি নামৰ ইটালিৰ খেলুৱৈজনৰ খেল মন দি চালো। বৰকৈ

নাম শুনি আছিলো। ৰাতি শোওঁতে আঢ়ে বাজিল। (এয়া ১০ তাৰিখে পুৱা লিখিছোঁ।)...

**১১.৬.৯০ :** ... বৰপেটাত কালি বাছ এখনত বোমা ফুটুউৱাৰ ফলত বাৰজনমান মানুহ মৰিল। নিৰপৰাধী মানুহক এনেকৈ হত্যা কৰাটো যদি আন্দোলনৰ অংশ হয়, তেনেহ'লে সেই আন্দোলন চলাওঁতাসকল সভ্যতাৰ কিমান তলৰ খাপত আছে তাৰো পৰিচয় পোৱা যায়। কিবা এক পাশৱিক আনন্দৰ বিনিময়তহে অতি নিম্নস্তৰৰ মানুহে এনে কাম কৰিব পাৰে। এইবোৰ মানুহক আন্দোলনৰ নেতাই উচটাবহে পাৰে, নিয়ন্ত্ৰণ কৰিব নোৱাৰে। বৰ হতাশ হৈছোঁ।

**১৪.৬.৯০ :** ...অসম চৰকাৰৰ চিঠি পালো—Advisory Board of the Cultural Affairsখন নতুনকৈ গঠন কৰা হৈছে। মোৰ বোধৰে—যেতিয়ালৈকে নিস্বাৰ্থ advise-কোৰো স্বাৰ্থৰ তলত হেঁচা খাই যায়, তেতিয়ালৈকে advise দিয়াৰ পৰা বিৰত থকাই ভাল। Advise-অৰ মূল্য ৰখা system এটা পাতি লোৱাহে প্ৰথম কাম।

**১৫.৬.৯০ :** ... এটা সৰু ব্যক্তিগত কথা। ...সংসাৰখনৰ প্ৰয়োজনীয় বয়বস্তুৰ 'বজাৰ' সদায় মই নিজে কৰোঁ। তাকে ভাবোঁ,—মই যেতিয়া গণেশগুৰি বা ৱায়াৰলেছ বজাৰত মোনাটো লৈ ঘূৰি ফুৰোঁ, তেতিয়া দেখোন মোৰ লগৰ কাকো নেদেখোঁ! এওঁলোকৰ বজাৰ কোনে কৰে? এদিনোনো দেখা পাব নালাগেনে? অইন কামত অইন ঠাইলৈ গ'লে দেখোন তেওঁলোকক দলে-দলে লগ পাওঁ!

**২২.৬.৯০ :** ... দৈনিক অসমৰ সম্পাদক প্ৰফুল্ল বৰুৱা আহিল। আজিৰ কাগজত মোৰ চিঠিখন ওলাইছে। বৰুৱাৰ লগত বহুত কথাৰ আলোচনা হ'ল। মোৰ কথা হ'ল—যিকোনো কাৰণতেই নহওক, সমাজৰ সাংস্কৃতিক মান বহু তললৈ নমা যেন লাগিছে। হিংসা-দ্বেষৰ বশবৰ্তী হৈ এক শ্ৰেণীৰ মানুহে অযথা সমাজৰ অপকাৰ কৰিছে। ইয়াত কাম কৰাটো বৰ অসুবিধাজনক। অসৎ কামৰ সংগী সৰহ; কিন্তু ভাল কাম কৰিবলৈ ওলালে ইমান মানুহৰ স্বাৰ্থত আঘাত পৰে যে নিজে অস্থিৰ হৈ, মনোকষ্ট পাই ওলাই আহিব লাগে। ...

**২৩.৬.৯০ :** ...পাছবেলা প্ৰান্তিকলৈ অহা গল্প পঢ়িলো। প্ৰীতম ফুকন নামৰ এজনৰ গল্প এটা পঢ়িলো।। আশা কৰোঁ এওঁ ভাল গল্পলেখক হৈ ওলাই আহক। বিকীৰণ বৰদলৈৰ গল্প প্ৰান্তিকত ছপা হৈছে; কিন্তু এইবাৰৰ গল্পটোৰ (অজ্ঞেয়) যিখিনিলৈকে পঢ়িলো,—সেইখিনিত এটা বেলেগ ৰস পাইছোঁ। তেওঁৰ বুদ্ধিদীপ্ত বৰ্ণনা আৰু পৰ্যবেক্ষণৰ প্ৰতি মই আন্তৰিক শুভইচ্ছা জনাইছোঁ। তেওঁ যেন ভাল লেখক হৈ ওলাই আহে। ...

**৩০.৬.৯০ :** ...৯-৫০—প্ৰান্তিকলৈ। প্ৰদীপক সুধিলো,—আমিনো মুখ্যমন্ত্ৰীৰ আমেৰিকাৰ কথা কি ছপাইছিলো হে'? মুখ্যমন্ত্ৰীয়ে বোলে বেয়া পাইছে! প্ৰদীপে আমেৰিকাৰ পৰা ANA আৰু ASA-ই লিখা চিঠিকেইখনৰ বাহিৰে একো মনত পেলাব নোৱাৰিলে। মই ক'লো,—হ'ব। এতিয়া মনত পেলোৱাৰ প্ৰয়োজন নাই; পুৰণি প্ৰান্তিক মেলি চাবলৈ মোৰ সময়ো নাই। আমাৰ যি বিচাৰ, ছপালৈ বস্তু পঠোৱাৰ আগতে সেই বিচাৰ প্ৰয়োগ কৰোঁ। আমাৰ কাগজত যি ছপা হয়, সেয়া ৰাজ্যৰ আৰু ৰাইজৰ উপকাৰৰ বাবে ছপা কৰা হয়। এই কথা মনত ৰাখি বস্তু ছপা কৰোঁ যেতিয়া, পাছত চিন্তা কৰি লাভ নাই। ...

**৩ জুলাই, ১৯৯০ :** ...চলচ্চিত্ৰ নিগমৰ মিটিঙৰ বাবে লিখা-পঢ়া। মোৰ বক্তব্যৰ কথাবোৰ জুকিয়াই ল'লো। কিছুমান লিখিও ল'লো। ১১-২০ —নিগমৰ অফিছলৈ (জ্যোতি চিত্ৰবন)। শ্ৰীমতী ৰিনজা অহাৰ লগে-লগে মিটিং আৰম্ভ কৰিলো। চৰকাৰে এখন চিঠি দিছে,—নিগমৰ কেপিটেল বঢ়াবলৈ হ'লে Memorandum of Associationখন সলাব লাগিব; আমি যেন সেইটোৰ ব্যৱস্থা কৰোঁ। অথচ যোৱা তিনি বছৰে আমি চৰকাৰক কৈ আছোঁ —সেই কামটোকে কৰিবলৈ। লগতে structureটো সলনি কৰাৰ কথাটোও আছে। এই চিঠিখন যদি তিনি বছৰৰ আগতে পালোহেঁতেন তেনেহ'লে ইমান দিনে হয়তো কিছু কাম হ'লহেঁতেন। যি হওক, আমি কামবোৰ কৰোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিলো। নিগমৰ গাড়ীখন আমাৰ ঘৰৰ পৰা আঁতৰাবলৈ অনুৰোধ কৰিলো। আগতে MD-লৈ দুখন চিঠি দিছোঁ। ...

**৯.৭.৯০ :** ...৩-৩০। ওলাই গ'লো। Assam Cine Art Socirty-এ পতা ছেমিনাৰলৈ। গৌৰী সদনত। সময় ৪ বজাত। আৰম্ভ হওতে ৪-৪০ মান হ'ল। নয়ন প্ৰসাদে approach paperখন পঢ়াৰ পাছতে মোক ক'বলৈ দিলে। মই ঘাইকৈ উত্তৰ পূৰ্বাঞ্চলৰ কাৰণে NECৰ সহযোগত যিটো ডাঙৰ প্ৰতিষ্ঠান গঢ়ি তোলাৰ আঁচনি প্ৰস্তুত কৰিছিলো, সেই বিষয়ে ক'লো। সকলোকে সেই আঁচনিখন বিচাৰ কৰি কামবোৰৰ follow-up কৰাৰ বাবে অনুৰোধ কৰিলো। —আৰম্ভণিতে ক'লো,—ফিল্ম এখন নিৰ্মাণ কৰিবলৈ বহু টকা লাগে; সেই কাৰণেই আজি 'চলচ্চিত্ৰ নীতি'ৰ প্ৰয়োজন হৈছে। নহ'লে সাহিত্য নীতি, সংগীত-নীতি আদিৰ বাবে দাবী নুঠে কিয়? কিন্তু এসময়ত আপোনালোকে এইটো কথাও বিচাৰ কৰিব লাগিব; —সৰহকৈ, নিয়মীয়াকৈ কৰবাৰ পৰা টকা আহি থাকিলেই চলচ্চিত্ৰক আমি যিটো ৰূপত প্ৰতিষ্ঠা কৰিব খুজিছোঁ, সেইটো ৰূপত প্ৰতিষ্ঠা কৰিব পাৰিমনে? ...

**১৫.৭.৯০ :** ...হঠাতে মনত পৰিছে। ...অসম একাডেমি ফৰ কালচাৰেল ৰিলেশ্যনছৰ লগত বিষয়ববীয়া হিচাপে জড়িত থাকোঁতে এখন 'আলোচনা চক্ৰ' পাতিছিলো। বিষয় আছিল— 'চন্দ্ৰবিন্দুৰ ব্যৱহাৰ'! বিষয়টোৰ নাম শুনি দুজনমানে হাঁহিছিল। পিছে আজিও

সেইটো বৰ গুৰুত্বপূৰ্ণ বিষয় হৈয়েই আছে।

**১৭.৭.৯০ :** ...সমিৰণ বৰুৱাৰ (সমীৰণ?) অসমীয়া চিত্ৰকলা সম্পৰ্কীয় প্ৰবন্ধটো edit কৰোঁতে বুজিলো,—তেওঁ অসমীয়া ভাষা-সাহিত্য আৰু চিত্ৰকলাৰ সম্পৰ্কৰ বিষয়ে লিখা কথাখিনি যুক্তিযুক্ত। সেই সময়ৰ অসমীয়া শিক্ষিত, দেশপ্ৰেমী মানুহখিনিয়ে ভাষাটোৰ কাৰণে বহু বেছি চিন্তা আৰু কাম কৰিব লগীয়া হ'ল। চিত্ৰকলা আদি কিছুমান বিষয়লৈ চকু দিয়াই নহ'ল। ফলত সাহিত্যৰ লগত চিত্ৰকলাৰ সম্পৰ্ক নঘটিল। ...

**১৮.৭.৯০ :** ...নাটক লিখাৰ কাম আৰম্ভ কৰিলো।

গুৱাহাটী ৰিফাইনেৰিৰ জেনেৰেল মেনেজাৰ, তেওঁৰ ডেকা পুতেক, আৰু তেওঁলোকৰ গাড়ীৰ ড্ৰাইভাৰজনক 'আলফা'ই অপহৰণ কৰি নিছে। কালিয়েই। আজি ৰাতিলৈকে খবৰ ওলোৱা নাই। ৰে'লৰে জেনেৰেল মেনেজাৰৰ গাড়ীলৈ (তেখেত ভিতৰত থকা অৱস্থাতে) কোনোবাই গুলীয়াইছিল। কালি গধূলি। এইবোৰ কি হৈছে? বৰ অসহায় অনুভৱ কৰোঁ। একো কৰিব নোৱাৰোঁ, অথচ কথাবোৰ নভবাকৈও থাকিব নোৱাৰোঁ। ৰাজনীতি-অৰ্থনীতিৰ নামত অমানৱীয় ঘটনা ইমান বেছিকৈ ঘটিবলৈ লৈছে! ...

**২০.৭.৯০ :** ... পাছবেলা চিঠি-পত্ৰৰ কাম। অন্তৰীপৰ দুটা অধ্যায় সাহিত্য একাডেমিৰ 'প্ৰাচী'ত ইংৰাজীত ছপা হৈছে। সেই সম্পৰ্কে মোলৈ অহা চিঠিৰ উত্তৰ। NEZCC-ৰ Documentary film সম্পৰ্কে বেনদাং আৱে লিখা চিঠিৰ উত্তৰ। কলিকতাৰ NFDC-ৰ Regional Manager-এ নাগামিজ ভাষাৰ ফিল্ম সম্পৰ্কে লিখা চিঠিৰ উত্তৰ। দিল্লীৰপৰা বিপুল মহন্তই National Book Trust-এ মোৰ আকাশ নামৰ কিতাপৰ বিষয়ে লিখা চিঠিৰ উত্তৰ ইত্যাদি।

**২২.৭.৯০ :** পাছবেলা মন্ত্ৰী দিগেন বৰা আৰু মন্ত্ৰী নগেন শৰ্মা আহিল। গুৱাহাটী ৰিফাইনেৰিৰ GM শ্ৰীদাসক ULFAই ক'ৰবাত বন্দী কৰি থোৱাৰ ফলত যি পৰিস্থিতিৰ উদ্ভৱ হৈছিল, সেই বিষয়ে বাতৰিকাকত, আলোচনী আদিৰ সম্পাদক কেইগৰাকীমানৰ লগত মন্ত্ৰীসভাৰ কেইগৰাকীমানে আলোচনা কৰিব খোজে। মই ক'লো—মই বাৰু যাম; কিন্তু প্ৰান্তিকৰ সম্পাদক প্ৰদীপ বৰুৱা; মই মুখ্য সম্পাদক। এই কথাটো জনাই থোৱাটো মোৰ কৰ্তব্য।

৭ বজাত জনতা ভৱন পালোগৈ। ধীৰেন বেজবৰুৱা, ৰবীন বৰুৱা (Assam Tribune), কনকসেন ডেকা, প্ৰফুল্ল বৰুৱা (দৈনিক অসম) আৰু শ্ৰী নবীশ। (এখেতক মই আজিহে লগ পাইছোঁ।) আলোচনাৰ মূল কথা ঃ চৰকাৰে ULFAৰ কোনো লোকৰে

লগত যোগাযোগ কৰিব পৰা নাই। AASUৰ ল'ৰা দুজনক মুক্তি দিয়াৰ বিষয়টো আলোচনা কৰিবলৈ গৃহমন্ত্রীয়ে জনোৱা নিমন্ত্ৰণ AGSUৰ নেতাই প্রত্যাখ্যান কৰিছে( তেওঁলোকে বিচাৰে গৃহমন্ত্রীয়ে জজ খেলপথাৰত আলোচনা কৰিব লাগে। সেইটো গৃহমন্ত্রীয়ে নামানে।) আলোচনাৰ শেষত আগবঢ়োৱা পৰামৰ্শ ঃ চৰকাৰে বাতৰিকাকত আদিৰ যোগেদি ULFAক আলোচনালৈ মাতিব লাগে, হত্যাৰ ভাবুকি পৰিহাৰ কৰিবলৈ অনুৰোধ কৰিব লাগে ; সৰ্বদলীয় ৰাজনৈতিক নেতাৰ সভা পাতিব লাগে; অন্যায়ৰ বিৰুদ্ধে জনমত গঠন কৰিব লাগে। (চৰকাৰে আমাক কিমান কথা খোলোচাকৈ ক'লে, কিমান নক'লে —ধৰা টান। AGP-ULFA-AASU—এই সম্পৰ্কটো বৰ আহুকলীয়া।)

২৪.৭.৯০ : উপন্যাস লিখিবলৈ ল'লো। ৰিফাইনেৰিৰ GM আৰু লগৰীয়াসকলক উদ্ধাৰ কৰাৰ ক্ষেত্ৰত নতুন ঘটনা একো ঘটা নাই। বাতৰিকাকতত সম্পাদকসকলৰ appealটো ওলাইছে। সেইটো appeal-অত ময়ো চহী কৰিছোঁ। এনেকুৱা কাম কোনোমতেই সমৰ্থন কৰিব নোৱাৰি।

২৯.৭.৯০ : ... শোধনাগাৰৰ জেনেৰেল মেনেজাৰ, তেওঁৰ পুতেক আৰু গাড়ীৰ ড্ৰাইভাৰক আলফাই তিনিবজাৰ আগে-আগে জেনেৰেল মেনেজাৰৰ ঘৰৰ ওচৰত গাড়ীৰ পৰা নমাই দিলে। নমাই দিয়েই গাড়ীখন লৰালৰিকৈ গুচি গ'ল। কালি ৰাতি আলফাৰ দাবীমতে তেওঁলোকৰ তিনিজন সদস্যক এৰি দিয়া হৈছিল; তেওঁলোকে দাবী কৰিছিল— তেওঁলোকৰ সদস্যকেইজনক চৰকাৰে এৰি দিয়া আৰু পণবন্দীকেইজনক এৰি দিয়াৰ মাজত বাৰ ঘণ্টা সময় থাকিব লাগিব। চৰকাৰে সেই দাবীও মানি লৈছিল। ...

৩০.৭.৯০ : ... কালি আলফাই তিনিজন নিজৰ মানুহৰ সলনি তিনিজন পণবন্দী ওভোতাই দিলে, সিফালে ডিব্ৰুগড়ত SP দৌলত সিং নেগি আৰু তেওঁৰ লগৰ দুজনক গুলীয়াই হত্যা কৰিলে। অশান্তিৰে মন ভৰি পৰিছে। সজাৰ ভিতৰত নতুনকৈ ধৰি আনি সুমুৱাই থোৱা বয়সীয়া ভাটৌৰ ছটফটনিৰ লগত মনৰ অৱস্থাটো তুলনা কৰিব পাৰি।

হবিবুৰ ৰহমান নামৰ ডেকা এডভোকেট এজন আহিল। তেওঁৰ ফিল্মৰ লগত সম্বন্ধ ঘটিছে। ভৰত নৰহে (মন্ত্রী) ফিল্মৰ কাৰণে চিত্ৰনাট্য লিখিব খুজিছে। মোৰ চিত্ৰনাট্যৰ নমুনা এটা লাগে। মই "উলিয়াই থ'ম, এদিন নিবাহি" বুলি ক'লো। তেওঁ বৃহস্পতিবাৰলৈ আহিব। ইন্টাৰেষ্টিং।

অসম চৰকাৰৰ উপদেষ্টা সমিতিৰ সভাখন আগৰ তাৰিখত নহ'ল চাগে। আজি আকৌ চিঠি পালো। ৭ আগষ্টত পাতিছে। মোৰ সেই একে কথা। বৰ্তমান set-up-অক উপদেশ দিয়াৰ গুণ বোধকৰোঁ মোৰ নাই। ...

**১ আগষ্ট, ১৯৯০ :** ... ৯-৫০—প্ৰান্তিকলৈ। তাত হীৰেন ভট্টাচাৰ্য আৰু বীৰেন ফুকনক (গায়ক, সংগীতজ্ঞ) লগ পালো। ফুকনে অসমত শাস্ত্ৰীয় সংগীতৰ চৰ্চা আৰু আজিৰ দৈন্যৰ বিষয়ে ক'লে। এসময়ৰ সংগীত সন্মিলনবোৰৰ যে বৰঙণি আছিল, সেই কথা তেখেতে উল্লেখ কৰিলে। কথাটো সঁচা। আনকি আৰম্ভণিৰ সময়ৰ Inter College Competitionবোৰৰো চৰিত্ৰ ভাল আছিল, আৰু সেইবোৰৰ অৱদান লেখত ল'বলগীয়া আছিল। ...

**২.৮.৯০ :** হবিবুৰ ৰহমান নামৰ এডভোকেটজনে 'অগ্নিস্নান'ৰ চিত্ৰনাট্যৰ কপি এটা লৈ গ'লহি। ...

**৬.৮.৯০ :** ... প্ৰায় ছয়মান বজাত ভবেন বৰুৱাই ফোন কৰিলে। তেখেতে ইয়াৰ আগতে বোলে ফোন কৰি যোগাযোগ কৰিব পৰা নাই। (ফোনৰ দোষত)। মই চমুকৈ তেখেতৰ ইউৰোপ-আমেৰিকা ভ্ৰমণৰ খবৰ ল'লো। প্ৰান্তিকৰ বাবে লিখাৰ কথা ক'লো। কথা প্ৰসংগত নিৰোদ বৰুৱাৰ গোপীনাথ বৰদলৈ সম্পৰ্কীয় প্ৰবন্ধলানিৰ কথা ওলাল। নেহৰু আৰু অসম—এই সন্দৰ্ভত নিৰোদ বৰুৱাই লিখা কথাখিনিৰ তেখেতে বিৰোধিতা কৰিলে। মই এইটো আশা কৰিছিলোৱেই। আশাকৰোঁ—প্ৰবন্ধলানি শেষ হোৱাৰ পাছত বৰুৱাই কথাবোৰ ফঁহিয়াই দেখুৱাব, আৰু সত্য প্ৰতিষ্ঠিত হ'ব। ...

**৮.৮.৯০ :** ... কলিকতা। (পুৱা ৫-৩০ বজাত) ওলাই গ'লো। পাঞ্জাবীৰ দোকানত চাহ এমলা খালো। এতিয়া এমলা চাহৰ দাম দুটকা হ'ল। ... নাটকৰ কথা চিন্তা কৰিলো। Note কৰিলো। ১১-১৫—NFDCৰ গাড়ী আহিল। মিটিঙত দেৱযানী চলিহা আৰু Statesman-অৰ সাংবাদিক স্বপন মল্লিক উপস্থিত। এঘণ্টাৰ ভিতৰতে মিটিং শেষ হ'ল। এখন Script. নাগামিজ ভাষাৰ। নগালেণ্ডৰ পৰা প্ৰথম প্ৰয়াস বুলিও সহায় কৰিব পৰা নগ'ল। Script-খন, কাহিনীটো সঁচাকৈয়ে জোৰা-ফোন্দা দিয়া, দুৰ্বল। ...*

* মই তেতিয়া National Film Development Corporationঅৰ কলিকতা শাখাৰ চিত্ৰনাট্য সমিতিৰ সদস্য আছিলো। ব্যক্তিগত অসন্তুষ্টি এটাৰ কাৰণে পাছত সেই সদস্যপদ এৰি দিছিলো।

**১০.৮.৯০ :** ... 'মোৰ প্ৰিয় গীত' অনুষ্ঠানৰ বাবে কথাখিনি লিখিলো। প্ৰান্তিকৰ কাম। উপন্যাস। আবাহন থিয়েটাৰৰ বাপ বৰা আহিল। ১৮ তাৰিখে পাঠশালালৈ যাম বুলি ক'লো। ১১-৪৫—আকাশবাণীলৈ। এক বজাৰ পাছত ৰেকৰ্ডিং আৰম্ভ হ'ল। দুই বজাৰ পাছত dubbing. চাৰে চাৰি বজাত শেষ হ'ল। মই ডাবিঙত থাকিলো; শেষৰ দুটা গীত

বাদ দিবলগীয়া হ'ল। দুটা কাৰণত—এক ঃ ৰেকৰ্ডখন তেওঁলোকে নাপালে; দুই—সময় বেছি হ'ব। ড. ভূপেন হাজৰিকাৰ 'ৰং কিনিবা কোনে' গীতটোৰ যিখন কমাৰ্ছিয়েল ৰেকৰ্ড পালো, তাত গীতটোৰ সৌন্দৰ্য ৰক্ষা পৰা নাই। এই গীতটোৰ ক্ষেত্ৰত মই তেখেতৰ মুখত শুনা সুৰ, পৰিবেশন-ৰীতি আদিৰ প্ৰতিহে অধিক আকৃষ্ট (সেই তাহানিতে শুনা)। ...

**১২.৮.৯০ :** ... উপন্যাস (প্ৰান্তিকৰ ) কপি কৰি শেষ কৰোঁতে ন বাজি গ'ল। তাৰ পাছত শেষ পৃষ্ঠাত ধৰিলো। আজি দেওবাৰ যদিও কম্প'জ কৰা কাম চলিব; কাৰণ আগত ১৫ আগষ্টৰ বন্ধ আছে। বন্ধৰ কাৰণে লৰালৰি কৰা—এই ঘটনাটো বছৰটোৰ ভিতৰত কেইটামান সংখ্যাৰ কাৰণেহে নঘটে। তদুপৰি কাৰেণ্ট, মেছিন আদিয়ে ঘটোৱা বিপৰ্যয় আছেই। তথাপি ১৯৮১ চনৰে পৰা আলোচনীখন ইমান নিয়মীয়াকৈ উলিয়াই ৰাখিব পৰাটো এইখন ৰাজ্যত কম কথা নহয়। ...

...১১ বজাৰ পাছত শেষপৃষ্ঠা লিখা শেষ হ'ল। ঠাকুৰীয়াক পঠালো প্ৰান্তিকলৈ। গা-মন অৱশ-অৱশ লাগে। Tensionটোৰ কাৰণে। শেষপৃষ্ঠাৰ পাছতে আহিল নাটকৰ চিন্তা। কালি বাপ বৰাক কৈ পঠাইছোঁ—শনিবাৰে যাম বুলি। পাছবেলা নাটক লিখিবলৈ ললো।

**১৪.৮.৯০ :** ...বাৰমান বজাত দূৰদৰ্শনৰ গুৱাহাটী কেন্দ্ৰৰ Director Shri K. Tlanthanga আহিল। লগতে তেখেতৰ নিজা মানুহ এজন। এইজন সঞ্চালকক মই আজিহে দেখিলো। মোৰ ধাৰণা—তেখেত দুটা কাৰণত আমাৰ ঘৰলৈ আহিল ঃ এক বাতৰি পঢ়া আৰু প্ৰগ্ৰেম ঘোষণা কৰা কামৰ বাবে দূৰদৰ্শনৰ গুৱাহাটী কেন্দ্ৰই 'নতুন মুখ' নিয়োগ কৰিব। প্ৰায় ১৫০০ দৰখাস্ত আহিছে। সেই প্ৰক্ৰিয়াটোত মই থাকিব পাৰিম নে কি, সেই কথাটো সুধিবলৈ। দুই—কাকতত হিন্দী প্ৰগ্ৰেম সম্পৰ্কে কিছুমান বাতৰি, সমালোচনা ওলাইছে। এইবোৰ সমালোচনা সম্পৰ্কে মোৰ মতামত জানিবলৈ। মই ক'লো—সমালোচনাৰ হাত সৰা সম্ভৱ নহয়। সকলো মানুহকে সন্তুষ্ট কৰাটো সম্ভৱ নহয়। আপোনালোকে কেৱল কষ্ট কৰি, চিন্তা কৰি, nepotism favouritism বাদ দি, অসমৰ প্ৰতিভাসম্পন্ন মানুহখিনিক বাছি উলিয়াই আন্তৰিকতাৰে প্ৰগ্ৰেম যুগুত কৰক; ভাল ফল পাবই।

এখেতসকলৰ লগত কথা পতাৰ বাহিৰে দিনটো, ৰাতি শুবৰ সময়লৈকে নাটকৰ কাম।

**১৭.৮.৯০ :** ... সন্ধিয়াৰ পাছত কৃষ্ণমূৰ্তি হাজৰিকা আৰু কলিকতাৰ জয়ব্ৰত চাটাৰ্জী আহিল। লগতে ফটোগ্ৰাফাৰ এজন। চাটাৰ্জীয়ে প্ৰথমতেমই সৰু ল'ৰা-ছোৱালীৰ কাৰণে কৰা কামৰ কথা সুধিলে। এই কথাটোত মোৰ ভাল লাগিল। কাৰণ সঁফুৰাখনৰ কাৰণে মই কষ্ট কৰোঁ, কিন্তু সেই দিশৰ কামবোৰৰ কথা তল পৰি থাকে। ল'ৰা-ছোৱালীৰ কাৰণে অসমীয়া ভাষাত বাহিৰা কিতাপ কিমান কম, ইংৰাজীত ব্যুৎপত্তি থকা ল'ৰা-

ছোৱালীৰ তুলনাত তেওঁলোক কিমান বঞ্চিত, সেই কথাৰ ওপৰত গুৰুত্ব দিয়া নহয়।

তাৰ পাছত চাটাৰ্জীয়ে গল্প, উপন্যাস, নাটক, ফিল্ম সকলোৰে কথা সুধিলে। তেওঁলোক যাওঁতে চাৰে আঠমান বাজিল।

আজি 'দিগম্বৰ' নাটকৰ চতুৰ্থ দৃশ্যলৈকে লিখা হ'ল। ...

**১৮.৮.৯০ :** ... প্ৰদীপৰ লগত বৰ্তমান অসমীয়া আলোচনীৰ বিক্ৰি-বাট্টাৰ কথা ওলাল। কমিছে। এতিয়াও প্ৰান্তিকৰ বিক্ৰিয়েই বেছি। মই ক'লো,—কেৱল পষেকীয়া আলোচনী এখনৰ ওপৰতে ইমানখিনি মানুহে নিৰ্ভৰ কৰি জীৱন নিৰ্বাহ কৰি আছে,—আজি প্ৰায় ন বছৰে; —নিয়মীয়াকৈ ; এইটো অসমৰ কাৰণে ডাঙৰ কথা (অন্ততঃ আজিৰ দিনত)। ২-১৫ পাঠশালালৈ।

**২৮.৮.৯০ :** ... শেষপৃষ্ঠা লিখিলো। লিখি উঠিছোঁ—ভবেন বৰুৱা আহিল। তেখেতে নেহৰু-অসম সম্পৰ্কীয় আৰু এটা লেখা দিলে। ড. নিৰোদ বৰুৱাৰ বক্তব্যৰ সূত্ৰত লিখা। ভবেন বৰুৱাৰ মনৰ কথাটো পৰিষ্কাৰ, আৰু ভাল। নেহৰু সম্পৰ্কে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহখিনিৰ যদি ভুল ধাৰণা থাকে, তেনেহ'লে সি অসমীয়া ৰাজনীতি-সংস্কৃতিৰেই অপকাৰ কৰিব। বুৰঞ্জীত কথাবোৰ শুদ্ধ ৰূপত লিপিবদ্ধ হোৱাটো প্ৰয়োজনীয়। তেখেতে আনকি মোক দুখন কিতাপো দি গ'ল। বিষয়টোত তেখেতৰ আন্তৰিকতা লক্ষ্য কৰিবলগীয়া। ...

**৩১.৮.৯০ :** ... আঢ়ৈ বজাত ১১৫ নম্বৰ পৃষ্ঠাত নাটক শেষ হ'ল। প্ৰান্তিকৰ কাম। গধূলিৰ পাছত সঁফুৰাৰ প্ৰুফ চালো। পাঠশালালৈ যে যাম, তাৰ কাৰণে কাম আগ বঢ়াইছোঁ। অকণো সময় ইফাল-সিফাল কৰিব পৰা নাই। ...

**১ ছেপ্টেম্বৰ, ১৯৯০ :** ... আঠ নম্বৰ দৃশ্যটোৰ কাৰণে এটা 'গান' লিখিলো। ২-৫০—কৃষ্ণ ৰয় আহিল। অলপ পাছত পাঠশালালৈ। প্ৰায় তিনি ঘণ্টাৰ মূৰত পাঠশালা। হেম ভট্টাচাৰ্যক পালো। তেখেতৰ লগত ভ্ৰাম্যমাণ থিয়েটাৰৰ বিষয়ে আলোচনা। (তেখেতে আৱাহন থিয়েটাৰৰ তিনিখন নাট পৰিচালনা কৰিছে।) কিয় দৰ্শক কমিছে? পাৰ্টি বেছি হ'ল ? TV, VCR আদিৰ প্ৰভাৱ? ৰাজ্যখনৰ ৰাজনৈতিক পৰিবেশ? উদ্যোক্তাসকলৰ (পাৰ্টি) এটা চামৰ পইচা উপাৰ্জনৰ অন্য সহজ পথ মুকলি হ'ল?

ৰাতি দহমান বজাৰ পৰা বাৰ বজালৈ ৰিহাৰ্ছেল।

**২.৯.৯০ :** ... গান দুটাৰ সুৰ গুণগুণালো। যদি এওঁলোকে দিয়া সুৰ ভাল নালাগে, তেনেহ'লে কি কৰিম, তাৰ প্ৰস্তুতি। এজন ল'ৰাই 'সাক্ষাৎকাৰ'ৰ নিচিনাকৈ কিবা সুধিবলৈ আহিল। মই ক'লো,—তুমি গুৱাহাটীত থাকা যেতিয়া ঘৰলৈ যাবা। তুমি ভ্ৰাম্যমাণৰ

বিষয়ে আৰু মোৰ বিষয়ে কিমান কি জানা, সেইটো জানি লোৱাটোও মোৰ কৰ্তব্য। ৭-৫০—থিয়েটাৰ হোৱা ঠাইলৈ। 'লখিমী বোৱাৰী' নাটক চালো। ১০-৩০। ভাত খাই ১১-৪০ বজাত মঞ্চত 'দিগম্বৰ'ৰ ৰিহাৰ্ছেল আৰম্ভ। ৩-০৫ শেষ। শোওঁতে চাৰি বাজোঁ-বাজোঁ।

**৩.৯.৯০ :** ... পুৱা ছয় বজাত গুৱাহাটীলৈ যাবলৈ সাজু হ'লো। গাড়ীখন আহোঁতে ৭ বাজিল। লগত হেম ভট্টাচাৰ্য। বাটত ঘাইকৈ ভ্ৰাম্যমাণৰেই কথা। মই ক'লো,—কেইজনমান লেখকে আশাশুধীয়াকৈ ভ্ৰাম্যমাণৰ কাৰণে নাটক লিখিবলৈ ল'লে চতুৰ্থ শ্ৰেণীৰ নাটকক বাধা দিয়াৰ প্ৰচেষ্টাটো আৰম্ভ হ'ব। এতিয়া বৰ উচ্চ ধৰণৰ নাটকৰ প্ৰশ্ন উঠা নাই, প্ৰশ্ন উঠিছে—vulgarismটো বন্ধ কৰাৰ।

ভট্টই শিল্পী-পেনছনৰ বিষয়ে (এইবাৰ অসম চৰকাৰে দিয়া) দুখ প্ৰকাশ কৰিলে। পাবলগীয়া মানুহে নাপালে, নাপাবলগীয়াই পালে। মই ক'লো—দুৰ্নীতিগ্ৰস্ত, অসৎ ছিষ্টেম এটাই শিল্প-সংস্কৃতিৰ কোনো ভাল কাম কৰিব নোৱাৰে। ...

... আবেলি শমীক বন্দোপাধ্যায়ে* ফোন কৰিলে। কালি বোলে তেখেত, গৌতম ঘোষ, আৰু পুনেৰ আৰ্কাইভৰ নায়াৰ আহিছিল। লগ পোৱা হ'লে বৰ ভাল পালোহেঁতেন। আজি শমীক বন্দোপাধ্যায়ে ফোন কৰোঁতে মই ঠিক কৰিলো—কাইলৈ সন্ধিয়া আমি লগ পাম। ৰাতি প্ৰান্তিকৰ কাম।

* শমীক বন্দোপাধ্যায় পশ্চিমবংগৰ এগৰাকী যশস্বী লেখক আৰু সমালোচক। তেখেতৰ বিশেষ কৰ্মক্ষেত্ৰ হ'ল নাটক আৰু চলচ্চিত্ৰ।

**৪.৯.৯০ :** ... হোটেল প্ৰাগ কন্টিনেন্টেলত শমীক বন্দোপাধ্যায়ক লগ ধৰিলো। (Room 404)। তেওঁ মোক কেইবাটাও কথাৰ কাৰণে লগ ধৰিব খুজিছিল। তাৰে মুখ্য কাৰণ দুটা হ'ল—মোৰ গল্পৰ সংকলন এটা Seagull Publication-এ ইংৰাজী ভাষাত প্ৰকাশ কৰিব খোজে; আৰু তেওঁলোকৰ ইংৰাজী ছিনেমা-সম্পৰ্কীয় আলোচনী এখনত মোৰ এখন ফিল্মৰ scriptখন (ইংৰাজীত) প্ৰকাশ কৰিব খোজে ( মোৰ এটা ইন্টাৰভিউৰে সৈতে)। তাৰ পাছত ফিল্ম সম্পৰ্কে কথা পাতিলো। তেওঁ মণিপুৰৰ অ. শ্যাম শৰ্মাৰ শেহতীয়া ফিল্মখনৰ গল্পটো ক'লে আৰু ফিল্মখনৰ প্ৰশংসা কৰিলে। মৃণাল সেনে অলপতে শ্বুটিং আৰম্ভ কৰিব; সেইখন ফিল্মৰ গল্পটোও শক্তিশালী বুলি ক'লে। তেওঁ মোৰ নতুন ফিল্মখনৰ গল্পটো শুনিব খুজিলে। চমুকৈ ক'লো। ...

**৫.৯.৯০ :** ...অসমৰ অৱস্থা সম্পৰ্কে দিল্লীৰ সদনত আৰু দিল্লীৰ অন্যান্য সভাত আলোচনা হৈছে। তাৰ বাতৰি খবৰ-কাগজত ওলাইছে। আমি নজনা কথা সেইবোৰ বাতৰিত পঢ়িবলৈ পাইছোঁ। আবেলি India Today এখন কিনিলো। তাতো এটা ডাঙৰ লেখা ছপা হৈছে। গতিকে—কথা ঢাকিব নোৱাৰি। ঢাকিলে বিপদ বাঢ়িবহে।

[ এই পৃষ্ঠাটোৰ তলত, - কিয় ক'ব নোৱাৰোঁ,—তলৰ কথাষাৰ লিখি থোৱা আছে ঃ
Be good, and you will be lonely.
– Mark Twain ]

**৬.৯.৯০ :** ... ভাৰতীয় জ্ঞানপীঠৰ পৰা চিঠি আহিছে—তেওঁলোকে মোৰ গল্পৰ সংকলন এটা প্ৰকাশ কৰিব খোজে। হিন্দীত। তেওঁলোকে অনুবাদক হিচাপে মহেন্দ্ৰ নাথ ডুবে নামে এজনৰ নাম উল্লেখ কৰিছে।*

* মহেন্দ্ৰ নাথ ডুবেৰ লগত পাছত মোৰ (আমাৰ ঘৰতে) চিনাকি হৈছিল। তেখেতৰ অসমীয়া ভাষাৰ লগত সম্পৰ্ক কিমান গভীৰ, সেই কথা মই নাজানিছিলো। অন্ততঃ এগৰাকী সাধাৰণ পৰ্যায়ৰ হিন্দীভাষী পাঠিকাৰ মুখে শুনিছোঁ,—শ্ৰী ডুবেই কৰা অনুবাদ উত্তম হোৱা নাই। কিতাপখনৰ নাম 'ঢলান কি বেলা'। শুনামতে নেশ্যনেল বুক ট্ৰাষ্টে হিন্দীলৈ অনুবাদ কৰা মোৰ গল্প-সংকলন 'আকাশ'ৰ অনুবাদ ভাল।

**৭.৯.৯০ :** ... বিতোপন বৰবৰা আহিল।* তেওঁলৈ মই খবৰ পঠাইছিলো। তেওঁক তেওঁ লিখা গল্পটোৰ বিষয়ে ক'লো, আৰু কেইটামান কথা পৰিষ্কাৰ কৰিব পাৰিনে কি চাবলৈ ক'লো। তেওঁ কথাবোৰ বুজিলে। ...

* বিতোপন বৰবৰা সংবাদসেৱী আৰু গল্পলেখক।

**১০.৯.৯০ :** ... ৬-০৫—গুৱাহাটীলৈ বুলি পাঠশালা এৰিলো। ৮-৩০ মান বজাত ঘৰ পাম, ৯ বজাৰ পৰা কামত ধৰিম,—এনে ভাবেৰে আহি আছোঁ ; বাইহাটা চাৰি-আলিত গাড়ী বেয়া হ'ল। ড্ৰাইভাৰে গেৰেজ এটাত গাড়ী ৰখালে। মেকানিকজন পিছফালেই থাকে। তেওঁ ভাং খাব; ভাং খালেহে তেওঁ কামত হাত দিব পাৰিব। আধা ঘণ্টাৰ মূৰত ঋষিৰ নিচিনা, চুলি জট বন্ধা বৃদ্ধ এজন ওলাই আহিল। গাড়ীখনৰ কাম কৰি থাকোঁতে তেওঁ মোক ক'লে,—তেওঁ বোলে আৰ্মিত আছিল। Diploma holder. এৰোপ্লেনৰ কামো জানে। গেৰেজৰ মালিকে ক'লে, —মানুহজনৰ বয়স ৯০ বছৰ হৈছে।

... বাতৰি-কাকতত পঢ়িলো—পীযূষ ৰয় ঢুকাল। মোৰ চাৰিওখন ফিল্মৰ ছাউণ্ডৰ কাম তেৱেঁই কৰিছিল। কৰাইছিলো। কেৱল সন্ধ্যাৰাগৰ সংলাপৰ বাহিৰে। অসমত যিকেইটা শক্তিয়ে মানুহৰ অপকাৰ কৰে, তাৰ কেইবাটায়ো তেওঁক আক্ৰমণ কৰিছিল।

**১১.৯.৯০ :** ... আজি আমাৰ ৰাজ্যত জন্মাষ্টমী। ... শ্ৰীকৃষ্ণ হেন পুৰুষৰো জন্মদিন দুটা!

**১২.৯.৯০ :** ... বৰ দীঘলীয়া সময়ৰ tension এটা আজি শেষ হ'ল। থিয়েটাৰ, সঁফুৰা, প্ৰান্তিক—একে সময়তে,—এটাইখিনি time bound programme. ভিতৰি ভিতৰি বৰ কষ্ট পাইছিলো। ...

**১৩.৯.৯০ :** ... উৎপল দত্ত আহিছিল। তেওঁৰ লগত ভ্ৰাম্যমাণ থিয়েটাৰৰ কথা। কেনেকৈ মোটামুটি ভাল নাটকেৰে (যিবোৰ অন্ততঃ crude আৰু vulgar নহয়) ভ্ৰাম্যমাণ মঞ্চক জীয়াই ৰাখিব পাৰি? Mass audience বৰ বিচিত্ৰ বস্তু। মোৰ কেইবাখনো নাটকে এওঁলোকক ধৰি ৰাখিব পাৰিছে; কিন্তু প্ৰত্যেকখন নাটক তেনেকৈ লিখা সম্ভৱ নহয়। তথাপি, গাত শক্তি থকালৈকে চেষ্টা কৰি চাওঁ। ...

**১৪.৯.৯০ :** ... কলিকতাৰ পৰা বুদ্ধদেৱ দাশগুপ্তই ফোন কৰিলে। তেওঁ শ্বিলঙৰ অৱস্থাৰ কথা সুধিলে। মই ক'লো—খবৰ ল'ম। ২০ তাৰিখে মই কলিকতালৈ যাম, তেতিয়া খবৰটো দিম। তেওঁ ক'লে—ভাল হ'ব, আড্ডা দিব পৰা যাব এদিন। তেওঁ Children Film এখন কৰাৰ কথা ক'লে। লগ পালে এই বিষয়ে কথা পাতিম বুলি ক'লে। (মই তেওঁৰ বাঘ-বাহাদুৰখন চাবলৈ নাপালো। বেয়া কথা হ'ল। কামৰ কাৰণেই এনে হ'ল। চাম কেতিয়াবা ক'ৰবাত।)

ড. ক্ষীৰেণ ৰয়ে ফোন কৰিলে। তেখেত নতুনকৈ ওলাবলগীয়া দৈনিক North East Times-অৰ সম্পাদক হৈছে। কাইলৈ ২-৩০ মান বজাত আহিব বুলি ক'লে।

**১৫.৯.৯০ :** ... ডিমাপুৰৰ NEZCCলৈ (North East Zone Coutural Centre-অলৈ) চিঠি। যোৱা প্ৰগ্ৰেম কমিটিৰ মিটিঙত মই কৈছিলো—ডকুমেণ্টেৰি ফিল্ম নিৰ্মাণ কৰাৰ ক্ষেত্ৰত চৰকাৰী বিভাগবোৰে যি পলিছি চলাই ৰাখিছে, তাৰ ফলত আশানুৰূপ সুফল পোৱা হোৱা নাই। NEZCC-এ যদি ডকু. ফিল্ম কৰাব খোজে, তেনেহ'লে এটা পলিছি আৰু প্ৰছিডিঅ'ৰ ঠিক কৰি ল'ব লাগে,—যাতে পইচাৰ সদব্যৱহাৰ হয়, এই ফিল্মবিলাক সঁচাকৈয়ে এই অঞ্চলৰ সাংস্কৃতিক ৰেকৰ্ড হয়, তথ্য-পাতি, নিৰ্মাণ সকলো দিশৰ পৰা ছবিবোৰ সমগ্ৰ পৃথিৱীতে দেখুৱাব পৰা হয়। এপ্ৰিল মাহৰ সেই মিটিঙত এখন ছাব কমিটি কৰা হৈছিল—এইবোৰ ঠিক কৰিবলৈ। কিন্তু যোৱা এমাহমানত মোলৈ script আহিবলৈ আৰম্ভ কৰিছে—for approval. ... মইতো এইধৰণৰ কথা কোৱা নাছিলো ! মই approval দিয়া মানুহ হ'ব নোখোজোঁ। মোক লাগে নীতিটো। উদাহৰণ ঃ এইয়ে তিনিখন script মোলৈ NEZCC আৰু ডেভিছে পঠালে,—বাতৰি-কাকতত বিজ্ঞাপন দিয়া হৈছিল নে কি? Script submit কৰিব লাগে বুলি এওঁলোকে জানিলে কেনেকৈ? অইন বহুত মানুহ আছে,—তেওঁলোকেও কথাটো জানিছে নে? দ্বিতীয় কথা, NEZCC -এ কি-কি বিষয়বস্তু লৈ ডকু. ফিল্ম কৰিব খোজে, সেই বিষয়ে প্ৰতিষ্ঠানটোৰ নিজৰ কিবা চিন্তা-ভাবনা আছে নে নাই? কোনোবাই নিজৰ সুবিধা মতে এটা বিষয়বস্তু বাছি লৈ NEZCCৰ কাষ চাপিছে; NEZCCএ সেই প্ৰস্তাৱটো কেনে ধৰণে বিচাৰ কৰিব ? বাৰু, সেইজন নিৰ্মাতাই দিয়া বিষয়বস্তু যেনিবা ভালেই ; তেওঁ বিষয়টো কেনেকৈ deal কৰিছে, সেই লৈ তেওঁ কিমান গৱেষণা-অনুসন্ধানমূলক কামৰ সহায় লৈছে, —মুঠতে scriptখন

ঠিক হৈছে নে নাই, সেইবোৰ কোনেও বিচাৰেই নকৰিব নে?

মই শ্ৰী বেনদাং আওলৈ চিঠি লিখিলো,—তেওঁ যেন মোক লগ ধৰে। আৰু মোলৈ যেন 'approval'অৰ কাৰণে script নপঠায়। মই পোৱা তিনিখন ওভোতাই পঠালো।

সঁফুৰাৰ কাম। ৯-৫০ প্ৰাপ্তিকলৈ। তাত সমুদ্ৰ গুপ্ত কাশ্যপক লগ পালো। তেওঁ এতিয়া Indian Express-অৰ লগত জড়িত হৈছে। অশোক কাগজ কলৰ ভৱিষ্যত আৰু থলুৱা যুবনেতাৰ সেই সম্পৰ্কীয় চিন্তা-ভাবনাৰ কথা ওলাল। কাগজ-কলটোৰ যন্ত্ৰ - পাতিবোৰ কোনো কামত নাহে। সেইবোৰৰ এতিয়া spare-parts-ও পাবলৈ নাই। বিশেষজ্ঞই ভাবিছে—তাত অন্য ধৰণৰ এটা উদ্যোগ প্ৰতিষ্ঠা কৰা হওক—যিটো প্ৰয়োজনীয় আৰু feasible. যুবনেতাই হেনো কয়—নহ'ব! কাগজকলহে লাগিব।

পাছবেলা ড. ক্ষীৰেণ ৰয় আৰু নীতিন গোখেল আহিল। ড. ৰয়ে আশা কৰে,—মই নিয়মীয়াকৈ তেওঁলোকৰ নতুন কাগজ North-East Times -অত সংস্কৃতি-বিষয়ক কথা লিখোঁ। তেখেতসকলে এটা সম্পূৰ্ণ পৃষ্ঠাত কথাখিনি ভালকৈ সজাই-পৰাই উলিওৱাৰ চেষ্টা কৰিব। মই এই বছৰৰ মোৰ কামৰ আঁচনিৰ কথা ক'লো। অক্টোবৰ-নৱেম্বৰত লিখা-মেলা আদি সকলো আয়োজন শেষ কৰি ৫।১২।৯০ তাৰিখৰ পৰা ফিল্মখনৰ shooting কৰিব লাগে। ক'লো,—মই ভাবোঁ, আৰু মানসিক আৰু শাৰীৰিকভাৱে প্ৰস্তুত হওঁ। ইতিমধ্যে কাগজখনেও গা কৰি উঠক।

**১৬.৯.৯০ :** ... আবুল লেইচ* ... আহিল। ... তেখেতৰ লগত ৰাজ্যখনৰ কথা। এটা ৰাজহুৱা কামৰ কাৰণে তেখেতক কেইজনমানে এজন মন্ত্ৰীৰ ওচৰলৈ লৈ গৈছিল। অফিছ ৰুমত লুঙি পিন্ধি বহি থকা মন্ত্ৰীজনৰ ব্যৱহাৰ, কথা-বতৰা দেখি-শুনি তেখেত ইমান মৰ্মাহত হ'ল যে তেখেতে লগৰ কেইজনক ক'লে, —ভৱিষতে যেন এনেকুৱা মন্ত্ৰীৰ ওচৰলৈ তেখেতক কোনেও লগ নধৰে।

বিভিন্ন কাৰণত যে শান্তিপ্ৰিয়, সৎ মানুহৰ ৰাজ্যখনত থাকিবলৈ মন নোযোৱা হৈছে, সেই কথা তেখেতেও উপলব্ধি কৰিছে।

* আবুল লেইচ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী শিক্ষণ বিভাগৰ শিক্ষক আছিল। এখেতে ভালেমান ইংৰাজী কিতাপ অসমীয়ালৈ অনুবাদ কৰিছে। বিশ্ববিদ্যালয়ৰ ক্ৰীড়া কাৰ্যসূচীৰ লগতো এখেত ঘনিষ্ঠভাৱে জড়িত আছিল।

**১৭.৯.৯০ :** ... আমেৰিকাৰ পৰা ৰঞ্জন দাস* নামৰ ল'ৰাজনে চিঠি এখন দিছে। তেওঁ তাত কি-কি বিষয়ত পঢ়া-শুনা কৰিছে, সেই কথা লিখিছে। তেওঁৰ Major হ'ল— Computer Science আৰু Engineering; Minor হ'ল—Creative writing. বৰ ইণ্টাৰেষ্টিং। অহা দুটা semester -অত তেওঁ Elastic Movie Time আৰু Independent Projects in Motion Picture Production নামৰ দুটা Course ল'ব।...

* ৰঞ্জন দাসে অধ্যয়ন কৰা বিচিত্ৰ বিষয়সমূহৰ কথা জানি মই বিস্মিত হৈছিলো, আৰু সেই বিষয়ে শেষপৃষ্ঠাত এটা লেখা লিখিছিলো।

**১৮.৮.৯০ :** ... প্ৰান্তিকৰ উপন্যাস। দুপৰীয়া শেষ হ'ল। শেষ হ'ল মানে—উপন্যাসখনেই শেষ হ'ল। যোৱা যোল মাহ ধৰি কৰা কাম এটা আজিৰ পৰা আৰু কৰিব নালাগে। (নতুন এখন আৰম্ভ নকৰালৈকে।) সেইকাৰণে মনটো অলপ বেয়াও লাগিল। অইন এটা কথা ভাবিও অশান্তি লাগিল। যি ভাবি উপন্যাসখন আৰম্ভ কৰিছিলো, তেনেকৈ—সেইমতে আগুৱাই নি শেষ কৰা নহ'ল। ...

... ফিল্মখনৰ বহী দুখন ঠিক-ঠাক কৰি চিত্ৰনাট্য লিখাৰ কাম আৰম্ভ কৰিলো। জিন্টিয়ে কেইবাখনো বহী কিনি আনি দিছে—তাইৰ দৰমহাৰ পইচাৰে।)

**১৯.৯.৯০ :** ... ১০-১০ প্ৰান্তিকলৈ। তাত হীৰেন ভট্টাচাৰ্যক পালো। বৰঝাৰত প্লেনৰ ভিতৰত যাত্ৰী এজনক অসমৰ মন্ত্ৰী এজনে পিটিলে। মানুহ কিমান অসহিষ্ণু হৈ আহিছে! যাত্ৰীজনে মুখ্যমন্ত্ৰীৰ বাবে ৰখা ঠাইত বহি উচ্চবাচ্য কৰিছিল, ---কিহৰ ৰিজাৰ্ভেশ্যন? ময়ো যাত্ৰী, ইয়াত বহিবলৈ মোৰো অধিকাৰ আছে। ভট্টই মোক নাটকৰ কথা সুধিলে। মই ক'লো,—মই সেই একেই উদ্দেশ্যৰে লাগি আছোঁ; —ভ্ৰাম্যমাণৰ মঞ্চত সন্মানজনক নাটক মঞ্চস্থ কৰা। বৰ উচ্চখাপৰ নাটকৰ কথা হোৱা নাই; কথা হৈছে ভ্ৰাম্যমাণতো যে নাটকক ওপৰলৈ নিয়াৰ উপায় আছে, সেইটো প্ৰমাণ কৰিবলৈ অহৰহ চেষ্টা কৰি থকা। ...

**২০.৯.৯০ :** ... একমান বজাত কলিকতালৈ বুলি ওলালো। প্লেনত শ্ৰীবাস্তৱ নামৰ ল'ৰা এজন পাইছিলো। তেওঁৰ দেউতাকে গুৱাহাটীত চাকৰি কৰে। মাকে কৰে বাৰাউনিত। তেওঁ কৰে কলিকতাত। ভায়েকে পঢ়ে পণ্ডিচেৰিত (নে চণ্ডীগড়ত, পাহৰিলো; মুঠতে বহু আঁতৰত)। এজন ভায়েকে ডাক্তৰীত PG কৰিবলৈ ভাৰতৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিছে। মই সুধিলো,—তোমালোক কেতিয়া ক'ত লগ হোৱা? তেওঁ ক'লে,—এইবাৰ পূজাৰ সময়ত বিহাৰৰ ভোজপুৰত লগ হোৱাৰ চেষ্টা কৰিছোঁ।

**২১.৯.৯০ :** ... ১১-২০—মোক নিবলৈ East Zone Cultural Centre-অৰ (EZCC) গাড়ী আহিল। ত্ৰিপুৰা ভৱনত আৰু তিনিজন উঠিল। Great Eastern Hotel. মিটিং আৰম্ভ হওঁতে আধা ঘণ্টা পলম হ'ল। ১৯৯০-১৯৯১ চনৰ কাৰ্যতালিকাত অসমৰ ভাগত কামেই নাই। আগৰ সভাবোৰত অসমৰ সদস্যসকলে কি কৰিলে? লাজৰ কথা। মই এইটো financial year-অৰ ভিতৰতে অসমত অন্ততঃ তিনিটা প্ৰগ্ৰেম হোৱাৰ কথা suggest কৰিলো। সভাত কামখিনি হ'ব বুলি ঠিক কৰা হ'ল। এতিয়া আমাৰ সাংস্কৃতিক সঞ্চালকালয়ৰ ওপৰত নিৰ্ভৰ কৰে,—কামখিনিৰ বাবে কি ব্যৱস্থা গ্ৰহণ কৰে। মিটিংখন typical—চৰকাৰী কালচাৰৰ মিটিং। ...

**২২.৯.৯০ :** (কলিকতা।) ... নীলিময় চৌধুৰী আহিল। তেওঁ এতিয়া Tourism-অৰ Director. নতুন কামৰ কথা কওঁতে মই ক'লো—অসমৰ মূল ৰাস্তাৰ কাষে-কাষে কিছুমান toilet-অৰ ব্যৱস্থা কৰক। —যাক বোলে প্ৰকৃততে চাফ-চিকুণ, প্ৰচুৰ পৰিমাণে পানী থকা, ভদ্ৰলোক-ভদ্ৰমহিলাই নাক মুখ নোকোঁচোৱাকৈ ব্যৱহাৰ কৰিব পৰা toilet. লাগে যদি আপুনি এটকা ফিজ লওক, কিন্তু চাব যাতে—পৃথিৱীৰ যি কোনো দেশৰ মহিলা এগৰাকীয়ে গাড়ী ৰখাই, তাত শৌচ-পেচাপ কৰিব পাৰে। তেওঁ কথাটো ভাল পালে; কৰিবই বুলি ক'লে।* ...

* সাধাৰণতে এইখন ৰাজ্যত যি হয়, শ্ৰীচৌধুৰীয়ে কামটো আৰম্ভ কৰিব নোৱাৰিলে।

**২৩.৯.৯০ :** ... নগাঁও চৰকাৰী উ.মা.বি.-মানে আমাৰ গৱৰ্নমেণ্ট হাইস্কুলৰ ১২৫ বছৰীয়া প্ৰতিষ্ঠা দিৱস উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰা হ'ব। প্ৰধান শিক্ষক (অধ্যক্ষ) মাধৱানন্দ মহন্তই এখন চিঠি দিছে। উত্তৰ দিলো। লিখিলো,—কোনোবাই লেখা এটা বিচাৰিলে লগে-লগে "পাৰিম" বুলি বহুদিনৰ মূৰত কৈ পালো।

মোৰ পুৰণি প্ৰবন্ধ-পাতি বিচাৰোঁতে তাৰ মাজত এখন চিঠি পালো,—গুৱাহাটী বিশ্ববিদ্যালয়ৰ টাউন কমিটিৰ ছেক্ৰেটেৰি হিচাপে লিখিছোঁ—সমবায় বিভাগলৈ ঃ ইয়াত আৰু এখন সমবায়ৰ দোকান লাগে। লগে-লগে মনত পৰিল—সেই দোকানখন বহুৱাবলৈ বেচ কষ্ট কৰিছিলো। মনত পৰিল,—দেওবাৰে (মাহৰ শেষত) আমাৰ সমবায়খনৰ বস্তুৰ হিচাপ লৈছিলো (stock verification)। কিযে নকৰিছিলো! মনত পৰে,—চেনিৰ বিষয়ে ক'বলৈ যে পুৱা আমাৰ ঘৰলৈ কেম্পাছৰ মানুহ আহে !...

**২৪.৯.৯০ :** ... কালি জনছ মহলীয়া আহিছিল। আজিকালি তেওঁ Films Division-অৰ Director—কলিকতাৰ অফিছত। তেওঁ unit লৈ আহিছিল, —ইণ্টাৰভিউ এটা ৰেকৰ্ড কৰিবলৈ। মই বুজাই ক'লো - মই কথাখিনি জুকিয়াই সাজু হৈ ল'ব লাগিব; কাৰণ programme valueৰ প্ৰতি লক্ষ্য ৰখাটোও মোৰ কৰ্তব্য। ঘেঁহাই-ঘেঁহাই দৰ্শকক বিৰক্ত কৰাটো অন্যায়।

**২৫.৯.৯০ :** ... প্ৰান্তিকলৈ যাওঁতে বাটত ভবেন বৰুৱাক লগ পালো। চিৰিয়াখানাৰ অলপ আগলৈ। তেখেতে TVৰ announcer, presenter আদিৰ interview লৈছিল। সেই বিষয়ে ক'লে। এটা standard ৰক্ষা কৰাৰ চেষ্টা কৰা হৈছিল। কিন্তু তেখেত সন্তুষ্ট নহয়। Seagull Books-এ যে মোৰ গল্প-সংকলন এটা প্ৰকাশ কৰিব খুজিছে, তাৰ পাতনিখন লিখিবলৈ তেখেত সন্মত হ'ল। (Editor Arjum Katyal-এ মোৰ পৰামৰ্শ বিচাৰিছিল,—কাৰ হতুৱাই পাতনি লিখোৱা যায়—সেই বিষয়ে) মই ভবেন বৰুৱাৰ কথা ক'লো;—কাৰণ বৰুৱাই মোক খাতিৰ কৰি কথা নিলিখে, কিন্তু ভুল কথা নিলিখে; ভাল-বেয়া কোনোটো তেখেতৰ চকুৰ পৰা বাদ নপৰে।

**২৬.৯.৯০ :** ... ফিল্মৰ চিত্ৰনাট্যৰ কাম আজিৰ পৰা আৰম্ভ কৰিলো। (১৮ তাৰিখে এক নম্বৰ শ্বটটোৰ কথা লিখি থৈছিলো।) বিভিন্ন বহীত সৰু-সুৰা কথা মনলৈ আহিলেই লিখি থৈছিলো; সেইবোৰ এখন বহীত তুলি ল'লো।

দিল্লীৰ 'Katha 90' (?) নামৰ 'অনুষ্ঠান' এটাই মামনি ৰয়ছম গোস্বামীক "তিনিটা ভাল অসমীয়া গল্প select কৰি দিব কৈছে।" তেওঁ প্ৰদীপ বৰুৱালৈ লিখিছে, "গতিকে আপোনাৰ আলোচনীত 1989ত প্ৰকাশ হোৱা এটাইতকৈ ভাল দুটা গল্প মোক বাছি দিব বুলি আশা কৰিলো।" ... প্ৰদীপে কামটো মোক দিলে। আজি পাছবেলা ১৯৮৯ চনৰ প্ৰান্তিকখিনি চাই তিনিটা গল্প উলিয়ালো। গধূলিৰ আগে-আগে কামটো শেষ হ'ল। গল্পকেইটা ঃ দুখৰ ঠিকনা, বিৰিঞ্চি কুমাৰ মেধি; কেন্দ্ৰাভিমুখ, জ্যোতিষ শিকদাৰ, আৰু ... নিৰ্বাসন, গোবিন্দ দাস।

**২৮.৯.৯০ :** ... বিজনী কলেজৰ সাহিত্য বিভাগৰ (ছাত্ৰসভাৰ) সম্পাদকৰ প্ৰশ্নৰ উত্তৰ লিখিবলৈ ল'লো। এই কামটো প্ৰান্তিকৰ শেষপৃষ্ঠা লিখাৰ সমানে টান।

... আজি দুৰ্গাপূজাৰ নৱমী। সন্ধিয়া আগফালে বহি থাকিলো। পাছত আকৌ মেজলৈ আহিলো। টিভিত চিত্ৰহাৰ। ৰশ্মি-জিণ্টিয়েও ওলাই যাবলৈ মন নকৰিলে। সিহঁতে পঢ়া-শুনা কৰিয়েই কটালে।

হঠাতে প্ৰান্তিকৰ 'পত্ৰালাপ' সম্পৰ্কীয় কথা এটা মনত পৰিল। চিঠিবোৰ নিৰ্বাচন কৰা আৰু সম্পাদনা কৰা কামটো মই বৰ সাৱধানে, কষ্ট কৰি কৰোঁ। বিষয়বস্তু ভাল হ'লে ভাষা, বাক্য, শব্দ আদি মই নিজে পোনাই দিওঁ, লিখিও দিওঁ। মোৰ কথা হ'ল,— এই চিঠি-পত্ৰত কোনো তিক্ততা থাকিব নালাগে। মানুহে কথা জানক, কোনো সৰু নহওক, কাৰো খং নুঠক, শান্তভাৱে নিজৰ ভুল শুধৰাওক। হনা-খোচা, বেঁকা কথাৰ কি প্ৰয়োজন?

**৩০.৯.৯০ :** ...লক্ষীমপুৰৰ অধ্যাপক ... বৰাই ক'লে,—'উগ্ৰপন্থী'ৰ কাৰ্যকলাপত তেওঁলোক পেঁপুৱা লাগি আছে। কেইদিনমানৰ আগতে আশী বছৰতকৈও বেছি বয়সৰ 'ককা' এজনক ধৰি নিছে। তেখেতৰ অপৰাধ—তেখেতে উগ্ৰপন্থীৰ উদ্দেশ্যে এখন মুকলি চিঠি লিখিছিল। শেহতীয়াভাৱে ৰাইজে খবৰ পাইছে,—ককাক হেনো অপহৰণকাৰীসকলে ভালকৈ ৰাখিছে আৰু তেখেতক কথাবোৰ বুজাইছে। শ্ৰী বৰাক সুধিলো, —ৰাইজৰ মনবোৰ, চিন্তাবোৰ কেনেকুৱা? তেওঁ ক'লে,—... উগ্ৰপন্থীৰ বিষয়ে (মানুহে) কথাকে নাপাতে; পাতিলেও দুৱাৰ-খিৰিকি মাৰি লৈ, সৰু-সৰু মাতেৰে পাতে।...

**১.১০.৯০ :** ... সন্ধিয়াৰ পাছত পৰেশ মালাকাৰ আৰু দুদুলমণি শৰ্মা আহিল-তেওঁলোকে প্ৰকাশ কৰিব খোজা গোহাৰিখনৰ কপি এটা দিবলৈ। বৰ্তমানৰ ৰাজ্যখনৰ

অস্থিৰ অৱস্থাত হিংসামূলক কাৰ্যকলাপৰ বিৰোধিতা কৰাৰ গোহাৰি। মই ক'লো,—মই পঢ়ি চাই চহী কৰিম। ...

**২.১০.৯০ :** ... ভৰলুপাৰৰ মহেন্দ্ৰ দাসৰ ঘৰলৈ গ'লো। তেওঁলোকৰ ভাৰাঘৰত মই তিনিবছৰমান আছিলো। ঠাইখনৰ বহুত পৰিবৰ্তন ঘটিল। মই ৰেডিঅ'ৰ নাটক বা গল্পৰ কাহিনী ঠিক কৰিবলৈ যিখিনি ঠাইত মাজে-মাজে অহা-যোৱা কৰি আছিলো, তাত এতিয়া পকী বান্ধ হ'ল। ৰাস্তাটোৰ ইপাৰে বহুত ঘৰ হ'ল। ...

**৪.১০.৯০ :** ... সন্ধিয়া ওচৰৰে মিলি শৰ্মাৰ ল'ৰাৰ বিয়ালৈ গ'লো। বতৰটো বেয়া। দিনটো এৰাধৰাকৈ বৰষুণ দিয়েই আছে। বিয়াঘৰত মুকুট শৰ্মাক পালো। (প্ৰাক্তন মন্ত্ৰী)। তেওঁৰ লগত আগন্তুক নিৰ্বাচনৰ কথা পাতিলো। তেওঁ নগাঁও চহৰ সমষ্টিৰ পৰাই উঠিব। যদি সন্ত্ৰাসৰ সৃষ্টি নহয়, যদি মুক্ত আৰু সৎভাৱে নিৰ্বাচন চলিবলৈ দিয়া হয়, তেনেহ'লে তেওঁৰ মতে বৰ্তমানৰ শাসনত থকা দলৰ জয়ৰ আশা নাই। তেওঁ ক'লে,—মানুহৰ আশা ইমান বেছি আছিল, সমৰ্থন ইমান বেছি আছিল, —সেইবোৰ এওঁলোকে ধৰি ৰাখিব নোৱাৰিলে,—যেনেকৈ বিজুলীৰ পোহৰ ধৰি ৰাখিব নোৱাৰি।

**৬.১০.৯০ :** ... ৯-৪৫—প্ৰান্তিকলৈ। তাত অমূল্যহাস গোস্বামীক* লগ পালো। এছিয়াডৰ বিষয়ে আলোচনা। মোৰ হিচাপত ভাৰতীয় ঐতিহ্য, দৰ্শন, বিশেষকৈ মানসিকতা আৰু ৰাজনীতিৰ কাৰণে ভাৰতে বৰ্তমানৰ আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত কৃতিত্ব অৰ্জন কৰা টান আছে। ব্যক্তিগতভাৱে দুই-একে মেডেল পোৱাটো বেলেগ কথা। প্ৰদীপে যোৱা বছৰ (মন্ট্ৰিয়েললৈ যোৱাৰ আগে-আগে) 'ৰম্যভূমি'ৰ কাৰণে কিছু টকা দিছিল। আজি আকৌ কিছু দিলে। মই ক'লো,—এইখিনি নোহোৱা হ'লেও হ'লহেঁতেন। তেওঁ জোৰ দি ক'লে, —তেওঁ এটা নীতি মানি চলিছে (লেখক-লেখিকাক মাননি দিয়া সম্পৰ্কে।) মোৰ standing-অলৈ চাই আৰু দিবলৈ লাগিছিল। শেষত মই ক'লো, —টকা নিশ্চয় লাগে। বিশেষকৈ ফিল্ম এখন কৰিবলৈ ওলাইছোঁ যেতিয়া। কিন্তু প্ৰান্তিকে নিদিয়া হ'লেও হ'লহেঁতেন।

আকাশবাণীত সোমালো। আৰতি দাস বৈৰাগীয়ে* শান্ত-শিষ্ট-মহাদুষ্টৰ কপি দিলে। বৰ ভাল পালো।

... কালি অশোক শইকীয়াই* কৈছিল—বড়ো আন্দোলনটোৰ কাৰণে শিক্ষা বিভাগকে দায়ী কৰা উচিত। বড়োসকলে পাবলগীয়াখিনি তেওঁলোকক দিয়া নহ'ল কাৰণেই তেওঁলোকে এতিয়া নাপাবলগীয়াখিনিও বিচাৰিছে।

* ক্ৰীড়া সমালোচক অমূল্যহাস গোস্বামী একালৰ কৃতী ফুটবল আৰু ক্ৰিকেট খেলুৱৈ, অইল ইণ্ডিয়াৰ অৱসৰপ্ৰাপ্ত জ্যেষ্ঠ বিষয়া।

* গল্প-লেখিকা আৰতি দাস বৈৰাগী, অনাতাঁৰ নাটৰ অভিনেত্ৰী, তেতিয়া আকাশবাণীৰ

গুৱাহাটী-কেন্দ্ৰৰ বিষয়া আছিল।

* অশোক শইকীয়া তেতিয়া অসম চৰকাৰৰ শিক্ষা বিভাগৰ আয়ুক্ত আছিল।

**৭.১০.৯০ :** ... পুৱাবেলা বুদ্ধদেৱ দাশগুপ্তলৈ* ফোন কৰিলো। শিশু -চলচ্চিত্ৰ নিৰ্মাণৰ কাৰণে তেখেতৰ পৰা এটা অনুৰোধ আহিছিল। সেই বিষয়ে কথা এটা জানি ল'লো।

জয়ন্ত দাস আৰু মিণ্টু বৰুৱা* নামৰ ল'ৰাজন আহিল। এওঁলোকক নতুন ফিল্মখনত অভিনেতা হিচাপে লোৱাৰ কথা ভাবিলো। জয়ন্তৰ কথাটো মই আগতেই ঠিক কৰি থৈছোঁ। ইজন ল'ৰাৰ কথা সঞ্জীৱে* কৈছিল। সঞ্জীৱে খবৰ দিয়াৰ কাৰণেই দুয়ো আহিছে।

* বুদ্ধদেৱ দাশগুপ্ত পশ্চিমবংগৰ খ্যাতনামা চলচ্চিত্ৰ পৰিচালক আৰু কবি। তেতিয়া তেওঁ ভাৰতৰ শিশু চলচ্চিত্ৰ নিৰ্মাণ প্ৰতিষ্ঠানৰ মুৰব্বী বিষয়া আছিল।

* জয়ন্ত দাস আৰু মিণ্টু বৰুৱা মঞ্চ আৰু পৰ্দাৰ অভিনেতা। এওঁলোক দুয়ো 'সাৰথি' চলচ্চিত্ৰখনত অভিনয় কৰিছিল।

* সঞ্জীৱ হাজৰিকা সাৰথি চলচ্চিত্ৰৰ সহকাৰী পৰিচালক আছিল। পাছলৈ তেওঁ নিজে চলচ্চিত্ৰ পৰিচালনা কৰি খ্যাতি আৰ্জিছে।

**১১.১০.৯০ :** ২-১০ জ্যোতি চিত্ৰবনলৈ গ'লো। ৩ বজাৰ লগে-লগে মিটিং আৰম্ভ। মই গোটেই ইতিবৃত্তটো ক'লো। (নিগমৰ*)। কিয় নিগমৰ গাঁথনি সলনি কৰিব খোজা হৈছে—ক'লো। আজি তিনি-চাৰি বছৰে কিমান চেষ্টা কৰিও চৰকাৰৰ হতুৱাই কামটো কৰাব পৰা নগ'ল—ক'লো। শেষত আজি নিজেই চৰকাৰৰ চিঠি এখনৰ সূত্ৰ ধৰি কামটো কৰিবলৈ লৈছোঁ। আগৰ সিদ্ধান্তবোৰৰ কথাও নতুনকৈ অহা সদস্যজনক ক'লো। নিগম আৰু জ্যোতি চিত্ৰবন এটা প্ৰতিষ্ঠান হ'লে কামৰ সুবিধা হয় বুলি মই চেয়াৰমেনৰ পদ গ্ৰহণ কৰিয়েই সভাত কৈছিলো। চৰকাৰকো জনোৱা হৈছিল। সৰু-সৰু ছিনেমা হলৰ কাৰণে প্ৰাথমিক কামখিনিও চৰকাৰৰ হতুৱাই কৰাব নোৱাৰিলো। এতিয়া Article of Association সংশোধনৰ কামটো কৰি দিওঁ, তাৰ পাছত চৰকাৰে যি কৰে। মই মোৰ হতাশা আৰু অন্যায়বোৰ দেখি হোৱা মনোকষ্টৰ কথা ক'লো। এইটো শাসনযন্ত্ৰৰ পৰা আঁতৰি থকাটো যে মংগলজনক সেই কথাও প্ৰকাশ কৰিলো। ..

* অসম ৰাজ্যিক চলচ্চিত্ৰ (বিত্ত আৰু উন্নয়ন) নিগম।

**১৪.১০.৯০ :** ... শ্ৰী ৰবি গুপ্তা (M.D., NFDC*) আৰু D.V.S. Raju (Charman, NFDC) লৈ দুখন চিঠি লিখি পঠালো। তেওঁলোক হোটেল ব্ৰহ্মপুত্ৰ অশোকত আছেহি বুলি শুনিলো। —তেওঁলোকে পতা লাঞ্চ, ডিনাৰ, আলোচনা আদিলৈ মই যাব নোৱাৰিম। তেওঁলোকৰ সকলো প্ৰগ্ৰেমৰ কৃতকাৰ্যতা কামনা কৰোঁ। —ইয়াকে লিখিলো। তেওঁলোকৰ

যদি সময় হয়, তেন্তে মই ১৬ তাৰিখে পুৱা তেওঁলোকক লগ পাব পাৰোঁ। এই সিদ্ধান্ত বহু কথা চিন্তা কৰাৰ পাছত লৈছোঁ। মেল, মিটিং, বক্তৃতা, ভোজ আদিৰ পৰা পাৰ্যমানে আঁতৰি থাকিবলৈ চেষ্টা কৰাৰে এইটো এটা ৰূপ। তদুপৰি, সংস্কৃতি (নাচ, গান, ফিল্ম, নাটক, চিত্ৰকলা) আদিৰ নামত কিছুমান মানুহৰ সংস্পৰ্শলৈ অহাটো এতিয়া আৰু ভাল নালাগে।

দিনটো সঁফুৰাৰ কামকে কৰিলো। সৰু-সৰু ল'ৰা-ছোৱালীৰ কাৰণে এই প্ৰবন্ধবোৰ সজাই -পৰাই উলিওৱাটো কিমান টান কাম, সেই কথা বুজা মানুহৰ সংখ্যা বাঢ়িলে বৰ ভাল হয়।...

* National Film Development Council.

১৫.১০.৯০ : ... ড্ৰয়াৰ এটা চাফা কৰিলো। ভুলতে থাকি যোৱা পইচা অলপমান (লেফাফা এটাৰ ভিতৰত) পালো। বৰ ভাল লাগিল। দুখো লাগিল। মোৰনো পইচা থৈ পাহৰাৰ দিন আহিল নে?

ভাত খাই উঠিয়েই কামত ধৰিলো। ডিগবৈ ক্লাবৰ পৰা দুজন ডেকা আহিল। লক্ষ্মীনাথ বেজবৰুৱা স্মৃতি দিৱসলৈ মোক নিমন্ত্ৰণ জনাবলৈ। এখেতসকলে (এই ক্লাবে) মোক কেইবাবছৰো মাতিছে। মই যাব পৰা নাই। কিন্তু এইবাৰনো যাওঁ কেনেকৈ ? Script খনৰ* মাত্ৰ ছয় পৃষ্ঠা লিখা হৈছে। বুজালো।

* 'সাৰথি' নামৰ চলচ্চিত্ৰখনৰ চিত্ৰনাট্য লিখাৰ কাম কিছুদিনৰ আগতে আৰম্ভ কৰিছিলো।

১৯.১০.৯০ : ... মুখ্যমন্ত্ৰীক ক'লো,—মোৰ জ্ঞান-বুদ্ধিৰে জ্যোতি-চিত্ৰবন, চলচ্চিত্ৰ নিগম, শংকৰদেৱ কলাক্ষেত্ৰ (এই প্ৰতিষ্ঠানটো মোৰ brain child-অৰ নিচিনা আছিল।) আদিৰ বাবে আঁচনি কৰিছিলো;—এনেকুৱা আঁচনি, যাৰ সুফল ৰাইজে পায়। আমি মৰি যাম, কিন্তু তাৰ পাছতো এইবোৰৰ সুফল জাতিটোৱে পাব লাগিব। এতিয়া মই প্ৰস্তুত কৰা আঁচনি মতেই কিছুমান কাম হোৱাৰ কথা শুনিবলৈ পাইছোঁ; কিন্তু কোনেও ঘূণাক্ষৰেও মোৰ লগত একো আলোচনা কৰা নাই। কেৱল 'ভোজ খোৱা'ৰ নিমন্ত্ৰণী চিঠিবোৰ পাওঁ। এনে অৱস্থাত মই নিগমৰ চেয়াৰমেন পদৰ পৰাও অব্যাহতি বিচাৰিছোঁ।

মুখ্যমন্ত্ৰীয়ে মোৰ আগতে PAক মাতি এই মাহতে শংকৰদেৱ কলাক্ষেত্ৰ সম্পৰ্কীয় মিটিং এখন পাতিবলৈ দিলে। কথাই-কথাই তেওঁ ক'লে,—যোৱা চাৰে চাৰি বছৰে তেওঁক বিষয়াসকলে শিকাই দিছে। ... পাছবেলা Education Commissioner অশোক শইকীয়াই ফোন কৰিলে,—কেন্দ্ৰীয় মন্ত্ৰী (Human Resources Development) চিমনভাই মেহতা আহিব। কাইলৈ জ্যোতি চিত্ৰবনত (আবেলি ৫ বজাত) এটা আলোচনা হ'ব। মই গ'লে ভাল হয়। মই ক'লো—কাইলৈ খবৰ দিম।

২০.১০.৯০ : কেন্দ্ৰীয় মন্ত্ৰী মেহতাৰ সন্মানাৰ্থে ব্ৰহ্মপুত্ৰ হোটেলত পতা ভোজলৈ— শিক্ষামন্ত্ৰী বৃন্দাবন গোস্বামীয়ে পতা) মতা চিঠি পালো। শিক্ষা বিভাগৰ ডেপুটি ছেক্ৰেটেৰি ফুকনক ফোনত সুধিলো—আজি আবেলি ৫ বজাৰ মিটিংখন কোনে পাতিছে, তালৈ কোন-কোন আহিব,—তেওঁ একো ক'ব নোৱাৰিলে। নাযাওঁ বুলি ঠিক কৰিলো। ভোজলৈও নাযাওঁ।...

.... সন্ধিয়াৰ পাছত চলচ্চিত্ৰৰ অভিনেত্ৰী মৃদুলা বৰুৱা আৰু তেওঁৰ স্বামী তপোব্ৰত বৰুৱা আহিল। ভাল পালো। ভালেমান দিনৰ আগতে বিজু ফুকনৰ আগত খবৰ দিছিলো। কথা-বতৰা পাতি, শেষত ক'লো,—মোৰ এইবাৰৰ ছবিখনত মৃদুলাই সহায় কৰিব লাগিব। তেওঁলোকৰ আগ্ৰহ আৰু নম্ৰতা দেখি ভাল পালো।

২৩.১০.৯০ : ... 'দেউতা' নাটকৰ চিত্ৰনাট্যৰ (প্ৰথম খণ্ডৰ)* সংলাপখিনি চাই থ'লো। মাজে-মাজে ঘৰুৱা কাম (বাৰীচুকত নতুন কাম) চাবলৈ উঠি যাবলগীয়া হৈছে। পাছবেলা সঁফুৰাৰ কাম। 'মৰমৰ দেউতা' লিখিবলৈ আৰম্ভ কৰিলো। আবেলি অলপ সময় ডুৰাণ্ড কাপৰ ফাইনেল খেলো চালো। .. আজি BJP ৰ সভাপতি আদৱানিক চৰকাৰে প্ৰেপ্তাৰ কৰিলে। অযোধ্যালৈ তেওঁ কৰা ৰথযাত্ৰা বন্ধ হ'ল। লগে-লগে তেওঁৰ দলে চৰকাৰক দিয়া সমৰ্থন উঠাই ল'লে। গতিকে চৰকাৰৰো সংকট, অযোধ্যাৰো সংকট। যেতিয়ালৈকে অযুক্তিকৰ ধৰ্মীয় কাৰবাৰবোৰ নিৰ্মূল কৰিব পৰা নাযায়, তেতিয়ালৈকে এই দেশৰ প্ৰগতিৰ গতি কম হৈ থাকিব। উচ্চশিক্ষিত মানুহবোৰেও বিশ্বাস কৰে,—ৰামৰ ঠিক সেইখিনিতে জন্ম হৈছিল; গতিকে বাবৰি মছজিদটো ভাঙি ঠিক সেইখিনিতেহে ৰাম মন্দিৰ সাজিব লাগে ! আচৰিত হ'বলগীয়া কথা।...

* আকাশবাণীৰ বাবে লিখা 'দেউতা' নামৰ নাটকখনি চলচ্চিত্ৰ অভিনেতা আৰু পৰিচালক বিজু ফুকনে দূৰদৰ্শনৰ বাবে ফিল্ম হিচাপে নিৰ্মাণ কৰিবলৈ লৈছিল। মই সংলাপখিনি চকু ফুৰাই দিছিলো।

২৪.১০.৯০ : ... পাছবেলা বিদ্যা ৰাওৰ ঘৰলৈ। ঘৰটো বিচাৰি উলিয়াওঁতে সময় লাগিল। তেওঁৰ স্বামী নায়াৰ ঢুকুৱাৰ সময়ত ৰাতি আহি ঘৰ বিচাৰি নাপাই উভতি গৈছিলো। তেওঁৰ মাক আৰু ককায়েকে ক'লে—মোৰ ফিল্মত বিদ্যাৰ অভিনয় কৰিবলৈ বৰ ইচ্ছা। মই নতুন ছবিখনৰ কথা ক'লো। বিদ্যাৰ সহায়ৰ কথা ক'লো। তেওঁ ৰাজী হ'ল। কিন্তু গল্পটোৰ থূলমূল কথাখিনি শুনি তেওঁৰ মাষ্টৰণীৰ পাৰ্ট কৰাৰ ইচ্ছা হ'ল। মই ক'লো,—তুমি দুয়োটাৰ কাৰণে সাজু থাকা। মই উপযোগিতাৰ ফালৰ পৰা বিচাৰ কৰিম।

আগবেলা মুখ্যমন্ত্ৰীৰ PPS শ্ৰী চলিহাই ফোন কৰিছিল। জিণ্টিয়ে ধৰিছিল। আজি ৰাতি মুখ্যমন্ত্ৰীৰ ঘৰত কপিলা বাৎসায়নক ভাত খাবলৈ মাতিছে। তালৈ মুখ্যমন্ত্ৰীয়ে মোক নিমন্ত্ৰণ কৰিছে। মই কথাটো শুনি থৈ দিলো। যোৱা ভালেমান দিনত মই বহু

নিমন্ত্ৰণ ৰক্ষা কৰা নাই। ভাল নালাগে। বিশেষকৈ ভোজ। সন্ধিয়া চলিহাই আকৌ ফোন কৰিলে। মই সুধিলো—আৰু কাক-কাক মাতিছে? তেওঁ ক'লে বাহিৰা মানুহ কোনো নাই; মুখ্যমন্ত্ৰীয়ে পাছবেলাও মোৰ কথা সুধিছে।

মই অসুবিধাত পৰিলো। মোৰ কাম আছে; তালৈ যাবলৈ মন নাই। কিন্তু কিয় তেওঁ ইমান জোৰ দিছে? শ্ৰীমতী মহন্তলৈ ফোন কৰি সুধিলো,—মই নগ'লে কি হ'ব? তেওঁ ক'লে cultural বিষয়ৰ কথা-বতৰা ওলালে সেই সম্পৰ্কে আলোচনা কৰিবলৈ মই থাকিব লাগে।

বহুত ভাবি-চিন্তি, প্ৰায় অনিচ্ছাসত্ত্বে, গ'লো। গৈ দেখিলো—মই যোৱাটো ভাল হ'ল। কপিলা বাৎসায়ন কোন, কিমানৰ মানুহ, সেই বিষয়ে সবিশেষ জনা মানুহ তাত কোনো নাই।

দুটা কাম হাতত লোৱাৰ কথা তেখেতে জোৰ দি ক'লে ঃ বাৰখনমান কিতাপৰ এটা ছিৰিজ, —অসমীয়া আৰু ইংৰাজীত,— specific cultural topics লৈ, প্ৰস্তুত কৰিব লাগে। আৰু বিহু সম্পৰ্কীয় এটা package;—কিতাপ, audio cassette , video কেছেট, ফটোগ্ৰাফ, notes, explanation আদিৰে। তেখেতে এনেকৈ ক'লে,—যেন মই এই বিষয়ে কিবা এটা কৰোঁ।

ঘৰ পাওঁতে প্ৰায় ১০-৩০। ৰাতি পদুলিত শব্দ। গে'টৰ লোহাৰ শব্দ, গাড়ীৰ হৰ্ন। ঘড়ি চালো, —১২-২০। ওলাই গ'লো। কাইলৈ (মানে ২৫ তাৰিখে ) কপিলা বাৎসায়নক যে শংকৰদেৱ বঁটা দিয়া হ'ব, তালৈ নিমন্ত্ৰণ কৰা চিঠি দুখন দিবলৈ আহিছে দুজনমান ডেকা! ...

আজি মুখ্যমন্ত্ৰীৰ ঘৰত সাংস্কৃতিক বিভাগৰ ৰাজ্যিক মন্ত্ৰী কুমাৰ দীপক দাসে ক'লে,—কালি কেবিনেটত ফিল্ম পলিছিটো accept কৰা হ'ল। " আপোনাৰ পৰামৰ্শমতেই কৰা হৈছে।" মোৰ পৰামৰ্শ মতে? মোৰ কোনটো পৰামৰ্শ ? কেতিয়া দিয়া পৰামৰ্শ?

**২৫.১০.৯০ :** ... পাছবেলা ড. বিনয় তামুলী* আহিল। তেখেত কালিও আহিছিল; মই ঘৰত নাছিলো। মই আশা কৰা মতেই—তেখেতে মোক ৰহা সমষ্টিৰ পৰা, অসম জাতীয় পৰিষদৰ প্ৰাৰ্থী হিচাপে, আগন্তুক নিৰ্বাচনত থিয় হোৱাৰ কথা ক'লে। তেখেত দলটোৰ সভাপতি। লগতে দলটোৰ শক্তিৰ কথা আৰু বৰ্তমানৰ নিৰ্বাচন-সম্পৰ্কীয় ৰাজনীতিৰ আলেখলেখৰ কথাও ক'লে। মই মোৰ বক্তব্য ক'লো। ৰাজনীতি লেতেৰা বুলি সৎ মানুহখিনি আঁতৰি থকাৰ বাবে যে গুণ্ডা-বদমাচ-অসৎ মানুহেৰে ৰাজনীতিৰ থলী ভৰি পৰিছে সেইটো জানো; কিন্তু মোৰ যিমান কাম, সেইবোৰ কাম কৰি মই সেই 'সংগ্ৰাম' কৰিবলৈ সময়-সুবিধা পাম জানো? অসম জাতীয় পৰিষদৰ স্মৃতিগ্ৰন্থখনত পঢ়িলো ঃ The penalty that good men pay for refusing to take part in government is to live under the government of bad men.– Plato. মই নিজে এই লাইনতে ৰাজহুৱাকৈ লিখা-মেলা কৰি আছোঁ; কিন্তু মোৰ অন্যান্য কামৰ হেঁচাটো বৰ

বেছি। সেইটোৱেই মোৰ সমস্যা। ক'লো,—মই কথাবোৰ আকৌ ভাবি চাওঁ। তেখেতে ক'লে - কেইদিনমানৰ ভিতৰতে ৰহা সমষ্টিৰ পৰা মানুহ আহিব—মোক লগ ধৰিবলৈ।

শংকৰদেৱ বঁটা প্ৰদান অনুষ্ঠানলৈ নগ'লো। শিশু উপন্যাসখন লিখাত ধৰিলো। সঞ্জীৱ হাজৰিকা আহিল। তেওঁৰ লগত ফিল্মৰ কথা। যোৰহাটৰ এজন ডেকা আহিল—'মৰমৰ দেউতা' TV Serial কৰাৰ কথা লৈ। মই ক'লো,—লিখি শেষ কৰি লওঁ।

স. অ. ছা. সন্থাৰ দুজন ল'ৰা আহিল (পাঠক আৰু ভট্টাচাৰ্য।) 'ছাত্ৰ-শিল্পী সাহিত্যিক কল্যাণ ন্যাস'ৰ উদ্বোধনী-সভালৈ নিমন্ত্ৰণ জনাবলৈ। মই কিছু কথা ক'লো, আৰু প্ৰয়োজন হ'লে ন্যাসৰ সভাপতি নীলপৱন বৰুৱাৰ লগত আলোচনা কৰিম বুলি ক'লো। মইযে মিটিংখনলৈ যাব নোৱাৰিম, সেই কথাত তেওঁলোকে অসন্তোষ প্ৰকাশ নকৰিলে। তেওঁলোকৰ আচৰণ বৰ ভাল লাগিল।

* ড° বিনয় তামুলী গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিভাগৰ মুৰব্বী অধ্যাপক আছিল। সমাজ কল্যাণমূলক কামৰ লগত তেখেত ঘনিষ্ঠভাৱে জড়িত।

**২৭.১০.৯০ :** ... ১০-১৫—প্ৰাপ্তিকলৈ। তাত প্ৰদীপৰ লগত ড. বিনয় তামুলীৰ প্ৰস্তাৱটোৰ কথা ওলাল। প্ৰদীপে ক'লে,—এতিয়া আপোনাক সেইখন ফিল্ডলৈ নিলে জাতিটোৰ অপকাৰ কৰা হ'ব। আপুনি ৰাজ্যসভালৈ গ'লে কথাটো বেলেগ। মই ক'লো, —আজিকালি ৰাজ্যসভাৰ সদস্য মনোনীত কৰাৰ পদ্ধতিটোৰো মৰ্যাদা আৰু grace নাই।...

**২৮.১০.৯০ :** ... অসম জাতীয় পৰিষদৰ কমল নায়ক, দেব শইকীয়া আৰু নগেন শইকীয়া (নগাঁৱৰ) আহিলে। অহা নিৰ্বাচনত প্ৰাৰ্থী হ'বলৈ অনুৰোধ কৰিবলৈ। (সিদিনা ড. তামুলীয়ে যে কৈছিল, সেইটোৱেই কথা।) মই আকৌ একেখিনি কথাকে দোহাৰিলো। ধৰি লওক মই পাঁচটা কামত লাগি আছোঁ। এয়াও দেশৰে কাম। আপোনালোকে কোৱাটোৰে ছটা কাম হ'ব। মোৰ ক্ষেত্ৰত এই ষষ্ঠটোৱে আগৰ পাঁচটাৰ ক্ষতি কৰাৰ সম্ভাৱনা আছে; ষষ্ঠটোও সমাধা নোহোৱাৰ সম্ভাৱনা আছে। তাৰ প্ৰধান কাৰণ হ'ল,—সত্য আৰু সততা প্ৰতিষ্ঠা কৰিব পাৰিম বুলি মই পতিয়ন যাব পৰা নাই। মোৰ জীৱনৰ সময় বৰ কম। গতিকে যাৰ হাতত অন্য গধুৰ কাম নাই, অথচ যি ভাল মানুহ, তেওঁলোক এম. এল. এ. হ'বলৈ আহিব পাৰে। ...

ভি. শান্তাৰাম ঢুকাল। সৰুতে যে শকুন্তলা ফিল্মখন দুবাৰ চাইছিলো, সেই কথাটো মনত পৰিল।

**২৯.১০.৯০ :** ... পৰহি বজাৰত হোমেন বৰগোহাঞিক লগ পাইছিলো। কথাই-কথাই TV Serial-টোৰ কথা ওলাল। তেওঁ ক'লে,—যদি মোক তেখেতৰ গল্পটোৰ (ইছমাইল শ্বেখৰ সন্ধানত) আধাৰত নিৰ্মাণ কৰিবলৈ লোৱা ফিল্মখন পৰিচালনা কৰিবলৈ কোৱা হয়, তেনেহ'লে মই যেন অস্বীকাৰ নকৰোঁ।

**৩০.১০.৯০ :** ... অযোধ্যাত চৰকাৰী বাতৰি মতে পাঁচজন মৰিল। চৰকাৰৰ মতে মন্দিৰৰ নিৰ্মাণৰ বাবে 'কৰসেৱা' নহ'ল। ভাৰতীয় জনতা পাৰ্টি আৰু বিশ্ব হিন্দু পৰিষদৰ মতে হ'ল। শিক্ষা-দীক্ষা-জ্ঞানে মানুহক ধৰ্মৰ বিষয়ত উদ্ধাৰ কৰে। কিন্তু শিক্ষিত, বয়সীয়া মানুহৰ মগজত যেতিয়া ধৰ্মান্ধতা সোমায়, তেতিয়া অৱস্থা বেয়া হয়। এই 'বিৰাট-বিৰাট' নেতাসকলৰ মগজত ইমান বেয়া ভাব সোমাই আছে!

**১.১১. ৯০ :** ...জ্যোতি চিত্ৰবন আৰু অসমৰ চলচ্চিত্ৰ জগতখনৰ কাৰণে মই কি কৰিছিলো,—সেই সম্পৰ্কীয় প্ৰথম সঁচা খবৰ এডোখৰ আজিৰ 'দৈনিক অসম'ত ওলাইছে।...

**২.১১.৯০ :** ... আজি কিবা শুভদিন। চুবুৰীয়া শ্ৰী গোস্বামীয়েও ঘৰ ল'লে, মৰলেও ঘৰ ল'লে। চুবুৰিটো বেছি ভাল লগা হৈ আহিছে। এইকেইদিন পুৰা ফুৰিবলৈ যাওঁতে ফিল্মখনৰ কাৰণে সাজি থকা অৱস্থাৰ (চাদ ঢালাইৰ কাৰণে) ঘৰ এটা চাই ফুৰিছোঁ। এই অঞ্চলটো যে কেনেকৈ ঘৰেৰে ভৰি আহিছে! প্ৰতিটো ঘৰে মোক সহায় কৰিছে। ''ক'ৰ মানুহ ক'লৈ আহিলো!'' —কথাটো বেছি গভীৰভাৱে উপলব্ধি কৰাৰ সুবিধা পাইছোঁ।* ...

* সাৰথি নামৰ চলচ্চিত্ৰখনত ''ক'ৰ মানুহ ক'লৈযে আহিলো!'' এনেকুৱা এটা গুৰুত্বপূৰ্ণ (মোৰ কাৰণে ) সংলাপ আছিল।

**৪.১১. ৯০ :** ... সঞ্জীৱৰ লগত মৌচুমী কাঠকটীয়া আহিল। ফিল্মখনত জীয়েকৰ roleটো কৰিবলৈ তেওঁ উপযুক্ত হ'বনে নহয় চাব খুজিছিলো। হ'ব।...

**৫.১১..৯০ :** বৰঝাৰলৈ । তাত ড. নিৰ্মলপ্ৰভা বৰদলৈ, বীৰেশ্বৰ বৰুৱা আৰু নিত্যা শইকীয়াক লগ পালো।

... এয়াৰপ'ৰ্টত বীৰেশ্বৰ বৰুৱাই ক'লে,—মই চলচ্চিত্ৰ নিগমৰ পৰা অব্যাহতি বিচৰা চিঠি তেখেতে পাইছে। মই ক'লো,—মোৰ অব্যাহতিটো ডাঙৰ কথা নহয়; —চিঠিখনত থকা বাকি কামৰ কথাখিনিহে গুৰুত্বপূৰ্ণ। কামখিনি কৰিব লাগে। ... প্ৰায় পাঁচ বজাত কলিকতাৰ অসম ভৱন।

...সৰু ট্ৰেনজিষ্টৰ ৰেডিঅ'টো লৈ আহিছিলো—দিল্লীৰ খবৰ শুনিবলৈ। শুনিলো। জনতা দল দুভাগ হ'ল। এভাগৰ নেতা চন্দ্ৰশেখৰ, ইভাগৰ বিশ্বনাথ প্ৰতাপ সিং। ...

**৬.১১.৯০ :** কলিকতা। ৫--০৫ ফুৰিবলৈ গ'লো। পাঞ্জাবীৰ দোকানৰ চাহ খালো। বাতৰিকাকত কিনিলো। দিল্লীৰ খবৰবোৰ। গা-পা ধুই ফিল্মৰ বহীখনত অলপ লিখিলো। ড. নিৰ্মলপ্ৰভা বৰদলৈ আহিল। এখেতক বহুত দিনৰ মূৰত লগ পাইছোঁ। বিশ্ববিদ্যালয়, সাহিত্য, মানুহ আদিৰ কথা। ১০-৫০ ৰাজভৱনলৈ।* গৱৰ্ণৰ নুৰুল হাছান আহোঁতে কুৰি মিনিট পলম হ'ল। এই মিটিংবিলাকলৈ অহাৰ অৰ্থ নাই যেন লাগে। কি কৰিব লাগে

চৰকাৰেই ঠিক কৰে; পাঁচ-ছজনে কথা কয়, বাকীসকল বহি থাকে। সেইকেইজনে কি কয় তাকো ভালকৈ নুশুনি। মই অসম সম্পৰ্কীয় দুটামান কথা পৰিষ্কাৰ কৰি ল'লো। ৩-৩০ মানতঅসম ভৱন। ৫-১৫—নেতাজী ইনড'ৰ ষ্টেডিয়ামলৈ। Cultural programme. সংযুক্তা পাণিগ্ৰাহীৰ নাচ। মধুকৰ আনন্দ নামৰ বিহাৰৰ ল'ৰা এজনৰ কথক নাচ। ভাল। মই ষ্টেডিয়ামটোহে ভালকৈ চালো। এনেকুৱা এটা ষ্টেডিয়াম অসমত সজাব পৰা হ'লে!...

... সাহিত্য একাডেমিৰ ছেক্ৰেটেৰিয়ে মোৰ 'শৃংখল' নামৰ কিতাপখন অন্যান্য ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ বাবে তৎক্ষণাৎ পঠাবলৈ ক'লে।

* East Zone Cultural Centre-অৰ সাধাৰণ পৰিষদৰ সভাৰ বাবে কলিকতালৈ গৈছিলো।

**৭.১১. ৯০ :** .. ৫-৩০ মানত মৃদুলা বৰুৱাৰ ঘৰলৈ। তেওঁক ফিল্মৰ গল্পটো চমুকৈ ক'লোঁ। তেওঁৰ কাৰণে ভবা role টোৰ কথা ক'লো। এইখিনি দিন eye brow pluck কৰিবলৈ মানা কৰিলো; ওজন কমাবলৈ ক'লো।...

**১০.১১.৯০ :** ... ৯.৪০—প্ৰান্তিকলৈ। হীৰেন ভট্টাচাৰ্যক লগ পালো। ৰাজ্যৰ কথা। তেওঁ ক'লে,— নগাঁও কলেজৰ এখন সভাত এজনে সম্পূৰ্ণৰূপে 'আলফাৰ লেকচাৰ' এটা দিলে। তেওঁ বোলে ইমান দিনে পঢ়া-শুনাৰ লাইনটো (কলেজ-ইউনিভাৰছিটিৰ course পঢ়া) লৈ ভুল কৰিলে। এতিয়াহে সঠিক পথৰ (সশস্ত্ৰ বিপ্লৱৰ?) সন্ধান পাইছে। বক্তৃতাটো সম্পৰ্কে ভট্টই দুখ প্ৰকাশ কৰিছে। হৈছে কি?

আজিৰ কাকতৰ খবৰ—চাহ বাগিচাৰ উচ্চখাপৰ বিষয়া নজনক সপৰিয়ালে মিলিটেৰিয়ে অসমৰপৰা গোপনে লৈ গৈছে। তেওঁলোকক টকা খুজি ভাবুকি দিয়া হৈছিল।...

**১৪.১১.৯০ :** ... প্ৰদীপক আজি আকৌ সুধিলো,—"শেষপৃষ্ঠাটো যে সম্পাদকীয় নহয়, তেনেকুৱা কৰাৰ ব্যৱস্থা কৰিবানে কি?" মই আগতেও কৈছিলো—সম্পাদকীয়টো সম্পাদকীয় হিচাপে বেলেগে ছপা কৰিলে, মই শেষপৃষ্ঠাত বৰ মুক্ত হ'ব পাৰোঁ। প্ৰান্তিকৰ নিচিনা এখন আলোচনীত সম্পাদকীয় লিখিবলৈ যিবোৰ বিষয়বস্তু বাছি ল'ব লাগে, সেই সকলো বিষয়বস্তুৰ জ্ঞান, অধ্যয়ন মোৰ নাথাকিব পাৰে; কিন্তু সেইবোৰ বিষয়ে নিলিখিলে কথাটো পাঠকৰ মানত অনুচিত হ'ব পাৰে। অথচ, মই নজনা বিষয় এটা মোৰ নামেৰে জোৰকৈ লিখিম, সেইটোও বেয়া কথা। গতিকে তলত কাৰো নাম নথকাকৈ যদি 'সম্পাদকীয়' এটা ছপা হয়, তেনেহ'লে মই শেষপৃষ্ঠাটোত মুক্তভাৱে নানান ধৰণৰ কথা লিখিব পাৰোঁ। সেইবোৰো যাতে সমাজৰ বাবে প্ৰয়োজনীয় কথা হয় তাৰ বাবেতো মই চিন্তা কৰিমেই! —সম্পাদকীয়ও লাগে ময়েই লিখিম; কিন্তু কেতিয়াবা আইনে লিখা ভাল লেখাকো মই মৰ্যাদা দিব পাৰিম। প্ৰদীপ মান্তি হ'ল।

পাছবেলা প্ৰান্তিকৰ কাম। সন্ধিয়াৰ পাছত চিত্ৰনাট্যৰ কাম। ছাত্ৰ সংস্থাৰ প্ৰবীণ বড়ো পৰহি আহিছিল। আজি তেওঁ ফোন কৰিছিল। দ্বাদশ বাৰ্ষিক অধিবেশনৰ স্মৃতিগ্ৰন্থৰ কাৰণে লেখা এটা লাগে। মই মোৰ কাম আৰু সময়ৰ কথা বুজাই ক'লো।

**১৫.১১.৯০ :** ... বিদ্যা ৰাও আহিল। তেওঁৰ লগত ফিল্মৰ কথা; তেওঁৰ উচ্চাৰণৰ কথা আদি পাতিলো। এটা শব্দৰ সামান্য বেয়া উচ্চাৰণেও যে কিমান ক্ষতি কৰে,— ছিৰিয়াছ কামত,—সেইটো বুজালো। ...

... TVত খবৰ পালো—গণেশগুৰিত বোমা ফুটিল। বহুত মানুহ আহত হৈছে। জিন্টিয়ে গোটেই দিনটো duty কৰি আহিছে; এতিয়া তাই পিন্ধি-উৰি যাবলৈ ওলাল। ক'লে,— ইমান ডাঙৰ ঘটনা,—তাইৰ এই মাহত কেজুৱেলটি ডিউটি পৰিছে; তাই যাবই লাগিব। আজি তাইৰ নাইট ডিউটি নাই,—তথাপি যাব। গ'ল। যাওক।

**১৭.১১.৯০ :** ... ১২-৪৫—নগাঁৱলৈ। প্ৰায় চাৰি বজাত নগাঁও পালোগৈ। Circuit House-অৰ দুই নম্বৰ ৰুমত আমাৰ থকাৰ ব্যৱস্থা! ৰুমৰ কিযে অৱস্থা! ...

... নগাঁও গৱৰ্নমেণ্ট হাইস্কুললৈ (নগাঁও চৰকাৰী উচ্চতৰ মাধ্যমিক বালক বিদ্যালয়) গ'লো।* মাধৱানন্দক ক'লো, মই ঠিক ৬-৩০ বজাত আহিম। এতিয়া অলপ জিৰণি লওঁগৈ। (তেতিয়া এখন সভা চলি আছিল।) ৬-৩০ বজাত আকৌ গ'লো। ভালেমান মানুহৰ লগত কথা। ৭-৩০ মানত সভা আৰম্ভ। মই দহ-পোন্ধৰ মিনিটমান কৈ কমলানন্দ ভট্টাচাৰ্য সোঁৱৰণী সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰিলো। বিশেষ নতুন কথা কোৱা নাই। সামগ্ৰিকভাৱে জাতিটো কালচাৰড হোৱাটো বৰ প্ৰয়োজনীয় হৈছে। (সেইটো কথাৰ ওপৰতে গুৰুত্ব দিলো।) ৯ বজালৈকে অনুষ্ঠান চালো। ওচৰত লীলা কটকী (প্ৰাক্তন এম.পি.) তেখেতে মোক বৰ আদৰ কৰিলে। এটা ডট পে'ন উপহাৰ দিলে। ...

* সেই বিদ্যালয়ৰ জয়ন্তী উপলক্ষে পতা সভা এখনৰ বাবে নগাঁৱলৈ গৈছিলো। তেতিয়া মাধৱানন্দ মহন্ত বিদ্যালয়খনৰ অধ্যক্ষ আছিল। তেওঁ মোৰ সহপাঠী আছিল।

**১৮.১১. ৯০ : ৫.১০** ।... কলঙৰ পাৰে-পাৰে ফুৰিলো। ফুৰিবলৈ ওলোৱা সকলো মানুহ মাৰোৱাৰী সম্প্ৰদায়ৰ। মতা-তিৰোতা উভয়েই। কলঙৰ পাৰৰ ঘাঁহনিত কিছুমান মানুহ শুই আছে। মতা, তিৰোতা, কেঁচুৱা। জাৰ পৰিছে, কুঁৱলী পৰিছে। এজনী সৰু ছোৱালীৰ গাত চোলাই নাই। এই পুৱাই এজনী বুঢ়ীয়ে ওকণি চাবলৈ আৰম্ভ কৰিছে। ওচৰত কিছুমান বৰশীৰ চিপৰ নিচিনা বস্তু। বহু বছৰৰ আগতে যে জহামাল মাৰিবলৈ অঘৰী কিছুমান আহিছিল, এইবোৰ তেনেকুৱা মানুহ নে কি?

ওচৰৰ কোঠালিত নৱকান্ত বৰুৱা আছিল। তেখেত পুৱাই লক্ষীমপুৰলৈ যাব। তেখেতে ক'লে,—অকল লিখাই নহয়, মাজে-মাজে বক্তৃতাৰো প্ৰয়োজন আছে। (কালি যে মই

সভাত মোৰ নিজৰ বক্তৃতাৰ প্ৰতি উদাসীনতা আছে বুলি কৈছিলো,—সেই সন্দৰ্ভত তেখেতে কথাটো ক'লে। মোৰ কথা হ'ল—বৰ্তমানৰ পৰিৱেশত মই বক্তৃতাৰে কাৰো উপকাৰ সাধিব পৰা নাই। এই ১৫ মিনিট বক্তৃতাৰ কাৰণে মোৰ প্ৰায় ৩০ ঘন্টা সময় যাব। মই স্কুলখনৰ মোহতহে আহিছোঁ।)

**১৯.১১. ৯০ :** ... ৰাতি চিত্ৰনাট্যৰ কাম।

ফিল্মখনৰ কাৰণে দূৰদৰ্শনৰ পৰা টকা পামনে নাপাম—জানিব নোৱাৰিলো। আজি দুবাৰ ফোন কৰিও শিৱ কুমাৰ শৰ্মাৰ লগত কথা পাতিব নোৱাৰিলো। এতিয়া লাহে-লাহে চিন্তা লাগি আহিছে। দূৰদৰ্শনৰ পৰা নাপালে। পইচা ক'ৰপৰা পাম? ...

**২০.১১.৯০ :** ... আজি আমাৰ বিয়া হোৱা ২৫ বছৰ পূৰ হ'ল। ... অগ্ৰদূত কাকতত কাম কৰা হেমন্ত ৰাজবংশী নামৰ ল'ৰা এজন আহিল—প্ৰশ্ন এটাৰ উত্তৰ বিচাৰি। মই ক'লো,—এনেকুৱা ৰাজনৈতিক-সামাজিক প্ৰশ্নৰ উত্তৰ হিচাপে এটা দীঘলীয়া প্ৰবন্ধ লিখিলেহে প্ৰশ্নটোৰ প্ৰতি ন্যায় কৰা হ'ব। বৰ্তমানে সেই কাম কৰাৰ সময় মোৰ হাতত একেবাৰে নাই।

দিনটো চিত্ৰনাট্যৰ কাম। দিল্লীৰ শিৱকুমাৰ শৰ্মাক* ফোনত ক'লো—মই আৰু আপোনাৰ লগত মোৰ proposalটো সম্পৰ্কে যোগাযোগ নকৰোঁ। আশাকৰোঁ আপুনি খবৰ দিব। তেওঁ ক'লে,—তেওঁ হেনো অফিছত কৈয়েই থৈছে—মোলৈ টেলিগ্ৰাম কৰিবলৈ।

আকাশবাণীৰ দিল্লী অফিছৰ পৰা চিঠি পালো—Akasvani Annual Awardঅৰ বাবে মই juryৰ সদস্য হ'ব লাগে। জানুৱাৰি মাহত। ৪-৫ দিনৰ কাম। ভাবি চাওঁ।

* শিৱ কুমাৰ শৰ্মা তেতিয়া দূৰদৰ্শনৰ Director General আছিল। দূৰদৰ্শনৰ হৈ মই চলচ্চিত্ৰ এখন নিৰ্মাণ কৰা কথাটো এদিন তেখেতেই (অনানুষ্ঠানিক পৰিৱেশত) উত্থাপন কৰিছিল; আৰু মই প্ৰস্তাৱিত চলচ্চিত্ৰখনৰ কাৰণে দূৰদৰ্শনৰ অৰ্থসাহায্যৰ বাবে দৰখাস্ত কৰিছিলো।

১৯৯০ চনৰ নৱেম্বৰ মাহৰ শেষ সপ্তাহৰ পৰা বছৰটোৰ শেষলৈকে এই দিনখিনি ঘাইকৈ 'সাৰথি' নামৰ চলচ্চিত্ৰখনৰ চিত্ৰনাট্যৰ শেহতীয়া কাম আৰু দৃশ্যগ্ৰহণৰ কামতে খৰচ হ'ল বুলিব লাগে। দিনখিনিৰ বৈচিত্ৰ্য আৰু বৈশিষ্ট্য বিশেষ নায়েই। তথাপি, বছৰটোৰ কথা শেষ কৰি জীৱন-ৰেখা সামৰিব লাগে কাৰণে সেই দিনখিনিৰ পৃষ্ঠাবোৰ কামত লগালো।

**২৪.১১.৯০ :** ... NEZCC ৰ documentary film সম্পৰ্কীয় মিটিং এখন আছে ক'ৰ'নেট হোটেলত। তাৰ বাবে কথাখিনি লিখি লৈছিলো। বাটতে ফট'ষ্টেট কৰাই ললো। লিখিতভাৱে কথাখিনি সদস্যসকলক জনাম। এইবোৰ কথা গুৰুত্বপূৰ্ণ। প্ৰান্তিকৰ পৰা

ক'ৰ'নেটলৈ গ'লো। মিটিঙত মোৰ বক্তব্য হ'ল ঃ NEZCC-এ কি কি বিষয়ৰ ডকুমেণ্টেৰি ফিল্ম কৰিব, সেইটো ঠিক কৰক। সেই বিষয়ে research কৰিবলৈ যোগ্য ব্যক্তিক নিয়োগ কৰক। তেওঁৰ research paper পৰীক্ষা কৰি approve কৰক। (তেওঁক ছমাহমান সময় আৰু ১২ হাজাৰমান টকা দিয়ক।) সেই research paper-অৰ ওপৰত ভিত্তি কৰি— script আৰু film কৰাৰ ব্যৱস্থা কৰক। Unsolicited proposal-ও আহিব পাৰে; সেইবোৰ সংশ্লিষ্ট বিষয়ৰ পণ্ডিতৰ হতুৱাই পৰীক্ষা কৰাওক। ফিল্ম কৰোঁতে কিমান্ খৰচ পৰে, সেই সম্পৰ্কে জনা মানুহৰ কমিটি এখনে NEZCC-ক-পইচা সম্পৰ্কে পৰামৰ্শ দিয়ক। ...

**২৫.১১.৯০ :** ... ফুৰিবলৈ যাওঁতে ফিল্মখনৰ বাবে settings চাই আহিলো। (আধা সজা ঘৰটোৰ কাম)।* চিত্ৰনাট্যৰ কাম। এটা বৰ ডাঙৰ গাঁঠি লাগিছিল। কোনোমতে খুলিছোঁ। কেনে হৈছে editing-অৰ সময়তহে গম পাম। সন্ধিয়ালৈকে লিখিলো। ...

ড. নিৰ্মলপ্ৰভা বৰদলৈলৈ ফোন কৰিলো। তেখেত সাহিত্য সভাৰ সভাপতি হৈছে। অভিনন্দন জনালো। ...

* 'সাৰথি' চলচ্চিত্ৰখনত ঘৰৰ চাদ ঢালাই কৰা দৃশ্য কিছুমান আছিল। তাৰ বাবে অইনে আৰম্ভ কৰা ঘৰ এটা বিচাৰি ফুৰিছিলো, আৰু ওচৰতে এটা পাইছিলোও। সেই সময়ত ব্ৰহ্মপুত্ৰ ব'ৰ্ডৰ বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰা শ্ৰী ভূপেন শৰ্মাই সজোৱা ঘৰটোৰ প্ৰথম মহলাৰ চাদ ঢালাই কৰা হৈ গৈছিল। চলচ্চিত্ৰখনৰ দৃশ্যসজ্জাৰ দায়িত্বত থকা নুৰুদ্দিন আহমেদ আৰু তেওঁৰ সহকাৰী অঞ্জন শৰ্মাই দৃশ্যগ্ৰহণৰ সময়ত তাতে আকৌ কাঠ-বাঁহ লগাই নতুনকৈ চাদ ঢালাই কৰাৰ আয়োজন কৰি দিছিল।

**২৮.১১.৯০ :** আকাশবাণী (দিল্লী) আৰু ভাৰতীয় ভাষা পৰিষদলৈ (কলিকতা) চিঠি টাইপ কৰিলো। আকাশবাণীৰ অনুৰোধ ৰক্ষা কৰিম, ভাষা পৰিষদৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিম। (আকাশবাণীৰ কাম জানুৱাৰিত।) প্ৰান্তিকলৈ। আজিৰ পৰা অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰা হ'ল। ULFA বেআইনী সংগঠন বুলি, আৰু গোটেই অসমখন disturbed area বুলি ঘোষণা কৰা হ'ল। গুৰুত্বপূৰ্ণ ঘটনা। ...

পাছবেলা চিত্ৰনাট্যৰ কাম। নুৰুল আৰু অঞ্জন শৰ্মা (ছেটিংছৰ) আহিল। ইন্দুৱে* কপি কৰি আছে। ...ৰাতি জৈন* আহিল। মই তেওঁক তাঁৰ অলপমান দিব পাৰিবনে সুধিলো। তেওঁ পাৰিব বুলি ক'লে। ৰাতি লিখিলো।

* ইন্দুভূষণ গগৈ চলচ্চিত্ৰখনৰ ব্যৱস্থাপকসকলৰ এজন আছিল। মই চিত্ৰনাট্য লিখি আছিলো, তেওঁ লগে-লগে কপি কৰি গৈছিল। এওঁ ১৯৭৭ চনৰে পৰা মোৰ চলচ্চিত্ৰ-কৰ্মৰ লগত জড়িত আছিল। বৰ্তমানে তেওঁ টেলিভিশ্যনৰ বাবে নিজাকৈ চলচ্চিত্ৰ নিৰ্মাণ কৰি আছে।

* শ্ৰী ৰাজকুমাৰ জৈন অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ বিষয়া আছিল। তেওঁ চিনাকি মানুহৰ পৰা কিছুমান বিদ্যুৎ-পৰিবাহী তাঁৰ আনি মোক সহায় কৰিছিল।

**২৯.১১.৯০ :** ... আমাৰ ষ্টুডিঅ'লৈ গ'লো।* তৰ্জাৰ বেৰ দিয়াৰ বন্দবস্ত কৰিলো। লিখিলো। আজি ৰাতি লিখা কাম শেষ হ'ল বুলিব লাগে। Note book-অত লিখি থোৱা কথা কিবা বাদ পৰিল নে কি কাইলৈ মিলাম। পাছবেলা এবাৰ কেম্পটো চাবলৈও গ'লো। আগবেলা বেংকলৈ। অকণো জিৰণি নোহোৱাকৈ দিনটো কটালো। আজি কিছুদিন এনেকৈয়ে দিন কটাইছোঁ।

* আমাৰ ষ্টুডিঅ' মানে,—চুবুৰিৰে চন্দ্ৰ সিঙৰ ঘৰ এটা ভাৰালৈ লৈ, তাতে ভালেমান দৃশ্যৰ শ্বুটিং কৰাৰ ব্যৱস্থা কৰিছিলো। অসম চৰকাৰৰ শীৰ্ষস্থানীয় অভিযান্ত্ৰিক বিষয়া অমূল্য গোস্বামীয়ে সাজি প্ৰায় শেষ কৰা অইন এটা ঘৰত 'কেম্প' পাতিছিলো।

**১.১২.৯০ :** ৯-৫০। প্ৰাপ্তিকলৈ। তাৰ পৰা আহি দিছপুৰৰ PWD অফিছত টিনপাতৰ ব্যৱস্থা। তাৰ পৰা ASEB অফিছত shooting-অৰ কাৰণে electricityৰ ব্যৱস্থা। দহখন বিছনাৰ বাবে তুলি, আঁঠুৱা, কম্বলৰ ব্যৱস্থা। বাঁহ, ৰছীৰ ব্যৱস্থা। চিত্ৰনাট্য photostat কৰিবলৈ দিলো। সন্ধিয়া ৬-৩০ বজাত সেইখিনি অনাৰ কথা। গ'লো; —গৈ দেখোঁ দোকান বন্ধ। সুধি-সুধি দোকানৰ মালিকৰ ঘৰ ওলালোগৈ। ... তেওঁলোকে আকৌ দোকানলৈ আহি কাগজখিনি দিলেহি। জিন্টিয়ে শেষৰখিনি পঢ়িলে। আলোচনা।

আবেলি খোজ কাঢ়ি-কাঢ়ি বহুত ঘূৰিলো আগফালৰ বাৰাণ্ডা এখন বিচাৰি। প্ৰায় তিনি কিল'মিটাৰ। নাপালো।*

কালি ক্ৰেপব'ৰ্ডখন আহিল। আজি নিজে চকমাটি কিনিলো। ৰাতি ফিল্মৰ কাম। Sets আৰু Location-অৰ বহী প্ৰস্তুত কৰিলো।

* পাছত শ্ৰী সিঙৰ ঘৰৰ বাৰাণ্ডাখনকে ৰে'লিং লগাই সজাই লৈছিলো।

**২.১২.৯০ :** খা-খবৰ ল'বলৈ মানুহ আহি আছে। যিসকলে অভিনয় কৰিব খোজে, তেওঁলোকৰ সকলোকে যদি ল'ব পাৰিলোহেঁতেন! কেৱল মুখ দেখুৱাবলৈ, থিয় হৈ থাকিবলৈতো এওঁলোকক ল'ব নোৱাৰি! তেওঁলোকৰ আগ্ৰহ আৰু সম্ভাব্য প্ৰতিভাৰ প্ৰতি যথাযোগ্য সন্মান প্ৰদৰ্শন কৰিবই লাগিব। সেই কথাটো বুজাই কৈছোঁ। (যিসকলক ল'ব নোৱাৰিলো, তেওঁলোকক।)

সঁফুৰাৰ কাম। ...

ৰাতি জিন্টিৰ লগত ফিল্মৰ কাম।

**৩.১২.৯০ :** ...সঁফুৰাৰ কাম। ফিল্মৰ কাম। কেম্পৰ ব্যৱস্থা। চিত্ৰনাট্য বন্ধাই আনিলো। Correction. প্ৰায় চাৰি বজাত অৰুণ গুহঠাকুৰতা, কমল নায়ক, দেবী হালদাৰ, সুধাময় ঘোষ আৰু দুজন সহকাৰী আহিল।* ছয়মান বজাত অৰুণ নাথ আৰু তেওঁৰ পৰিবাৰ কৃষ্ণা আহিল। সকলোৱে বহি চিত্ৰনাট্যৰ আলোচনা কৰিলো। থূলমূলকৈ কাহিনীটো

আৰু শ্বট কিছুমানৰ কথা ক'লো।...

সঞ্জীৱে ক'লে—তেওঁলোকে 'দেউতা'ৰ* প্ৰথম খণ্ডটো চালে। বৰ ভাল হৈছে বোলে।

* সাৰথি চলচ্চিত্ৰখনৰ কমল নায়ক কেমেৰামেন, সুধাময় ঘোষ সহকাৰী কেমেৰামেন, দেবী হালদাৰ মে'ক-আপ মেন, আৰু অৰুণ গুহঠাকুৰতা আৰু সঞ্জীৱ হাজৰিকা সহকাৰী পৰিচালক আছিল।

* অভিনেতা বিজু ফুকনে মই লিখা 'দেউতা' নামৰ অনাতাঁৰ নাটকলানি দূৰদৰ্শনৰ 'ছিৰিয়েল' হিচাপে নিৰ্মাণ কৰিবলৈ লৈছিল।

**৪.১২.৯০ :** ...প্ৰান্তিকৰ কাম। ফিল্মৰ কামত ওলাই গ'লো। সোণাপুৰ পালোঁগৈ। Location ঠিক কৰিলো। বাৰ বজাৰ পাছত ঘৰ। Settings, costumes আদিৰ কামত ধৰিলো। ষ্টুডিঅ'ৰ পৰা কেমেৰা, নাগ্ৰা আদি আনিলোঁগৈ। ২০ দিনৰ কাৰণে সম্পূৰ্ণ পইচা আদায় দি আনিলো। ক'লো,—কোনেও যেন মোৰ কথা কৈ পইচা বাকী ৰাখিব নোৱাৰে। যেয়ে যি কৰে কৰিব, কিন্তু "ভবেন শইকীয়াই পইচা দিয়া নাই যেতিয়া আমিনো কিয় কিওঁ?"—এই কথা যেন কোনেও ক'বলৈ নাপায়। বাকী ৰাখিলে মই বোম্বাইত ৰাখিম। জ্যোতি-চিত্ৰবনত নাৰাখোঁ।

ৰাতি Settings-অৰ কাম।...

**৫.১২.৯০ :** ৪-৩০। ফিল্মৰ কাম। মোৰ ফালৰ পৰা ঠিক-ঠাক কৰিবলগীয়া সকলো বস্তু চিজিল লগালো। জিণ্টি আৰু মই ছয়মান বজাত ওলাই গ'লো। Settings-অৰ কাৰণে জিণ্টিৰ কষ্ট হৈছে। বহুত বস্তু যোগাৰ কৰিব লগা হৈছে।

অভিনেতা-অভিনেত্ৰী,—আজিৰ কাৰণে যাক-যাক লাগে,—সকলো ৭-৩০ বজাৰ আগতে আহিল। প্ৰথম দিন কাৰণে প্ৰথম শ্বটতো লওঁতে পলম হ'ল। (মই ভবাতকৈ)। ১০ বাজি ১৪ মিনিটত প্ৰথম শ্বট ল'লো। অৰুণ নাথ, বিদ্যা ৰাও দুয়ো নাৰ্ভাছ হৈছে বুলি ক'লে। মই বুজিলোঁও। প্ৰথম দিন। হ'বই। ৰাতি ৮ বজাত pack up.

**৬.১২.৯০ :** ৪-৪০। প্ৰান্তিকৰ কাম। ৭ মান বজাত ওলাই গ'লো। প্ৰথম শ্বট প্ৰায় দহ বজাত আৰম্ভ হ'ল। Lunch Break তিনি বজাতহে হ'ল। অৰুণ নাথৰ দীঘলীয়া সংলাপ থকা শ্বট এটা মনঃপূত হোৱা নাছিল।

অম্বিকাপদ চৌধুৰী শ্বুটিং হোৱা ঠাইলৈকে আহিল। তেখেতে সঁফুৰাৰ প্ৰুফ দি গ'ল।

আজি মৃদুলা বৰুৱাৰ অভিনয় এটা শ্বটেৰে আৰম্ভ কৰা হ'ল।...

কাম শেষ কৰোঁতে ৰাতি ৯ বাজি ১৫ মিনিট গ'ল।

**৭.১২.৯০ :** ৪-৫০।...সঁফুৰাৰ কাম।...(অভিনয় কৰিবলৈ) বন কৰা ছোৱালী এজনী লাগে। আগতে চাই থৈছিলো, কিন্তু ৰিহাৰ্ছেল কৰোৱা নাছিলো। আজি একাষবীয়াকৈ মই

আৰু জিণ্টিয়ে এঘণ্টামান যুঁজিলো। বৰ হতাশ হ'লো। তাই মাত্ৰ এটা বাক্য ক'ব লাগে। তাকে নোৱাৰে। এবাৰ (অইন এজনী ছোৱালী বিচাৰি) চুবুৰিটো ঘূৰি আহিলো। নাই, উপযুক্ত কোনো নাই। আকৌ তাইকে (নমিতা ডেকা) ধৰিলো। Set-অত ৰিহাৰ্ছেল, মনিটৰ। হতাশজনক। যি হ'ব হ'ব বুলি, আকৌ ভালকৈ শিকাই-বুজাই এটা take কৰিবলৈ ল'লো। প্ৰথম takeটোৱেই O.K.—ভাল হৈছে। বৰ সকাহ পালো।

বিদ্যা ৰাৱে শুকুৰবাৰে উপবাস কৰে। তেওঁক ৭-০৫ বজাত যাবলৈ ক'লো। আমি ৮ বজাত আজিলৈ কাম সামৰিলো।

**৯.১২.৯০ :** ...অৰুণ নাথক লৈ ন বজাতে শ্বট লোৱা কাম আৰম্ভ। আজি কাম ভালেই হৈছে, কিন্তু বৰ NG হৈছে। সদৌ অসম ছাত্ৰসন্থাই আয়োজন কৰা 'নিষ্প্ৰদীপ'ৰ কাৰণে সন্ধিয়া ৬ বজাৰ পৰা ৮ বজালৈ কামৰ গতি লেহেম হ'ল। বাহিৰৰ লাইট নজ্বলোৱাকৈ কাম কৰিলো। ৰাতি অৰুণ নাথ আৰু মৃদুলা বৰুৱাৰ এটা শ্বটৰ নটা take ল'ব লগীয়া হ'ল। ১০-১৫—আজিলৈ কাম বন্ধ কৰিলো। শোওঁতে এঘাৰ বাজিল।

**১০.১২.৯০ :** ৪-২৫। প্ৰান্তিকৰ কাম। ৭-০৫ কেম্পলৈ। ৭-১৫—শ্বুটিঙৰ ঠাইলৈ। নুৰুদ্দিন অহাৰ পাছত তেওঁক পাগঘৰৰ বস্তু-বাহানিৰ কথা বুজাই দিলো আৰু ছেটিংছটো সেইমতে সাজিবলৈ ক'লো। কমল বাবু আৰু অৰুণ বাবুৰ লগত অইন দুটা ছেটিংছৰ কথা আলোচনা কৰিলো। তাৰ পাছত আমি শ্বট ল'বলৈ লাইট-টাইট ঠিক কৰি ৰৈ আছোঁ, অভিনেতাৰ মে'ক-আপেই হোৱা নাই। খং উঠিল। খংটো প্ৰকাশ নকৰি নোৱাৰিলো। ...

**১১.১২.৯০ :** ৪-৪০। প্ৰান্তিকৰ কাম। ৭-১৫ কেম্পলৈ। ৮ মান বজাত ধাৰাপুৰৰ ইটা-ভাটালৈ। তাত এটা শ্বট। তাৰ পৰা আহি ঘৰৰ ওচৰতে ছিমেণ্টৰ দোকান আৰু ৰাস্তাত দুটা শ্বট। তাৰ পাছত ৰিহাবাৰীৰ ভিতৰ অঞ্চলত এটা শ্বট। ১-৩০ বাজি গ'ল। তাৰ পাছত অলপ আন্ধাৰ হোৱালৈকে settings, make-up আদিত সময় পাৰ কৰিলো। ৯-৪০—আজিৰ কাম শেষ।

... শ্বুটিঙৰ ঠাইতে প্ৰান্তিকৰ কাম।

**১২.১২.৯০ :** ৪-১৫। প্ৰান্তিকৰ কাম। শেষপৃষ্ঠা। আজি এটা নতুন set সজাব লগীয়া হ'ল। প্ৰগ্ৰেম সলনি কৰিলো। অঞ্জনৰ সলনি অতুলৰ কোঠা সজালো। প্ৰথম শ্বট লওঁতে প্ৰায় এঘাৰ বাজিল। পাছতো প্ৰায় ডেৰ ঘণ্টা সময় নষ্ট হ'ল। (অভিনেতা-অভিনেত্ৰীয়ে ঘৰত কাপোৰ এৰি থৈ অহাৰ সেই typical কাৰবাৰটো!) শেষৰ কামখিনিৰ speed ভাল হ'ল। প্ৰায় চাৰে দহ বজাত শেষ। কামৰ মাজে-মাজে প্ৰান্তিকৰ অহা সংখ্যা আৰু পত্ৰালাপৰ কাম কৰি সন্ধিয়া ছয় বজাত এটা পেকেট প্ৰান্তিকলৈ পঠালো। (আগবেলাও এটা পঠাইছিলো।)

**১৩.১২.৯০ :** ... ৬-৩০—কমল নায়ক আৰু অৰুণ নাথৰ লগত ঠাই চাবলৈ গ'লো। মই আগতে চাই থোৱা বেলতলাৰ ঠাইডোখৰেই পছন হ'ল। নমান বজাৰ পৰা তাত শ্বুটিং। দুঘণ্টাৰ ভিতৰতে তাৰ কামখিনি হৈ গ'ল। তাৰ পাছত উজান বজাৰলৈ। ঘূৰি-ঘূৰি এডোখৰ ঠাই বাছি উলিয়ালো। এটা শ্বট। পাছবেলা indoor. ৰাতি ৯-৪০ বজাত আজিলৈ সামৰিলো। ...

NFDC-ৰ কলিকতা অফিছলৈ চিঠি। মই Script Committeeৰ মিটিঙলৈ যাব নোৱাৰিম। ...

**১৪.১২.৯০ :** ৪-৩০। প্ৰান্তিকৰ কাম। আজি out door আছে। ৮ মান বজাত (ওচৰৰে) আধাসজা ঘৰটোলৈ গ'লো। ৯-১৫ মানৰ পৰা 'জোৰকৈ' কাম আৰম্ভ কৰিলো। ২৫ টা বনুৱাই ঘৰৰ চাদ ঢালাই কৰিব। কংক্ৰিট মিকচাৰৰ মেছিনটো 'অন' কৰাৰ লগে-লগে কাৰো মাত কোনেও নুশুনা হ'ল। খেলিমেলি। হুলস্থূল। কেনেকৈ দৃশ্য একোটা manage কৰিব লাগে,—কাৰো মগজত যেন নোসোমোৱা হ'ল। তাৰ মাজতে বগা স্পৰ্টিং ছাৰ্ট পিন্ধা ল'ৰা এটাই বাৰে-বাৰে কেমেৰাৰ আগত থিয় হৈ বৰ আমনি কৰিবলৈ ধৰিলে। এবাৰ মোৰ ইমান খং উঠিল যে তাক গলধনত ধৰি এক গতা মাৰিলো। খং উঠাৰ কাৰণে পাছৰ বহু সময় বেয়া লাগি থাকিল। অলপ পাছৰ পৰা আমি কামৰ উৱাদিহ পালো। মই আগতে চাদ ঢালাইৰ কামৰ লগত জড়িত হোৱা নাছিলো কাৰণে প্ৰথম আধা ঘণ্টামানত এই খেলিমেলি হ'বলৈ পালে। পাছলৈ কাম ভাল হ'ল। চাৰি বজাৰ পাছত পোহৰ কমিল। ৪-৩০—pack-up. তাৰ পাছত কাইলৈ কৰিবলগীয়া কামৰ আঁচনি কৰিলো। ৰাতি সঁফুৰাৰ প্ৰুফ চালো। প্ৰবন্ধ শুদ্ধ কৰিবলৈ ল'লো। বৰ কষ্ট।

**১৫.১২.৯০ :** ৪-০৫। সঁফুৰাৰ কাম। ৬-৩০ বজাতে ওলাই গ'লো। ইউনিটৰ সকলো মানুহ সাজু। কিন্তু কুঁৱলী প্ৰায় ৯-৩০ বজাতহে চাফা হ'ল। ইমান সোনকালে উঠাৰ কোনো লাভ নহ'ল। আধা সজা ঘৰটোত শ্বুটিং। ...কাম যেতিয়া আৰম্ভ হ'ল, তাৰ পাছত কিন্তু বেচ খৰকৈ চলি থাকিল। ৰাতি ৮-৩০ বজাত সামৰিলো। শাৰীৰিক কষ্ট বৰ বেছি। মই প্ৰায় আঠঘণ্টা ...থিয় হৈ আছোঁ।

ৰাতি খবৰ কাগজ পঢ়িবলৈ চেষ্টা কৰিলো। এই কেইদিন হে'ড লাইনৰ বাহিৰে একো পঢ়া নাই।

**১৬.১২.৯০ :** ৪-১৫। প্ৰান্তিকৰ কাম। ফিল্মৰ আজিৰ কামৰ নতুন তালিকা এখন কৰি ল'লো। প্ৰায় ন বজাত প্ৰথম শ্বট ল'ব পাৰিলো। কাম ভাল ধৰণে আগ বাঢ়িছিল। চাৰিমান বজাত কেমেৰাটো নচলা হ'ল। মই দেখিছিলো,—কেমেৰাটো পৰিছিল। সেই কাৰণেই এনে হ'ল হ'বলা। লগে-লগে NFDCৰ কেমেৰা আৰু কলিকতাৰ বিজয় চাটাৰ্জীৰ

কেমেৰাৰ বাবে যোগাযোগ কৰিলো। ৰাতি সাত মান বজাত NFDCৰ কেমেৰাটো কেম্পত সোমালহি। বৰ চিন্তা হৈছিল।

শ্বুটিং নহ'ল কাৰণে সন্ধিয়াতে মেজত বহিলো। প্ৰান্তিকৰ কামত ধৰিলো।..

**১৭.১২.৯০ :** ৪-২০। প্ৰান্তিকৰ কাম। সোনকালে ৰ'দ ওলাইছে। ৮-৩০ বজাতে শ্বুটিং আৰম্ভ। কিন্তু বাৰ বজাৰ পাছতে আকাশ ডাৱৰেৰে ভৰি গ'ল। এটা sequence-অৰ মাজতে বৈ গ'লো।

দিনটো ডাৱৰীয়া হৈয়েই থাকিল। আবেলিৰ পোহৰৰ লগত খাপ খোৱা শ্বটখিনি ল'লো। দুঘণ্টা লোকচান বুলিব পাৰি। সন্ধিয়াৰ লগে-লগে indoor. ৮ মান বজাত আজিলৈ সামৰিলো।

বিজু ফুকনে তেজপুৰৰ পৰা অনুপ হাজৰিকাক* পঠাইছে— 'দেউতা'ৰ এটা খণ্ড দুটা কৰি দিব লাগে, আৰু বাকীকেইটা চাই দিব লাগে। এই সময়ত? তথাপি ৰাতি এটা খণ্ড পঢ়ি চালো।

* অনুপ হাজৰিকা দিল্লীৰ নেশ্যনেল স্কুল অৱ ড্ৰামাত প্ৰশিক্ষণ লাভ কৰা অভিনেতা।

**১৮.১২.৯০ :** ৪-১৫। 'দেউতা'ৰ চিত্ৰনাট্যৰ কাম। মোক বিজু ফুকনে যিটো কপি দিছে, সেইটো ৰেডিঅ'ৰ টেইপ শুনি-শুনি লিখা। তাত বহুত ভুল আছে। যিমান পাৰোঁ শুদ্ধ কৰিলো। বাদ পৰা (দিয়া) দৰকাৰী বাক্যকেইটামান লিখিও দিলো।

বতৰ ডাৱৰীয়া। Outdoor shooting কৰাৰ কোনো উপায় নাই। প্ৰান্তিকৰ কাম। শ্বুটিঙৰ নতুন প্ৰগ্ৰেম কৰিলো। আমাৰ ঘৰতে পাগঘৰ, খোৱাঘৰ আৰু ড্ৰইং ৰুমৰ তিনিটা দৃশ্যৰ ব্যৱস্থা কৰিলো। সজাই-পৰাই লোৱাৰ পাছত—প্ৰায় চাৰি বজাত আৰম্ভ। ছয় বজাত শেষ। তাৰ পাছত আমাৰ indoor কৰা ঠাইত কাম আৰম্ভ। ১০-৩০ মানত শেষ। বৰ জাৰ পৰিছে। ...

**১৯.১২.৯০ :** ৪-২০। সঁফুৰাৰ কাম। বতৰ ভাল। ৮-৩০ বজাৰ পৰা 'ঘৰ সজোৱা ঠাই'ত শ্বুটিং আৰম্ভ হ'ল। আজি সেই অঞ্চলৰ কাম শেষ হ'ল। ৰাতি ভিতৰৰ কাম। ৮-৩০ বজালৈকে।

...গৱৰ্নৰৰ অফিচ্ছৰ বিষয়া এগৰাকীয়ে কাইলৈ ৰাজভৱনত হ'বলগীয়া লাঞ্চলৈ নিমন্ত্ৰণ কৰা চিঠি এখন দিলে। মই ক'লো,—কাইলৈ আমি সোণাপুৰলৈ যাম। ...

আজি পাছবেলা ঘৰলৈ আহোঁতে চৰকাৰৰ notice এখন পালো। চৰকাৰে মোৰ resignation (চলচ্চিত্ৰ নিগমৰ চেয়াৰমেন পদৰ পৰা) accept কৰিছে। স্বাৰ্থপৰ ...অকৰ্মণ্য, অসৎ মানুহৰ লগত সম্পৰ্কৰ আৰু এটা অধ্যায়ৰ অন্ত পৰিল।

**২০.১২.৯০ :** ...দলে-বলে সোণাপুৰলৈ যাত্ৰা কৰিলো। যোৱাবাটৰ ওচৰতে শ্বুটিং

আৰম্ভ হ'ল। সোণাপুৰৰ কামখিনি ভাল হ'ল। মই বহুত দিনৰ মূৰত নিজ হাতে হিঁলৈ এটা তৈয়াৰ কৰিলো। কাগজ চোবাই তাৰে গুলী কৰি ফুটালো। বহুত দিনৰ মূৰত এই শব্দটো শুনি পুলকিত হ'লো। উজ্জ্বলক* সেইটো ব্যৱহাৰ কৰিবলৈ শিকাই দিলো। চেতনা দাস তাৰ মাক হৈছে। চেতনা যে খবৰটো পায়েই আহিল, সেই কথাটোত বৰ ভাল পালো। তিনি বজাত সোণাপুৰৰ শ্বুটিং শেষ। সন্ধিয়া নৰকাসুৰ পৰ্বতৰ ওপৰলৈ গ'লো। তাৰ পৰা গান্ধী মণ্ডপৰ পাহাৰলৈ। এটা শ্বটৰ কাৰণে। সুবিধা নহ'ল।

ৰাতি প্ৰান্তিকৰ কাম।

* উজ্জ্বল বৰুৱা নামৰ ল'ৰা এজনে অৰুণ নাথৰ সৰুকালৰ দৃশ্য এটাত অভিনয় কৰিছিল।

**২১.১২.৯০ :** ৪-০৫। প্ৰান্তিকৰ কাম। ৫-৩০ শ্বুটিং আৰম্ভ। দোকমোকালি পৰত নিৰঞ্জন দত্ত (অৰুণ নাথ) ওলাই যোৱাৰ দৃশ্য। প্ৰয়োজনীয় পাঁচটা shot take কৰা হ'ল। তাৰ পাছত মেজলৈ আহিলো। সঁফুৰাৰ কাম। সঁফুৰাৰ ল'ৰাজনক ৰ'বলৈ কৈ মই ভিতৰলৈ আহি তেওঁৰ কথা পাহৰি গৈছিলো। তেওঁ বহুত সময় ৰৈ আছিল। পাছত এবাৰ ওলাই যাওঁতে তেওঁক দেখি বৰ দুখ পালো। গোটেই দিনটো কথাটো মনত পৰি থাকিল। (ল'ৰাজনক বেয়া নাপাবলৈ বাৰে-বাৰে অনুৰোধ কৰিছিলো।) ইমানকৈ পাহৰা হ'লো?

পাছবেলা শ্বুটিং আৰম্ভ দুইমান বজাত। ৰাতি ১০-৩০ বজামানত শেষ।

**২৩.১২.৯০ :** ৩-৪৫। কিছু সময় বিছনাতে ভবা-চিন্তা কৰিলো। পাঁচ বজাৰ আগে-আগে ওলাই গ'লো। দোকমোকালিৰ শ্বট কেইটামান লৈ আহিলো। মেজত বহিলো। ৭-৩০—আকৌ বাটলৈ গ'লো। এটা শ্বট। ছিটিবাছৰ লগত গুলজাৰ, নিৰঞ্জন দত্ত আদি। আকৌ মেজত। প্ৰায় ন বজাত সোণাপুৰলৈ। মৃদুলা আৰু অৰুণ নাথৰ অবিবাহিত অৱস্থাৰ কথোপকথনৰ শ্বুটিং। তিনি বজাৰ অলপ পাছতে কাম শেষ হ'ল। ছয় বজাত ছিটিবাছৰ ভিতৰত generator লগাই শ্বুটিং কৰিবলৈ ওলালো। জেনেৰেটৰ এটাই কাম নকৰিলে। ৮-৪৫—আকৌ ঘৰৰ ওচৰত ছিটিবাছৰ লগত শ্বুটিং। ৰাস্তাৰ খুঁটাৰ মূৰত থকা fuse পুৰি যোৱাৰ কাৰণে ... আধা ঘণ্টামান পলম হ'ল। ... বহুত ঘূৰাঘূৰি ...।

**২৪.১২.৯০ :** ৫-২০। প্ৰান্তিকৰ কাম। আজি ফিল্মৰ কাম পাছবেলা আছে। ... খাই-বৈ উঠি নিজে ছেটিংছ সজোৱাত লাগিলো। দুই বজাৰ পাছতে শ্বুটিং আৰম্ভ। মৃদুলা, অৰুণ নাথ আৰু জয়ন্ত। তাৰ পাছত গান্ধী মণ্ডপলৈ। সন্ধিয়াৰ চহৰৰ শ্বট। ... তাৰ পৰা বাঁহী এটা বিচাৰি পাণবজাৰৰ ভৰালী ব্ৰাদাৰ্ছলৈ। এটা বাঁহী কিনিলো। ছটকাত। আহিয়েই শ্বুটিঙৰ কাম। এইটো দৃশ্যতে বাঁহীটো লাগে। তাৰ পাছত আমাৰ ঘৰৰ জিণ্টিৰ কোঠালিত শ্বুটিং। ... তাৰ পাছত জোনটোৰ শ্বট। তাৰ পাছত কাম শেষ হোৱাৰ ভোজ। এই ভোজটো New Year's eve -অত হোৱাৰ কথা আছিল; কিন্তু X'mas eve-অতে হ'ল। তিনিটা

সৰু-সৰু শ্বট ল'বলৈ আছে। চুনিমুনি বেলিকাৰ শ্বট কাৰণে আজি সময় থাকিলেও ল'ব নোৱাৰোঁ। (ল'ব নোখোজোঁ)। এঘণ্টাৰ কাম। ভবাতকৈ সাদিনৰ আগতে কাম শেষ হ'ল। বৰ ভাল পালো। এতিয়া ছবিখন ভাল হ'লেই হয়। গান-নাচ চলিল। বিদ্যা ৰাও, কৃষ্ণা দাস নাথ, জয়ন্ত দাসহঁতে নাচিলে। মৃদুলাই গান গালে। অৰুণ গুহঠাকুৰতায়ো বিহুৰী গান গালে।

**২৫.১২.৯০ : ৫-১৫**। সঁফুৰাৰ কাম। আজি আবেলি তিনিটা শ্বট ল'বলৈ আছে। লিখা-পঢ়া। মাজতে মানুহবোৰক বিদায় দিয়াৰ প্লেন। ভাত খাই উঠিয়েই প্ৰান্তিকৰ কাম। তিনি বজাৰ পৰা পাঁচ বজালৈ শ্বুটিং। তাৰ পাছত সকলো ভিডিঅ' ফিল্ম চাবলৈ বহিল। মই ঘৰত প্ৰান্তিকৰ কামত ধৰিলো। পত্ৰালাপ। ...

কালি চলচ্চিত্ৰ নিগমৰ গাড়ীখন কাজেনে নি সুভাষ বুঢ়াগোহাঁইৰ (মেনেজিং ডাইৰেক্টৰ) হাতত গতাই দিলেগৈ। আৰু এটা অদৰকাৰী বোজাৰ পৰা মুক্ত হ'লো। গাড়ীখন অইন ঠাইলৈ নিয়াৰ কথা মই বহু দিনৰে পৰা কৈ আছিলো। কেতিয়াবাই সেইখনত উঠিবলৈ এৰিছিলো। চৌহদৰ ভিতৰত গাড়ী এখন ঢাক খাই থকা দৃশ্যটো কালিৰ পৰা আঁতৰিল।

**২৬.১২.৯০ : ৫-২০**। প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। কলিকতাৰ দলটোক ৮মান বজাত আৰু অৰুণ নাথহঁতক ৯ মান বজাত বিদায় দিলো। প্ৰান্তিক আৰু সঁফুৰাৰ পেকেট ঠিক-ঠাক কৰি বেংকলৈ। তাৰ পাছত—দিনটোৰ ভিতৰত লাইট আৰু ৰান্ধনি-ঘৰৰ ল'ৰাহঁতক পা-পইচা দি বিদায় দিলো। 'কেম্প' খালী হৈ গ'ল।

সন্ধিয়া সঁফুৰাৰ কাম।

নিজে বজাৰলৈ গৈ চিতল মাছ এটুকুৰা (এখুটুৰা নহয়) কিনি আনিলো। ৰাতি কেম্প পতা ঘৰটোত আমি ঘৰৰ মানুহখিনিয়ে ভাত খালো। সঞ্জীৱ আহিল।

আজি যাবৰ সময়ত কৃষ্ণাই কান্দি-কাটি গৈছে। আমাৰ ঘৰৰ কাষৰ দোকানখনৰ মালিক মৰলে কেম্পটো খালী হৈ ঠাইডোখৰ নিজান হৈ পৰাৰ কাৰণে বৰ দুখ কৰিলে।

সোনকালে শুলো।

**২৭.১২.৯০ : ৫-৩০**। প্ৰান্তিকৰ কাম। শেষপৃষ্ঠা। 'অহা সংখ্যাত।' পেকেটটো পঠাই দিলো। তাৰ পাছত ঘৰৰ কামলৈ মন দিলো। নিজৰটো, গোস্বামীৰটো আৰু সিঙৰটো,— এই তিনিওটা ঘৰ চিজিল লগোৱাৰ কাম ইতিমধ্যে আৰম্ভ হৈ গৈছিল। মই অলপ চকু দিলো। ইমান কষ্টৰ পাছত এতিয়া অলপ জিৰণি লাগে। জিৰণি মানে,—মই মেজত বহি কাম কৰি থাকিবলৈ পাব লাগে; বহা-কোঠালিত বহি মানুহৰ লগত কথা পাতিবলগীয়া হ'ব নালাগে। দুপৰীয়া এক বজাত বিছনাত পৰিছোঁ; চকু দুটা মুদ খাই গৈছে,—ল'ৰাটোৱে আহি মাতিলে,—কোনোবা আহিছে। ...

**২৮.১২.৯০ :** ... শেষপৃষ্ঠাটো প্ৰদীপে বৰ ভাল পাইছে। ভাল লাগিল। যোৱাবাৰৰটো বৰ

ভাল হৈছে বুলি ধীৰেন বেজবৰুৱাই কৈছিল। ইমান কামৰ মাজত,—ইমান বেলেগ ধৰণৰ কামৰ মাজত, —শেষপৃষ্ঠাৰ কথা লিখিবলৈ চিন্তাই লাগে। তথাপি এই দুটা লেখা ভাল হৈছে বুলি শুনি ভাল পালো। শ্যুটিং এজন মানুহৰ কাৰণে জীয়েকৰ বিয়াৰ নিচিনা উৎকণ্ঠা আৰু পৰিশ্ৰমৰ কাম। অন্ততঃ মই তেনেকৈ ভাবোঁ। দিনৰ পাছত দিন তেনেকুৱা একোখন বিয়া! তাৰ মাজত serious লিখা-পঢ়াৰ কাম। মই যি দেখিলো,—মোৰ কাৰণে এইটো সম্ভৱ। 'অগ্নিস্নান'ৰ সময়ত যে বঘৰা-মৰিগাঁৱৰ মাজৰ ৰাস্তাৰ কাষত বহি প্ৰান্তিকৰ প্ৰবন্ধ চাইছিলো!

ৰাতি exposed filmবোৰ pack কৰিলো—বোম্বাইলৈ পঠাবলৈ।

২৯.১২.৯০ : ৫-২৫। ফুৰিলো। প্ৰান্তিকৰ কাম। সঁফুৰাৰ কাম। বোম্বাইৰ Adlabs -অলৈ পঠাবলগীয়া পেকেটটোৰ ছয়োফালে ঠিকনা লিখিলো। কথাটো লিখি থৈছোঁ এই কাৰণেই যে,—মোৰ নিচিনা পৰিচালক-প্ৰযোজকে বাঁহৰ কাঠীত ফটাকানি মেৰিয়াই ডাঙৰ আখৰ লিখিব পৰা 'ব্ৰাছ' তৈয়াৰ কৰি লৈ, তাৰে নিজে পেকেটৰ ওপৰত ঠিকনা লিখিব লাগে। (প্লেট এখনত বটলৰ পৰা সুলেখা চিয়াঁহী ঢালি লৈ!) ...

৩০.১২.৯০ : ... মোৰ কোঠালিটো চিজিল কৰিবলৈ ল'লো। ফিল্মৰ লগত জড়িত বস্তুৰে ভৰি আছে। ...কিমান যে বস্তুত হাত পৰে! এইবোৰ বস্তু, এইবোৰ কাগজ পেলাব নোৱাৰি। কিন্তু এইবোৰ কামত লগাম কেতিয়া? এখন-এখন কাগজত মোৰ কামৰ এটা-এটা অধ্যায় সোমাই আছে। সৰুৱেই হওক ডাঙৰেই হওক; —মোৰ কাৰণে উলাই কৰিব লগীয়া কাম নহয়। ...

...সন্ধিয়া 'বনলতা'ৰ (ডিব্ৰুগড়ৰ) হাজৰিকা আহিল। তেওঁ ক'লে,—যোৰহাট গ্ৰন্থমেলাৰ আগে-আগে চলোৱা এটা সমীক্ষাত পাঠকে মোৰ আৰু হোমেন বৰগোহাঁঞিৰ কিতাপ আটাইতকৈ বেছি ভাল পায় বুলি কৈছিল, আৰু গ্ৰন্থমেলাত সেই কথাটো প্ৰমাণিত হৈছিল।

তেওঁ মোক চাৰি হাজাৰ টকাৰ চেক এখন দি গ'ল। এই সময়ত প্ৰতিটো টকা মোৰ কাৰণে বৰ প্ৰয়োজনীয়। ভাল পালো। নুৰুদ্দিনে ক'লে, তেৱোঁ মোক সহায় কৰিব।

৩১.১২.৯০ : ৫-১৫। ফুৰিলো। প্ৰান্তিকৰ কাম। ভবেন বৰুৱাৰ প্ৰবন্ধটো—প্ৰেছৰ সুবিধাৰ কাৰণে,—নিজে কিছু অংশ কপি কৰি, আঠাৰে জোৰা লগাবলগীয়া হৈছে। বৰুৱাৰ লেখাবোৰ যদি averageঅৰ ওপৰৰ মানুহখিনিয়ে বুজিব পৰা ধৰণৰ হ'লহেঁতেন, তেনেহ'লে ভাষা-সাহিত্য-সংস্কৃতিৰ বৰ উপকাৰ হ'লহেঁতেন। কিন্তু তেখেতৰ লেখাবোৰ যথেষ্ট টান। কথা বুজিব পৰা আৰু বুজিব খোজা মানুহৰ বাবেহে উপযোগী। ফলত,—মই ভাবোঁ,—এইবোৰৰ উপকাৰ অসমীয়া সমাজে বহু বছৰৰ পাছতহে পাব। কথাটো মই তেখেতক কৈছিলোও। ...

আবেলি Chief Secretary হৰেন দাসক লগ পালো। মোৰ নিজৰ initiative -অত। চলচ্চিত্ৰ নিগম সম্পৰ্কে এটা শেষ কথা কোৱাৰ প্ৰয়োজন আছিল ১৯৯০ চনৰ

ভিতৰতে। নতুন বছৰটোলৈ এইবোৰ কথা টানি নিব নোখোজোঁ। কথাটো হ'ল ঃ মোৰ পদত্যাগ-পত্ৰ চৰকাৰে গ্ৰহণ কৰাত মই সুখী হৈছোঁ।...

কিন্তু যি কাৰণত মই পদত্যাগ কৰিলো, সেই কাৰণবোৰ যেন চৰকাৰে ফঁহিয়াই চায়। মই দিয়া পৰামৰ্শখিনি যেন বিচাৰ কৰে। তুচ্ছ স্বাৰ্থৰ ওপৰলৈ উঠি যেন নিগমটোক ভাল ধৰণে প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰা হয়।...

হৰেন দাসৰ লগত বৰ্তমানৰ পৰিস্থিতি সম্পৰ্কে ভালেমান কথা ওলাল। তেখেতে বাতৰি-কাকতৰ ভূমিকাৰ বিষয়েও কিছু কথা ক'লে। মই ক'লো,—মোৰ বক্তব্য মই শেষপৃষ্ঠাত ('বিশ্বাসী বন্ধু') লিখিছোঁ।

বজাৰ কৰি ঘৰ পাওঁতে আন্ধাৰ হৈ গ'ল। এসাঁজ ভালকৈ খাই বছৰটোক বিদায় দিয়াৰ আয়োজন।

মই ভাবোঁ,—মোৰ কামৰ ফালৰ পৰা এটা ভাল বছৰ পাৰ হৈ গ'ল; আৰু বেছি ভাল বছৰ এটা সমুখত উপস্থিত।

কিতাপ আকাৰে প্ৰকাশ কৰাৰ আগতে প্ৰান্তিকত মোৰ ডায়েৰিৰ কিছু নিৰ্বাচিত কথা প্ৰকাশ কৰিবলৈ লৈছিলো। নিৰ্বাচনৰ ক্ষেত্ৰত মই এটা নীতি প্ৰয়োগ কৰাৰ চেষ্টা কৰিছিলো। প্ৰথম অংশত মোৰ ডায়েৰি লিখাৰ ধৰণ আৰু দৈনন্দিন জীৱনৰ আভাস দিয়াৰ উদ্দেশ্যে সম্পাদনা ঢিলাই দিছিলো। দ্বিতীয় অংশত বাহুল্য বৰ্জন কৰাৰ চেষ্টা কৰিছিলো, আৰু তৃতীয় অংশত (মোৰ বিচাৰত) যিবোৰ কথা কোনো-কোনো পাঠক-পাঠিকাৰ বাবে কিবা এটা দিশৰপৰা গুৰুত্বপূৰ্ণ হ'ব পাৰে, সেইবোৰ কথা বাছিবলৈ চেষ্টা কৰিছিলো। কিন্তু এইবোৰ কৰোঁতে মোৰ ব্যক্তিগত ডায়েৰিৰ চৰিত্ৰ অক্ষুণ্ণ ৰখাৰো চেষ্টা কৰিছিলো।

শেষত এতিয়া মই উপলব্ধি কৰিছোঁ, এই আঠ বছৰৰ ডায়েৰিয়েই মোৰ কাম, মোৰ দৈনন্দিন জীৱন, সমাজ আৰু বহিৰ্জগতৰ প্ৰতি মোৰ দৃষ্টিভংগী, সেইবোৰৰ লগত মোৰ সম্পৰ্ক ইত্যাদি-ইত্যাদিৰ বিষয়ে এটা আভাস দিব পাৰিব। ইয়াৰ পাছৰ ডায়েৰিবোৰৰ কথা বৰ্তমানৰ ধৰণে প্ৰকাশ কৰি গৈ থাকিলে কিছুমান বেলেগ-বেলেগ তথ্য-পাতি, বেলেগ-বেলেগ ঘটনা, অনুভূতি, উপলব্ধি আদিৰ কথা প্ৰকাশ পাব; কিন্তু সেইবোৰত হয়তো বিশেষ নতুনত্ব নাথাকিব। তাকে ভাবি, ১৯৯০ চনৰ ডায়েৰিৰ কথাৰেই 'জীৱন-ৰেখা' শেষ কৰাৰ সিদ্ধান্ত ল'লো।